# অগনিৰ নৈ

## ১

নৈখনত এতিয়াও বৰষুণৰ টোপালবোৰ পৰি আছিল। পাৰত সুমথিৰা আৰু ৰঙা বৰণৰ ফুলবোৰ সেউজবুলীয়া ডাঠ ঘাঁহনি ডৰাত কুমকুমৰ দৰে উজলি উঠিছিল, হীৰাৰ নিচিনা পানীৰ কণিকাবোৰ সেউজীয়া ঘাঁহনিত তিৰ-বিৰাই আছিল। ঘাটত নাওবোৰ বন্ধা। বহু দূৰৰ পৰা কোনোবা নাৱৰীয়াই গোৱা শাওণৰ গীত ভাহি আহিছিল। কদম গছৰ জোপোহাত এটা অকলশৰীয়া ম'ৰা চৰায়ে চালি ধৰি আছিল।

ঘাটৰ কাষৰ এজোপা বড় গছৰ তলত তিনিজনী ছোৱালী বহি আছিল। এজনীয়ে পিন্ধিছিল হালধীয়া বৰণৰ শাড়ী, তাইৰ খোপাত এধাৰি চম্পা ফুলৰ মালা। আনজনী ছোৱালী নিচেই কম বয়সৰ, তেওঁৰ চেলাউৰিৰ ঘোৰ নীল বৰণেৰে বোলোৱা, তেওঁৰ চাল-চলন দেখি তেওঁক ৰাজকুমাৰী যেনহে মনত হয়। তৃতীয়জনী ছোৱালী এওঁলোকৰ দাসী, তাই এটা পাটৰ বুটা বচা ছাতি মেলি এওঁলোকক বৰষুণৰ পৰা ৰক্ষা কৰিছিল। পাৰত এটা সৰু সৰোবৰ। সৰোবৰৰ ওপৰখন শিঙ্গৰিৰ লতাৰে আবৰা। মাজে মাজে দুই এপাহ ফুলি থকা ৰঙা পদুমফুল। হালধীয়া ৰঙৰ শাড়ী পিন্ধা ছোৱালীজনীৰ বয়স পঁচিছ ছাব্বিছ মান হ'ব। তেওঁৰ কপালত সেন্দূৰ নাই, কিন্তু খোপাত চম্পা ফুল। অদূৰত পলাশ গছৰ জোপোহাৰ ওচৰত বৈ এজন বগা সাজ পিন্ধা যুৱকে গভীৰ বিস্ময়ত ছোৱালীজনীলৈ চাই আছিল। হঠাৎ যুৱকজনে মুখ ঘূৰাই নৈৰ ফালে খোজ ললে।

আকাশত বিজুলী চমকিল। হালধীয়া শাড়ী পিন্ধা ছোৱালীজনীয়ে ইমানপৰ মনে মনে নৈৰ ফালে চাই আছিল, তাই অন্যমনস্কভাৱে কৈ উঠিল—"বাৰিষা পালেহি।"

নীলা চেলাউৰিৰ ছোৱালীজনীয়ে একো উত্তৰ নিদিলে। তেওঁ তেতিয়াও বগা সাজ পিন্ধা ব্ৰহ্মচাৰীজনলৈ চাই আছিল।

শ্ৰাৱস্তী গুৰুকুলৰ শেষ বছৰৰ বিদ্যাৰ্থী গৌতম নীলাম্বৰ পলাশৰ হাবিৰ পৰা ওলাই নৈৰ ফালে গুচি গ'ল, তেওঁ ব্ৰহ্মচাৰী, গতিকে হাতত ছাতি নাই। ভৰি শুদা, ক'লা ক'লা চুলিবোৰ কান্ধলৈকে বৈ পৰিছিল. উদাস, সুন্দৰ মুখখন তুলি তেওঁ আকাশলৈ চালে, দেখিলে ক'লা মেঘবোৰৰ সৈতে হাবিখন বৰ

ৰমণীয় হৈ পৰিছে, নৈখন, নাওবোৰ ; কদমত চালি ধৰি থকা ম'ৰা চৰাই ; ঘাটত বহি থকা সুন্দৰী যুৱতীকেইজনীৰ ৰূপ-জেউতি বাৰিষাৰ এন্ধাৰতো জিলিকি উঠিছিল। শ্ৰাৱস্তী এতিয়াও পাঁচশ ক্ৰোশ দূৰৈত। চাৰিওফালৰ সুন্দৰ আৰু মৰ্মভেদী দৃশ্যবোৰলৈ গৌতমে দৃষ্টি নিক্ষেপ কৰিলে। তাৰ পাছত পানীত জাপিয়াই পৰিল। শীতল পানী আৰু বৰষুণৰ শীতল টোপালবোৰে তেওঁৰ দেহ আৰু মন এক গভীৰ প্ৰশান্তিৰে পূৰ্ণ কৰি দিলে। তেওঁ পাৰৰ পিনে সাঁতুৰিবলৈ তৎপৰ হৈ পৰিল।

"এই বিদ্যাৰ্থীসকলৰ জীৱন বৰ কঠোৰ, বেচেৰাই নাৱতো বহিব নোৱাৰে।" ঘাটৰ পাৰত থকা দাসীজনীয়ে ক'লে।

নীলা চেলাউৰিৰ ৰাজকুমাৰী নিৰ্মলাই নৈৰ ফালে চাই থাকিল, যিফালে অপৰিচিত বিদ্যাৰ্থীজনে ঢৌৰ বিপক্ষে হাত ভৰি এচাৰি কোনোবা অজান দিশলৈ গৈ আছিল।

দাসীৰ কথাৰ একো উত্তৰ নিদিলে তেওঁ। হঠাৎ তেওঁৰ চকুৰ আগত ভাঁহি উঠিল ককায়েকৰ মুখখন। সিও এইদৰে অসংখ্য নৈ, শুকান পথাৰ আৰু দুৰ্গম পৰ্বত পাৰ হৈ বহু দূৰলৈ—তক্ষশিলালৈ গুচি গৈছিল। দহোটা বছৰ পাৰ হৈ গ'ল ; কিন্তু এতিয়াও সি উলটি নাহিল। ককায়েকৰ কথা মনত পৰি নিৰ্মলাৰ মনটো বৰ উদাস উদাস লাগিল।

ৰাজকুমাৰীৰ উদাস ভাৱ দেখি দাসীজনীয়ে ভাবিবলৈ ধৰিলে, মহাৰাজ কুমাৰ যদি তক্ষশিলাৰ পৰা ঘূৰি আহিলেহেঁতেন, তেন্তে কুমাৰী চম্পকক জানো তেওঁ বিয়া নকৰালেহেঁতেন। কিন্তু এতিয়া কুমাৰী চম্পকে কবিতা লিখে আৰু দূৰ-বিদুৰৰপৰা অহা চীনা বিদ্বানসকলেৰে সৈতে তৰ্ক-বিতৰ্ক কৰে। এইবোৰ ভাবি দাসীজনীৰো বৰ বেয়া লাগিল। ৰাজকুমাৰী নিৰ্মলাই তলমূৰ কৰি শিঙ্গৰি লতাৰ এটা পাত ছিঙিলে। ম'ৰা চৰাইটোৱে এবাৰ মূৰ দাঙি ছোৱালীকেইজনীৰ ফালে চাই সগৰ্বে চালি ধৰি জোপোহাৰ মাজত অদৃশ্য হৈ গ'ল।

গৌতম এতিয়া নৈৰ সোঁ মাজত। বাৰিষাৰ কাৰণে সৰযু নৈৰ পাৰ বৰ বহল হৈ পৰিছিল। তেওঁ মূৰ ঘূৰাই এবাৰ এৰি অহা পাৰলৈ চালে. ছোৱালী তিনিজনী বহি আছে। নৈৰ সিপাৰে বেতৰ ডাল, পানী মেটেকা আৰু নীলাফুলৰ ডাঠ লতাবোৰ পানীৰ লগত মিলি একাকাৰ হৈ আছে।

পাৰলৈ আহি গৌতমে নিজৰ কাপোৰবোৰ চেপিলে। চিন্তান্বিতভাৱে তেওঁ আওগড়ী শিলেৰে সজা মন্দিৰটোলৈ আহিল। সেই মন্দিৰত তেওঁ নিজৰ পাথেয় চণ্ডী দেৱীৰ ওচৰত সঁপি অযোধ্যালৈ গৈছিল।

চাৰিওফালে নিস্তব্ধ। মন্দিৰৰ চোতাললৈ আহি তেওঁৰ বৰ ভয় লাগিল। নিৰাকাৰ ব্ৰহ্মই যেতিয়া কোনো ৰূপ ধাৰণ কৰি আবিৰ্ভাৱ হয়, তেতিয়া ভয় হয়

কিয়? আনৰ অস্তিত্বত মানুহৰ বিশ্বাস নাই নেকি? হৃদয়ৰ অজান কোণত লুকাই থোৱা ভয়-ভাবনা বিশ্লেষণ কৰি গৌতমে বহু নিশা কটাইছে। জীৱনৰ ভয়! মৃত্যুৰ ভয়! জীয়াই থকাৰ ভয়! ঋগ্বেদত লিখিছে যে যি পোনতে 'অহং' আছিল, সি পাছত পুৰুষৰ ৰূপত প্ৰকাশ হ'ল। তেওঁ চাৰিওফালে চালে। নিজৰ বাহিৰে তাত একো দেখা নাপালে। তেওঁ ক'লে, এয়া 'মই'। তেওঁ নিজক 'মই' বুলি ভাবিবলৈ ধৰিলে। তেওঁৰ ভয় লাগিছিল, কিয়নো তেওঁ একেবাৰে অকলশৰীয়া আছিল। যি অকলশৰীয়া হয়, স্বাভাৱিকতে তেওঁৰ মনত ভয়ৰ সঞ্চাৰ হয়। তেওঁ আকৌ ভাবিলে ইয়াত মোৰ বাহিৰে আৰু কোনো নাই। তেন্তে মোৰ ভয় কিহৰ? তেওঁৰ ভয় ভাগিল। কিন্তু শান্তি নাপালে, কিয়নো নিঃসঙ্গতাই মানুহক সহজতে উদাস কৰে।

"আত্মাৰ নিঃসঙ্গতাত ভয় পোৱা অনুচিত।" গৌতমে আপোন মনে ক'লে। শাল আৰু অশোক গছৰ পাতবোৰ বতাহত সোঁ-সোঁৱাই আছিল। ইয়াত খেতি শেষ হৈছে। সন্মুখত শিৰীষৰ ডাঠ হাবি, পলাশৰ জোপোহা আৰু অসংখ্য নৈ, নলা। এই সকলো অতিক্ৰম কৰি তেওঁ নিজৰ আশ্ৰমত উপস্থিত হ'ব। মন্দিৰৰ খটখটীবোৰ পাৰ হৈ তেওঁ গাঁৱৰ ফালে খোজ ললে। সৰযু নৈৰ পাৰত অযোধ্যা নগৰখন জোনাকী পৰুৱাৰ দৰে জিলমিলাই আছিল। গাঁৱত সোমায়েই গৌতমে প্ৰথম ঘৰ মানুহৰ দুৱাৰত ঢকিয়ালে, কেঁচা মাটিৰে লেপা মচা এটা ঘৰৰ দুৱাৰ মুখত চাকি জ্বলি আছিল। আদহীয়া বয়সৰ এজন গৃহস্থই পোহৰত বহি কিবা পঢ়ি আছিল। অলিন্দৰ বাহিৰখন এন্ধাৰ হৈ আছিল। গৌতমৰ মাত শুনি চাকি লৈ গৃহস্থজন বাহিৰলৈ ওলাই আহিল। চাকিৰ পোহৰত তেওঁ দেখিলে বগা সাজ পৰিধান কৰা এজন ব্ৰহ্মচাৰী।

"আমাৰ ইয়ালৈ শাক্য মুনিৰ ভিক্ষুৰ এটা দল আহিছে, মই ভাবিছিলোঁ আপুনিও সেই দলৰে এজন।" গৃহস্থই ক'লে, "যেতিয়াৰ পৰা এই নতুন বতাহ বলিছে, ল'ৰাবোৰৰ কথাই নাই, ছোৱালীবোৰেও ঘৰ-দুৱাৰ এৰি হাবিলৈ গৈছে।"

"মোক অলপ দাইল লাগে।" তেওঁ অত্যন্ত গম্ভীৰ কণ্ঠেৰে উত্তৰ দিলে।

কিন্তু কথকী গৃহস্থই কৈ থাকিবলৈ ধৰিলে, "আমাৰ আগলৈ থকা নগৰখনত এজনী ছোৱালী আছে, ৰাণী ৰেণুকাৰ নিচিনা ৰূপৱতী তাই। কালি মোৰ গৃহিণী যেতিয়া নগৰলৈ বজাৰ কৰিবলৈ গৈছিল, তেতিয়া অন্তঃপুৰৰ দাসীহঁতৰ পৰা তেওঁ শুনি আহিছে সেই ছোৱালীজনীও হেনো কোনোবা বিহাৰলৈ যাব। ভাল-কৈ চাবা বৰ এন্ধাৰ।" গৃহিণীয়ে আটা, দাইল লৈ আহিল। ব্ৰহ্মচাৰীয়ে নিজৰ চাদৰখন মেলি বস্তুবোৰ বান্ধি ল'লে। গৃহস্থই ক'বলৈ ধৰিলে, 'আচৰিত যুগ আহিছে। মই তো কৈছোঁৱেই যে এতিয়া মাক-বাপেক নিজৰ ল'ৰা-ছোৱালীৰ বিয়া-বাবুৰ চিন্তাৰ পৰা মুক্ত হ'ল। আজি-কালিৰ ছোৱালীবোৰ নিৰ্বাণৰ সন্ধানত ওলাইছে।

চাউল, দাইলৰ টোপোলাটো বান্ধি লৈ ব্ৰহ্মচাৰী অলিন্দৰ মুখটোত ধৰি থিয় হ'ল। বৌদ্ধ বিদ্যাৰ্থীৰ দল এটা এইফালে আহিছে বুলি শুনি তেওঁৰ বৰ ভাল লাগিল। যদি ক'ৰবাত লগ পোৱা যায়, তেন্তে কথা-বতৰা পাতি নিশাটো ভালকৈ কটাব পৰা যাব। গৃহস্থক তেওঁ আশীৰ্বাদ দিলে, "ঈশ্বৰে তোমাক গৰু-গাই, সু-পুত্ৰ আৰু ধনে-ধান্যে পৰিপূৰ্ণ কৰক।"

তাৰ পাছত তেওঁ মন্দিৰৰ ফালে বেগাবেগিকৈ আগ বাঢ়িল।

গৃহস্থই চাকি লৈ ঘৰৰ ভিতৰলৈ সোমাল। অলপ দূৰ গৈ গৌতম থমকি ৰ'ল। গৌতমে দেখিলে গৃহস্থৰ ঘৰৰ ভিতৰত ল'ৰাই উমলি আছে। গৃহিণী জুহালৰ গুৰিত বহি আছে। পিৰালিত ওলমি আছে পাহাৰী মইনাৰ পিঁজৰাটো। এই শান্তিপূৰ্ণ দৃশ্য দেখি তেওঁৰ ভয় লাগিল। জুইশালৰ ঢিমিক-ঢামাক পোহৰত জিলিকি থকা যুৱতীৰ মুখ, অলিন্দত দোঁ খাই থকা কল গছৰ সেউজীয়া পাত, সজাত থকা মইনা চৰাই—এই সকলোবোৰ এদিন ধ্বংস হৈ যাব, জ্বলি পুৰি চাৰখাৰ হৈ যাব। সেই জুইৰ পৰা আকৌ এটা প্ৰদীপ জ্বলিব আৰু এখন গৃহস্থ ঘৰৰ জন্ম হ'ব। সন্ন্যাসী যেতিয়া গৃহত্যাগী হয় এই জুইকে লৈ ওলাই যায়। প্ৰত্যেক মানুহৰ জীৱনলৈ এই মুহূৰ্ত্ত আহে। তেওঁৰ জীৱনলৈ বাৰু আহিবনে?

শ্ৰাৱস্তীত তেওঁৰ দেউতাকৰ তিনি মহলীয়া ঘৰ আছিল। ঘৰৰ লাই খুঁটাত হাতীৰ মূৰ সজাই থোৱা আছিল। তেওঁৰ শিক্ষাৰ এইটো শেষ বছৰ। পঢ়া শেষ হোৱাৰ পাছত সম্পূৰ্ণ পৃথিৱীখন তেওঁৰ সন্মুখত। হাতত প্ৰচুৰ সময়। এতিয়াৰে পৰা তেওঁ জীৱনদৰ্শন নিখুঁত ভাবে বিশ্লেষণ কৰিবলৈ চেষ্টা কৰিব। কিন্তু তেওঁৰ ইমান ভয় কিয়? সিপাৰৰ ঘাটত সেউজীয়া ঘাঁহৰ ওপৰত বহি বৰষুণত তিতি থকা সেই ছোৱালী কেইজনী, বড় গছৰ বৰ্নান, গেৰুৱা বস্ত্ৰধাৰী ভিক্ষুৰ দল, আদহীয়া কথকী গৃহস্থ আৰু তেওঁৰ যুৱতী পত্নী, সকলোৰেই ব্ৰহ্মৰ বিভিন্ন প্ৰতিবিম্ব—পূৰ্ণ ব্ৰহ্মৰ প্ৰতিবিম্ব।

গৌতম মন্দিৰলৈ ঘূৰি আহিল। এটা গাঁত খান্দি চৌকা সাজিলে। আৰু এটা বাচনত চাউল বহাই দিলে। সন্মুখত নৈখন এন্ধাৰে ঢাকি ধৰিছিল। জোনটো মেঘৰ মাজত লুকাই আছিল। বতাহত কোমল ফুলৰ মিঠা সুবাস। চাৰিওপিনে এক অদ্ভুত নিস্তব্ধতা। হঠাৎ তেওঁ পদধ্বনি শুনিলে। এন্ধাৰত যেন কোনোবাই মিঠাকৈ হাঁহিলে। আকৌ শূন্যতা বিয়পি পৰিল। খহটা বেৰখনত আউজি গৌতম বহি আছিল। চোতালৰ দুৱাৰেদি কোনোবাই জুমি চালে। এন্ধাৰত গৌতমে ধৰিব নোৱাৰিলে। কাৰণ তেতিয়াও চাৰিওফালে ডাৱৰে আৱৰি আছিল।

"তুমি কোনহে ভাই? এন্ধাৰত অকলে বহি আছা?" তলৰপৰা কোনোবাই সুধিলে।

"মই", গৌতমে উত্তৰ দিলে।

"বাৰু বৰ ভাল কথা। পিছে, তোমাৰ জানো কোনো নাম নাই?"

"মই"ৰ কোনো নাম নাথাকে, মোৰ জন্ম আত্মাৰ পৰা। আত্মাৰ জানো নাম থাকে?

সেই পিনৰপৰা কোনো উত্তৰ নাহিল। গৌতম নিৰাশ হ'ল। খন্তেক মৌন হৈ থকাৰ পাছত তেওঁ আপোন মনে ক'বলৈ ধৰিলে—"এইবাৰ যেতিয়া মই জন্ম ললোঁ, শ্ৰাৱস্তীৰ পণ্ডিতসকলে মোৰ জন্ম পত্ৰিকা তৈয়াৰ কৰি মোৰ নাম গৌতম নীলাম্বৰ থলে।"

"নীলা আকাশৰ গৌতম, পৃথিৱীলৈ নামি আহাঁ।" অপৰিচিতে ক'লে।

"পৃথিৱীখন সেমেকি আছে। তুমিনো ওপৰলৈ নাহা কিয়?"

"ওপৰ, তল—এই পাৰ্থক্যৰ সৃষ্টি মানুহৰ। তুমি জানা জানো যে তুমি যাক ওপৰ বুলি ভাবিছা, সি পাতালতকৈও তল হ'ব পাৰে?"

"তুমি 'ভাগৱত নেকি?" গৌতমে তলেদি জুমি নোচোৱাকৈয়ে প্ৰশ্ন কৰিলে।

"কোনো প্ৰশ্নৰে অন্তিম উত্তৰ দিয়া সম্ভৱ নহয়।" কণ্ঠস্বৰে ক'লে।

"দেহি ঐ! নিশ্চয় এওঁ কোনোবা বলিয়া জৈন সন্ন্যাসী"—গৌতমে ভাবিলে। আজি-কালি পাটলিপুত্ৰৰ ৰাজপৰিয়ালে জৈন পণ্ডিতসকলক মূৰত তুলি ৰাখিছে। নহলে এওঁ কোনোবা বৌদ্ধ বিদ্বান। শাক্যমুনি গৌতম সিদ্ধাৰ্থই এই বুদ্ধিজীৱী অনুগামীসকলৰ সৈতে তৰ্ক-বিতৰ্ক কৰি বৰ ৰং পায়। এই বুদ্ধিবাদী লোকসকলেৰে হাবি-বননিবোৰ ভৰি পৰিছে। ইয়াত এই কু-তাৰ্কিক, সন্দেহবাদী আৰু নাস্তিকসকলক বাদ-বিবাদ কৰা দেখা যায়। বিগত শতাব্দীত কপিলাবস্তুৰ ৰাজকুমাৰে প্ৰাসাদ ত্যাগ কৰি অৰণ্যত আশ্ৰয় লৈছিল। তেওঁৰ সময়ত বাষষ্ঠি ৰকমৰ মত-মতান্তৰ বিভিন্ন শাখাৰ সৈতে প্ৰচলিত হৈ আছিল, মত-মতান্তৰৰ এই যুগব্যাপী সাম্ৰাজ্যত শাক্যমুনি সিদ্ধাৰ্থয়ো নিজৰ এখন নতুন সাম্ৰাজ্য স্থাপন কৰি লৈছিল। বাষষ্ঠিটা বিভিন্ন দৃষ্টিভংগী! ...আৰু এটি মাত্ৰ জীৱন! আৰু এজন অকলশৰীয়া মানুহ।

"তুমি কোনহে অপৰিচিত?" তেওঁ আকৌ সুধিলে। তেওঁৰ অজ্ঞাত ভয় আকৌ উলটি আহিল।

"নাম মাথোঁ কিছুমান ধ্বনিৰ সমষ্টি, ভাই গৌতম!" —উত্তৰ পালে।

"যি মানুহে মোক অপৰিচিত বুলি ভাবে, তেওঁলোকে মোক হৰিশঙ্কৰ বুলি মাতে, কিন্তু তেওঁলোক কেৱল মোৰ নামৰ দ্বাৰাহে পৰিচিত।"

"এই ঠাইত তুমি নৱাগত নেকি?" এই প্ৰশ্ন শুনি অপৰিচিত হঠাৎ নীৰৱ হৈ পৰিল। তাৰ পাছত ক'লে—"বৰ্ত্তমান মই উত্তৰ-পশ্চিম ফালৰ পৰা আহিছোঁ।"

"তুমি ক'ত পঢ়িছিলা?"

"তক্ষশিলাত।"

"তক্ষশিলা? তালৈ যাবলৈ মোৰ বৰ মন যায়।" গৌতমে ক'লে।

"যাবলৈ নেপালেও তুমি দুঃখ নকৰিবা।"

"তোমাৰ শিক্ষা শেষ হ'লনেকি, হৰিশঙ্কৰ?"

"এৰা, মই নৈৰ পথেদি এক সুদীৰ্ঘ যাত্ৰালৈ ওলাইছিলোঁ। মই মথুৰালৈ গলোঁ। ব্ৰহ্মাবৰ্ত্তত হস্তিনাপুৰৰ ভগ্নাৱশেষ চালোঁ। নিজৰ নাৱত বহি সুদূৰ পূবলৈকো গলোঁ। সকলো ঠাইতে সময়ে মোৰ পিছ লৈছিল। গৌতম, মোৰ বোধেৰে সময় অতি ভয়ানক বস্তু। তুমি বাৰু কেতিয়াবা সময়লৈ ভয় কৰিছানে?"

"তুমি গৌতম বুদ্ধক বিশ্বাস কৰানে?" গৌতমে দীঘল এটা উশাহ লৈ সুধিলে।

"কৰোঁ। কিয় তুমিও সংঘৰ সভ্যনেকি?" এইবুলি প্ৰশ্ন কৰি এজন সুন্দৰ যুৱক চোতালেদি মন্দিৰৰ অলিন্দলৈ আহিল। তৰ্কৰ আনন্দত মত্ত হৈ তেওঁ খৰমযোৰ এফালে থৈ অলিন্দত বহি পৰিল। "তুমি ইয়াত ক'ৰবাত কাশী-বাসীত পঢ়া নহয়?" তেওঁ গৌতমৰ বগা সাজযোৰ দেখি সুধিলে।

"শ্ৰাৱস্তীৰ গুৰুকুলত মোৰ এইটোৱেই শেষ বছৰ।" তেওঁ অলপ গৰ্ব্বেৰে উত্তৰ দিলে—"কাশীৰ পাঠশালাবোৰে কেৱল মহাপণ্ডিতহে তৈয়াৰ কৰে।"

"তোমাৰ জীৱনৰ উদ্দেশ্য কি, ভাই গৌতম নীলাম্বৰ?" অপৰিচিত জনে প্ৰশ্ন কৰিলে।

"এই এন্ধাৰৰ পৰা ওলাই তুমিও মোক এইটো প্ৰশ্নকে কৰিবলৈ আহিছা?" গৌতম বিৰক্ত হ'ল।

বাহিৰত তেতিয়া শীতল বতাহ বলি আছিল।

জোনৰ ক্ষীণ পোহৰত গৌতমে নতুন লগৰীয়াজনক ভালকৈ চাই ললে। তেওঁৰ এই শুৱনি চেহেৰা গৌতমৰ অতি চিনাকি যেন লাগিল।

এই চেহেৰা বাৰু আগতে মই ক'ত দেখিছোঁ? তেওঁ ভাবিলে। যদি তেওঁ নিজৰ কেঁকোৰা চুলিকোছা খুৰাই পেলায়, হয়তো তেওঁকো আন মানুহ যেন লাগিব।

"তুমি দেখোন মূৰ খুৰুৱা নাই, কেনে ধৰণৰ ভিক্ষুহে? নিজৰ সংঘৰ নিয়ম মানি নচলানেকি?"

"মই স্বাধীন। আৰু এতিয়া অধিক স্বাধীনতাৰ সন্ধানত ওলাইছোঁ।" ইয়াকে কৈ ভিক্ষুৱে অদূৰৰ অযোধ্যাৰ পোহৰবোৰ চাবলৈ ধৰিলে।

—"তেন্তে তুমি বেদ বিশ্বাস নকৰা?" অলপ সময়ৰ পাছত গৌতমে সুধিলে।

এইবাৰ সুযোগ আহিছে যেতিয়া গৌতম সিদ্ধাৰ্থৰ মেধাবী শিষ্যৰে সৈতে বিধিমতে এজাউৰি গধুৰ তৰ্ক আৰম্ভ কৰা যাওক, তেওঁ ভাবিলে।

"শাক্যমুনিও যে এই কোশল দেশৰে অধিবাসী আছিল। ত্যাগৰ দৰ্শন আৰু তোমাৰ সমস্ত পৰিভাষা উপনিষদত থুপ খাই আছে। কপিলৰ দাৰ্শনিক

দৃষ্টিকোণৰ দ্বাৰা শাক্যমুনিও প্ৰভাৱিত হৈছিল। চিন্তাৰ ৰাজ্যত কোনো বস্তুকেই শুদ্ধ ৰূপত দেখা পোৱা নাযায়।"

হঠাৎ তেওঁৰ মনত পৰিল গাঁৱৰ সেই গৃহস্থজনে কোৱা ঘৰ-বাৰী এৰি অৰণ্যত আশ্ৰয় লব খোজা অযোধ্যাৰ ৰাজকুমাৰী গৱাকীৰ কথা।

"আজি-কালিৰ ছোৱালীবোৰেও এই মতবাদ বিশ্বাস কৰে।" তেওঁ অলপ খঙেৰে কথাষাৰ ক'লে।

—হৰিশঙ্কৰে হাঁহিলে।

"হাঁহিছা কিয়? চোৱা তোমাৰ আনন্দৰ কাৰণে কি হৈছে?" গৌতমে খঙেৰে ক'লে।

"তুমি লাহে লাহে নিজেই বুজিব পাৰিবা।" ভিক্ষুৱে লাহেকৈ উত্তৰ দি শুই পৰিল।

"তুমি পলাইছা কিয়?"—গৌতমে আকৌ প্ৰশ্ন কৰিলে।

"তুমিনো কাক বিচাৰিছা?" হৰিশঙ্কৰে সুধিলে।

"ইমান অহঙ্কাৰ ভাল নহয় দেই হৰিশঙ্কৰ। অহঙ্কাৰী ব্যক্তিয়ে সকলো সময়তে অহমিকাত আচ্ছন্ন হৈ প্ৰকৃত পথৰ সন্ধান উলিয়াব নোৱাৰে।

"বাজে কথা।" হৰিশঙ্কৰে ক'লে।

"তুমি পানিনি পঢ়িছা?" গৌতমে খুব জোৰ দি ক'লে—"কথা আৰু শব্দৰ সীমা ভেদ নকৰিলে তুমি কেতিয়াও কোনো ৰহস্য ভেদ কৰিব নোৱাৰিবা।"

"শব্দৰ সীমা ভেদ কৰিলে শব্দৰ অৰ্থও সলনি হয়। অৰ্থ বিচাৰি বিচাৰি আমি কোনখিনি পালোঁহি চোৱাঁ।"

"শব্দ শাশ্বত!" গৌতমে উত্তৰ দিলে. "শব্দ ঈশ্বৰ। 'ওম'ৰ তিনিটা আখৰ আৰু সা-প-সাৰ তিনিটা সুৰৰ মাজত সৃষ্টিৰ সম্পূৰ্ণ অস্তিত্ব নিহিত হৈ আছে। ধ্বনি আকাশৰ এটা গুণ বা ধৰ্ম। ঋষি গৌতমে কি কৈছিল জানা? তেওঁ কৈছিল, ধ্বনি যদি শাশ্বত হয়, তেন্তে মুখৰ পৰা ওলোৱাৰ আগতে শব্দ শুনা উচিত, কিয়নো আকাশ আৰু আমাৰ কাণৰ মাজত মহাশূন্যৰ বাহিৰে কোনো বাধা নাই।"

"তুমি কেনেকুৱা দাৰ্শনিকহে, যি শব্দক বিশ্বাস নকৰা? শব্দ সেতু। ইয়াৰ অবিহনে তুমি বিশুদ্ধ বিচাৰৰ কাষ চাপিবা কেনেকৈ? ধ্বনি শব্দৰ প্ৰাকৃতিক গুণ। বস্তু পদাৰ্থ শাশ্বত আৰু সিয়েই ব্ৰহ্ম।"

"সময়ক চিৰন্তন বুলি ভাবি তোমালোকে বৰ গোলমালৰ সৃষ্টি কৰিছা। হৰিশঙ্কৰে সহজভাবে ক'লে।

"আচৰিত কথা তুমি এতিয়াও বেদান্ত লৈ ব্যস্ত? আৰু আগুৱাব পৰা নাই?"

"যি সকলোৰে শেষ। তাৰ আগত কোন যাব পাৰে? এই প্ৰশ্নৰ উত্তৰ

তুমি জনা উচিত।"—হৰিশঙ্কৰে উত্তৰ দিলে। "পৰমাত্মা আৰু জীৱাত্মাৰ কাৰণ হৈছে দ্বৈত। শব্দ আৰু অশব্দ দুয়ো বেলেগ বেলেগ ব্ৰহ্ম। শব্দক স্বীকাৰ কৰিলেহে অশব্দক প্ৰকাশ কৰিব পৰা যায়।

"সেই অ-শব্দ মই নিজেই," হৰিশঙ্কৰে ক'লে।

গৌতম মনে মনে থাকিল।

"কাম আৰু কাৰণৰ নিয়ম নিজৰ ভিতৰতে আছে। কোনো এটা বস্তু আন কোনো এটা বস্তুৰ নিচিনা নহয়। নিজৰ ক্ষণিক অস্তিত্বৰ বাহিৰে কোনো বস্তুৰে আন কোনো বস্তুৰ সৈতে সম্বন্ধ নাই। সকলোৱেই খন্তেকীয়া আৰু সকলো দুখ বিপত্তি—"সৰ্ব দুখং দুখম।"—হৰি শঙ্কৰে ক'লে, "শৰীৰ আৰু আত্মা দুয়ো নশ্বৰ। দুয়ো একত্ৰিত হলেও কোনো শাশ্বত অস্তিত্বই জন্ম নলয়। আত্মা শাশ্বত নহয়। মনুষ্য মাত্ৰেই বস্তিৰদৰে নুমাই যায়। মাথোঁ ঘটনা আৰু চিন্তাৰ ক্ৰম বৈ যায়।......শুনিছা নেকি তুমি গৌতম?"

"নাই শোৱা, কৈ যোৱা।"

"সঙ্গীত নগৰী অযোধ্যাত এজনী ছোৱালী আছিল। তেৱোঁ মোক শাশ্বত সত্তাত বিশ্বাস কৰিবলৈ বাধ্য কৰিব খুজিছিল। সুৰৰ মাধুৰ্য্যৰে তেৱোঁ সমস্ত পৃথিৱী আৰু ব্ৰহ্মাণ্ডক বান্ধি পেলাইছিল।"

"তুমি গীত আৰু শব্দক অস্বীকাৰ কৰিছা। চাবা, শেষ পৰ্য্যন্ত শাশ্বত থাকিবই। স্বৰ অটল," গৌতমে ক'লে।

"মই যেতিয়া উত্তৰ কোশলৰ সীমালৈ ঘূৰি গ'লোঁ তেতিয়া গুপ্ত স্থানৰ সীমা-ৰখীয়াই মোক চিঞৰি সুধিলে, তুমি ক'ৰপৰা আহিছা?"

"মই ইয়াৰপৰা গৈছিলোঁ আৰু ইয়ালৈকে উলটি আহিছোঁ।" মই উত্তৰ দিলোঁ।

ৰখীয়াটোৱে লগৰীয়াটোক ক'লে, "কোনোবা দাৰ্শনিক যেন লাগিছে।"

কথাষাৰ কৈ সিহঁত দুয়ো কড়ি খেলাত আকৌ নিমগ্ন হৈ পৰিল।

"বৰ বিচিত্ৰ এই জীৱন ভাই গৌতম", শঙ্কৰে ক'বলৈ ধৰিলে, "জীৱন কিমান ডাঙৰ। দেশ, চহৰ, গাঁও নগৰ কত ভাগত বিভক্ত—এই জীৱন! নানা লোক নানা ভাষা। কত বিচিত্ৰ ধ্বনি। মই শুনিছোঁ, সকলো ধ্বনিয়েই মোক খেদি ফুৰিছে। মই য'লৈকে গৈছোঁ—তালৈকে মোৰ পিছ লৈছে। শেষত তক্ষশিলালৈ গৈ মই এইবোৰৰ পৰা উদ্ধাৰ পাইছোঁ। ইয়ালৈ আহি আকৌ সেই ধ্বনি সেই স্বৰ মোৰ কাণত বাজিছে। তুমি শব্দ আৰু ধ্বনিৰ কথা কৈছা। মোক সোধা।..মই জানো। আচলতে এইবিলাক বেলেগ বেলেগ ঠাইৰ প্ৰভাৱ। ঠাই বোলোঁতে মানুহৰ দ্বাৰা নিৰ্মিত এটা গোষ্ঠী বা লোকালয়, যাক গাঁও, নগৰ বা চহৰ বোলা যায়—মই তাকেই বুজাইছোঁ, তাৰ বাহিৰে আন একো নহয়। সৰ্ব দুখং দুখং।"

গোতমে থৰ হৈ শুনিবলৈ ধৰিলে। "পবিত্ৰ সৰযু! ঋগ্বেদত বৈ থকা নদী মোৰ আই! আজি নিশা মই অবাক হৈ তোমাক দেখিছোঁ, অযোধ্যা! তোমাৰ পোহৰৰ বন্তিগছ আৰু কিমানদিন জ্বলিব? অযোধ্যা অজৰ, ব্ৰহ্মাৰ নগৰ, যাক কোনেও জিনিব নোৱাৰে। হে অযোধ্যা! তোমাৰ ঐশ্বৰ্য্যও অস্থায়ী নেকি? কোনো বস্তুৱেই স্থায়ী নহয় নে কি? ঘৰত মোৰ আই-বোপাই, মোৰ চেনেহৰ ভনী আৰু মোৰ আত্মীয়স্বজনে মোলৈ বাট চাই আছে। ৰামে চৈধ্যবছৰ বনবাসৰ পাছত উলটি অহাৰ বচন দিছিল। ময়ো উলটি আহিছোঁ। মই কাকো কথা দিয়া নাই। কিন্তু গোতম সিদ্ধাৰ্থই মোক কথা দিয়াৰ বন্ধনৰ পৰা মুক্ত কৰিছে।" শঙ্কৰ উদাস হ'ল।

বাহিৰত বৰষুণ। বতাহত চাকিটো নুমাই গ'ল। শঙ্কৰে ইটাৰ ওপৰতে মূৰটো থলে। গোতমে বগা চাদৰখন গাত লৈ বেৰৰ ফালে বাগৰ সলালে। চাৰিওপিনে এন্ধাৰ। ঠাণ্ডা বতাহ, দুয়োজনৰে টোপনি আহিল। সেই নিশা গোতমে এটা অদ্ভুত সপোন দেখিলে, মন্দিৰৰ কুঠৰীৰ পৰা চণ্ডীদেৱী গোৰীৰূপত জন্ জন্ শব্দ কৰি বাহিৰলৈ ওলাই আহিল। লাহে লাহে তেওঁ নদীৰ ঘাটত বহি থকা সেই হালধীয়া শাড়ী পিন্ধা ছোৱালীৰ ৰূপলৈ সলনি হৈ গ'ল। ইয়াৰ পাছত আকৌ তেওঁক বিভিন্ন ৰূপত দেখা গ'ল। আকৌ চকুৰ পচাৰতে এজনী বুঢ়ী মানুহ, তেওঁৰ চেহেৰা কালী গোসাঁনীতকৈও ভয়ানক। আঁঠু কাঢ়ি তেওঁৰ মূৰ শিতানত বহিল আৰু চিঞৰি চিঞৰি কান্দিবলৈ ধৰিলে, "মোৰ আই, মোৰ আই, আই!" গোতমে কাকুতি কৰি মাতিলে। কিন্তু বুঢ়ী মানুহজনীয়ে দাঁত নিকটাই উত্তৰ দিলে, "মই তোমাৰ মাৰা নহওঁ। মই যে বৈশালীৰ...।' তেওঁৰ কথা শেষ হোৱাৰ আগতে গছৰ ডালৰ পৰা এটা বেল ধুপ্ কৰে চোতালত সৰি পৰিল। ফলত গোতমৰ টোপনি ভাঙিল। শঙ্কৰ বৰ নিচিন্ত মনেৰে শুই আছিল। বৰষুণ এৰিল। নদীৰ পাৰত শৱদেহ দাহ কৰিবলৈ চণ্ডালে লৈ গৈছে। তেওঁ ততাতৈয়াকৈ মন্ত্ৰ মাতিবলৈ আৰম্ভ কৰিলে। ভালেমান সময়ৰ পাছত তেওঁৰ আকৌ টোপনি আহিল।

দোক্ মোকালিতে শঙ্কৰৰ টোপনি ভাগিল, গোতম তেতিয়া চণ্ডীপাঠত মগ্ন। সন্মুখৰ ঘাটত ব্ৰাহ্মণে স্নান কৰিছিল। আমৰ বাগানত নানা চৰাইৰ কলৰৱ। পূজা পাঠ শেষ কৰি গোতম বাহিৰলৈ ওলাল। তেওঁক দেখি শঙ্কৰে মিচিকিয়াই হাঁহিলে। হঠাৎ গোতমে তেওঁক সুধিলে, "বৈশালীতনো কোন আছে?"

শঙ্কৰে উত্তৰ নিদি হাঁহিবলৈ ধৰিলে। অবাবত হাঁহি দেখি গোতমৰ তেওঁলৈ খং উঠিল। দুয়ো মন্দিৰৰ খট্‌খটী পাৰ হৈ হাবিৰফালে আগ বাঢ়িল।

"তুমি এতিয়া শ্ৰাৱস্তীলৈ উলটি যাবা নে কি?" শঙ্কৰে সুধিলে।

"এৰা, তুমিও মোৰ লগত ব'লা, শাওণ মাহত তুমি আমাৰ আশ্ৰমত থাকিব পাৰিবা।"

"মোৰ পথ অতি কণ্টকপূৰ্ণ। মোৰ এই পথলৈ তুমি নাহিবা গৌতম, মই তোমাক সাৱধান কৰি দিছোঁ।"

"এটা সংকীৰ্ণ পথত দুজন বাটৰুৱা মুখামুখি হলে, এজনে আঁতৰি দিবই লাগিব। নহলে দুয়োজন খালত সৰি পৰাৰ ভয় থাকে, নহয় জানো?" গৌতমে সুধিলে। "এৰা", শঙ্কৰে উত্তৰ দিলে।

তেওঁলোক দুয়ো শ্ৰাৱস্তীৰ ফালে যাবলৈ ধৰিলে।

আকাশত ডাৱৰে ছানি ধৰিছিল। বতাহত কেঁচা কলিবোৰৰ গোন্ধ বিয়পি পৰিছিল। গধূলি তেওঁলোক গাঁও এখনত সোমাল। আৰু দুয়ো গৈ এটা কুঁৱাৰ পাৰত বহিল। মুহূৰ্ত্তৰ ভিতৰতে দুজন বিদ্যাৰ্থী অহাৰ বাৰ্তাৰ গাঁওখনত বিয়পি পৰিল।

শঙ্কৰ চকু মুদি বহি আছিল। এজনী সুন্দৰী যুৱতীয়ে দুটা ধুনীয়া ম'ৰা-চৰাইৰ পাখি উপহাৰ দিবলৈ আহিল। গৌতমে যুৱতীৰ হাতৰ পৰা এটা পাখি ললে আৰু লুটিয়াই বগৰাই চাবলৈ ধৰিলে। মনতে ভাৱ হ'ল এইবোৰ নানা নগৰ নানা গাঁৱলৈ পঠোৱা হ'ব? মই এই পাখি ছুইছোঁ, ইয়েই হয় তো অযোধ্যাৰ বজাৰত বিক্ৰী হ'ব। হয়তো সেই চম্পাফুল বেচা ছোৱালীজনীয়ে ইয়াক কিনি লব। অলপ সময়ৰ পিছত তেওঁ পাখিটো ঘূৰাই দিলে, "বিলাসৰ সামগ্ৰী লোৱাৰ আমাৰ অধিকাৰ নাই। বনৰ শোভা পাই থকা ম'ৰাৰ পাখি চাইহে আমি তৃপ্তি পাওঁ"—তেওঁ ক'লে। ছোৱালীজনীয়ে পাখিডাল তুলি ললে। সেৱা কৰিবৰ কাৰণে আঁঠু কাঢ়িলে।

"তোমাৰ নাম সুজাতা নহয় জানো?" গৌতমে তেওঁক হাঁহি হাঁহি সুধিলে আৰু শঙ্কৰলৈ চালে, তেওঁ এতিয়াও চকু মুদি বহি আছে।

"নহয় মোৰ নাম নন্দ বালা, সুজাতা মোৰ বাইদেউ।" ছোৱালীজনীয়েও সৰল-ভাৱে উত্তৰ দিলে। তাৰ পিছত কুৱাঁৰ কাষেদি নামি গাঁৱৰ ফালে খোজ ললে।

"গৌতম, প্ৰত্যেক যুগতে, পথৰ চুকে-কোণে তুমি কোনোবা নন্দবালাক পাবা—পাবা কোনোবা সুজাতাক। তেওঁ তোমাৰ ওচৰলৈ আহি তোমাৰ সান্নিধ্য বিচাৰিব। এতিয়াও সময় আছে, চকু মেলি চোৱা"—হৰিশঙ্কৰে ক'লে।

ৰাতিপুৱা তেওঁলোকে আকৌ যাত্ৰা আৰম্ভ কৰিলে। শ্ৰাৱস্তীলৈ আৰু বেছি দূৰ নাই। শিৰীষ বন শেষ হোৱাৰ পাছত নগৰখন আৰম্ভ হ'ল। হঠাৎ বাটতে বৈ হৰিশঙ্কৰে গৌতমক সম্বোধন কৰিলে, "হেৰা গৌতম, বৈশালীত এজনী অম্বপালী আছিল। তেওঁ আৰু চম্পক, সুজাতা আৰু নন্দবালা—সকলো একেই। নিজৰ মনক বিকাৰমুক্ত কৰা।"

হঠাৎ হৰিশঙ্কৰ ঠেক বাটটোৰ পৰা নামি শিৰীষবনৰ ফালে গুচি গ'ল। গৌতমে তেওঁক চিঞৰিবলৈ ধৰিলে, তেওঁ অৰণ্যৰ মাজত অদৃশ্য হৈ পৰিল!

## ২

ৰাপ্তী নদীৰ পাৰত অৱস্থিত শ্ৰাৱস্তী নগৰ। ই দূৰ দূৰণিলৈকে বিয়পি আছিল ইয়াৰ উত্তৰফালে হিমালয়। হিমালয়ৰ নামনিত সেউজীয়া খেতি পথাৰবোৰ বতাহত লহপহাই থাকে। ছবিৰ নিচিনা ধুনীয়া শ্ৰাৱস্তী নগৰ।

দূৰদূৰণিৰপৰা ইয়াত বসবাস কৰিবলৈ মানুহ আহে। শিল্পী, সোণাৰী, তাঁতী, ৰথচালক, কুমাৰ, বাঢ়ৈ আদি লোকসকল নগৰৰ এটা চুকত আছিল। নগৰৰ বাহিৰত চণ্ডাল সকল থাকে—তেওঁলোকক সমাজত আটাইতকৈ হীন বুলি ভবা হৈছিল। তেওঁলোকৰ ভাগ্যত শৱদেহ দাহ কৰাৰ বাহিৰে কোনো কাম নুজুটিছিল। নগৰপতিৰ আদেশ আছিল—তেওঁলোকে ভঙা কাঁহী-বাটিত খাব আৰু ফটাছিটা কাপোৰ পিন্ধিব। আইনাৰ অলঙ্কাৰৰ বাহিৰে আন একো পিন্ধিব নোৱাৰিছিল।

আজিৰ পৰা প্ৰায় সত্তৰ আশী বছৰৰ আগতে কপিলাবস্তুৰ পৰা শাক্য মুনি শ্ৰাৱস্তীলৈ আহিছিল।

তেওঁ কৈছিল মানুহৰ জীৱনত কৰ্মই প্ৰধান। কৰ্মই মানুহক ম্লেছ বা শূদ্ৰ শ্ৰেণীভুক্ত কৰে—জন্মই নকৰে। সকলো মানুহ সমান। সেইবাবে আজি-কালি গেৰুৱা কাপোৰ পিন্ধা ভিক্ষুসকলেও চণ্ডাল বা শূদ্ৰ বিলাকৰ ওচৰলৈ গৈ সৎ-কৰ্ম কৰাৰ উপদেশ দিয়ে।

মৌন ব্ৰতধাৰী ব্ৰাহ্মণৰ দৰে গোটেই বছৰ নীৰৱে থাকি বাৰিষা অহাৰ লগে লগে ভেকুলীবোৰে টোৰটোৰাবলৈ আৰম্ভ কৰিছে। সমুখৰ পুখুৰীৰ পৰা ক্ৰমাৎ সিহঁতৰ চিঞৰ-বাখৰ আহি গৌতমৰ কাণত পৰিছে।

গৌতমে কিতাপখন জপাই থৈ সমুখৰ ফালে চালে। বাহিৰত অবিৰাম বৰষুণ দিছিল। মেঘে গাজিছিল। ম'ৰা চৰায়ে চালি ধৰিছিল। পাপিহা চৰাইৰ কলৰৱ চৌদিশে বিয়পি পৰিছিল, এই গোটেই পৰিৱেশটোৱে ঋগ্বেদত চিত্ৰিত হোৱা বৰ্ষাকালৰ ছবিখন জীৱন্ত কৰি তুলিছিল। তেওঁ কুটীৰৰ অলিন্দত বহি শাওণৰ মাহটোক গভীৰভাৱে অনুভৱ কৰিছিল। অদূৰত অশোক বনৰ মাজত তেওঁৰ আশ্ৰম, নৈৰ পাৰৰ জুপুৰিবোৰত বিদ্যাৰ্থী সকল থাকে। নিজৰ গুৰুৰ ওচৰত গৌতমে আচাৰ্য্য পদৰ বাবে বহুদিনৰ পৰা পঢ়ি আছিল। নাটক লিখাত আৰু চিত্ৰকলাত গৌতমৰ বিশেষ যে ৰুচি আছে গুৰুৱে সেই কথা লক্ষ্য কৰিছে। গৌতমে ইচ্ছা কৰিলে ইন্দ্ৰপ্ৰস্থলৈ গৈ পাঞ্চালীৰ সৈন্য বিভাগত চাকৰি কৰিব পাৰিলেহেঁতেন, কিন্তু তেওঁ স্থিৰ কৰিছিল, অধ্যয়ন শেষ কৰি তেওঁ নাটক লিখিব, চিত্ৰকলা বিষয়ক কিতাপ লিখিব আৰু ছবি আঁকিব।

অখিলেশ ৰাজনীতিৰ ছাত্ৰ। কেইদিন মানৰ আগতে তেওঁ তক্ষশিলাৰ পৰা

উভতি আহিছে। গৌতমৰ কুটীৰত কেইজনমান যুৱকৰ লগত তৰ্ক আৰম্ভ কৰি দিছে।

"কথাটো ঠিক লগা নাই।" অখিলেশৰ কথাৰ মাজত বিজ্ঞৰদৰে যোগেন্দ্ৰই ক'লে, "পাটলিপুত্ৰৰ চৰকাৰে অযথা বহু টকা খৰছ কৰিছে...।"

"সেনা বাহিনীৰ বাবেও বহুত খৰছ কৰিছে"—গুণবৰ্মাই ক'লে। "দেশ উজাৰ হৈ গৈছে, তুমি ভাবিছানেকি যে প্ৰজা মনে মনে থাকিব ?"

"মহাৰাজ ধনানন্দ"—শ্ৰাৱস্তীৰ মূৰ্ত্তিকাৰ বিমলেশ্বৰে মুখ ভেঙুচাই ক'লে, "জ্বালামুখীৰ মুখত বহি আছা।" এইবাৰ তেওঁ অখিলেশৰ ফালে চালে। "তুমি সেই চাণক্যৰ কথা কি কৈছিলা ? তুমি তেওঁক লগ পাইছানেকি ?"

"কেইবাবাৰো, তক্ষশিলাত।"

তক্ষশিলাৰ পৰা অহা ছাত্ৰ সকলক সকলোৱে সমীহ কৰিছিল। অখিলেশৰ মুখত তক্ষশিলাৰ নাম শুনা মাত্ৰকে সকলোৰে চকু তেওঁৰ ওপৰত পৰিল। তেওঁ তেওঁলোকক চাণক্যৰ বিষয়ে কৈছিল।

গৌতম এওঁলোকৰ মাজত থাকিও নথকাৰ দৰে আছিল। এটা চুকত চুপচাপ বহি আছিল।

"মগধবাসী সকলে কাজিয়া কৰি বৰ ভাল পায়"—যোগেন্দ্ৰই ক'লে।

"মগধৰ সৈতে আমাৰ কেতিয়াও সন্ধি হ'ব নোৱাৰে"—বিমলেশ্বৰে ক'লে।

"সমগ্ৰ দেশত ব্ৰাহ্মণ আৰু ক্ষত্ৰিয়ৰ ৰাজত্ব।" অখিলেশে আকৌ ক'বলৈ ধৰিলে, "সুদূৰ সিন্ধুলৈকে ব্ৰাহ্মণে ৰাজত্ব কৰিছে যদিও মগধ কেতিয়াও সম্পূৰ্ণভাৱে ব্ৰাহ্মণৰ হাতলৈ অহা নাই। মগধৰ উচ্চ জাতিবোৰকো আমি কোশলবাসীয়ে কেতিয়াও ওখ বুলি ভবা নাই। তাৰোপৰি আমি এইটো কেনেকৈ পাহৰিম যে অজাতশত্ৰুৰ নাতিয়েক মৰাৰ পাছত তাত শূদ্ৰৰ মুদ্ৰা প্ৰচলন কৰা হৈছিল। মগধখন হৈছে শূদ্ৰৰ বংশ আৰু নিম্ন বৰ্ণৰ যোদ্ধাসকলৰ দেশ।"

"মগধৰ নতুন ৰাজধানী গিৰিব্ৰজ ৰাজগীৰতকৈ অধিক মনোমোহা"—গুণবৰ্মাই ক'লে।

"সেইটোনো কিমানদিনৰ কথা ? কুশীনগৰ, বৈশালী আৰু শ্ৰাৱস্তী কোশলৰ সৈতে অজাতশত্ৰুৰ বিৰুদ্ধে সংগঠিত হৈছিল। সেইসময়ত মগধৰ মন্ত্ৰীসকলে সেই আক্ৰমণ ৰোধ কৰিবৰ কাৰণে পাটলিগ্ৰামৰ চাৰিওফালে প্ৰাচীৰ গঢ়ি তুলিছিল। অজাতশত্ৰুৰ নাতি উদয়ে কুসুমপুৰৰ ভেটি স্থাপন কৰাটো আজিৰ কথা যেনহে লাগে। কিন্তু আজি সেই কুসুমপুৰ এনেকুৱা শক্তিশালী ৰাজধানী হৈ পৰিছে যে আমি ইমান দূৰত থাকিও সেই ক্ষমতাৰ কাৰণে ভয় কৰোহঁক" বিমলেশ্বৰে ক'লে।

চাকিৰ পোহৰত গৌতমে নিজৰ লগৰীয়া কেইজনক লক্ষ্য কৰিলে। গৌতমে ভাবিলে গৌতম সিদ্ধাৰ্থই দেখোন এই নগৰখনো জুই, বানপানী আৰু যুদ্ধৰ বলি

হ'ব বুলি ভৱিষ্যবাণী কৰিছিল। গাঁওবোৰ এইদৰেই সমৃদ্ধিশালী হয় আৰু এইদৰেই শেষ হৈ যায়। হৃদয়ৰ গাঁও আৰু মানুহৰ গাঁও!

আন এটা চুকত বহি অখিলেশে এটা কোমল বয়সীয়া ল'ৰাক চাণক্যৰ ৰাজনীতি বুজাইছিল। হঠাৎ তেওঁ বিমলেশ্বৰক চিঞৰি ক'লে, "তুমি এতিয়াই মহাৰাজ উদয়ৰ নাম লৈছিলা নহয়?" আকৌ তেওঁ ল'ৰাটোৰ ফালে চালে, "মই এতিয়া তোমাক চাণক্যৰ সাম্ৰাজ্যৰ ৰাজনৈতিক দৃষ্টিকোণৰ বিষয়ে কৈছিলোঁ। দাৰাৰ ইৰাণো এখন সাম্ৰাজ্য। তোমালোকে নাজানা তেওঁৰ সত্তাৰ চক্ৰ এই সময়ত চাৰিওদিশত ঘূৰি ফুৰিছে।"

"সত্তাৰ চক্ৰ?" কুমলীয়া বিদ্যাৰ্থীয়ে সুধিলে। "ইৰাণীসকলে যেতিয়া গান্ধাৰ আক্ৰমণ কৰিলে, তেতিয়া তাৰ ৰজাই বিম্বিসাৰৰ ওচৰলৈ কটকী পঠিয়ালে যে ইৰাণী সাম্ৰাজ্যই সপ্ত-সিন্ধুৰ উত্তৰ-পশ্চিম পিনে নিজৰ কৰ আদায় কৰি আছে। দাৰাই কৈছিল, "মই দাৰায়ূচ। মই সম্ৰাট, ৰজাৰো ৰজা, এই সাম্ৰাজ্যৰ বাদশ্বাহ। যি সাম্ৰাজ্যত অনেক বিচিত্ৰ লোকৰ বসবাস। ইয়াতেই বাস কৰে ইৰাণৰ সন্তান। আৰ্য্য! আৰ্য্যবংশৰ পুত্ৰসকল!" অখিলেশৰ গুৰু-গম্ভীৰ কণ্ঠস্বৰ আচাৰিত ধৰণে গৌতমৰ কুটীৰত ধ্বনিত হ'ল। "বাদশ্বাহ! বাদশ্বাহ!" গৌতমে দোহাৰি ক'লে "এইটো পাৰ্চী শব্দ নেকি?"

"এৰা"—অখিলেশে উত্তৰ দিলে। "দাৰায়ূচৰ প্ৰথম পুত্ৰ অৰ্তখচীজে উত্তৰ পথত অধিকাৰ কৰা এই প্ৰদেশবোৰৰ সম্বন্ধে গৰ্বেৰে কৈছিল, "যি ঠাইত দেৱতাৰ পূজা কৰা হয়, অহুৰ্মজদৰ নিৰ্দেশ পাই সেই ঠাইৰ সমগ্ৰ দেৱ-দেৱীৰ মন্দিৰ ভাঙি মাটিত মিহলাই দিছোঁ।"

গৌতমৰ বুকুখন কঁপি উঠিল। মানুহে মানুহক গ্ৰাস কৰিবলৈ বিচাৰে। অহুৰ্মজদৰ নিৰ্দেশত দেৱতাৰ মন্দিৰবোৰ ভাঙি মাটিত মিহলাই দিয়া হয়।

"অহুৰ্মজদ কোন?"—তেওঁ অখিলেশক সুধিলে।

"ঈশ্বৰৰ ইৰাণী নাম।"

"তেন্তে তোমাৰ এই অৰ্তখচীজে কি কয়?"

"এইটো ৰাজনীতি গৌতম"—অখিলেশে অসন্তোষেৰে ক'লে। এইবাৰ তেওঁ লগৰীয়া সকলৰ ফালে চালে। "কিছুদিন আগতে কিছুমান বেপাৰী পাৰ্চী পোলিচৰপৰা প্ৰাণ লৈ তক্ষশিলালৈ পলাই আহিছিল। তেওঁলোকে কৈছিল যে ইৰাণত ভয়ানক যুদ্ধ হৈছে, যেতিয়াই যৱন ইৰাণৰ দাসত্বৰপৰা মুক্ত হৈছে, ইৰাণী সাম্ৰাজ্য দুৰ্বল হৈ আহিছে। "তোমাক এটা কথা কব খুজিছোঁ"—অখিলেশে গৌতমক ক'লে, "বিষ্ণু গুপ্তই মোক তক্ষশিলাত কৈছিল যে আমাৰ দেশতো চাৰিওফালে সীমাবদ্ধ এখন সাম্ৰাজ্যৰ প্ৰয়োজন। এখন শক্তিশালী সাম্ৰাজ্য। পাৰ্চী পোলিচৰ বেপাৰীয়ে কয় যে—ইৰাণৰ 'দাৰায়ূচ তৃতীয়'—বৰ সাহসী সম্ৰাট, কিন্তু তেওঁক যৱনৰ সেনাপতি আলেকজেণ্ডাৰে পৰাজিত কৰিছিল। আৰু

তেওঁ সুদূৰ পশ্চিমৰপৰা বিৰাট সেনা বাহিনী লৈ আহিছিল। আৰু এতিয়া যে সমগ্ৰ ইৰাণেই আলেকজেণ্ডাৰৰ হাতত।" অখিলেশে কথা শেষ কৰিলে।

গৌতমে আচৰিত হৈ শুনি আছিল। "এতিয়া তুমি যাৰ নাম লৈছিলা, তেৱেঁই পাৰ্চীসকলৰ চাৰিচুকীয়া ৰাজ্যৰ অধিপতি আলেকজেণ্ডাৰ নেকি?"

"এৰা, এৰা—তেৱেঁই," অখিলেশে খন্তেক ৰৈ উত্তৰ দিলে।

"অখিলেশ! তুমি ক্ষত্ৰিয় নহয়। ৰাজ্য স্থাপন কৰা আৰু ৰাজ্য ধ্বংস কৰা তোমাৰ কাম। মই তোমাক কি বুজাম?" গৌতমে ক'লে।

"গৌতম!" অখিলেশে চাকিত তেল ঢালি দুয়োৰে মাজত থলে আৰু গৌতমলৈ লক্ষ্য কৰি ক'লে, "কোনো যুদ্ধত ভাগ লব লাগিব বুলিয়েই তুমি যুদ্ধ কৰিবলৈ অস্বীকাৰ কৰিবানেকি?"

"অখিলেশ," তুমি ভাবিছানেকি যে প্ৰজাই গৌতমক ক্ষমা কৰিব?" যোগেন্দ্ৰই চিঞৰি উঠিল। গৌতমে তেওঁলৈ চালে। মগধৰ ৰাজনীতি লৈ আকৌ তৰ্ক-বিতৰ্ক আৰম্ভ হ'ল।

পিছদিনা সন্ধিয়া গৌতমে খিৰিকীৰ কাষত বহি ভোজপত্ৰ পঢ়ি আছিল। এনেতে হৰিশঙ্কৰ আহিল। "ব্ৰহ্মচাৰী! তোমাৰ পৱিত্ৰ কুটীৰৰ ভিতৰলৈ আহিব পাৰোঁনে?"

"আহাঁ, ভাই আহাঁ, ক'ৰপৰা আহিলা?" গৌতমে ভোজ পত্ৰখন সামৰি একাষৰীয়াকৈ থৈ আচৰিত হৈ সুধিলে, "মই ভাবিছিলোঁ তুমি চিৰদিনৰ কাৰণে অদৃশ্য হৈ গলা।" তাৰ পাছত তেওঁ ততাতৈয়াকৈ মজিয়াখন সাৰি হৰিশঙ্কৰক বহিবলৈ পাটী এখন পাৰি দিলে।

"তোমাৰ ইচ্ছাই তোমাক বৰ আমনি দিয়েনেকি গৌতম"—কিছু সময়ৰ পাছত হঠাৎ হৰিশঙ্কৰে প্ৰশ্ন কৰিলে।

"অৰ্থাৎ"?

"অৰ্থাৎ তেজ মঙহৰ ইচ্ছাৰ কথা কৈছোঁ।"

"মই তোমাৰপৰা এটা প্ৰশ্নৰ উত্তৰ বিচাৰিছোঁ হৰিশঙ্কৰ!" গৌতমে লাহে লাহে ক'বলৈ ধৰিলে, "মোৰ অতীতেই যে এনে আছিল, মইনো বাৰু কি কৰিম? মোৰ চাৰিওফালে মাথোঁ তেজেই তেজ আছিল। ইমানবোৰ ৰক্তপাতৰ প্ৰায়শ্চিত্ত মই কেনেকৈ কৰিম? সেই কাৰণেই মোৰ বন্ধুৱে যুদ্ধৰ কথা কৈছে, যদিও মই যুদ্ধ কৰিবলৈ বিচৰা নাই।"

"তুমি যুদ্ধ কৰিবই লাগিব। বিচৰা নিবিচৰাৰ প্ৰশ্ন নুঠে।" তেওঁ পঢ়াত মন দিলে।

বাহিৰত পলাশ গছৰ ছাঁবোৰ দীঘল হৈ আহিছিল। হৰিশঙ্কৰে আৰু কিবা ক'ব বুলি গৌতমে অলপ সময় অপেক্ষা কৰিলে, কিন্তু বিচিত্ৰ এই

ভিক্ষুজন। পুনৰ মৌন হৈ ৰ'ল। গধূলি হ'ল। তেওঁলোক দুয়ো নিঃশব্দে খিৰিকীৰ কাষত থিয় হ'ল।

"জীৱন সম্বন্ধে মোক কিবা কোৱাঁ", গৌতমে অনুনয় কৰিলে।

"তোমাৰ জীৱন মোৰ জীৱনতকৈ বেলেগ। তোমাক মই কি ক'ম?" হৰিশঙ্কৰে ক'লে।

"শান্তি কি মোক বুজাই দিয়া, যুদ্ধ মই নিবিচাৰোঁ, শান্তি বিচাৰোঁ।" গৌতমে কলম উলিয়াই লৈ মাটিত আঁঠু কাঢ়ি বহিল, "তুমি কোৱা, মই মোৰ কিতাপৰ দ্বিতীয় সংস্কৰণত শান্তিৰ বিষয়ে আলোচনা কৰিম।"

"কিন্তু তোমাৰ কিতাপৰ অন্তিম অধ্যায় কোনে লিখিব?"

"ইতিহাস গভীৰ সমুদ্ৰৰ দৰে। তুমি মই দুয়ো সেই সমুদ্ৰত খেৰ-কুটাৰ দৰে ওপঙি আছোঁ। বৰ্ত্তমান আৰু অতীতৰ কথা মই জানো। ভৱিষ্যতৰ কথা কি দৰে কম?"

"সময় নিৰ্দ্ধাৰণৰ প্ৰয়োজন নাই। সকলোবোৰ এটা সপোনৰ দৰে পাৰ হৈ গৈছে আৰু পাৰ হৈ যাব।"

"পাৰ হৈ গৈছে আৰু পাৰ হৈ যাব?" গৌতমে সুধিলে।

"এইটো তোমাৰ নিজৰ সমস্যা।" ভিক্ষুৱে চমু উত্তৰ দিলে।

"অহিংসা কি বন্ধু মোক বুজাই দিয়া।" গৌতমে জেদী শিশুৰ দৰে আকৌ প্ৰশ্ন কৰিলে।

"ব্ৰাহ্মণ হৈ অহিংসাৰ পূজাৰী হ'ব খুজিছা?" হৰিশঙ্কৰে হাঁহি হাঁহি সুধিলে।

"তোমাৰ মনত আছেনে আলাৰে ভাবী বুদ্ধক কি কৈছিল?"

"কি কৈছিল"?

"আলাৰে ভাবী বুদ্ধক কৈছিল, বন্ধু! মই তোমাৰ নিচিনা সাধুৰ সঙ্গ পাই প্ৰসন্ন হৈছোঁ। যি সিদ্ধান্ত আৰু বিদ্যা মই জানো, তাক তুমিও জানা, তোমাৰ জীৱন দৰ্শন যি, মোৰো সেই, মই যি, তুমিও সেই, তুমি যি, মইও সেই। মোৰ অনুৰোধ—আহাঁ, আমি দুয়ো সংঘৰ সম্মিলিত সংৰক্ষক হওঁ হক।" ইয়াকে কৈ গৌতম মনে মনে থাকিল।

অদূৰত খেতিৰ সিপাৰে জুই জ্বলোৱা হৈছিল। গাঁৱৰ মূৰৰ চোতালত সভা বহিছিল, I চাৰণে মহাভাৰতৰ কথা শুনাইছিল। সন্ধিয়াৰ নিস্তব্ধতাত আৰু বতাহৰ প্ৰবল বেগত তেওঁৰ উচ্চ কণ্ঠস্বৰৰ ঢৌ ভাহি আহি গৌতমৰ কুটীৰত খুন্দা খাইছিল। আকৌ নীৰৱতা বিয়পি পৰিল, মাজে মাজে জনতাৰ মাজৰপৰা প্ৰশংসাসূচক ধ্বনি শুনা গৈছিল। তাৰ মাজত চাৰণৰ মাত শুনা গৈছিল।

"সকলো শুনিছোঁ। কত শব্দ, কত বিচিত্ৰ ধ্বনি।" গৌতমে আপোন মনে কৈ হৰিশঙ্কৰক চাবলৈ ধৰিলে।

কোন কাতকৈ শ্ৰেষ্ঠ—ইয়াৰ নিৰ্ণয় কোনে কৰিব? কোনে কাক জয় কৰিলে, কোন কৌৰৱ আছিল, কোন পাণ্ডৱ?

"মগধৰ লগত যদি যুদ্ধ হয়, তেন্তে তুমি যুদ্ধ কৰিবা?" গৌতমে হঠাৎ প্ৰশ্ন কৰিলে।

হৰিশঙ্কৰে উত্তৰ দিলে, "প্ৰত্যেক মানুহৰ কৰ্মই নিজৰ প্ৰকৃতিৰ দ্বাৰা সংঘটিত হয়। তেওঁ স্বাধীন নহয়, এতেকে ইয়াৰ দায়িত্বৰ সৈতেও তেওঁৰ কোনো সম্বন্ধ নাই। আমি মাথোঁ নিজৰ বিচাৰৰ পৰিণামহে।"

হঠাৎ নৈত একেলগে অনেক পোহৰ জিলমিলাই উঠিল। "কাৰোবাৰ বৰযাত্ৰী গৈছে", গৌতম অন্যমনস্ক হৈ পৰিল।

"ব'লা বাহিৰলৈ যাওঁ"—হঠাৎ হৰিশঙ্কৰে প্ৰস্তাৱ কৰিলে।

তেওঁলোক দুয়ো আশ্ৰমৰ উপবনৰ পৰা ওলাই গাঁৱৰ আলিবাট পালেহি। গৌতম মনে মনে শঙ্কৰৰ সৈতে গৈ আছিল। অলপ পিছত তেওঁ উদাস ভাৱেৰে ক'লে, "তুমি অহঙ্কাৰী হৰিশঙ্কৰ; তুমি আনৰ কথা চিন্তা নকৰা। নিজৰ বুদ্ধিৰ বলত নিজৰ অহিত কৰাটোনো কি ডাঙৰ কথা। আনৰ কি হ'ব পাৰে তুমি ভাবি নোচোৱা।"

"আনৰ কি হ'ব পাৰে, মই ভালকৈ জানো"—হৰিশঙ্কৰে সংক্ষিপ্তভাৱে উত্তৰ দিলে, "আহাঁ, সেইফালে গৈ চাওঁ কি হৈছে।"

গৌতম মৌন হৈ পৰিল।

ৰমক জমককৈ সজোৱা নাওবোৰ ইতিমধ্যে নৈ পাৰ হৈ গ'ল। দূৰৈৰ পৰা নৈৰ ঘাটত গৌতমে বহুত মানুহ দেখিলে। "এইখন কাৰ বিয়া?" গৌতমে এজন বাটৰুৱাক সুধিলে।

বাটৰুৱাই ভুল শুধৰাই ক'লে, "বিয়া নহয়। মহাৰাজ অযোধ্যাৰ পৰা আহিছে।"

গৌতমে চমক খাই শঙ্কৰক মাতিলে। তাৰ পাছত চাৰিওফালে চালে, কিন্তু শঙ্কৰ ভিৰৰ মাজত অদৃশ্য হৈ গ'ল। এই ভিৰৰ মাজত তেওঁক বিচাৰি উলিওৱা টান।

গৌতমে কান্ধৰ চাদৰখন ঠিক কৰি লৈ নগৰৰ পিনে খোজ দিলে। নগৰৰ সোঁ-মাজ পাই তেওঁ নিজৰ ঘৰৰ পৰা অহা পোহৰবোৰ দেখিলে। তৎক্ষণাত তেওঁ আনফালে ঘূৰিল আৰু দ্ৰুতপদেৰে নগৰৰ বাহিৰলৈ ওলাই গ'ল, ঠিক তাম্ৰকুঞ্জৰ মাজলৈ—য'ত এতিয়াও শূন্য ঘৰটো পাতৰ আঁৰত লুকাই নীৰৱে থিয় হৈ আছে। এই ঘৰত এশ বছৰৰ আগত শাক্যমুনি আহি আছিল। গৌতমে ঘৰটোৰ ওচৰৰ পৰাই উলটি আহিল। তাৰ পিছত লাহে লাহে আশ্ৰমৰ ফালে আগ বাঢ়ি গ'ল।

মানুহ স্বাধীন নহয়। ক'তো মুক্তি নাই। মই পৰাধীন। মোৰ বুদ্ধি, মোৰ বিবেক, মোৰ জীৱনদৰ্শন—একোৱেই স্বাধীন নহয়। মই একো ধৰিব

উপনিষদত লিখিছে যে যি কেৱল নিজৰ আত্মাক ভাল পায়, তেওঁৰ কাৰণে পিতৃ পিতৃ নহয়, দেৱতা দেৱতা নহয়, মাতৃ মাতৃ নহয়, চোৰ চোৰ নহয় হত্যাকাৰী হত্যাকাৰী নহয়। ভাল বেয়াৰ কথা তেওঁ কাহানিও চিন্তা নকৰে, কিয়নো তেওঁ অন্তৰৰ সকলো দুখ জয় কৰিছে।

শাক্যমুনিয়ে কৈছে, "ঈশ্বৰ থাকক নাথাকক—মানুহৰ জীৱনত কিন্তু দুখৰ অস্তিত্ব আছে। পৃথিৱীৰ সকলোতে দুখ আছে—সৰ্বম্ দুখং। এটা প্ৰদীপৰ দৰে ফু মাৰি দিলেই মানুহৰ জীৱন বন্তি নুমাই যায়। অৱশিষ্ট থাকে মাথোন ঘটনা আৰু অনুভূতি।"

পানীৰ ঢৌবোৰ পাৰলৈ আহি আকৌ উভতি গৈছে। নদীখন শান্ত, গৌতমে কেৱল সমুখলৈ চাই আছে।

......মই দুখ বিচাৰিছোঁ, মই দুৰ্বল হ'বলৈ বিচাৰিছোঁ। মই মোৰ মূৰ্খতাৰ প্ৰমাণ বিচাৰিছোঁ।

হৃদয় আৰু মস্তিষ্কৰ দুখ। মই মুক্তি নিবিচাৰোঁ...মোক কৰুণা কৰিছা শাক্য মুনি? সম্ভৱতঃ মই নিজেই নিজক কৰুণা কৰোঁ। কিন্তু ৰাজকুমাৰ, তোমাৰ ওচৰত মোৰ মাত্ৰ এটাই প্ৰশ্ন, কোনে কাক কৰুণা কৰিব পাৰে?

## ৩

শ্ৰাৱস্তীৰ উত্তৰ ফালেদি যোৱা বাটটোৰ দুয়োকাষে হাবি, এই হাবিৰ মাজেদি নৈখন বৈ গৈছে। হাবিৰ পুব ফালে ঘাট। তাত ৰজাৰ নাও বান্ধি থোৱা হৈছিল।

মহাৰাজ অযোধ্যা আৰু উত্তৰ কোশলৰ শাসক। তেওঁৰ লগৰীয়াসকলে চিকাৰৰ কাৰণে ৰাতিপুৱা উত্তৰ ফালে যাবলৈ বিচাৰিছিল। এনেতে খবৰ আহিল যে উত্তৰৰ পিনে হাতী থকা ঠাইত আশা নকৰাকৈয়ে বৰ্ষা ঋতু আৰম্ভ হৈ গৈছে। নাৱৰপৰা নামি ৰজাৰ দলটো হাতী, দোলা আৰু গৰু গাড়ীত উঠিছিল। এনেতে এই বাতৰিটো পোৱাত যাত্ৰা স্থগিত ৰখা হ'ল। গুৰু পুৰুষোত্তমৰ আশ্ৰমৰ কেইমাইলমান আঁতৰত মহুৱা গছৰ জোপোহাৰ মাজত তম্বু তৰা হ'ল। তাত মাথোঁ হাঁহ, ম'ৰা, কুকুৰা আৰু হৰিণাৰ ৰাজত্ব আছিল। খন্তেকৰ ভিতৰতে হাবিৰ ৰূপ সলনি হৈ গ'ল। তাত যেন মেলাহে বহিল। ৰজাৰ লগত অহা ছোৱালীবোৰে গোটেই দিন ফুলনিত ফুৰে আৰু এন্ধাৰ হলে নৈত গৈ সাঁতোৰে। কেতিয়াবা দিনত ধেনু কাঁড় লৈ পহু চিকাৰ কৰে। দুই তিনিদিনৰ ভিতৰতে এই নিষ্প্ৰয়োজন জীৱনৰ প্ৰতি চম্পকৰ বিৰাগ জন্মিল। অনবৰত বনত থাকি আৰু অবিৰাম ভ্ৰমণ, চিকাৰ কৰি তেওঁৰ আমুৰাই গ'ল। তেওঁ ৰাজকুমাৰী নিৰ্মলাক লগত লৈ মনে মনে গাঁৱৰ ফালে আগ বাঢ়িল।

সমুখত ডাঠ আমবাৰী। তাত বৰ শান্তি আৰু শীতলতা আছিল। আকাশত গধূলিৰ ৰঙা ৰং বিয়পি পৰিছিল, আৰু ফুলনিত পানী তোলা যন্ত্ৰ চলিছিল। নিৰ্মলাই কাণ পাতি কিবা শুনি প্ৰস্তাৱ দিলে, "ব'লা যিফালৰ পৰা গীতৰ সুৰ ভাহি আহিছে সেইফালে যাওঁ।" তেওঁলোকে পাতবোৰ গচকি আমবাৰীৰ ফালে আগ বাঢ়িল। গছৰ ডালৰ ফাঁকেৰে দূৰৰ কোনো আশ্ৰমৰ জুপুৰি দেখা গৈছিল। "এইখন কি ঠাই?" চম্পকে কদমৰ এটা ডালত হাত থৈ থমকি ক'লে। সমুখত সৌটো ক'ৰ ল'ৰা? নিৰ্মলাই হঠাৎ প্ৰশ্ন কৰিলে। প্ৰত্যেক ঠাইত কোনোবা নহয় কোনোৱা ব্ৰহ্মচাৰী বেশধাৰীক দেখিলে তেওঁৰ ককায়েকলৈ মনত পৰে।

গৌতম নীলাম্বৰে তিনি দিন তিনি নিশা একেৰাহে লঘোনে ভোকে নৈৰ পাৰে পাৰে অনাই বনাই ফুৰিবলৈ ধৰিলে। নিশা তেওঁ চেঁচা পানীত কেইবা ঘণ্টাও এটা ভৰি থৈ থিয় হ'ল। তাৰ পাছত বালিত কৌশলাৰ কাঁইট পাৰি শুই পৰিল।

চতুৰ্থ দিনা তেওঁ ইমান অশান্ত হৈ উঠিল যে আকৌ উলটি যাবলৈ ঠিক কৰিলে। গধূলি তেওঁ এখোজ দুখোজকৈ আশ্ৰমলৈ বুলি গৈ আছিল। এনেতে কোনোবাই তেওঁক পাছফালৰ পৰা মতা শুনিলে। তেওঁ ঘূৰি চালে। অখিলেশ হাঁহি হাঁহি তেওঁৰ ফালে আহিছে।

"গৌতম, আজি তিনি দিন তুমি ক'ত অন্তৰ্দ্ধান হৈ আছিলা? চাৰিওফালে তোমাক বিচৰা হৈছে।"

"মই যে ইয়াতে আছিলোঁ। তুমি ইয়াত কি কৰিছা?" গৌতমে শান্ত স্বৰত ক'লে।

"তুমি যি কৰি আছা সেয়েই।" তেওঁ ধেমালিৰ সুৰত উত্তৰ দিলে, "মই ভগৱানৰ মহিমা চাইছোঁ।"

"ভগৱানৰ মহিমাৰ এক জেউতি মই কালি দেখিলোঁ। ধেনু-কাঁড় লৈ এজনী ছোৱালী হৰিণাৰ পাছত লৰি গৈছিল। মোক দেখি তাই তৎক্ষণাত গছত উঠিল।"

অখিলেশে কি কৈছে গৌতমে বুজিব নোৱাৰিলে। তেওঁ উদাসভাৱে অখিলেশৰ প্ৰসন্ন মূৰ্তিৰ ফালে চাই থাকিল। অশোক গছৰ পাতবোৰ বতাহত উৰি আহিছিল আৰু ঠেক বাটটোৰ চাৰিওফালে সিঁচৰিত হৈ পৰিছিল। বনদেৱী! বনদেৱী!" দূৰৈৰ জোপোহাত কোনোবাই ভজন গাই গৈ আছিল। 'বনদেৱী, তুমি দূৰৰপৰা তোমাৰ ৰূপ লাৱণ্য দেখুৱাই অন্তৰ্দ্ধান হোৱা। কেতিয়াবা আমাৰ গাঁৱলৈকো আহিবাচোন, তুমি মানুহক ভয় কৰা নেকি?'

গৌতম আৰু অখিলেশে বতাহৰ মৃদু মধুৰ গোন্ধ পান কৰি ঘাঁহনিয়েদি আগ বাঢ়ি গ'ল। ঋগ্বেদৰ এটা স্তুতি গৌতম আৰু অখিলেশে গাই গাই আগ বাঢ়ি গৈ আছিল। কিছু দূৰত বাঁহী বজোৱা ল'ৰাৰ দল এটা গাঁৱৰ ফালে গৈছিল। শেহত গৌতম ভাগৰি পৰিল, আৰু এজোপা গছৰ তলত থমকি ৰ'ল।

"দেৱীসকল, অপেশ্বৰী আৰু গছত থকা যখিনীবোৰ! তোমালোকে সময় পালেও এই গছৰ ছাঁত থিয় নহবা।" অখিলেশে সেইদৰে কপট গাম্ভীৰ্য্যভাৱে ক'লে, "কিয়নো গছৰ যখিনীবোৰে মানুহক ফন্দুলাই লৈ যায়। চাবা, ইয়াত যেন দ্বিতীয় পাটলিপুত্ৰৰ ভেটি স্থাপন কৰা নহয়।" সমুখত এয়া কোন থিয় হৈ আছে"—গৌতমে হঠাৎ চকু মোহাৰি ক'লে।—"কোন?" অখিলেশে ক'লে। "মহাভাৰতৰ কবিয়ে সুধিছে তই কোন, কদম গছৰ ডালবোৰ দোঁৱাই আনিছ যে দেৱতানে, যখিনী নে অপেশ্বৰী? এই গছবোৰৰ গভীৰ ৰহস্য আছে গৌতম।"

"কোনবোৰ গছৰ?"

"গৌতম, তুমি পাহৰিছা, আমাক ছোৱালীৰ প্ৰতি চকু নিদিবলৈ আদেশ দিয়া হৈছে।" অখিলেশে হঠাৎ গম্ভীৰ হৈ উত্তৰ দিলে। আৰু চকু মুদি এটা ডালৰ আঁৰলৈ গুচি গ'ল।—গৌতমে চমকি সম্মুখলৈ চালে, কদমৰ তলত অযোধ্যাৰ ঘাটত এজনী ছোৱালী থিয় হৈ আছিল।

চম্পকে গৌতমক দেখা নাই, তেওঁ নিৰ্মলাৰ সৈতে কথা পাতি পাতি আন বাটেদি সোমাই গ'ল। অখিলেশ এটা শিলত বহি ধ্যানমগ্ন হৈ আছিল। "আহাঁ. আশ্ৰমলৈ যাওঁ"। তেওঁ এটা চকু মেলি গৌতমক সম্বোধন কৰিলে।

তেওঁলোক দুয়ো আকৌ যাবলৈ ধৰিলে, গাঁৱৰ ওচৰ পাই গৌতম ৰৈ গ'ল, "মই ভিক্ষা লৈ এতিয়াই আহিছোঁ।"

অখিলেশক পাছ পেলাই যিফালে ছোৱালীবোৰ গৈছিল, সেইফালে তেওঁ দ্ৰুত গতিত আগ বাঢ়ি গ'ল। বেগাবেগিকৈ কাঁইটৰ ওপৰেদি যাওঁতে তেওঁ ভৰিত দুখ পালে। অলপ জিৰাবৰ কাৰণে নিৰ্দিষ্ট ঠাইখন পাই চম্পকৰ এনে লাগিল যেন তেওঁৰ পাছে পাছে পাতৰ ওপৰেদি খোজ কাঢ়ি কোনোবা আহি আছে। তেওঁ ঘূৰি চালে। সম্মুখত সাঁতুৰি সৰযু পাৰ হোৱা যুৱকজন থিয় হৈ আছে। তেওঁৰ চকুযুৰি ক'লা। ব্ৰাহ্মণ বিদ্যাৰ্থীৰ দৰে তেওঁ বগা সাজ পিন্ধিছিল।

"ইয়ালৈ অযোধ্যাবাসী আহিছিল বুলি মই শুনিছিলোঁ। সেই কাৰণে আজিৰ ভিক্ষা তেওঁলোকৰ পৰাই লওঁ বুলি ভাবিছোঁ", তেওঁ অতি গম্ভীৰস্বৰে ক'লে।

"অৰণ্যৰ বনদেৱীৰ ভজন তুমিয়েই গাইছিলা নেকি?" চম্পকে লাহেকৈ সুধিলে। "ক'ব নোৱাৰোঁ মই কোন আৰু যিজনে গাইছিল, তেৱেঁই বা কোন!"

"তুমি ছবি আঁকানেকি? মই শুনিছিলোঁ গুৰু পুৰুষোত্তমৰ আশ্ৰমৰ গৌতম নীলাম্বৰে বৰ ভাল ছবি আঁকে। তোমাৰ চেহেৰা দেখি তোমাৰ নাম গৌতম নীলাম্বৰ যেন লাগিছে। মই নামৰ ৰহস্য বৰ বিশ্বাস কৰোঁ। তুমি নামৰ ৰহস্য বিশ্বাস নকৰা নেকি?"

"কেতিয়াবা তুমি যদি কোনো মূৰ্খৰ পৰা কোনো মানুহৰ সম্বন্ধে শুনিছা তেন্তে ময়েই সেইজন।"

"তেতিয়াহলে কেতিয়াবা মোৰো ছবি আঁকিবা। আজি ৰাতিপুৱা ইয়ালৈ অনেক শিল্পী আহিছিল।"

"মই মূৰ্ত্তিকাৰ, কেৱল কল্পনাৰ আধাৰত মনৰ সঙ্কেত আৰু আহ্বানত ছবি আঁকো।" তেওঁ অলপ গৰ্ব্বৰ সৈতে ক'লে, "মোক, বিশ্বকৰ্মায়ো আদৰ কৰিব লাগিব।"

"তুমি নাস্তিক নোহোৱা? আজি-কালিৰ বিদ্যাৰ্থীয়ে দেখোন কপিল আৰু শাক্য মুনিক বেছি বিশ্বাস কৰে।"

"মোক আটা আনি দিয়া। মোৰ বাটটো নিৰাপদ নহয়।" গৌতমে অলপ ক্ষুণ্ণ হৈ ক'লে। এই ছোৱালীজনীকে এবাৰ চাবলৈ তেওঁ কেইবামাহৰপৰা অনাই বনাই ঘূৰি ফুৰিছে। এতিয়া সেই ছোৱালীজনী তেওঁৰ ওচৰত থিয় হৈ থকা সত্তেও অনৰ্থক কাঁজিয়াৰ সৃষ্টি কৰিছে। হঠাৎ তেওঁৰ এনে উপলব্ধি হ'ল যে এইটো তেওঁৰ ব্যক্তিগত বস্তু আছিল, তেওঁৰ অস্তিত্বৰ, তেওঁৰ মনৰ আৰু হৃদয়ৰ এক অংশ। ইয়াত দ্বৈতৰ কোনো প্ৰশ্নই নুঠে। ইয়াত একো সঙ্কোচ, লজ্জাৰ অৱকাশ বা আৱশ্যক নাই। এওঁক তেওঁ অনাদি কালৰ পৰাই জানে।

তেওঁ আনজনী ছোৱালীলৈ চালে। তাই তেওঁক অতি মনোযোগেৰে চাই আছিল। গৌতমে তেওঁক আকৌ ভালকৈ চালে। এই ছোৱালীজনী হৰিশঙ্কৰৰ ভনীয়েক আছিল। চম্পকে শিবিৰৰ ভিতৰলৈ গৈ আটা আনি গৌতমৰ ভিক্ষা পাত্ৰত ঢালি দিলে। "এতিয়া যোৱাঁ, আকৌ কেতিয়াবা আহিবা," চম্পকে মৃদু স্বৰত ক'লে। চম্পকক নমস্কাৰ কৰি তেওঁ শিবিৰৰ বাহিৰলৈ ওলাই আহিল। এই দুজনী ছোৱালীনো কোন? এতিয়ালৈকে তেওঁ জনা নাছিল। শিবিৰৰ দাঁতি কাষৰত আৰু বহুতো ছোৱালী ইফালে সিফালে ঘূৰি ফুৰিছিল। কিন্তু এওঁলোক দুয়োকো এই সকলোতকৈ বিপৰীত আৰু বিশিষ্ট যেন লাগিছিল।

"এওঁলোক দুয়ো কোন?" তেওঁ অতি সাহসেৰে এজনী বুঢ়ীক সুধিলে। বুঢ়ীয়ে খুব বেগাই খোজ দি ৰান্ধনিশালৰ তম্বুলৈ গৈ আছিল। কথাষাৰ শুনি তাই তীক্ষ্ণ দৃষ্টিৰে তেওঁলৈ চালে, "তোমাক দেখোন ব্ৰহ্মচাৰী যেন লাগিছে।" তাই চকু পকাই ক'লে, 'তেনেহলে এইবোৰ বাতৰি জানি তোমাৰ একো আনন্দ হোৱা উচিত নহয়। তাৰে এজনী ৰাজগুৰুৰ ছোৱালী চম্পাৱতী আৰু আনজনী ৰাজকুমাৰী নিৰ্মলা। তেওঁলোক দুয়ো মহাৰাজৰ লগত চিকাৰলৈ আহিছে। চোৱাঁ, তুমি কেতিয়াও এই ফালে নাহিবা। আজি-কালি বহুত চোৰ-ডকাইতে সন্ন্যাসীৰ বেশ ধৰি মানুহক ঠগাই ফুৰে।" "যখিনী ক'ৰবাৰ! পিশাচিনী", গৌতমে লাহেকৈ ক'লে। আৰু আশ্ৰমৰ ফালে আগ বাঢ়িল। পিছদিনা তেওঁ গাত চাদৰ মেৰিয়াই আকৌ শিবিৰৰ ফালে গ'ল। চাৰিওফালে ঘূৰিলে কিন্তু

কাকো ক'তো দেখা নাপালে। সাধাৰণতে ৰজা ঘৰৰ ছোৱালীবোৰ ভিৰৰ মাজলৈ নাহে।

হয়তো তেওঁ ভিতৰত কোনো গুণাৰ বনকৰা চন্দ্ৰতাপৰ তলত বহি মইনাক পঢ়াই আছে—কথাটো ভাবি তেওঁৰ হাঁহি উঠিল। তেওঁ শুনিছিল যে বৰমানুহৰ ঘৰৰ জীয়ৰীৰ কাৰণে হেনো মইনাক পঢ়োৱা মুখ্য মনোৰঞ্জন আছিল। হয়তো তেওঁ দোলাত বহি ভ্ৰমণ কৰিবৰ কাৰণে নগৰলৈ গুচি গৈছে।

"মই ইয়াত।" কদম গছৰ পাছফালৰ পৰা তেওঁ জাপিয়াই নামি আহিল। গৌতম উদ্বিগ্ন হৈ পৰিল।

"তুমিও উদাসনেকি? এই উদাসী ভাব দেখি দেখি মোৰ আমুৱাই গৈছে। কালিৰে পৰা নিৰ্ম্মলাও বৰ দুখী।"

"নিৰ্ম্মলা দুখী হৈছে কিয়?"

"তেওঁৰ ককায়েকে ৰাজপাট এৰি ক'ৰবালৈ গুচি গ'ল। কালি তোমাক দেখি তেওঁৰ নিজৰ চেনেহৰ ককায়েকৰ কথা মনত পৰিছে।"

"শুনিছোঁ, আনন্দই তেওঁৰ প্ৰিয় সুন্দৰীকো ত্যাগ কৰিলে আৰু সিয়ো সিদ্ধাৰ্থ গৌতমৰ এষাৰ কথাত।"

তেওঁ মৌন হৈ ৰ'ল।

"যদি আনন্দ আকৌ ঘূৰি আহে! কিয়নো মই জানিব পাৰিছোঁ যে তেওঁ এতিয়াও সম্পূৰ্ণ নিৰহঙ্কাৰী হ'ব পৰা নাই। সেই কাৰণে বাৰে বাৰে ঘূৰি আহিছে।"

"এইটো যে বৰ বেয়া বাৰ্তাৰ।" চম্পকে ক'লে, "মুক্তি বৰ ডাঙৰ বস্তু। শাক্যমুনিয়ে মহামতীক কি কৈছিল তেওঁ পাহৰিলেনেকি, তেওঁক সুধিবা।"

"কি কৈছিল?" গৌতমে অলপ কঠোৰ সুৰত সুধিলে। "শাক্য মুনিয়ে কৈছিল—হে মহামতী? যিদৰে নাটকত নৃত্য, গীত, বীণাবাদন, চিত্ৰশিল্প তথা আন কলাবোৰ লাহে লাহে প্ৰাপ্ত হয়, সেইদৰে এদিনতে নিৰহঙ্কাৰী হোৱা সম্ভৱ নহয়। আমাৰ মহাৰাজ কুমাৰেও যে ত্যাগক একপ্ৰকাৰ কলা বুলিয়েই ভাবি লৈছে।"—তেওঁ কথা কৈ কৈ শিবিৰৰ চোতালত বহি পৰিল।

"ব'লা, মই তোমাক মোৰ ছবি দেখুৱাম।" গৌতমে ক'লে।

"তাৰদ্বাৰা মোৰ কি লাভ হ'ব?" তেওঁ প্ৰসন্নতাৰে সুধিলে।

"তুমি মোক আনবোৰ বিদ্যাৰ্থীৰ দৰে অকৰ্মণ্য কল্পনাবিহাৰী আৰু পৰিহাস-প্ৰিয় বুলি ভাবানেকি? কিন্তু এদিন তুমি শুনিবা যে শ্ৰাৱস্তীৰ গৌতম নীলাম্বৰ চিত্ৰকলাৰ বৰ ডাঙৰ আচাৰ্য্য হৈছে।" তেওঁ শিশুৰ দৰে ক'লে। চম্পকক চাবলৈ ধৰিলে। তেওঁ ৰুষ্ট হৈ গ'লনেকি, তেতিয়াহলে তেওঁক কিবা টান কথা শুনাবনেকি, কিন্তু তেওঁ মনে মনে থাকিল। তেওঁ চোতালত নীৰৱে বহি ৰ'ল। আজিৰপৰা দহবছৰৰ আগতে এইদৰে হৰিয়েও তেওঁক কৈছিল, "তুমি মোক

আনবোৰ বিদ্যাৰ্থীৰদৰে অকৰ্মণ্য কল্পনাবিহাৰী আৰু পৰিহাসপ্ৰিয় বুলি ভাবানেকি? কিন্তু এদিন তুমি শুনিবা চম্পাৰাণী, অযোধ্যাৰ মহাৰাজ কুমাৰ অতি ডাঙৰ গণিতজ্ঞ হৈছে। বেদান্তত কৈছে—যিদৰে পিয়াহত আতুৰ হৰিণে মৰুভূমিত নদী দেখে, সেইদৰে আত্মাৰ, কামনাৰ ভাবৰ দ্বাৰা এই সৃষ্টিক মৃগ তৃষ্ণা যেন অনুভৱ হয়। সেই মৃগতৃষ্ণাই মোক, হৰিক বৰ ব্যাকুল কৰি তুলিছিল।

ইয়াৰ উদ্দেশ্য কি—মূল উদ্দেশ্য কি? তেওঁ চোতালৰপৰা থিয় হ'ল আৰু গৌতমক ক'লে, "কেতিয়াবা যদি তোমাৰ আনন্দক ক'ৰবাত পোৱা, তেওঁক কবা যে সুন্দৰী মৃগতৃষ্ণাৰ পৰা তুমি মুক্ত হলা। এতেকে, তুমি চিন্তা কৰা অনুচিত।"

"তুমি বিহাৰলৈ যাবলৈ ওলাইছা যে কথাষাৰ সঁচা নেকি?"

"এৰা সঁচা। বেয়া নেকি? এইটো অভিজ্ঞতাও হোৱা উচিত।" "চম্পক, তোমাৰ বয়স কিমান"?

"কেইবাশ বছৰ। ইমান বেছি যে মোৰ মনতেই নপৰে।" তেওঁ হাঁহি দিলে। "কিছুদিনৰ আগতে চাৰণৰ মুখত ভীষ্ম আৰু অৰ্জ্জুনৰ কথা শুনি মই ভাবিছিলোঁ—চিত্ৰাঙ্গদা আৰু উলুপী চাগে কেনেকুৱা আছিল!"

"মোক দেখি তুমি বুজিলা নহয়?" তেওঁ আকৌ হাঁহি ক'লে। "এৰা, তুমি আকৌ মৃত্তিকাৰ নহয়।"

"হয়, তুমি পাহৰি গৈছা যে প্ৰত্যেক কলা-কৃতিৰে নাম আৰু ৰূপৰ মাজত সমানতা আছে। এটাৰ দ্বাৰাই কাণক আৰু আনটোৰ দ্বাৰাই চকুক চিনা যায়।" "কিন্তু যি বস্তুৰ বিশুদ্ধ গুণ আছে, যাৰ বোধ মাথোঁ বুদ্ধিৰ দ্বাৰাহে কৰা হয়, তাক অনুভৱ কৰা নাযায়। নহলে তুমি নিজেই তোমাৰ দৃষ্টিভঙ্গী সলনি কৰিছা।"

"বিশুদ্ধ ৰূপ কেৱল গুণ হয়, সংযোজন নহয়।" গৌতমে উত্তৰ দিলে। "কোনো ভৌতিক লক্ষণৰ দ্বাৰা তাৰফালে সঙ্কেত কৰা যায়, কিন্তু তাক ভৌতিক লক্ষণৰ নিচিনা বুলি ভবা নহয়।"

"আকাশে ৰূপম্ লক্ষণম্"— চম্পকে হাঁহি ক'লে। "বিশুদ্ধ ৰূপ", গৌতমে উত্তেজিত হৈ ক'বলৈ আৰম্ভ কৰিলে, "অস্তিত্বৰ ব্যাখ্যাহে কৰিছোঁ, স্বয়ং তাৰ অস্তিত্বক নহয়।"

"তুমি কি হ'ব খুজিছাঁ?"

"মই তোমাক কম, এদিন নিশ্চয় কম মই কি হ'ব খুজিছোঁ।"

পাছফালৰপৰা ছাগলীৰ মাত শুনা গ'ল। নিৰ্মলাই ভালেমান বগা ফুল কুঁকিত লৈ ঠেক বাটটোৰেদি আহি আছিল। গৌতমক দেখি তেওঁ কুঁকিটো চোতালত থৈ হাতযোৰ কৰিলে। গৌতমে বিজ্ঞ আৰু পৱিত্ৰ ব্ৰাহ্মণৰ দৰে তেওঁক আশীৰ্বাদ দিলে। তেওঁ গ'লগৈ।

যি সকলে শান্তি প্ৰাপ্ত কৰিছে তেওঁলোক ধন্য। চম্পকে নিজৰ মনক ক'লে। গয়াত দিয়া গৌতম সিদ্ধাৰ্থৰ সেই প্ৰবচন তেওঁৰ মনত পৰিল।

"হে পুৰোহিতসকলে। বস্তুত জুই লাগিছে। জুইত চকু পুৰি গৈছে। আকাৰ, প্ৰকাৰ, দৃষ্টি, ইন্দ্ৰিয়ৰ দ্বাৰা সম্বন্ধিত পদাৰ্থ, অতিশয় তৃষ্ণা, শব্দ, গন্ধ, বুদ্ধি, মস্তিষ্ক, বিচাৰ, শৰীৰৰ কল্পনাবোৰ, এই অগ্নিত সকলোবোৰ দপ্‌দপ্‌কৈ জ্বলি গৈছে!! ঘৃণা আৰু প্ৰেম, জন্ম আৰু বাৰ্দ্ধক্য, মৃত্যু আৰু শোক, দুখ আৰু নিৰাশাইহে পুৰোহিত, এই অগ্নি ৰচনা কৰিছে।"

গুৰুকুলৰ বিদ্যাৰ্থী উলটি গৈছে। পূবৰ পৰা অহা বতাহত হাবিখন সো-সোৱাই আছে। কিছুমান ভিক্ষুণীয়ে ভিক্ষা পাত্ৰ লৈ নিজৰ জুপুৰিৰ ফালে গৈ আছে। তেওঁলোকৰ মুখত কিমান প্ৰশান্তি! তেওঁলোক ধাৰাত প্ৰৱেশ কৰিব পাৰিছে—সেই মাৰ্গত গৈ আছে, য'ৰপৰা কেতিয়াও ঘূৰিব নালাগে। ময়ো সেই ধাৰাত প্ৰৱেশ কৰিব পাৰিম নে? চম্পকে উদাস ভাৱে ভাবিলে।

"নাৰীজাতিৰ প্ৰতি আমাৰ দৃষ্টিকোণ কেনে হোৱা উচিত?" শ বছৰৰ আগতে এই শ্ৰাৱস্তীতে এটা মহত্বপূৰ্ণ প্ৰশ্ন সোধা হৈছিল।

"তেওঁৰ ফালে চাবও নালাগে আনন্দ।" উত্তৰ আহিছিল। "আচম্বিতে যদি তেওঁলোকলৈ চকু পৰে?"

"তেন্তে কথা নকবা।"

"যদি তেওঁলোকে নিজে আমাৰ লগত কথা পাতিব খোজে, তেতিয়া?"

"সতৰ্ক হৈ থাকিবা।"

কেইবা নিশাও একেবাহে সাৰে থকাৰ পাছত হঠাৎ গৌতমৰ খুব টোপনি আহিল, তথাপি তেওঁ অনেক চেষ্টা কৰি নিজৰ চকু দুটা মেলি থলে।

ৰাজকীয় শিবিৰৰ ফালৰপৰা নূপুৰ আৰু তালৰ ধ্বনি শুনা গৈছিল। চতুৰ্দ্দশীৰ চন্দ্ৰটো নাচি বাগি আশ্ৰমৰ ওপৰলৈ আহিছিল। আৰু তাৰ পোহৰত ফুলেৰে ঢাক খাই থকা জুপুৰিবোৰ গভীৰ শান্তিত বুৰ গৈ থকা যেন দেখা গৈছিল। কোনো কোনো ঠাইত চাকি জ্বলি আছিল। সকলো বিদ্যাৰ্থী শুই নিঃপালি দিলে। মাথোঁ তেৱেঁই সাৰে আছিল।

তেওঁ লাহেকৈ উঠি হাতত সাৰে ভৰিত সাৰে আশ্ৰমৰ বাহিৰলৈ ওলাই আহিল। তাৰ পিছত মহুৱাৰ বাগিচা খনৰ ফালে আগ বাঢ়িল। তেওঁৰ ভৰিৰ তলৰ শুকান পাতবোৰ শব্দ কৰি উঠিল। ভৰিৰ শব্দ শুনি এটা কেৰ্কেটুৱা পলাই গ'ল। তেওঁ ইফালে সিফালে চালে, যাতে কোনেও তেওঁক চিনিব নোৱাৰে। তাৰ পাছত লাহেকৈ জোৰৰ পোহৰত জিলিকি থকা মহুৱাৰ বাগিচাত প্ৰৱেশ কৰিলে। মাজত মণ্ডপ সজা হৈছিল। তাৰ এফালে সঙ্গীতমণ্ডলীৰ ছোৱালীবোৰ সুৰ মণ্ডল, দোতাৰা আৰু তাল লৈ বহি আছিল। হঠাৎ গৌতমে সেই বুঢ়ী দাসীজনীক দেখিলে; তাই কালি তেওঁক গালি পাৰিছিল। তেওঁ

অলপ ভয় খাই এটা তম্বুৰ আঁৰত লুকাই এজনী ছোৱালীৰ নাচ চোৱাত তন্ময় হৈ পৰিল।

দৰ্শক চকিত হৈ উঠিল। শিবিৰৰ পাছফালৰপৰা এজন যুৱক ওলাল, আৰু মণ্ডপলৈ আহি তলমুৰ কৰি নূপুৰ বান্ধিলে, তাৰ পাছত গাৰ বগা চাদৰখন এফালে পেলাই থৈ মুক্ত আৰু আনন্দ মনেৰে তাণ্ডৱ নৃত্য কৰি সন্মুখলৈ আহিল।

জনতাই মন্ত্ৰমুগ্ধ হৈ তেওঁৰ নৃত্য চাবলৈ ধৰিলে, এনে লাগিল তেওঁ যেন স্বয়ং নটৰাজহে।

চম্পকে নৃত্য কৰি কৰি বৈ গ'ল। মৃদঙ্গ বাজি আছিল। হঠাৎ তাণ্ডৱ নৃত্য কৰি কৰি তেওঁ মণ্ডপৰ মাজলৈ আহিল।

তেওঁ সকলোৰে সন্মুখত নৃত্যৰ আঠোটা ৰস প্ৰদৰ্শন কৰিলে। এয়ে শিৱনৃত্য —তেওঁৰ মুদ্ৰাত সংসাৰৰ সমগ্ৰ বিকাশ ক্ৰিয়া নিহিত হৈ আছে। তেওঁৰ বাণীয়েই সকলো। তেওঁৰ বস্ত্ৰ চন্দ্ৰমা আৰু তাৰকাবোৰ, শিৱ—যি সাক্ষাৎ তান আৰু সাক্ষাৎ সঙ্গীত, শিৱ—যি সাৰ্বভৌম লয়ৰ পৰিচায়ক।

চম্পক নিজৰ ঠাইৰ পৰা উঠিল। আৰু নৃত্য কৰি কৰি তেওঁৰ ওচৰলৈ আহিল। তেওঁ গৌৰী আছিল আৰু শঙ্কৰৰ সৈতে নৃত্য কৰিছিল।

জোনালীয়ে মুকলি পথাৰত সুৰৰ সোঁত বোৱাইছিল আৰু ৰূপালী বৰণৰ মেঘবোৰ নৈত সাঁতুৰি-নাদুৰি আছিল। শুভ্ৰবৰ্ণৰ বগলী এটাই ঠোঁট পেলাই বালিত শুই আছিল। কাতিমাহৰ পূৰ্ণচন্দ্ৰই ফুলৰ ওপৰেদি ভুমুকি মাৰিছিল। কিন্তু সেই নিশাও শেষ হৈ গ'ল। উৎসৱ কৰা সকলৰ হাই-উৰুমি পাতলি আহিল। তেওঁলোকৰ গীত আৰু নূপুৰৰ ধ্বনি ক্ষীণ হৈ আহিল। ৰাতিপুৱাৰ লগে লগে ৰাজ শিবিৰত নীৰৱতা বিয়পি পৰিল। আৰু মণ্ডপত মাথোঁ সিঁচৰিত হৈ পৰি ৰ'ল, ফুলৰ কেইটামান গেজেৰা আৰু কলিৰ স্তূপ।

## 8

ৰাতি পুৱাল। হিমালয়ৰ শিখৰত নিয়ৰৰ টোপালবোৰ জিলিকি উঠিল। সৰোবৰত ৰঙা পদুমফুল ফুলি আছিল। গাঁৱৰ বাটেদি যোৱা গোৱালনীহঁতৰ কলহবোৰ ব'দত তিৰবিৰাই উঠিছিল। মহুৱাৰ হালধীয়া ফুলবোৰত, মৌ চুহি থকা মৌ-মাখি বোৰে তেওঁৰ কাণৰ ওচৰত ভোনভোনাই আছিল। সূৰ্য্যৰ প্ৰখৰ কিৰণ যেতিয়া তেওঁৰ পিৰিকটিত পৰিল, তেওঁ চকু মোহাৰিলে। যেতিয়া নিজকে পৃথিৱীৰ ভগা খটখটীত শুই থকা পালে, তেওঁ সচকিত হৈ চাৰিওফালে চালে। তেওঁ ক'ত আছিল আৰু এইবোৰ কি আছিল? তেওঁ মনত পেলাবলৈ খুব চেষ্টা কৰিলে। একো মনত নপৰিল। তেওঁ এঙামুৰি দি উঠিল। লাহেকৈ

পুখুৰীৰ খটখটীত বহি পৰিল। হঠাৎ একান্ত শূন্য হৈ পৰি থকা মহুৱাৰ জোপো-হালে তেওঁৰ চকু গ'ল। গছৰ পাছফালৰপৰা এটা হৰিণ পলাই গৈছিল। কেৰ্কেটুৱাই বেলগুটিবোৰ খুচৰি আছিল। সেউজীয়া ভাটো চৰাই এজাক ডালৰ পৰা উৰি গুচি গ'ল। হাবিখন শান্ত হৈ আছিল। তেওঁ স্তম্ভিত আৰু ব্যাকুল হৈ তাতে বহি ৰ'ল। লাহে লাহে তেওঁৰ অস্পষ্টভাৱে সপোনৰ দৰে সকলো কথা মনত পৰিল। এই ঠাইত যোৱা নিশা ৰাজশিবিৰ আছিল। আৰু সেই মণ্ডপৰ তলত তেওঁ গোটেই নিশা নাচি আছিল। তাত সকলোৱেই নাচিছিল। যেতিয়া তেওঁ নাচি নাচি ভাগৰি পৰিল, তেতিয়া ৰজাই তেওঁক মাতি নি নিজৰ কাষত বহুৱাই লৈছিল। আৰু তেওঁ ৰজাৰ সৈতে খুব তৃপ্তিৰে সুৰা পান কৰিছিল। সেই নৃত্যগীতৰ সভাত তেওঁৰ চকুৱে মাথোঁ চম্পকৰ সন্ধান কৰিছিল। নৃত্য শেষ হোৱাৰ লগে লগেই তেওঁ ৰাজকুমাৰী সকলৰ লগত শিবিৰৰ অন্তঃপুৰলৈ গুচি গৈছিল। তেওঁৰ প্ৰতীক্ষাত গৌতম ৰাতিপুৱালৈকে তাত বহি আছিল। যেতিয়া তেওঁ মণ্ডপৰ বাহিৰলৈ ওলাই থৰক বৰককৈ আশ্ৰমৰ ফালে উলটি গ'ল, তেতিয়া তেওঁক টোপনিয়ে হেঁচা মাৰি ধৰিলে। তেওঁ পুখুৰীৰ পাৰত শুই পৰিল। ৰাতিপুৱা প্ৰস্থানৰ দুন্দুভি বাজিল। আৰু শিবিৰ তুলি পেলোৱা হ'ল। ৰজাৰ শিবিৰৰ সকলো লোক চিকাৰলৈ গ'ল, চম্পক নিৰ্মলাৰ সৈতে পুখুৰীৰ পাৰেদি ওলাই আহিল। নিৰ্মলাই তেওঁক ক'লে, "কেনেকুৱা বিচিত্ৰ ব্ৰাহ্মণ! পৰহি তোমাৰে সৈতে চিত্ৰকাৰৰ সম্বন্ধে তৰ্ক কৰিছিল, নিশা নটৰাজৰ দৰে নৃত্য কৰিলে, এতিয়া শিশুৰ দৰে শুই আছে। আহাঁ, যোৱাৰ আগতে এওঁক জগাই সেৱা জনাই যাওঁ।" খন্তেকৰ কাৰণে চম্পক থিয় হৈ ৰ'ল। তাৰপাছত উত্তৰ দিলে, "নালাগে, যি সাৰ পায়, তেওঁৰ এদিন টোপনি আহে আৰু যি শোৱে তেওঁ এদিন সাৰ পাই উঠে। সেই সকলৰ ফালে চোৱাঁ যি সদায় সাৰে থাকে।" ইয়াকে কৈ তেওঁ নিজৰ দোলাৰ ফালে গুচি গ'ল।

মহুৱাৰ বননিত এতিয়া পূৰ্ণ নিস্তব্ধতা। তেওঁ পুখুৰীৰ খটখটীত বহি ভাবিবলৈ ধৰিলে। এই এনিশাৰ ভিতৰত হঠাৎ তেওঁ ডাঙৰ হৈ গ'ল। নিজৰ হৃদয়ত থকা সংসাৰখনত তেওঁ বিচৰণ কৰিলে। তেওঁ মায়া প্ৰয়োগ কৰিলে। এই প্ৰয়োগৰ কাৰণে তেওঁ অসন্তুষ্ট নহ'ল। কিন্তু এইটো কেনেকুৱা বিচিত্ৰ অনুভৱ, যি মঙ্গলৰ ঠাইত জীৱনৰ সকলো গৰল তেৱেঁই পান কৰি লৈছে। ই কেনেকুৱা আচাৰৰ প্ৰয়োগ আছিল। কিন্তু যাৰৰ সময়ত যে তেওঁ তেওঁক লগ পায়ো নগ'ল। ওচৰলৈ আহি তেওঁক জগায়ো নিদিলে।

তেওঁ মোক এটা কথাও নোকোৱাকৈ গুচি গ'ল। খন্তেকৰ কাৰণে তেওঁ অতিশয় সন্তোষ অনুভৱ কৰিলে। এই অনুভৱ তেওঁৰ ইমান তীব্ৰ হৈ পৰিল যে তেওঁ তেওঁৰপৰা পৃথক নহয়, তেওঁৰ অস্তিত্বত একত্ৰিত হৈ পৰিছে যেন অনুভৱো হ'ল। তেওঁৰ মোৰ সৈতে কথা-বতৰা পতাৰ প্ৰয়োজনেই বা কি!

তেওঁ যেন মোৰ সৈতে সকলো সময়তে কথা কৈছে, কিন্তু ইয়ো যে ছলনাই আছিল। মই যে নিজে নিজক ছলনা কৰিছোঁ। মই মায়াৰ জালত দকৈ বান্ধ খাই পৰিছোঁ, তেওঁ মোতকৈ পৃথক। বহুত দূৰৈত। মই ক'ত আৰু তেওঁ ক'ত? সকলো মিছা।

"ভাল হৈছে"—তেওঁ পুখুৰীৰ খটখটীটোৰ পৰা উঠি ক'লে ( তাতে তেওঁ সেই দিনা বহি আছিল ), তুমি সম্পূৰ্ণ সমাৰোহেৰে হাতী চিকাৰৰ কাৰণে প্ৰস্থান কৰিছা। আৰু মোৰ জীৱন। ই তোমাৰ অবিহনেও ব্যতীত হ'ব।

আশ্ৰমৰ পথেৰে যাওঁতে হঠাৎ তেওঁৰ মনত পৰিল এইটো তেওঁৰ অধ্যয়নৰ শেষ বছৰ। অদূৰ ভৱিষ্যতত তেওঁৰ দেউতাকে তেওঁক ঘৰলৈ নিবলৈ আহিব। গুৰুৱে তেওঁক বিদায় দিবৰ সময়ত সেই শব্দ আওৰাব—সঁচা কথা ক'বা আৰু ধৰ্ম আচৰণ কৰিবা (ধৰ্ম ? ), আশ্ৰমৰ সকলো বিদ্যাৰ্থী তেওঁৰ বয়সৰ। তেওঁৰ লগৰীয়া, তেওঁক ঘাটলৈকে থবলৈ আহিব। প্ৰতিষ্ঠাৰ পাগুৰি বান্ধি তেওঁ চকুত প্ৰথম কাজল সানিব। কাণত মণিকুণ্ডল পিন্ধিব। কেসৰী কাঁড় লৈ কান্ধত গৰম কম্বল পেলাই, ভৰিত জোতা পিন্ধি, আৰু চুলিত কেটেলাৰ কাঁইটেৰে সজা ফণী খুচি, ছাতি লৈ তেওঁ আড়ম্বৰেৰে শ্ৰাৱস্তীৰ পথত ভৰি দিব। অযোধ্যা আৰু পাটলিপুত্ৰৰ ৰাজসভালৈকো যাব। পুৰোহিতৰ আসনত বহিব। ৰজাৰ মন্ত্ৰীসকলৰ সৈতে সম্মিলিত হ'ব, আৰু তেতিয়া বেচেৰী সেই মূৰ্খ ছোৱালীজনী, মগধৰ কোনো ধ্বংসপ্ৰাপ্ত, ভয়ানক কোনো বিহাৰত তলমূৰ কৰি বহি থাকিব। শাক্যমুনিয়ে শুনোৱা নিৰ্বাণ প্ৰাপ্তিৰ কাৰণে তপ কৰিব।

যদি তেওঁ নিজৰ প্ৰতিভা লৈ ইমান গৰ্ব কৰিব পাৰে, তেন্তে মোৰ জানো নিজৰ শ্ৰেষ্ঠতাৰ কাৰণে দম্ভ নহ'ব? কেৱল চিত্ৰকাৰ আৰু শিল্পকলাত কি আছে? মই সূত্ৰকাৰ হ্ম, মই বিধান ৰচনা কৰিম। মনু, কপিল আৰু জৈমিনী মোৰ ভৰিৰ ধূলিৰো যোগ্য নহ'ব। ডাঙৰ ডাঙৰ প্ৰতিমাৰ বিশ্বখন মই এবাৰ জোকাৰি যাম। মোৰ জ্ঞান আছে। গণপতিৰ লেখনি মোৰ হাতত আছে। যদি চম্পক মোৰ নহয়, তেন্তে গোটেইখন এন্ধাৰ হৈ যাবনে? মোৰ যে সৰস্বতী আছে। তেওঁ কেতিয়াও মোক এৰি থৈ নাযায়।

চম্পকৰনো আছে কি ? সংসাৰত হেজাৰ হেজাৰ সুন্দৰী যুৱতী আছে। নিৰ্মলা কিমান সুন্দৰ আছিল !..চম্পক। ভালকৈ যদি চোৱা যায়, তেন্তে তুমি তেনেকুৱা একো সুন্দৰী নহয়।

তেওঁৰ ৰূপনো বাৰু কেনেকুৱা আছিল ? তেওঁ যাওঁতে যাওঁতে তিনি চাৰিবাৰ খণ্ডত শিলত খুন্দা খালে। মই এইটো ঠিক কৰিছোঁ যে তোমাৰ ছবি কেতিয়াও নে আঁকো। তুমিনো নিজক কি বুলি ভাবা ? মই তোমাক একো নোবোলোঁ। মই তোমাৰ ৰূপেই পাহৰি পেলাইছোঁ। ৰূপ মাথোঁ সাঁচহে। মোৰ হৃদয়ত যি ৰূপ সুৰক্ষিত হৈ আছে, তাক কেৱল বিশ্বকৰ্মাইহে বুজিব পাৰিব।

তেওঁ নিজৰ কুটীৰলৈ গ'ল। তাৰ পাছত আকৌ বাহিৰলৈ ওলাই আহিল। ইফালে সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে। আশ্ৰমৰ বিদ্যাৰ্থী সকলে তেওঁক আচৰিত হৈ চালে। কোনোবাই তেওঁক সুধিলে, "কালি নিশাৰে পৰা তোমাক দেখা নাই, আছিলা ক'ত?" তেওঁ বিৰক্ত হ'ল। তেওঁলোকৰ কথাত কাণ নিদিলে।

অখিলেশক মিছাকৈ ক'লে, তেওঁ নৈৰ পাৰত তপস্যা কৰি আছিল। তেওঁ আজি প্ৰথম মিছা কথা ক'লে। এই মিছা কথাবোৰ তেওঁৰ বৰ ভাল লাগিল। তেওঁ সন্ধ্যাও নকৰিলে। গুৰুক দৰ্শন কৰিবলৈও নগ'ল। আশ্ৰমৰ কুঞ্জত ইফালে সিফালে ঘূৰি ফুৰিল।

মই কেতিয়াও তেওঁৰ ছবি নেআঁকো। জীৱনৰ সমগ্ৰ দিশৰপৰা কলাৰ স্থান উচ্ছ হোৱা উচিত। কথাষাৰ তেওঁ বাৰে বাৰে মনতে আওৰালে। শেহত তেওঁ ৰ'ব নোৱাৰিলে। তেওঁ শিল্পী আছিল; আৰু সৃষ্টিৰ মুহূৰ্তই তেওঁক বৰ ব্যাকুল কৰি তুলিছিল।

পিছদিনা ৰাতিপুৱা তেওঁ চিত্ৰকলা আৰু মূৰ্ত্তিকলাৰ সঁজুলি লৈ মহুৱা বনলৈ গ'ল। পুখুৰীৰ পাৰত বহি তেওঁ গেৰোৱা মাটি বটিলে। তাৰে ৰঙা ৰং তৈয়াৰ কৰিলে। নীলৰ পুৰিয়া মাটিৰ পাত্ৰত গুলিলে। হালধি আৰু কুমকুমেৰে হালধীয়া আৰু ৰঙা ৰং তৈয়াৰ কৰিলে। আন ৰঙৰ কাৰণে গছৰ শিপা সিজালে। আৰু বগা চীনা মাটিৰ পাত্ৰ সন্মুখত থৈ ছবি আঁকিবলৈ বহিল। কিন্তু ৰূপ আৰু অৰূপৰ সংঘৰ্ষত তুলিকা ৰৈ গ'ল। মই কি আঁকিম? ইয়াৰ অৰ্থ কি? বেদান্তীয়ে কয় যে ঈশ্বৰ নিৰাকাৰ, যাৰ কোনো ৰূপ নাই, আকাৰ নাই, তেওঁ অগম অগোচৰ। কিন্তু এই সূত্ৰ কেৱল প্ৰতীকৰ ওপৰত আস্থা থকাজনৰ আগতহে ব্যাখ্যা কৰিব পাৰি। জীৱিত অস্তিত্ব যে স্বয়ং জীৱন, লক্ষণ নহয়। ই আকৰ্ষণ ভাবনাৰ ওপৰত নিৰ্ভৰশীল। কলাকাৰেনো শুদ্ধ ভাবধাৰাক কেনেকৈ প্ৰস্তুত কৰিব? তেওঁৰ দৃষ্টিকোণ যে নিৰপেক্ষ হ'ব নোৱাৰে। ধ্যানেই কলাকাৰৰ প্ৰকৃত কলা, কিন্তু সিও সম্পূৰ্ণ হৈ নাথাকে। শুদ্ধ আকৃতিয়েই হৈছে বস্তুৰ কল্পনা, যি স্বয়ং বস্তুত আছে, এয়েই বাস্তৱিক উদ্দেশ্য। বাস্তৱিক জীৱনক কেতিয়াও উপেক্ষা কৰিব নোৱাৰি। পুখুৰীৰ পাৰত বহি বহি তেওঁ অনেক ছবি আঁকিলে। ৰঙা মাটিৰে ভালেমান মূৰ্তি গঢ়িলে আৰু ভাঙিলে।

তেওঁ আশ্ৰমৰ দুৱাৰত মাটি, কাঠগুড়ি আৰু চূণ লেপি ডাঠ ৰঙৰ মূৰ্তি সাজিলে, ৰঙা মাটিৰে মূৰ্তিত সাঁচ দিলে। তেওঁৰ তুলিকাত অধিক পৰিমাণে ব্ৰহ্মজ্ঞানৰ লক্ষণ ফুটি উঠিল। ত্ৰিশূল, কল্পবৃক্ষ, পদুম, সংসাৰ চক্ৰ, পদুমৰ আসন আৰু অগ্নিস্তম্ভ। গৌতম নীলাম্বৰৰ তুলিকাত গাঁৱৰ দৃশ্য আছিল কৃষক, নাৰী, শিশু, গৰু, কলি আৰু ফুলৰ চানেকি। এই আকৃতিবোৰত শক্তি আছিল, আৰু আছিল জীৱনৰ অৰুণিমা আৰু উষ্মা। অলৌকিক জীৱনৰ সলনি বাস্তৱিক, পাৰ্থিব জীৱন। ই ধৰিত্ৰীৰ নিজা সৃষ্টি আছিল। আকৌ এদিন তেওঁ সুদৰ্শন ঋষিনীৰ

মূৰ্ত্তি সাজিলে। সুদৰ্শন যখিনীয়ে কদমৰ ডাল দোঁৱাই, গছৰ গাত আউজি থিয় হৈ আছিল। এই মূৰ্ত্তি দেখি নগৰৰ কলাকাৰ সকলে লাজত তলমূৰ কৰিলে। চিত্ৰশালা আৰু মন্দিৰবোৰত ইয়াক অমনোনীত কৰিলে। সমালোচক সকলে তীক্ষ্ণ দৃষ্টিৰে এই আকৃতিবোৰ চালে। গৌতমৰ প্ৰশংসা কোনেও নকৰিলে। সকলো আচৰিত হ'ল।

কলাকাৰ আৰু বুদ্ধিজীৱীসকলৰ মাজত এওঁক লৈ বাদ-বিবাদ চলিল। গৌতমে শান্তভাৱে সকলো শুনি নীৰৱে ৰ'ল। তেওঁ দৰ্শনৰ মাৰ্গ ত্যাগ কৰিছে, সেই কাৰণে তেওঁ ক'ব নোৱাৰিলে যে বিশুদ্ধ সৌন্দৰ্য্যবোধৰ অনুভৱ বাস্তৱিকতে কি বস্তু আৰু তাক কি দৰে পাব পাৰি, কি দৰে আনকো দিব পৰা যায়। ৰূপ আৰু অৰূপ, ভাব আৰু অভাবৰ দ্বন্দ্ব নিৰ্ণয় কৰিবলৈ তেওঁ কোন? তেওঁ মাথোঁ মানুহক, তেওঁলোকৰ ৰহস্যবোৰক শিলত অমৰ কৰি ৰাখিবলৈ বিচাৰে। বেদান্তৰ উপাসকৰ দৃষ্টিৰে তেওঁ ভাবিলে যে বিশুদ্ধ সৌন্দৰ্য্যবোধ সম্বন্ধীয় অনুভৱত অলৌকিক আনন্দ আছে। ই বিদ্যুতৰ দৰে অখণ্ড আৰু অবিভাজ্য। ই স্বয়ং প্ৰকাশ্য।

যিদৰে কলাকাৰৰ কল্পনা বিশ্বকৰ্মাৰ কল্পনাত নিহিত হৈ আছে, সেই-দৰে স্ৰষ্টাৰ আত্মা বা অহং বৰ্তমানত স্থিৰ হৈ আছে—যাক প্ৰতি ক্ষণত দেখা যায় আৰু যাৰ স্বৰূপ সমগ্ৰ সংসাৰত পৰিচায়ক হয়। অস্তিত্ব, বিশুদ্ধ জ্ঞান আৰু বিশুদ্ধ জীৱন—এইটোৱেই বিশুদ্ধ হৃদয়ৰ চিত্ৰশালা! য'ত সকলোবোৰ চিত্ৰ স্তূপ হৈ আছে, সমগ্ৰ কলা থুপ খাই আছে, সকলো উপমাই য'ত একক হয়, তাত বিভিন্ন ৰঙীণ আৰ্চীত একে পোহৰ জিলিকি থাকে। প্ৰত্যেক বস্তু যি ধৰণে সজা হয়, তাকে পূৰ্ণ কলাকৃতি বুলি কয়। কলাকাৰ আৰু দৰ্শক দুয়োৰে পথ এক হয়, কিন্তু বিদগ্ধ জনেহে ইয়াক বুজিব পাৰে।

সুদৰ্শন যখিনী সৃষ্টি কৰাৰ লগে লগেই বাস্তৱ কলাৰ এটা শৈলী আৰম্ভ হ'ল। বাস্তৱ কলা বিশুদ্ধ সাংসাৰিক হৈ পৰিল। এই মূৰ্ত্তিবোৰত বিশুদ্ধ যথাৰ্থবাদ আছিল। কদমগছৰ বনদেৱীবোৰ, ইন্দ্ৰলোকৰ দেৱবালা সকল প্ৰকৃততে অযোধ্যা আৰু শ্ৰাৱস্তীৰ আৰ্য্যকন্যা আৰু গাঁৱৰ কৃষক কন্যা আছিল। তেওঁলোকে প্ৰত্যেকদিনে সংচাকৈয়ে নৈৰ ঘাটত পানী ভৰাবলৈ গৈছিল, শাওণৰ গীত গাইছিল আৰু পথাৰত কাম কৰিছিল।

সুদৰ্শন যখিনীয়ে কঁকালত হাত থৈ বেঁকাকৈ থিয় হৈ আছিল। তেওঁৰ হাত দুখন বলিষ্ঠ আৰু চকুযোৰ ডাঙৰ, শৰীৰ সুদৃঢ় আৰু সুগোল আছিল। এই আকৃতি আৰু সন্তুলন, গম্ভীৰতা আৰু কোমলতা গতিৰ অনুভূতিৰ সম্পূৰ্ণ সংযোজন আছিল। এই শৈলীত জীৱন আছিল, গতি আৰু শক্তি, স্বাধীনতা তথা সন্তোষৰ তীব্ৰ ভাবনা। ইয়াত বন্ধন নাছিল, অন্ততঃ কলাকাৰে ইয়াৰপৰা মুক্তি পাইছিল।—তেওঁ কি সাজিব খুজিছে এতিয়া বুজিব পাৰিলে।

এদিন কিছুমান নতুন ছবি লৈ গৌতম বিমলেশ্বৰৰ শ্ৰাৱস্তীৰ চিত্ৰশালালৈ আহিল। তাত আগৰদৰেই তেওঁৰ সকলো বন্ধু আৰু বিৰোধীৰ সমাবেশ হৈছিল। এওঁলোকৰ মাজত তেওঁ কিছুমান লিপিকা আৰু আন মানুহ দেখিলে। তেওঁ অলপ আচৰিত হ'ল। কেতিয়াবা কেতিয়াবা ৰাজনীতিৰ বিষয়ে আলোচনা কৰিবলৈ এওঁলোক তেওঁৰ কুটীৰত গোট খায়। কিন্তু আজি কিবা গভীৰ চিন্তা-ভাবনাত সকলো মনে মনে বহি আছিল। তেওঁলোকে মূৰ দাঙি তেওঁক চালে, তাৰ পিছত আকৌ মৌন হৈ ৰ'ল। তেৰোঁ মনে মনে খিড়িকীৰ কাষত বহি পৰিল, আৰু তলৰ দোকানৰ উদুলি-মুদুলিবোৰ চাবলৈ ধৰিলে।

"তুমি নাজানা?" বিমলেশ্বৰে কথা আৰম্ভ কৰিলে।

"কি?" গৌতমে সুধিলে।

"তুমি একোকে শুনা নাই? তুমি নো কোনখন পৃথিৱীত আছাহে?"

এনেতে বাহিৰত কোনোবাই দুৱাৰত টুকিয়ালে। অখিলেশ সোমাই আহিল। তেওঁ ঘনাই উশাহ লৈছিল। তেওঁৰ ভৰি দুখন ধূলিৰে লুতুৰি পুতুৰি হৈ আছিল। এনে ভাব হ'ল যেন তেওঁ বহু দূৰৰ পৰা পলাই আহিছে।

"বন্ধুইঁত!"—তেওঁ লাহে লাহে ক'লে, "নিজৰ নিজৰ বস্তু-বাহানিবোৰ বান্ধা আৰু তৎক্ষণাত ইয়াৰপৰা পলোৱা।"

"কিয়? কি হ'ল?" গৌতমে প্ৰশ্ন কৰিলে।

"মগধত যুদ্ধ আৰম্ভ হৈছে, গৌতম! চন্দ্ৰগুপ্তৰ সৈন্যসকলে গোটেই দেশক নিজৰ অধীন কৰি এই ফালে আহিব লাগিছে। এতিয়া ইয়াত হুলস্থূল লাগিব। পথাৰত সুব্ৰমন্যই নিজৰ নাচ আৰম্ভ কৰি দিলে। এতিয়া তোমাৰ সময় গ'ল। যমে যুদ্ধৰ দুন্দুভি বজাই তোমাৰ পিছ লৈছে'—অখিলেশ ভাগৰি পাটীৰ ওপৰত বহি পৰিল। চকু দুটা মুদি দিলে। খন্তেক পাছত তেওঁ আকৌ ক'লে, "মহাৰাজ চিকাৰৰ পৰা উলটি আহিছিল। বিষ্ণুগুপ্তৰ সৈন্যসকলে তেওঁৰ সঙ্গী সকলক আক্ৰমণ কৰিলে। সকলো হাৰিল।"

"সকলোবোৰ?"—গৌতমে সুধিলে।

"এৰা শুনিছোঁ ৰাজকুমাৰীসকল নৈত সাঁতুৰি পাঞ্চালী ৰাজ্যৰ ফালে গুচি গৈছে, সেনাইঁতে তেওঁলোকৰ পিছ লৈছে।"

হঠাৎ তেওঁ থিয় হ'ল।

"তুমি ক'লৈ যোৱা অখিলেশ?" গৌতমে ক্ষীণ কণ্ঠত সুধিলে।

"মই যুদ্ধ কৰিবলৈ যাওঁ। সম্ভৱ তুমি যুদ্ধ নকৰা, কাৰণ তুমি যে অহিংসাৰ পূজাৰী।" তেওঁ নিজৰ পাদুকাযোৰৰ ধূলিবোৰ জোকাৰিলে। তাৰপিছত শান্ত-ভাবে বাহিৰলৈ ওলাই গ'ল।

গৌতম ভয়ত থিয় হ'ল। তেওঁ বিমলেশ্বৰক ক'লে, "তোমালোক যিসকল কলাকাৰ আৰু বিদ্বান ইয়াত উপস্থিত আছা, কোৱাঁ কেতিয়া যুদ্ধ কৰিব লাগে

আৰু কেতিয়া নালাগে? কোনোবাই হৰিশঙ্কৰক এইটো সুধিবলৈ যাবনে কি যে জীৱ হত্যা কৰা কোন সময়ত উচিত আৰু কোন সময়ত অনুচিত?” তেওঁ কোঠালিটোৰ চাৰিওফালে ঘূৰি ফুৰিবলৈ ধৰিলে। “বন্ধুহঁত! ৰজা নন্দৰ সৈতে মোৰ কোনো সম্বন্ধ নাই। মই বিষ্ণুগুপ্তক নাজানো, চন্দ্রগুপ্তৰ সৈতে মোৰ কোনো বিৰোধ ভাব নাই। এওঁলোকে গোট খাই কিয় মোক যুদ্ধলৈ ঠেলি দিব খুজিছে? কিন্তু ময়ো আনক মাৰিব লাগিব? মোৰ যে এওঁলোকৰ প্ৰাণবোৰ বৰ প্ৰিয়। মই নিজেও জীয়াই থাকিব খোজোঁ। এতিয়া মই কি কৰিম?”

খিৰিকীত মূৰ থৈ তেওঁ চকু দুটা মুদি দিলে। এনেতে চিত্ৰশালাত থকা সকলো মানুহে নিজৰ নিজৰ পাদুকা পিন্ধি বাহিৰলৈ ওলাই গ'ল। তেওঁলোক ওলাই যোৱাৰ শব্দ শুনি গৌতমে চকু মেলিলে। তেওঁ লক্ষ্য কৰিলে কোঠালিটো শূন্য হৈ গৈছে। তেওঁ তেওঁলোকৰ পিছে পিছে বাহিৰলৈ ওলাই গৈ জোৰেৰে চিঞৰিবলৈ ধৰিলে, “হেৰা, নিজৰ নিজৰ মূৰ্তিবোৰ পেলাই তোমালোক ক'লৈ যোৱা? এইবোৰ যে ভাগি যাব বন্ধুহঁত!”

কিন্তু হঠাৎ তলৰ বজাৰত যেন প্ৰলয় লীলা আৰম্ভ হ'ল। নগৰত যুদ্ধৰথী আৰু হাতীৰ আক্ৰমণ আৰম্ভ হৈছিল। চকুৰ নিমিষতে গোটেই বজাৰখন ৰণভূমিত পৰিণত হ'ল। ধূলি আৰু হাতীৰ চিঞৰ, ধেনু-কাঁড়ৰ শব্দ, ঢাল আৰু তৰোৱালৰ জনজনানি, স্ত্ৰী আৰু শিশুসকলৰ কান্দোন আৰু আৰ্তনাদৰ মাজত তেওঁৰ মাত নাইকিয়া হৈ পৰিল। মূৰ্তি এটাৰদৰে অলিন্দৰ খটখটীত থিয় হৈ তেওঁ সন্মুখৰ দৃশ্য চাবলৈ ধৰিলে। বজাৰৰ ইটাবোৰতো শব্দ হৈছিল। শিল্পীবন্ধুসকলৰ মৰা শ বোৰ বাটৰ ইফালে সিফালে সিঁচৰিত হৈ পৰি আছিল। চাণক্যৰ সৈন্যবোৰে অতি তৎপৰতাৰে মানুহবোৰৰ ডিঙি কাটি পেলাইছিল। গৌতমৰ চকুৰ আগত এন্ধাৰ বিয়পি পৰিল। শেহত তেওঁ থৰক-বৰককৈ চিত্ৰ শালাৰ খটখটীয়েদি নামি আহিল। তেওঁ মৃত বিমলেশ্বৰৰ হাতৰপৰা তৰোৱালখন এবুৰাই আনিলে। তৰোৱাল ঘূৰাই ঘূৰাই বাটলৈ নামি আহিল।

গোটেই নিশা গৌতমে যুদ্ধ কৰিলে। আৰু শেষত আহত অৱস্থাত অচেতন হৈ আলিবাটত বাগৰি পৰিল। চাৰিওফালে নাগৰিক সকলৰ মৰা শ দ'ম হৈ আছিল।

নগৰৰ পৰা কিছু দূৰৈত, জেত বনৰ প্ৰাসাদে নীৰৱে গছৰ আঁৰত আত্মগোপন কৰি থিয় হৈ আছিল। এন্ধাৰত প্ৰাসাদৰ কলচীটো জিকমিকাই আছিল। এই ঘটনাবোৰ দেখি প্ৰাসাদটোৱে যেন মৌন ভাবে হাঁহি আছিল।

সময় থাগৰি গৈ আছে। দেশত এতিয়া ময়ূৰ ৰাজ চিহ্নৰ অধিকাৰী সম্ৰাটৰ ৰাজত্ব। তেওঁ একছত্ৰ সাম্ৰাজ্যৰ প্ৰথম ৰাজাধিৰাজ সম্ৰাট। সম্ৰাটৰ বংশাৱলী লেখকৰ লেখনীত ইমানতে বৈ গ'ল,...এই প্ৰিয়দৰ্শী নৰচন্দ্ৰ, যি পাটলিপুত্ৰৰ সিংহাসনত অধিষ্ঠিত হৈছে এওঁ শূদ্ৰমাতৃৰ সন্তান। এওঁক ভেৰাৰখীয়াই লালন-পালন কৰিলে আৰু চাণক্যই তক্ষশিলাত প্ৰতিষ্ঠা কৰিলে, এতিয়া এওঁ নতুন ইতিহাস ৰচনা কৰাব। প্ৰাচীন পৰম্পৰা শেষ হ'ল আৰু নন্দৰ নিৰান্নবৈ কোটি কোষৰ ব্যাহিনী সাপোন হৈ পৰিল।

এইটো নতুন যুগ।

চন্দ্ৰগুপ্ত অতি শক্তিশালী সম্ৰাট। তেওঁৰ শাসনৰ ডঙ্কা সমগ্ৰ বিশ্বত বাজি আছে, তেওঁৰ ৰাজধানীৰ স্থান সংসাৰৰ মহান মহানগৰীবোৰৰ ভিতৰত অন্যতম হৈ পৰিছে। তেওঁৰ সৈনিক শক্তি দেখি আন দেশ ভয়ত ত্ৰস্ত হৈছে। বিষ্ণুগুপ্ত যাৰ আন এটা নাম চাণক্য, আৰু কৌটিল্য যি মহাপদ্ম নন্দক নিজৰ কূটনীতিৰ দ্বাৰা পৰাজিত কৰিলে, সেই বিষ্ণুগুপ্তৰ পৰামৰ্শত ৰাজ্যৰ শাসন কাৰ্য্য চলিছে। শাক্য মুনিয়ে কৈছিল যে বিজয়ৰ পৰা ঘৃণাৰ জন্ম হয়, পৰাজয় দুখ নিদ্ৰাত শুই থাকে। কিন্তু বিজয় আৰু পৰাজয়ৰ ওপৰত থকা শান্ত লোকসকল সদায় সুখত থাকে।

বিজয় বা পৰাজয়ৰ ইতিহাসৰ পথত এটা নতুন দিশ আছে, যাৰ কাৰণে পৃথিৱীখন যি কোনো প্ৰকাৰে আগ বাঢ়ে। এই বিজয়ৰ পাছত জনসাধাৰণ প্ৰথম বাৰৰ কাৰণে ৰাষ্ট্ৰীয়তাৰ ভাবৰ সৈতে পৰিচিত হ'ল। তেওঁলোকৰ এটা অস্পষ্ট অনুভূতি হ'ল যে এইখন এখন ৰাষ্ট্ৰ, যি সকলো বংশ জাতি আৰু পৰিয়ালতকৈ ডাঙৰ। ই এনে এখন ৰাষ্ট্ৰ, যি চন্দ্ৰগুপ্ত প্ৰিয়দৰ্শীৰ নেতৃত্বত ইৰাণ আৰু যৱনৰ জনতাক নিজৰ দেশৰ পৰা খেদাই উলিয়াই দিছিল। ইয়াৰ আগতে পাটলিপুত্ৰ কেতিয়াও ইমান সুশোভিত হোৱা নাছিল। নতুন নতুন প্ৰাসাদ তৈয়াৰ হৈছিল, জনসংখ্যা বৃদ্ধি হৈছিল। লগে লগে ভাষাৰ পৰিবৰ্তন হৈছিল। শাক্যমুনিৰ সময়ত মাগধী ভাষাই নতুন প্ৰাকৃতৰ ৰূপ লৈছিল। নাটক আৰু সঙ্গীত কলা উন্নতিৰ শিখৰত উঠিছিল। বহুৰূপীবোৰে মণ্ডপৰ তলত নানা ধৰণৰ ভাও দেখুৱাইছিল।

কাশীৰ এটা নাটক মণ্ডলীয়ে নতুন নতুন নাটক দেখুৱাই আছে। এই নাটকৰ লেখক প্ৰথমবাৰ পাটলিপুত্ৰলৈ আহিছে, কিন্তু তেওঁৰ খ্যাতি তেওঁতকৈ আগতেই ইয়াত বিয়পি পৰিছে। মানুহে তেওঁৰ সম্বন্ধে নানা ধৰণৰ সাধু কয়। কোৱা হয় যে তেওঁ হেনো অতি গুণী আৰু কলাৱন্ত লোক। কেতিয়াবা এদিন তেওঁ কলাকাৰ আছিল আৰু মূৰ্ত্তি গঢ়িছিল। তেওঁ নট, অতি সুন্দৰ নৃত্য কৰে। তেওঁ অভিনেতা,—চমৎকাৰ অভিনয় কৰে। ভৰত মুনিৰ সমগ্ৰ

কলা তেওঁ ধাৰণ কৰিছে। ভালেমানে বছৰ তেওঁ অযোধ্যাৰ গুণী আৰু গন্ধৰ্বৰ সৈতে কটালে। সকলো স্বৰ তেওঁৰ অধীন। তথাপি তেওঁৰ শান্তি নাই। সমগ্ৰ দেশত ঘূৰি ফুৰে, কোনো এঠাইত সুস্থিৰে থাকিব নোৱাৰে। কোনো এটা কলাক নিজৰ কেন্দ্ৰ কৰিব নোৱাৰে, এনে লাগে যেন মেঘৰ ছাঁক নিজৰ হাতৰ মুঠিত লব খোজে, আৰু সি হাতলৈ নাহে।

এই নাটক খুব জনপ্ৰিয় হৈছে। সমগ্ৰ পাটলিপুত্ৰ নাট্যশালালৈ ভাগি আহিছে। মহিলাসকলৰ ৰথ আৰু দোলাবোৰ শাৰী শাৰী হৈ আছে। ৰাজকুমাৰী আৰু শ্ৰেষ্ঠী, মন্ত্ৰী আৰু বেপাৰীৰ ছোৱালী, ৰাজ্য শাসনৰ উচ্চাধিকাৰী সকলৰ পত্নীসকল, সকলোৱে ৰং বিৰঙৰ শাড়ী, বাখৰ পতোৱা গহনা আৰু সোণালী কৰধনী পিন্ধি নাট্যশালাৰ ভৱনত বহি আছে।

এই অভিনেতা আৰু নাট্যকাৰক চাবলৈ অবিবাহিতা যুৱতীসকল অতিশয় উৎকণ্ঠিত হৈ আছিল। তেওঁলোকে শুনিছিল তেওঁ অতি সুসজ্জিত আৰু সুন্দৰ। নাৰীসকলৰ এটা দুৰ্বলতা আছে শিল্পীৰ ৰূপ আৰু সৌন্দৰ্য্যৰ আগত কলাৰ ভাল বেয়া প্ৰশ্ন পাহৰি পেলায়। নিকা আঁৰকাপোৰখন এফালে আঁতৰোৱা হ'ল। ছবি থকা কাঠৰ ৰঙ্গমঞ্চৰ পাছৰ আঁৰকাপোৰখন কলহ, কাপোৰ আৰু ছবিৰে সজাই থোৱা আছিল। বাদ্যকাৰসকল সম্মুখত বহিল,...বন্দনা কৰা ছোৱালীবোৰে কাষৰ খুটাৰ পৰা ওলাই মহাদেৱৰ স্তুতি কৰিলে, তাৰে এজনী ছোৱালী দলৰ বাহিৰলৈ আহি, কঁকালত হাত থৈ এফালে থিয় হ'ল। এওঁ নাটকৰ নায়িকা। তেওঁৰ দীঘল বেণীডালত মুক্তাৰ মণি গুথিছিল। তেওঁৰ সোণালী কৰধনীত বহুমূলীয়া ৰত্ন ওলমি আছিল। এইবাৰ ৰঙ্গভূমিৰ বগা মঞ্চত তেওঁক দেখা গ'ল, যাৰ কাৰণে ইমান পৰ সকলোৱে প্ৰতীক্ষা কৰি আছিল। তেওঁ অতি গৰ্বেৰে মূৰ তুলি সম্মুখৰ শূন্যলৈ চাই গম্ভীৰভাৱে এখোজ দুখোজকৈ আগলৈ আহিল। আৰু কিছু সময় সকলোৰে ফালে চাই নিয়মানুসাৰে নটীৰ দ্বাৰা এই নাটকৰ বিষয়ে সংবাদ আৰম্ভ কৰালে। তেওঁৰ কণ্ঠস্বৰত দৰ্শকমণ্ডলী মন্ত্ৰমুগ্ধ হ'ল। নিষ্পলকভাৱে সকলোৱে তেওঁক নিৰীক্ষণ কৰিবলৈ ধৰিলে। সংলাপৰ মাজত কোনো কথাত জোৰ দিবলৈ প্ৰথমতে তেওঁ সোঁ হাতখন আৰু তাৰ পাছত বাঁওহাতখন ওপৰলৈ দাঙিলে। দৰ্শক চমকি উঠিল। তেওঁলোকৰ চেহেৰাত বিষাদৰ ছাঁ বিদ্যমান হৈ পৰিল। মহিলাসকলে তীব্ৰ দুখত অভিভূত হৈ চকু মুদি দিলে। এই ৰূপবান আৰু অদ্ভুত কলাকাৰৰ দুয়োখন হাতৰ আঙুলি কটা আছিল।

গৌতম নীলাম্বৰৰ সম্মুখত আৰু এখন নগৰ আছিল। সেয়া হৈছে দৰ্শক সমূহ। এই নগৰ জনসমূহে প্ৰতি দিনৰ দৰে তেওঁক শ্ৰদ্ধা আৰু প্ৰেমেৰে চাই আছিল। তেওঁ সকলোকে নাটক দেখুৱাইছে। কিন্তু তেওঁৰ নাটক কোনেও দেখা নাই। যিদৰে ৰঙ্গমঞ্চৰ পাছফালৰ আঁৰ কাপোৰখনৰ পাছত থকা ৰঙ্গমঞ্চটো দৰ্শকে কেতিয়াও দেখা নাপায়।

এওঁলোক পাটলিপুত্ৰৰ সেই সভ্য আৰু সম্ভ্ৰান্ত নাগৰিক, যি নাট্যশালাত বহি তেওঁৰ সংবাদ শুনিবৰ কাৰণে উগ্ৰাৱল হৈ আছিল। এওঁলোকৰ ভিতৰত কোনেও নাজানে, তেওঁ কেনেকুৱা পৃথিৱীত ভ্ৰমণ কৰিছিল। তেওঁ জীৱনত সকলো ধৰণৰ প্ৰয়োগ কৰি চাইছিল, এতিয়া আৰু তেওঁৰ চাবলৈ একো বাকী নাই। তেওঁ ভাবিলে জীৱন কেৱল শুনানে কেৱল প্ৰকাশ নাইবা কেৱল অন্ধকাৰ? ইয়াত যে কেৱলৰ অস্তিত্বই নাছিল। সংসাৰৰ বাস্তৱিকতাৰ পৰা তেওঁ পদচ্যুত হ'ব পৰা নাছিল। পৃথিৱীয়ে প্ৰতি পদত নিজৰ প্ৰত্যেক ৰূপত তেওঁৰ ওচৰত ধৰা দি তেওঁক উপহাস কৰিছিল।

শ্ৰাৱস্তীৰ বজাৰত আক্ৰমণকাৰীহঁতৰ সৈতে তেওঁ গোটেই দিন যুঁজিছিল আৰু শেহত তৰোৱালৰ আঘাতত তেওঁ আহত হৈ বাগৰি পৰিছিল। যেতিয়া তেওঁ জ্ঞান পালে, যেতিয়া মূৰ দাঙি দেখিলে। আকাশৰ পৰা নিশাৰ আন্ধাৰ ম্লান হৈ আহিছে। তেওঁ আঘাতত ক্ষত বিক্ষত আৰু তেওঁৰ হাতদুখন তেজেৰে লতুৰি পুতুৰি। তেওঁ অতি কষ্টেৰে তেজেৰে লতুৰি পুতুৰি হৈ থকা হাতদুখন মেলিলে। তেতিয়া যেন এক অটল সত্যৰ আভাষ পালে। হাতৰ সেই আঙুলিবোৰ, যি আঙুলি সৌন্দৰ্য্য ৰচনাৰ কাৰণে সৃষ্টি কৰা হৈছিল, সেইবোৰে যেন গা ধুইছে। কোনো শান্ত বিহাৰত বহি তেওঁ এই সত্যক উপলব্ধি কৰিব নোৱাৰিলেহেঁতেন। কলাকাৰ হোৱা বাবে মানুহৰ হাত তেওঁৰ বৰ ডাঙৰ প্ৰতীক আছিল। হাতৰ আঙুলিয়ে সংসাৰৰ সকলো ৰহস্য, সমগ্ৰ জীৱন প্ৰদৰ্শন কৰে, গৃহ নিৰ্মাণ কৰে, ফুলনিত পানী দিয়ে, বাঁহী বজায় আৰু থপৰিয়াই থপৰিয়াই কেঁচুৱাক নিচুকায়। আন এটা সত্য হৈছে যে এই আঙুলিৰে মানুহে কাঁড় মাৰে, ঢাল চলায় আৰু আন মানুহক নিজৰ হাতৰ মুঠিত লৈ তেওঁলোকক ডিঙিত চেপা দিয়ে।

শৰীৰত অলপমান শক্তি আহৰণ কৰি তেওঁ উঠিল আৰু শৱবোৰ সৰকি বাটৰ দাঁতিতে থকা দেৱালত ধৰি নিজৰ ঘৰৰ ফালে খোজ ললে। ঘৰত তেওঁৰ মাক আছিল, মাকে নিশ্চয় তেওঁৰ ঘা বোৰ ধুৱাই দিব আৰু তেওঁক নিজৰ কোলাত লৈ শুৱাবলৈ চেষ্টা কৰিব। কিন্তু তেওঁৰ ঘৰ যে এতিয়া শূন্য হৈ পৰি আছে। আজি বিছ বছৰ পাছত তেওঁ ইয়ালৈ আহিছে। তেওঁৰ মাক আৰু বাপেক যুদ্ধৰ বিভীষিকাত নিহত হৈছে।

ঘাবোৰ উপশম হোৱাৰ পাছত তেওঁ শ্ৰাৱস্তীৰ পৰা ওলাই ইফালে সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে।

লাহে লাহে দেশত শান্তি স্থাপন হ'ল। চন্দ্ৰগুপ্তৰ ৰাজ্য দৃঢ় হৈ পৰিল। গৌতমে ঘূৰি পকি গৈ কাশী পালেগৈ। তেওঁ এজন সুযোগ্য সুশিক্ষিত ব্ৰাহ্মণ আছিল। নিজৰ জ্ঞানৰ বাহিৰে তেওঁৰ হাতত আন একো ভাণ্ডাৰ নাছিল। কিন্তু তেওঁৰ চিন্তা নাছিল। বিদ্যাৰ্থী আৰু ব্ৰহ্মচাৰী হোৱাৰ কাৰণে প্ৰথমৰে পৰা অভুক্ত হৈ থকা আৰু বিপদৰ সম্মুখীন হোৱা তেওঁৰ অভ্যাস আছিল। তেওঁৰ এই

বেপাৰীৰ নিচিনা জীৱন বেয়া লগা নাছিল। আৰু এতিয়া তেওঁ বিদ্বানৰ সঙ্গ আৰু তেওঁলোকৰ সৈতে তৰ্ক বিতৰ্ক কৰিও ভাল নাপাইছিল।

কাশীত এদিন এক নাটক গৃহৰ নায়িকাৰ সৈতে তেওঁৰ চিনাকি হ'ল। তেওঁক দেখাৰ লগে লগে তাই তেওঁৰ প্ৰতি আসক্ত হৈ পৰিল। আৰু তেওঁক নিজৰ নাট মণ্ডলীত সুমাই ললে।

নিজৰ কটা আঙুলিৰে এতিয়া তেওঁ ছবি আঁকিব নোৱাৰে। মূৰ্ত্তি গঢ়িব নোৱাৰে, নৃত্য কৰিব নোৱাৰে, তেওঁৰ সমুখত মাথোঁ অভিনয়ৰ যোগেদি নিজৰ কলা প্ৰদৰ্শনৰ পথ বাকী থাকিল। ছাত্ৰজীৱনত তেওঁ নাটক লিখিছিল, তাৰ পাছত তেওঁ দাৰ্শনিক, বিদ্বান, চিত্ৰকাৰ আৰু অভিনেতা, নায়ক হ'ল।

বহুৰূপ এক আৰু সত্য হয়। নাটকৰ প্ৰধান বিষয়-বস্তু আছিল বিয়োগ। গৌতম নীলাম্বৰে এই পৰম্পৰা স্থায়ী কৰিলে। বিয়োগৰ বাহিৰে নো আন কি বিষয় তেওঁ নিজৰ কাৰণে বাচি ল'ব পাৰিলেহেঁতেন ?

নাটক গৃহৰ এই ৰূপহীৰ নাম আছিল অম্বিকা। তেওঁ বৰ খ্যাতনামা অভিনেত্ৰী আছিল। ধনীৰ সন্তান আৰু সুন্দৰ পুৰুষে তেওঁৰ নাম-মালা জপ কৰিছিল। তথাপি তেওঁ এজন দৰিদ্ৰ ব্ৰাহ্মণ বিদ্যাৰ্থীৰ প্ৰতি আকৰ্ষিত হ'ল, যাৰ হাতৰ আঙুলি বোৰ কটা।

তেতিয়া গৌতমে আৰু এটা সত্য অনুভৱ কৰিলে—তুমি যাক বিচাৰা তেওঁ তোমাৰ চিন্তা নকৰে। আৰু যি তোমাৰ কাৰণে প্ৰাণ দিয়ে তেওঁৰ প্ৰতি তোমাৰ কোনো আসক্তি নাই। এইটো জীৱনৰ এটা চৰম সত্য—যাক হেজাৰ হেজাৰ মানুহে আগতে অনুভৱ কৰি আহিছে। অথচ তেওঁৰ কাৰণে ই একেবাৰে নতুন কথা আছিল।

অম্বিকাৰ দলৰ লগত তেওঁ সকলো ঠাই ফুৰিলে। মৌৰ্য্য ৰাজ্যত শক্তি আৰু সমৃদ্ধি বিয়পি পৰিছিল। এতিয়া গৌতমো ধনী যুৱকৰ দৰে আড়ম্বৰেৰে থাকে, মদ খায়, নিতৌ ন-ন যুৱতীৰ সঙ্গ ভোগ কৰে অথচ সোনকলে তেওঁক আমুৱাই যায়। অম্বিকা—তেওঁৰ পূজাৰিণী, তেওঁৰ অসৎ ব্যৱহাৰ সত্বেও অম্বিকাই তেওঁৰ পূজক। বিনিময়ত তাইক নিষ্ঠুৰ ব্যৱহাৰ কৰে, তাইক মনত কষ্ট দি মনে মনে আহ্লাদিত হয়।

তেওঁ চম্পকৰ সন্ধানত দূৰ-দূৰণিলৈ যাত্ৰা কৰিলে, চম্পক জীৱিত নে মৃত্যুৰ হাতৰ পৰা ৰক্ষা পৰিছে নে—অনুসন্ধান কৰিলে। কিন্তু ক'তো তেওঁক নাপালে।

নিৰাশ হৈ চম্পকক বিচাৰিবলৈ এৰি দিলে। আনহাতে অম্বিকাৰ প্ৰেমৰ ওচৰত পৰাজয় স্বীকাৰ কৰিবলৈ বাধ্য হ'ল। অম্বিকাৰ লগত তেওঁ জীৱনত এনেকুৱা শান্তি পালে, যি শান্তি মাথোন এজন গৃহস্থৰ ক্ষেত্ৰতহে সম্ভৱ হ'ব পৰে।

আজি তেওঁ পাটলিপুত্ৰত। প্ৰত্যেক দিনা অম্বিকাৰে সৈতে তেওঁ অভিনয়

কৰিছে। বহুৰূপৰ অভিনয়ৰ কাৰণে মতলীয়া হোৱা দৰ্শকমণ্ডলীয়ে প্ৰকৃত গৌতম নীলাম্বৰক কেতিয়াও দেখা নাপাব। অভিনয়ত গৌতম নীলাম্বৰ সদায় তেওঁ-লোকৰ শ্ৰদ্ধাৰ পাত্ৰ হৈ থাকিব।

## ৬

মহিলা সকলে দুখাভিভূত হৈ চকু মুদিলে, সপোনত বিচৰণ কৰি ফুৰা ছোৱালীহঁতে এক অজান দুখত তলমূৰ কৰিলে।

এই মহিলাসকলৰ লগত এচুকত বহি চম্পকে বান্ধৱীহঁতৰ লগত কথা-বতৰা পতাত ব্যস্ত আছিল।

এবাৰ মূৰ দাঙি যেতিয়া তেওঁ গৌতম নীলাম্বৰক দেখিলে, তেওঁ কঁপি উঠিল। তেওঁৰ চকু চকুলোৰে উপচি পৰিল আৰু এই আন্ধাৰতো গৌতমৰ চেহেৰা তেওঁৰ সন্মুখত নুমাই যোৱা চাকিৰ দৰে তিৰবিৰাবলৈ ধৰিলে। উত্তেজিত কণ্ঠেৰে গৌতমে সংলাপ মাতি এবাৰ আগলৈ চাই দৰ্শকৰ ভিৰৰ মাজত তেওঁক দেখি, খন্তেকৰ কাৰণে নিজৰ সংলাপ পাহৰি তেওঁ মূৰ্ত্তিৰ দৰে তেওঁলৈ চাই ৰৈ গ'ল।

তেওঁ চকু নমালে। চম্পকে বেঙুনীয়া শাড়ী পিন্ধি তেওঁৰ সন্মুখত বহি আছিল। ইমান প্ৰতীক্ষা আৰু সন্ধানৰ পাছত হঠাৎ যেতিয়া তেওঁক দেখা পালে তেতিয়া তেওঁৰ সেওঁতাত সেন্দূৰ আৰু ভৰিত ৰঙা জেতুকা আৰু নূপুৰ আছিল। তেওঁ অকণমান ল'ৰাটোক কোলাত লৈ বান্ধৱীৰে সৈতে লেপেটা কাঢ়ি বহি আছিল। চকুৰ, নিমিষতে তেওঁ বিপৰীত পাৰ পালেগৈ। আগতে তেওঁ পৱিত্ৰ আছিল আৰু এতিয়া আৰু পৱিত্ৰ হৈ পৰিছে। তেওঁ যে মাতৃ হৈছে। তেওঁৰ উপলব্ধি হ'ল, সংযোগ, দুৰ্ঘটনা আৰু সময়ৰ বিচিত্ৰ খেলতো অত্যন্ত সত্যতা আছে। তেওঁ আত্মসম্বৰণ কৰি অভিনয়ত নিজকে বিলীন কৰি দিলে।

চম্পকে নীৰৱে চকুলো টুকিবলৈ ধৰিলে। এজন মানুহে পৃথিবী ত্যাগ কৰিলে, তথাপিও তেওঁৰ মনৰ পৰা চিন্তা আঁতৰ নহ'ল। তেওঁ আছিল হৰি-শঙ্কৰ। এজন মানুহে তেওঁৰ স্মৃতিৰ পৰা ৰক্ষা পাবলৈ ত্যাগৰ সলনি পৃথিবীৰ শৰণ ললে, তথাপি বৈৰাগী হৈ থাকিল, তেওঁ হ'ল গৌতম নীলাম্বৰ। তেওঁ অতি দুৰ্ভগীয়া, তেওঁ পৃথিবীক ত্যাগ কৰিব নোৱাৰিলে, অথচ এই পৃথিবীত থাকি জীৱনৰ আনন্দও উপভোগ কৰিব নোৱাৰিলে। এই সকলো মায়াৰ খেল। তেওঁ তাকে কৰিব লগীয়া হ'ল। নাৰী হিচাপে জন্ম লবলৈ তেওঁৰ ভাগ্যত লিখিছিল। হয়তো তেওঁৰ কৰ্ত্তব্যও আছিল। বজাক হত্যা কৰাৰ পাছত তেওঁক আন ৰাজ-কুমাৰী সকলেৰে সৈতে পাটলিপুত্ৰলৈ বন্দী কৰি নৈ অহা হ'ল। অযোধ্যাৰ ৰাজপৰিয়ালৰ যুৱতীসকলৰ সৈতে বিজয়ী সকলৰ বিয়া পতা হ'ল। তেওঁকো

চাণক্য মহাৰাজৰ এজন উচ্চ বিষয়াৰ সৈতে বিয়া দিলে। বিষয়াজনৰ বয়স ষাঠি বছৰ, শকত আৱত আৰ সুচতুৰ ব্ৰাহ্মণ। বিত্ত বিভাগত কাম কৰে আৰু সকলো সময়তে ধন উপাৰ্জ্জনৰ চিন্তাত মগ্ন হৈ থাকে।

চম্পকৰ ধৰ্ম আছিল স্বামীক পূজা আৰু সেৱা কৰা। পাটলিপুত্ৰৰ আন হেজাৰ গৃহিণীৰ দৰে তেৱোঁ এজনী গৃহিণী আছিল। তেওঁৰ কোনো বৈশিষ্ট্য নাছিল—তেওঁৰ কোলাত স্বামীৰ সন্তান। তেওঁ বান্ধৱীৰ সৈতে ইটো সিটো কথা পাতি আছিল। দৰ্শন-শাস্ত্ৰ চৰ্চ্চা কৰাৰ সময় উকলি গ'ল।

কিছু সময়ৰ পাছত যেতিয়া নাটকৰ প্ৰথম অঙ্ক শেষ হ'ল, আঁৰ কাপোৰ পৰিল, তেতিয়া তেওঁ লাহেকৈ দাসীৰ কাণত কিবা ক'লে। দাসীয়ে ইফালে সিফালে চাই বেগাই বাহিৰলৈ ওলাই গ'ল।

প্ৰথম অঙ্ক শেষ হোৱাৰ পাছত গৌতম ৰঙ্গমঞ্চৰ পাছফালৰ প্ৰসাধন গৃহলৈ আহিল।

"এজনী দাসীয়ে তোমাক দেখা কৰিব খুজিছে"—অম্বিকাই আৰ্চীৰ সম্মুখত ডিঙিৰ মালাবোৰ সোলোকাই ঘূৰি ক'লে।

"কোন"? গৌতমে লাহেকৈ সুধিলে। তেওঁৰ কণ্ঠস্বৰৰ সকলো কৰ্কশতা নাইকিয়া হৈ গ'ল। তেওঁৰ এই আচৰিত পৰিৱৰ্তন দেখি অম্বিকা হতভম্ব হৈ পৰিল।

"ক'ব নোৱাৰো।" অম্বিকাই অস্ফুট স্বৰত উত্তৰ দিলে। "তুমি নিজেই চোৱাগৈ। তেওঁ নিজৰ কাপোৰ লৈ আন নৰ্তকীবোৰৰ ওচৰলৈ গ'ল।

গৌতম প্ৰসাধন গৃহৰ খটখটীলৈ আহিল। তলত এজনী মিঠা বৰণৰ দাসী থিয় হৈ আছিল। তেওঁ মূৰ দোঁৱাই গৌতমৰ ওচৰত হাত-যোৰ কৰি ক'লে, "মোৰ ৰাণীয়ে তোমাক সেৱা জনাইছে। তেওঁ জানিবলৈ বিচাৰিছে তুমি জানো, যোৱাৰ সময়ত তেওঁক লগ পাই নোযোৱা ?"

তেওঁৰ এদিন চকু মুদ খায় আৰু যি শুই থাকে তেওঁ এদিন সাৰ পাই উঠে। তেওঁলোকলৈ চোৱা যি অনবৰত জাগ্ৰত হৈ আছে। তেওঁক কবা এতিয়া ময়ো সাৰে আছোঁ। এতিয়া মোৰ কোনো বস্তুৰে প্ৰয়োজন নাই। তেওঁক এইটোও কবা যে পতিৱ্ৰতা নাৰীৰ কাৰণে পৰপুৰুষ মাত্ৰই ছাঁৰ নিচিনা ? এতিয়া তুমি যাব পাৰা।"

তেওঁ তাল বজাই থকা নাট্যশালাৰ ভিতৰলৈ গ'ল। কিছু সময়ৰ পাছত দাসীয়ে ঘূৰি আহি ক'লে, "মোৰ ৰাণীয়ে কৈছে যে তোমাৰ বিচাৰ ঠিক। এতিয়া যদি তুমি সাৰ পাইছা, তেন্তে বৰ ভাল কথা, তেওঁ আৰু কৈছে যে তুমি পতিৱ্ৰতাৰ অৰ্থ কি জানা। ঠিক আছে তোমাৰ বাট ভেটিবৰ অধিকাৰ কোনো বস্তুৰে নাই। এতিয়া তুমিও যাব পাৰা।"

ইয়াকে কৈ তেওঁ তৎক্ষণাত মুখৰ ওৰণিখন টানি দৰ্শকৰ ভিৰৰ মাজত অদৃশ্য হৈ গ'ল।

নাটক শেষ হোৱাৰ পাছত গৌতমে দৰ্শকৰ ফালে নোচোৱাকৈ ৰঙ্গমঞ্চৰ পৰা বাহিৰলৈ ওলাই আহিল। প্ৰসাধন গৃহলৈ গৈ তেওঁ নিজৰ পাটৰ কাপোৰ আৰু অলঙ্কাৰ খুলিলে। তাৰ পাছত এখন বগা চাদৰ কান্ধত পেলাই শুদা ভৰিৰে জনতাৰ দৃষ্টিৰ হাত সাৰি নাট্যশালাৰ বাহিৰলৈ আহিল। আৰু অতি দ্ৰুতগতিত নগৰৰ দুৱাৰৰ ফালে এইদৰে আগ বাঢ়িল, যেন কোনোবা বন্দীহে কাৰাবাসৰ পৰা পলাই গৈছে, পহৰাদাৰে আকৌ ধৰি পেলাব বুলি ভয় খাইছে।

সকলোফালে আনন্দ উল্লাস! চিকিৎসালয়ত শুই শুই ৰোগীয়ে মৃত্যু বা স্বাস্থ্যলাভৰ প্ৰতীক্ষা কৰিছে। বজাৰত ৰূপৰ আৰু তামৰ মোহৰ বাজি আছে। আয়ুধ গৃহত অস্ত্ৰ-শস্ত্ৰ সজা হৈছে। নৈৰ বন্দৰত জাহাজ তৈয়াৰ হৈছে। দূৰৈৰ পৰা ৰাজভৱনৰ উচ্চ শিখৰ দেখা গৈছে। এই সময়ত সম্ৰাটে নিজৰ বৈঠকখানাত বহি হয়তো চাণক্য মহাৰাজৰ সৈতে চতুৰঙ্গ খেলিছে।

এজনী বেশ্যাই তেওঁক ভালকৈ চাই গুচি গ'ল। কেতিয়াবা চাগৈ তায়ো আন নিপুণ বেশ্যাৰ দৰে গুপ্তচৰ বিভাগত কাম কৰিছিল।

এতিয়া আন্ধাৰে আবৰি ধৰিছে। আৰু দুৰ্গৰ চাৰিওফালে প্ৰহৰীহঁতে পহৰা দি আছে। তেওঁ এখন দুৱাৰৰ ওচৰলৈ আহি থমকি ৰ'ল। এই দুৰ্গৰ চৌষষ্ঠিখন দুৱাৰ। কোনখন দুৱাৰে মোৰ গন্তব্যৰ পথ মুকলি কৰিব ?

প্ৰহৰীয়ে তেওঁক কোনো প্ৰতিষ্ঠিত ব্ৰাহ্মণ বুলি ভাবি নীৰৱে ওলাই যাবলৈ দিলে। তেওঁ বহল খাল পাৰ হৈ ৰাজপথলৈ আহিল। এই পথ প্ৰয়াগৰ ফালে গৈছে। শোণ নৈ পাৰ হৈ তেওঁ কেইবাদিনো যাত্ৰা কৰিলে বাটত এন্ধাৰ হাবি আৰু নৈ-নলা পালে। নৈৰ পাৰত অসংখ্য সাধু তপস্যাত মগ্ন হৈ আছিল।

বানপ্ৰস্থৰ পাছত সন্ন্যাসৰ সময় আহে। হয়তো মোৰো সেই সময় আহিছে। সেই সময়, য'ত মৃত্যুৰ কামনা নাথাকে। আৰু নাথাকে জীৱনৰ! তেওঁ আগ বাঢ়ি গ'ল। বাটত নগৰ আছিল, চৰকাৰী খেতি, আশ্ৰম, ম'ৰা পালকৰ গাঁও...তেওঁৰ স্থান ক'ত ? কিন্তু ভয় কৰিবলৈ কি আছে ? তেওঁ পৃথিৱীত আছে। পৃথিৱী যে তেওঁৰ মাতৃ আছিল। মনে ক'লে পৃথিৱীয়ে তোক ঠাই দিব।

তেওঁৰ ভৰিৰ তলুৱাত ঘাঁহৰ মিঠা কেঁচা সুগন্ধ, শিলৰ শীতলতা আৰু মাটিৰ শক্তি অনুভৱ কৰিলে। তেওঁ হাত মেলি বতাহক স্পৰ্শ কৰিলে আৰু মৃদু স্বৰত আওৰাবলৈ ধৰিলে. "ধৰিত্ৰী মাতৃ! তোৰ পৰ্বতবোৰে, বৰফেৰে আবৃত পৰ্বত আৰু বন-উপবনে মিচিকিয়াই আছে। মই তোৰ পাৰত থিয় হৈ আছোঁ। মই পৰাজিত হোৱা নাই। কোনো আঘাত লগা নাই। মই ক্ষত নহয়, মই পূৰ্ণ। মোক কোনেও ক্ষয় কৰিব পৰা নাই।

ধৰিত্ৰী মাতৃ ! তোৰ ভিতৰত জানো কিবা আছে ? আই, মোক ঠাই দিয়া, মোক ক'ৰবাত ঠাই দিয়া ।"[১]

যাওঁতে যাওঁতে তেওঁৰ কেইবাদিনো পাৰ হৈ গ'ল। নানা ধৰণৰ ফুলৰ গছপুলি আৰু ফুলৰ ডালবোৰ তেওঁৰ পথত দোঁ খাই আছিল। চৰাইবোৰে তেওঁৰ সৈতে সুহুৰি মাৰিলে। শাওণৰ কণিকাবোৰে পদুম ফুলৰ পাতত জলতৰঙ্গৰ ধ্বনি কৰিলে।

তেওঁ এখন চোতালত থিয় হ'ল। আৰু সজল নেত্ৰে এই দৃশ্য চাব ধৰিলে। মেঘৰ পৰা এটা বিন্দু আহি টপকৰে তেওঁৰ চকুৰ পলকত পৰিল=যেন শঙ্খৰ পৰা স্বাতী নক্ষত্ৰৰ দুষ্প্ৰাপ্য বিন্দুহে নিগৰিছে।

আকাশত ক'লা মেঘে গৰ্জি উঠিছিল। তেওঁ আনন্দত বিভোৰ হৈ পৰিছিল তেওঁৰ অন্তৰত ধৃমুহাৰ নদে খুন্দিয়াই আছিল। মস্তিষ্কত সুৰৰ নিজৰাই গীত গাইছিল।

তেওঁ ইন্দ্ৰক সহায়ৰ কাৰণে প্ৰতীক্ষাৰত দেখিলে। বৃদ্ৰই তেওঁৰ পাছ ললে। এজোপা গছৰ গাত আঁউজি তেওঁ চকু মুদিলে। বৰ্ষাৰ বিন্দুবোৰ তেওঁৰ সুন্দৰ উদাস মুখমণ্ডললৈ নিজৰাৰ দৰে বাগৰি আহিল।

গোটেই নিশা বৰষুণ হ'ল। ৰাতি পুৱাল। বৰষুণ আঁতৰিল। পোহৰ ওলাল। কুঞ্জত শঙ্খধ্বনি হ'ল, নৈৰ পাৰত ব্ৰাহ্মণে উষাৰ বন্দনা কৰিলে।

বতাহৰ মৃদু জোকাৰণি পাছ পেলাই গৌতম আগ বাঢ়ি গ'ল। "দেৱতাসকলৰ জননী! উজ্জ্বল হৈ থাকা আৰু আমাক ৰাষ্ট্ৰত উচ্চতম স্থান প্ৰদান কৰা।" ব্ৰাহ্মণৰ স্বৰ তেওঁৰ পাছৰ পিনে নৈত বিয়পি পৰিল। তেওঁ শাৰী পাতি থকা মন্দিৰৰ সমুখেদি আকৌ হাবিতলীয়া বাটলৈ আহিল।

সম্মুখত অযোধ্যা। তেওঁ তিতা মাটিত আঁঠু কাঢ়ি বহি পৰিল, তেওঁ উপলব্ধি কৰিলে চাৰিওফালে এক শূন্যতা আৰু তেওঁ চিৰদিনৰ দৰেই অকলশৰীয়া। সংসাৰৰ অনাদি অনন্ত মানৱ! ক্লান্ত, পৰাজিত, প্ৰসন্নচিত্ত, আশাবাদী মানৱ। তেওঁ ভগৱানৰ মাজত বিৰাজমান। তেওঁ স্বয়ং ভগৱান। সন্মুখত অযোধ্যাৰ সোণালী নগৰ, বাৰিষাৰ ধূসৰ এন্ধাৰতো এনেদৰে জকমকাই আছে যেন সকলোবোৰ স্বৰ্ণনিৰ্মিত। এক উজ্জ্বল কান্তিয়ে গোটেইখন পোহৰাই থৈছে।

তেওঁ আকৌ থিয় হ'ল। তেওঁৰ কণ্ঠস্বৰত বিশ্বাস আছিল, আছিল গৰ্ব আৰু আছিল আত্মাভিমান। তেওঁ ভগৱানক আহ্বান জনালে ঃ "হে ভগৱান! তুমি অগ্নি, তুমি সূৰ্য্য, তুমি বায়ু, তুমি চন্দ্ৰমা আৰু তৰাৰে ভৰা আকাশ, তুমি ব্ৰহ্মা, পানী আৰু প্ৰজাপতি।"

"তুমি নাৰী, তুমি পুৰুষ, তুমি যুৱক, তুমি যুৱতী! তুমি সেই লাখুটিত ভৰ

---

১ ঋগ্বেদৰ এটা স্তুতি।

দি থৰক বৰক কৰে গৈ থকা বৃদ্ধজন, প্ৰত্যেক দিনলৈ লক্ষ্য ৰাখি তুমি আৱিৰ্ভাব হৈছা।"

"তুমি গভীৰ নীলা বৰণীয়া মাখি, তুমি বঙা চকুৰ সেউজীয়া মইনা। তুমি ধুমুহা, তুমি সকলো ঋতুৰ ৰূপ, তুমি সমুদ্ৰ।"

এজোপা গছত এহাল চৰাই বহি আছিল। দুয়ো দুয়োৰে লগৰীয়া, এটাই ফল খাই আছে, আনটোৱে সতৃষ্ণ নয়নেৰে চাই আছে। সেই গছতে মানুহো বহি আছে—উদাস, নিজৰ অক্ষমতাত সচকিত। আনক সন্তুষ্ট হোৱা দেখাজন আৰু আনৰ মহানতাক চিনিব পৰাজন—নিজৰ দুখ-কষ্ট মুক্ত হয়। যিজনে ঋগ্বেদৰ এই অবিনাশী অস্তিত্বক নাজানে, কিন্তু যাৰ অন্তৰত দেৱতা বাস কৰে, ঋগ্বেদৰ পৰা তেওঁৰ কি লাভ হয়? যিজনে তেওঁক জানে, সেইজন নিশ্চিন্ত হৈ থাকে।"

"যিজনে তেওঁক চিনিলে, তেওঁ সূক্ষ্মতকৈয়ো সূক্ষ্মতম, যাৰ অনেক ৰূপ সেইজন শিৱ অৰ্থাৎ আনন্দ।"

"যেতিয়া জ্যোতিৰ প্ৰসাৰ হয়, তেতিয়া দিনো শেষ নহয়, ৰাতিও শেষ নহয়, আৰু অনস্তিত্বও শেষ নহয়। একমাত্ৰ আনন্দই বাকী থাকে। সেই অনন্ত জ্যোতি সাবিত্ৰীৰ, যাৰপৰা বুদ্ধিৰ জন্ম হয়।"

"তেওঁৰ সৌন্দৰ্য্য দেখা নেযায়। তেওঁৰ ঐশ্বৰ্য্য আৰু মাহাত্ম্যৰ উপমা নাই। তেওঁ অন্তৰত অৱস্থিত।

"তেওঁ অজন্মা। এই শব্দৰ লগে লগে কোনোবা থৰ থৰ কৰি কঁপি তোমাৰ ওচৰলৈ আহে—হে ৰুদ্ৰ! মোক ৰক্ষা কৰা।"

"তেওঁ বিশ্বৰ অকলশৰীয়া পক্ষী! সমূদ্ৰত অস্তমিত সূৰ্য্যৰ সমান তেওঁ। মানুহে যেতিয়া তেওঁক জানিব পাৰিব, তেতিয়া তেওঁ মৃত্যুকো জয় কৰিব—"

"কিয়নো, ইয়াৰ বাহিৰে আৰু যাত্ৰাৰ কোনো পথ নাই।"

আকৌ তেওঁ চকু মেলিলে, তানপুৰাৰ তাঁৰ ডাল জনজনাই কঁপি থকাৰ দৰে তেওঁৰ শৰীৰ কঁপি আছিল। ভৰিৰ তলত পানীৰ সোঁতৰ শব্দ, তেওঁ মূৰ দাঙি চালে। সঙ্গীহীন সৰযু বৈ আছে।

তেওঁ অতি মনোযোগেৰে লক্ষ্য কৰিলে, চকুৰ ওপৰত হাতেৰে ছাঁ লৈ চালে, কিন্তু তাত একো দেখা নাপালে। নৈৰ আনটো পাৰত গেৰুৱা কাপোৰ পিন্ধি কোনোবাই ভূতৰ দৰে নাচি আছিল।

ঘাটত হালধীয়া শাড়ী পিন্ধি এজনী ছোৱালী বহি আছিল আৰু তাই মূৰত চম্পাফুল পিন্ধিছিল। "নৈৰ সিপাৰে কোন আছে তুমি জানা নেকি?" তেওঁ ছোৱালীজনীক সুধিলে।

"কেইজনমান ভিক্ষু থাকে।" ছোৱালীজনীয়ে নিৰ্লিপ্তভাৱে উত্তৰ দিলে আৰু ভাঁৰ ধোৱাত ব্যস্ত হৈ পৰিল।

"বাবু, তেতিয়াহলে মই তেওঁলোকক অলপ লগ পাই আহোঁ।"

"এনেকুৱা কোবাল সোঁতত নৈ পাৰ হ'বা জানো ? এতিয়া যে ইয়াত কোনো নাৱো পোৱা নেযায়।"

"একো চিন্তা নাই, নৈ বোৰ যে পাৰ হ'বৰ কাৰণেই।"

বতৰ বৰ মনোৰম আছিল, ম'ৰা চৰায়ে চালি ধৰিছিল, কুলি চৰায়ে চিঞৰি আছিল, ভোমোৰাই গুণগুণাইছিল। ভালেমান ফুল ডালৰ পৰা সৰি তেওঁৰ ভৰিত পৰিল। তেওঁ তলমূৰ কৰি ফুলবোৰ বুটলি নৈত ছটিয়াই দিলে। তাৰ পিছত পানীত জ'পিয়াই পৰি সিপাৰলৈ বুলি সাঁতুৰিবলৈ ধৰিলে।

এনেতে পানীৰ এক কোবাল সোঁতে তেওঁক প্ৰায় পাৰ পোৱালেহি। পানীৰ ঢৌ পৰ্বতসমান ওখ হৈ আহিছে। তেওঁ সকলো শক্তিৰে হাত ভৰি মাৰিবলৈ ধৰিলে, পানীৰ সোঁত কোবাল আছিল। তেওঁ পানীৰ ওপৰত এটা শিল দেখিলে, এয়া চণ্ডীদেৱীৰ ভগা মন্দিৰৰ ভগ্নাৱশেষ। তেওঁ তৎক্ষণাত তাৰ এটা শিলত খামোচ মাৰি ধৰিলে। তেওঁ বৰ ভাগৰি পৰিছিল। তেওঁৰ উশাহ বন্ধ হৈ যাব খুজিছিল। শিলছটা সাৱটি খন্তেকৰ কাৰণে চকু মুদিলে। কালৰ প্ৰবাহে পানীক উটুৱাই নিছে। শিলটো সাৱটি ধৰি খন্তেকৰ কাৰণে তেওঁ সুৰক্ষিত যেন অনুভৱ কৰিলে। কিয়নো অতীতৰ সৈতে সম্বন্ধিত শিল ভৱিষ্যতলৈকো এইদৰে স্থিৰ হৈ থাকিব। তেওঁৰ হাতৰ আঙুলি কটা থকাৰ কাৰণে তেওঁ বেছি সময় শিলটো সাৱটি ৰ'ব নোৱাৰিলে।

সৰযু নৈৰ ঢৌবোৰ গৌতম নীলাম্বৰৰ গাৰ ওপৰেদি বাগৰি গ'ল।

আনফালে অবুল মনচুৰ কামালুদ্দীনে পাৰলৈ আহি তেওঁৰ শ্যামবৰ্ণৰ ঘোঁৰাটো বৰগছৰ তলত বান্ধি চাৰিওফালে চাবলৈ ধৰিলে। সন্মুখত নৈ খন বৈ আছে। দূৰণিত জুপুৰিবোৰ দেখা গ'ল। শিৱমন্দিৰৰ পৰা ঘণ্টাৰ ধ্বনি ভাঁহি আহিছিল। বৰ গছৰ তলত কোনোবা পীৰৰ সমাধি আছিল। তেওঁ তল মূৰ কৰি পানী ছুলে। নিৰ্মল পানীৰ সোঁতত আৰু নিমজ শিলবোৰৰ মাজত তেওঁ নিজৰ প্ৰতিবিম্ব দেখিলে। খন্তেকৰ কাৰণে তেওঁ চকিত হৈ পৰিল।...ইয়াত কি কৰিছে ?

চম্পা এতিয়াও অহা নাই। তেওঁ আকৌ নৈলৈ চালে, কদমগছৰ ডালবোৰ ফলেৰে দোঁ খাই আছিল। কেই পাহমান ফুল তেওঁৰ মূৰৰ ওপৰত সৰি পৰিল। পাগুৰি টো খুলি তেওঁ ফুলবোৰ ছুলে আৰু তাৰ পাছত নিজৰ তৰোৱালৰ নক্সা থকা নালটো ছুলে। ফুলৰ এই সমাৰোহৰ মাজত তৰোৱালখন তেওঁৰ অসহ্য যেন লাগিল। তেওঁ লাহেকৈ তৰোৱালখন কঁকালৰ পৰা সোলোকাই ঘাঁহনিত থলে।

এনেতে সাঁতুৰি সাঁতুৰি চম্পা ঘাটলৈ আহিল।

"আমি ভাবিছিলোঁ তুমি চাগৈ কাৰোবাক মাৰিবৰ কাৰণে নাইবা নিজে মৰিবৰ কাৰণে কোনোবা ফাললৈ গুচি গৈছা।" তাই হাঁহি হাঁহি ক'লে।

"আকৌ সেই কথা! তোমাক কিমান বাৰ বুজাইছোঁ যে মই সৈনিক নহয়। মই চুলতান কুতুব খানক চোৱা মেলা কৰোঁ।"

"তথাপি এই তৰোৱালখন ধাৰণ কৰা কিয়? ই যে বৰ ভয়ানক বস্তু।"

"চম্পাৰাণী! ইয়াক পুৰুষৰ অলঙ্কাৰ বুলি কোৱা হয়। এই তৰোৱালখন আৰু পাগুৰিৰ অবিহনে আমাৰ সাজ সম্পূৰ্ণ নহয়। তোমালোক অধিবাসী সকলে মালৱ আৰু বুন্দেলখণ্ডৰ ৰাজপুত দেখা নাই। দেখিছা কেতিয়াবা? মোৰ এজন বন্ধু আছে, উদয় সিংহ ৰাঠোৰ। কনৌজৰ ৰাজপুত। কেনেকুৱা সাহসী সৈনিক। আজিকালি তেওঁ ক'ত আছে নেজানো। শুনিছোঁ গোৱালিয়ৰৰ কীৰত সিংহৰ সেনাবাহিনীত আছে। হয়তো মালৱৰ সৈতে ক'ৰবাত যুদ্ধ কৰিছে।" খন্তেকৰ কাৰণে কামালুদ্দিন তেওঁৰ যুদ্ধক্ষেত্ৰৰ বন্ধুসকলৰ স্মৃতিত বুৰ গ'ল। ছোৱালীজনীয়ে নিজৰ ক'লা চুলিৰ পানী চেপি বেণী গাঠি ক'লে, "যুদ্ধৰ কথা নকবা। তোমাক যেতিয়া সেই তৰোৱাল খনেৰে সৈতে দেখোঁ তেতিয়া মোৰ বৰ শঙ্কা হয়।"

"শঙ্কা? ই কি বস্তু?"

"তোমাক বুজোৱা মিছা", তাই আকৌ খটখটীত বহিল। কামালুদ্দিনে গছৰ ছাঁলৈ চালে।

"বাৰু চম্পাৰাণী, তোমাক খোদাৰ হাতত গতালোঁ", তেওঁ নিজৰ ঘোঁৰাটোৰ ফালে আগ বাঢ়ি গ'ল।

দাঁতিয়েদি মুছলমান ফকীৰৰ এটা দল পাৰ হৈ গৈছিল। তাৰ এজন যুৱকে চম্পা আৰু কামালৰ পিনে চাই তল মূৰ কৰি আগ বাঢ়ি গ'ল।

"এওঁলোকো পৰিহাস প্ৰিয় মানুহ নেকি?"—কামালে ক'লে।

"পৰিহাস প্ৰিয় নহয়, বৰ মৰমিয়াল মানুহ। এওঁলোকক বিদ্ৰূপ নকৰিবা, এদিন এওঁলোকেই তোমাৰ লগৰীয়া হ'ব।" চম্পাই খঙেৰে ক'লে।

"তুমি কাশীলৈ গৈ কবীৰৰ শিষ্যা নোহোৱা কিয়?"

"কাশীলৈ আমি তোমাকো লগত লৈ যাম। কিন্তু তাৰ আগতে তুমি তোমাৰ তৰোৱাল খন এৰিব লাগিব।"

"বাৰু, ঈশ্বৰ সহায় হওক।" কামালে ক'লে।

তেওঁলোক নৈৰ ফালে আগ বাঢ়ি গ'ল। "সেই পাৰত ভগাশিলবোৰৰে সৈতে ওখ হৈ থকা সেইটো কি?" তেওঁ সুধিলে।

"সেইটো......সেইটো যে অতি প্ৰাচীন মন্দিৰৰ ভগ্নাৱশেষ। শ-শ হেজাৰ-হেজাৰ বছৰৰ পুৰণি।"

"আৰু তাৰ আগত সেই জুপুৰিবোৰত কোন আছে?"

"তাত চুফীসকল থাকে, ভক্ত।"

"কিন্তু এতিয়া তুমি ক'লৈ যোৱা ?"—তেওঁ ক্ষীণ কণ্ঠেৰে সুধিলে।

"বহৰাই চলৈ। নাজানো তাত কিমান দিন থাকিব লাগে।"

"বৰষুণ আৰম্ভ হ'বৰ হ'ল। সাৱধানে থাকিবা।"

"বাৰু, মই সাৱধানে থাকিম, ঈশ্বৰে তোমাক ৰক্ষা কৰক, পাগলী ছোৱালী।"

তেওঁ তাইক পাগলী ছোৱালী বুলি কয়। সেই সম্বোধনত কিমান যে মৰম নিহিত হৈ থাকে, তাই চকুলো টুকি হাঁহিলে। কামালুদ্দীনে ঘোঁৰাৰ লেকাম ডাল হাতত ললে, ধূলিৰ মাজত অদৃশ্য হৈ গ'ল।

## ৭

বহৰাইচ নামৰ সৰু গাঁও খনত অ'ত ত'ত সিঁচৰিত হৈ থকা মাটীয়াবৰণৰ ঘৰবোৰ দেখা গৈছিল। ধূলিৰে ভৰা আলিবাটেদি গৰুগাড়ীবোৰ গৈ আছিল। আৰু সকলোতে এক অজান উদাসীনতা বিয়পি পৰিছিল। কোনো সময়ত ইয়াত এখন বিখ্যাত নগৰ আছিল বুলি শুনা যায়। সেই নগৰখনক শ্ৰাৱস্তী বোলা হয়, শ্ৰাৱস্তীৰ সোমবংশী ৰজাজন অতি তেজস্বী আৰু প্ৰতাপী আছিল। জ্যোতিষীসকলে শ্ৰাৱস্তীৰ চুহলদেৱক ভৱিষ্যদ্বাণী কৰি কৈছিল, এটা সময়ত উত্তৰফালৰ পৰা দীঘল ডাঙৰ তুৰস্ক ( ভীমকায় ) জাতি এটা আহি তোমাক শেষ কৰি দিব। অৱশেষত গজনীৰ মহমুদৰ এজন সেনাপতি ইয়ালৈ আহিছিল। তেওঁৰ নাম আছিল মচ উদ গাজী, তেৱেঁই চুহলদেৱক শেষ কৰি দিলে। দিল্লীলৈ কুতুবুদ্দীন এৱক আহিল আৰু তেওঁৰ সেনাপতি আহমদ বখতীয়াৰে কোশল, মগধ আৰু বঙ্গৰ সকলোবোৰ মূৰ্তি পূজক ৰজাক শেষ কৰি পেলালে। বিগত দুহেজাৰ বছৰৰ আগতে যিদৰে শাক্যমুনিক বিষ্ণুৰ অৱতাৰ বুলি গণ্য কৰা হৈছিল, সেইদৰে মূৰ্তিভজক সেনাপতি মচউদ গাজী যোৱা দুই শতিকাত "বালে মিঞা'ৰ ৰূপত কোশলদেশৰ অধিবাসী সকলৰ দেৱতা স্বৰূপ হৈ পৰিল।

অবুল মনচুৰ কামালুদ্দীন—প্ৰথমবাৰ বহৰাইচলৈ আহিল। তেওঁ মচউদৰ সমাধিত আঁউজি—গছৰ ছাঁত বহি পৰিল। তেওঁ দেখিলে হিন্দু মহিলাৰ এটা দল হাতত পিতলৰ কাঁহীত পূজাৰ সঁজুলি লৈ সমাধিলৈ পূজা দিবলৈ আহিছে।

নালন্দা, বিক্ৰমশিলা, উজ্জয়িনী আৰু অমৰাৱতীৰ বিশাল আন্তঃৰাষ্ট্ৰীয় বিশ্ব বিদ্যালয় এতিয়া উজাৰ হৈ গৈছে। শ্ৰাৱস্তীৰ প্ৰাচীন আশ্ৰম শূন্য হৈ পৰি আছে। অদ্ভুত ভাষাবোৰত লিখা সেই পুথি-পাঁজিবোৰ বুজোঁতা কোনো বিদ্বান লোক নাইকিয়া হ'ল। যি সকলে মূৰ্ত্তিবোৰ ধ্বংসপ্ৰাপ্ত হোৱাৰ পিছত এই পুথি-পাঁজি বোৰৰ পৰা আনন্দ আহৰণ কৰিবলৈ আৰম্ভ কৰিছিল তাৰ ভিতৰত কাশ্মীৰৰ

চুলতান জৈন উল আবিদিন, গৌড়ৰ চুলতান আল্লাউদ্দীন হুচেইন চাহ আৰু জোনপুৰৰ চুলতান হুচেইন চৰ্কীও সেই বাদচাহ সকলৰ ভিতৰত অন্যতম আছিল।

চুলতান হুচেইন চৰ্কীয়ে দিল্লীৰ চুলতান বহলোল লোধী আৰু চুলতান চিকন্দৰৰ সৈতে যুদ্ধ কৰাৰ পৰা, যেতিয়াই অকণমান আহৰি পাইছিল, তেতিয়াই তেওঁ নিজৰ তানপুৰাখন লৈ ৰাগ ৰাজ্যত বিচৰণ কৰিছিল। আৰু প্ৰাচীন পাণ্ডুলিপিবোৰ অধ্যয়নত নিমগ্ন হৈছিল। পাছত তেওঁ অযোধ্যাৰ কেইজনমান পণ্ডিতৰ পৰা জানিব পাৰিলে যে বহৰাইচৰ কোনো মঠত ডেৰ হেজাৰ পৌণে দুহেজাৰ বছৰৰ আগৰ সংস্কৃতৰ কিছুমান তাম্ৰ পত্ৰ আছে। নিজৰ গ্ৰন্থাগাৰৰ যুৱক আৰু নিৰীক্ষক অবুল মনচুৰ কামালুদ্দিনক তেওঁ পণ্ডিতসকলক লগ ধৰিবলৈ অযোধ্যালৈ পঠিয়ালে। কেইদিনমানৰ কাৰণে কামালুদ্দীন অযোধ্যালৈ গ'ল। অযোধ্যাত তেওঁ সেই পণ্ডিতসকলৰ মাজত এগৰাকী পণ্ডিতৰ ভনীয়েক চম্পাৱতীক লগ পালে।

নিজৰ কঠিন দৰ্শনশাস্ত্ৰ বাদ দি চুলতানৰ আদেশ অনুসৰি কামাল তেওঁলোকৰ ওচৰলৈ গৈছিল। এই পণ্ডিতসকলে সৰযুৰ পাৰত এটা নতুন মণ্ডলী স্থাপন কৰিছিল। আৰু এই মণ্ডলীৰ নাম 'ভক্তি ৰস' থৈছিল। কামালৰ ভক্তকবীৰ নাইবা আন কোনো সাধু চুফীৰ প্ৰতি আগ্ৰহ নাছিল। তেওঁ ইতিহাসকাৰ হ'ব খুজিছিল। চুলতানে তেওঁক বিভিন্ন অস্পষ্ট ধৰণৰ ইতিহাস লিখিবলৈ নিযুক্ত কৰি লৈছিল। তেওঁৰ সময় বৰ ভালকৈ পাৰ হৈ গৈছিল। এতিয়া চুলতানৰ আদেশ আছিল, এই পণ্ডিতসকলৰ সহায়ত সংস্কৃত, পালি আৰু অৰ্দ্ধমাগধী ভাষাত লিখা সামঞ্জস্যহীন গ্ৰন্থবোৰ ফাৰচীত অনুবাদ কৰা হওক।

প্ৰাচীন গ্ৰন্থৰ সন্ধানত তেওঁ সকলোবোৰ মঠলৈ গ'ল। শ্ৰাৱস্তীৰ ভগ্নাৱশেষবোৰ চালে যিবোৰৰ সঙ্কেতস্থান এতিয়া ৰিক্ত হৈ পৰি আছে।

এদিন তেওঁ এই ভগ্নাৱশেষৰ মাজত শিল আৰু কাঠৰ এটা বৰ ডাঙৰ স্তূপ দেখিলে, ইয়াৰ চাৰিওফালে সৰু সৰু গলি আছিল ; ইয়াত হয়তো কেতিয়াবা বিতোপন বজাৰ বহিছিল আৰু আছিল ওখ ওখ অট্টালিকা। অতি আচৰিত আৰু সন্দিগ্ধ হৈ তেওঁ এই ঘৰবোৰৰ ভিতৰলৈ গ'ল। এই ঘৰবোৰৰ বিষয়ে এটা জিজ্ঞাসু মন লৈ তেওঁ এজন পণ্ডিতক সুধিলে, "ভগ্নাৱশেষবোৰৰ ভিতৰত যিটো সবাতোকৈ ডাঙৰ, সেইটোনো বাৰু কাৰ মহল আছিল ?"

তেওঁ ৰহস্যপূৰ্ণ দৃষ্টিৰে কামাললৈ চালে, যেন এই বিদেশী বিদ্বানে ব্যৰ্থ প্ৰশ্ন কৰিছে। "ইয়াত অনেক চক্ৰবৰ্ত্তী ৰজা হৈ নাইকিয়া হৈ গ'ল। চন্দ্ৰগুপ্ত মৌৰ্য্য, অশোক প্ৰিয়দৰ্শী, সমুদ্ৰগুপ্ত। চন্দ্ৰগুপ্ত মৌৰ্য্যৰ আগতে ইয়াত ডাঙৰ ডাঙৰ শিল্পী, মূৰ্ত্তিকাৰ আৰু লেখক আছিল—তেওঁলোকৰ নাম নাজানো।"

"হায়। হায়!" কামালে মনে মনে ক'লে, "এই দেশৰ প্ৰাচীন ইতিহাস লিখা

অসম্ভৱ। সেই তাম্ৰ পত্ৰৰ লেখকৰ নামো ইয়াত নাই।" তেওঁ ঘূৰি পাক আকৌ সেই ভগ্নাৱশেষলৈ উভতি আহিল। এটা ভগা স্তম্ভত বহি তেওঁৰ কৰ্ম পন্থাৰ বিষয়ে ভাবিবলৈ ধৰিলে। হঠাৎ তেওঁক বাগদাদ আৰু নেচাপুৰৰ স্মৃতিয়ে ব্যাকুল কৰি তুলিলে।

কামাল এই দেশলৈ ন-কৈ আহিছে। তেওঁ জোনপুৰত থকা মাত্ৰ কেইবছৰ মানহে হৈছে। বাইছ বছৰ বয়সলৈকে তেওঁ বাগদাদৰ মাদ্ৰাচাত ইবেনচিনা, অলফাৰাবী, ইৰাণৰ ফকৰুদ্দিন ৰাজী, স্পেনৰ ইবেনৰুচদ আৰু ইবনুল আৰবীৰ বিস্তৃত অধ্যয়ন কৰিছল। ইবেন খুলহুনক তেওঁ নিজৰ গুৰু বুলি মানিছিল। আৰবদেশৰ ইতিহাস লিখিবলৈ তেওঁ মনস্থ কৰিছিল। ইবেন-খুল-দুনৰ বিচাৰ ধাৰাৰ প্ৰতি আস্থাভাজন কেইজনমান চিন্তকৰ সৈতে সাক্ষাৎ কৰাৰ উদ্দেশ্যে তেওঁ উত্তৰ আফ্ৰিকাৰ ফালে যাব লগা আছিল। কিন্তু পিতাকৰ মৃত্যু হৈছে বুলি কাইৰোত বাতৰি পাই তেওঁ বাগদাদলৈ উলটি আহিল আৰু তাৰপৰা ইৰাণলৈ গুচি গ'ল। নেচাপুৰত তেওঁ এজন বন্ধুৰ পৰা জানিব পাৰিলে, তৰোৱাল চলোৱাৰ লগে লগে কলমধৰা বিদ্বানো ভাৰতত আছে। কামালে তেওঁৰ প্ৰিয় গ্ৰন্থ লগত ললে আৰু মধ্য এচিয়া, কাশ্মীৰ, লাহোৰেদি তুগলকাবাদ পালেহি।

এই সময়ত পৃথিৱীত অদ্ভুত চঞ্চলতাই বিৰাজ কৰিছিল। কামালৰ মনত আছে—ইতিহাসত এনে কোনো যুগ অহা নাই, যেতিয়া বেচেৰা মনুষ্য জাতিৰ ওপৰত কোনো পাহাৰ ভাগি পৰা নাছিল। বিগত শতিকাত তাতাৰিয়াৰ আক্ৰমণে দেশক ধ্বংস কৰিলে। আৰব, ইৰাণ, স্পেন আৰু উত্তৰ আফ্ৰিকাৰ মুছলমান বিদ্বান সকলে গোট খাই যোৱা ছশ বছৰে অতি আড়ম্বৰেৰে জ্ঞানৰ যি দ্বীপমালা জ্বলালে, গোবীৰ মৰুভূমিত জন্ম হোৱা ধূলিৰ ধুমুহাই সেই দীপমালা নিৰ্বাপিত কৰিলে।

কিন্তু এই অৰাজকতা, হত্যা, সংঘৰ্ষৰ আৰু যুদ্ধৰ পাছতো জ্ঞানৰ বন্তি গছি টিমিক টামাককৈ জ্বলি আছিল। চুফীসকলৰ খানকাহ আৰু আলিমৰ মাদ্ৰাচাত গ্ৰন্থ লিখা হৈছিল। শিক্ষাৰ আদান প্ৰদানৰ পৰম্পৰা স্থায়ী হৈ আছিল। মানৱতাৰ বন্তি কেতিয়াও নুমুৱা নাছিল। এই কম্বল লোৱা ফকীৰ সকল এতিয়া নতুন দেশৰ ফালেও আহিছে। কলন্দৰ সম্প্ৰদায়ে আৰু ফকীৰসকলে বঙ্গ, বিহাৰ, অৱধ, ৰাজস্থান, দকন, গুজৰাট, সিন্ধ আৰু পঞ্জাবত নতুন বিহাৰ বহুৱালে। মন্দিৰবোৰত মানুহক ৰোমাঞ্চিত কৰিব পৰাকৈ জৰা ফুকা কৰা হয়। তাৰ নাম তেওঁ শুনিছে।

কামালে নীৰৱে ভগ্নাৱশেষৰ খটখটীত বহি সন্মুখলৈ চাই আছিল। কিছুদিনৰ আগতে পূব অযোধ্যাত চম্পাই তেওঁক গাই শুনোৱা গীতবোৰলৈ মনত পৰিল।

এই অপৰিচিতে অচিন দেশৰ, অচিন শিলত বহি নিশাৰ দৃশ্য উপভোগ কৰিবলৈ ধৰিলে।

চাৰিওফালে পাতল পোহৰ বিয়পি পৰিল।

পূৰ্ণিমাৰ জোনটোৱে ভগ্নাৱশেষৰ মাজেদি ভুমুকি মাৰিছিল। সেই পোহৰ-বোৰে শিলৰ ভগা মজিয়াত আচৰিত কোণবোৰৰ সৃষ্টি কৰিছিল। মজিয়াত নানা ধৰণৰ অস্পষ্ট নক্সা অঁকা আছিল। সেইবোৰ শ-শ বছৰৰ বৰ্ষাই অস্পষ্টতৰ কৰি তুলিছিল। ত্ৰিশূল আৰু কল্পবৃক্ষ—ধৰিত্ৰীৰ প্ৰতীক স্বৰূপ—পদুম, সৃষ্টিৰ চক্ৰ, পদুমৰদৰে সিংহাসন আৰু অগ্নিস্তম্ভ, এই প্ৰতীকবোৰত তেওঁলোকে কি অৰ্থ বিচাৰি পাইছিল ক'ব নোৱাৰোঁ। কামালে সচকিত ভাৱে এই আকৃতিবোৰ চাই ভাবিবলৈ ধৰিলে। বাহিৰত মহুৱাৰ বাগিচাত ভয়াবহ নীৰৱতা বিৰাজ কৰিছিল।

এই নীৰৱতাত আচৰিত আৰু বিচিত্ৰ শব্দ শুনিবলৈ পোৱা গ'ল। যেন এন্ধাৰ শূন্য গলিবোৰৰ পৰা ডাঙৰ ডাঙৰ ৰথ ওলাই আহিছে। ৰথত স্বৰ্ণখচিত ছাতিৰ তলত কাণত সোণৰ কুণ্ডল পিন্ধি আৰু গাত উত্তৰীয় লৈ অপৰিচিত মানুহবোৰ বহি আছে। তেওঁলোকে তেওঁক জুমি চাই আছে। এন্ধাৰত তেওঁলোকৰ চকুবোৰ ফট্‌ফটাচৰ দৰে তিৰবিৰাই আছে। তেওঁলোকে বিকটভাৱে হাঁহি হাঁহি যেন কৈছে, "চোৱাঁ যিদৰে আমি নিঃশেষ হৈ গলোঁ, সেইদৰে তুমিও এদিন নিৰ্মূল হৈ যাবা। তেওঁৰ সন্মুখৰ ভগা দুৱাৰখনত চন্দ্ৰগুপ্ত নৃ-চন্দ্ৰ থিয় হৈ আছিল। তেওঁ ভাৰতৰ সম্ৰাট। ইয়ালৈ আকৌ এওঁ ক'ৰ পৰা আহিল? তেওঁৰ যে যীশুখৃষ্টৰ জন্মৰ তিনিশ বছৰৰ আগতেই মৃত্যু হৈছে। তেওঁ যে ইয়াত থিয় হৈ মিচিকিয়াই হাঁহি আছে। তাৰ পিছত আৰু এজন মানুহে মূৰ দাঙিলে আৰু অতি ক্ষীণ কণ্ঠেৰে তেওঁক সম্বোধন কৰিলে, "শুনা 'মোৰ নাম অশোক' অশোক প্ৰিয়দৰ্শী; মই সমগ্ৰ ভাৰতৰ সম্ৰাট আছিলোঁ। আৰু যেতিয়া মই মৰিলোঁ, তেতিয়া মাত্ৰ ডেৰটা আমলখিৰ গৰাকী হলোঁ।" তেওঁ মুঠি খুলি আধাডোখৰ আমলখি উলিয়াই কামালৰ আগত পেলাই দিলে।

ইয়াৰ পাছত সেই প্ৰাচীন আত্মাবোৰ শৰীৰবদ্ধ হৈ পৰিল। তেওঁলোক ৰথৰ পৰা নামি চাৰিওফালে গ'ল।

"মই ভৰত মুনি, মই নৃত্য আৰু নাটকৰ সিদ্ধান্ত ৰচনা কৰিছিলোঁ।"

"মই তক্ষশিলাৰ বিষ্ণুগুপ্ত, মই অৰ্থশাস্ত্ৰ লিখিছোঁ।"

"মই ৰজা ভোজ।"

"মই গংগৱা তেলী।"

অন্ধকাৰ আকাশত মেঘে গৰজি উঠিল—

"মই কালিদাস।"

"মই কনৌজৰ ৰাজ-শেখৰ।"

"মোক ভৱভূতি বুলি কয়, মই 'মালতী-মাধব' লিখিছোঁ।"

"মই ভর্তৃহৰি। মই কৈছিলোঁ যে সংসাৰ মাথোঁ এক ৰঙ্গমঞ্চ আৰু আমি সকলো অভিনেতা! তুমি নট, মই নট আমি সকলো নট।"

ৰথত উঠি শূদ্ৰক চোতালৰ পৰা বাহিৰলৈ গুচি গ'ল।

এইবাৰ সশব্দে তৰোৱালৰ ঝংকাৰ শুনা গ'ল। ইয়াৰ জিকমিকনিত অস্পষ্ট এন্ধাৰতো চাৰিও দিশ উজলি উঠিল। মানুহৰ কটা মূৰবোৰ চাৰিওফালে সিঁচৰিত হৈ পৰিল।

"আমি চন্দোল ৰাজপুত। আমি বঘেলে। আমি শ্ৰেষ্ঠ বীৰ। আমি ৰাঠোৰ। আমি চৌহান আমি আলহা আমি উদল।"

কামালুদ্দীন খক্মক্কৈ উঠি বহিল। পুৱাৰ অৰুণিমা উদয় হৈছে আৰু বাহিৰত কেইটামান খেতিয়কে আলহা-উদল গাই কান্ধত হাল লৈ পথাৰৰ ফালে গৈ আছে।

তেওঁ ত্ৰস্ত হৈ চাৰিওফালে চালে। তেওঁৰ মনত নপৰিল তেওঁ ক'ত আছে। এইখন বহৰাইচ। তেওঁ মূৰ্তিপূজকৰ এটা ভগ্নাৱশেষত কাতি হৈ শুই আছে। তেওঁৰ শ্যামবৰ্ণৰ ঘোঁৰাটো বাহিৰত এটা খুটীত বন্ধা আছ। আৰু সি চিঞৰি আছিল। বৰষুণ তেতিয়া নাছিল। মলয়া বতাহ বলি আছিল।

তেওঁ পুনৰ 'লাহোল' পঢ়িলে আৰু পুৱাৰ নমাজ পঢ়িবৰ উদ্দেশ্যে এখোজ দুখোজকৈ নৈৰ ফালে গ'ল।

## ৮

গোটেই দিন পণ্ডিত সকলেৰে সৈতে তাম্ৰপত্ৰত মূৰ ঘমোৱাৰ পাছত কামালে মঠৰ বাহিৰত ঘাঁহনিত বহি কাইলৈ ৰাতিপুৱা অযোধ্যালৈ উলটি যাব বুলি ভাবি আছিল। এনেতে তেওঁৰ মুখত এটোপাল বৰষুণ পৰিল। কামালে এখন চালিৰ তলত গৈ তেওঁৰ কাপোৰৰ গাঁঠি খুলিলে।

হঠাৎ তেওঁৰ মনত পৰিল—এতিয়া শাওণ মাহ। এয়া ঋতুৰ প্ৰভাৱ। প্ৰত্যেক মাহৰ নামৰ সৈতে তাৰ নিজস্ব পৰিৱেশ আছে, নিজৰ দৃশ্য নিজৰ ৰঙ্গ; নিজা ৰাগ। কেইমাহ মানৰ অগতে বহাগ আছিল, চৌদিশে বসন্ত ঋতু বিৰাজ কৰিছিল। তাৰ পাছত জেঠ আৰু আহাৰ মাহ আহিল, মহুৱাৰ বাগিচাত গৰম বতাহ বলিবলৈ ধৰিলে। বেলবোৰ গছৰ পৰা ধুপ্ ধুপ সৰিবলৈ ধৰিলে। আকৌ ভাদ আহিব।

এইখন তেওঁৰ দেশ নহয়, তথাপি ঋতুৰ প্ৰভাৱৰ পৰা তেওঁ ৰক্ষা পৰিব নোৱাৰে।

হঠাৎ তেওঁ চেপেনা বজাৰ শব্দ শুনিলে। এজন সাধুৱে বৰষুণৰ পৰা হাত

সাৰিবৰ কাৰণে চালিত আহি বহি কিবা খটখটাবলৈ ধৰিলে। কামালে কৌতুকেৰে তেওঁলৈ চাবলৈ ধৰিলে।

হয়তো এয়া ঋতুৰ প্ৰভাৱ, "জয় ৰামজী"—তেওঁ ক্ষীণ কণ্ঠেৰে ক'লে।

"জয় ৰামজী"—সাধুৱে উত্তৰ দিলে। "কোৱাঁ চিপাহী, ক'ৰপৰা আহিছা"?

"বাবা, তুমি ইয়াত থাকানেকি"? কামালে সুধিলে। "নহয়, আমি জোনপুৰৰ মানুহ।"

"কি কৈছা? কামালে অজানিত আনন্দত কথাষাৰ সুধিলে। "তুমি তেন্তে মোৰ দেশৰ মানুহ।" খন্তেকৰ ভিতৰতে আনন্দাপ্লুত হৈ ক'লে।

"মোৰ দেশৰ?"

কিন্তু জোনপুৰ নো তেওঁৰ দেশ ক'ত? তেওঁ যে বাগ্‌দাদৰ অধিবাসী—তেওঁ বিব্ৰত বোধ কৰিলে।

"নিৰ্গুণ ৰাম' নিৰ্গুণ ৰাম! জপাহে ভাই! সাধুৱে চকু মুদি একেসুৰে গাই গ'ল। কিছুসময়ৰ পাছত তেওঁ কামালক সম্বোধন কৰিলে, "আজি কিছুমান কলন্দৰ সম্প্ৰদায়ৰ মিঞাই সমাধিলৈ পতাকা লৈ ৰাপড়ৰ পৰা এইফালে আহিছে।"

"হয় নেকি"?

"তেওঁলোকে কৈছে যে আমাৰ চুলতান আৰু দিল্লীবাসীৰ সৈতে আকৌ বিবাদ আৰম্ভ হ'ল। এইবাৰ আমাৰ চুলতানে ৰেহাই পাব যেন নেলাগে। ইয়াৰ সন্মুখীন হোৱা বৰ টান, নিৰ্গুণ ৰাম! নিৰ্গুণ ৰাম!" তেওঁ আকৌ পাঠ আৰম্ভ কৰিলে।

কামাল চঁক্ খাই থিয় হ'ল। আৰু তেওঁ বেগাই কাপোৰৰ গাঁঠিটো কঁকালত বান্ধি বৰষুণ দিয়া সত্বেও বাহিৰলৈ ওলাই চৰাই ঘৰৰ ফালে খোজ ললে।

চৰাই ঘৰৰ বাৰান্দাত উদয় সিংহ ৰাঠোৰে তেওঁলৈ প্ৰতীক্ষা কৰিছিল। "তুমি, তুমি ইয়াত? কেনেকৈ আহিলা?" কামালে হতভম্ব হৈ তেওঁলৈ চালে। "তুমি, বন্ধু গোৱালিয়ৰত আছিলা নহয়?

"মই গোৱালিয়ৰৰ পৰা আহিছোঁ, মোৰ সৈতে ব'লা। আলমপনাইহে তোমাক বিচাৰিবলৈ মোক পঠাইছে।"

"মোক বিচাৰি ইমান দূৰলৈ আহিছা?"

"আলমপনাও এই বহৰাইচতে আছে।" উদয় সিংহই ক'লে, "তুমি ইয়াত জ্ঞান ধ্যানত লাগিছা।" ইফালে পৃথিৱীৰ পৰিৱৰ্ত্তন হৈ গৈছে। চুলতান বহলোলে তোমাৰ বাদচাহৰ ওপৰত ৰাপড়ীত আক্ৰমণ কৰিছে। আহাঁ, ইয়াত বহাঁ, মই তোমাক সকলো বিৱৰণ শুনাম।" তেওঁ পালেঙত বহিল। "যেতিয়া চুলতান হুচেনৰ ওপৰত আক্ৰমণ কৰা হ'ল, তেতিয়া তেওঁ যমুনা পাৰ হৈ আমাৰ ৰজাৰ সহায় বিচাৰি গোৱালিয়ৰলৈ আহিল। আমাৰ ৰজাই

তেওঁলৈ সহায় পঠিয়ালে। মই তেওঁৰ সেনা লৈ কালপীৰ ফালে গলোঁ, অতি ভয়ঙ্কৰ যুদ্ধ হ'ল ভাই", উদয় সিংহই প্ৰকৃত সৈনিকৰ দৰে বিৱৰণ দিবলৈ ধৰিলে। আকৌ তেওঁ তলমূৰ কৰি বাৰান্দাৰ কেঁচা মজিয়াত নক্সা আঁকি কামালক বুজোৱাত লাগিল। "এই ফালে চোৱাঁ—এইয়া চুলতান বহলোলৰ সৈন্য, ইফালে আমি, মাজত যমুনা নৈ। এতিয়া আমিও নৈ পাৰ হ'ব নোৱাৰোঁ, তেওঁলোকেও নোৱাৰে। সময় পাৰ হৈ গৈছে। এদিন কি হ'ল—ত্ৰিলোকচন্দে চুলতান বহলোলক নৈ পাৰ কৰাই দিলে।" তেওঁ থমকি ৰ'ল।

"ত্ৰিলোকচন্দক জানা ?"

"নাজানো"।

"বকচৰৰ হাকিম, বকচৰলৈ গৈছা ?"

"নাই যোৱা"—কামাল বিৰক্ত হ'ল, "আচল কথাটো কোৱা তাৰ পাছত কি হ'ল ?"

"কি হ'ব। দিল্লীৰ সেনাই অনবৰত আমাক খেদিবলৈ ধৰিলে। আমি জোনপুৰৰ ফালে গ'লোঁ। তাতো দিল্লীবাসীয়ে আমাৰ প্ৰতিদ্বন্দ্বিতা কৰিলে। আমি জোনপুৰৰ আশা-ভৰষা এৰি বহৰাইচলৈ আহিলোঁ। তোমাৰ জোনপুৰ এতিয়া শূন্য হৈ পৰি আছে। তাত দিনতো ফেঁচাই মাতে, ব'লা মোৰ লগত।" তেওঁ থিয় হ'ল।

আলমপনাইহে কৈছে যে তুমি কেইবামাহৰ পৰা ইয়াত আছা, ৰাতিপুৱাৰ পৰা তোমাক বিচাৰি ফুৰিছোঁ। আৰু মঠৰ পণ্ডিতৰ পৰা তোমাৰ ঠিকনা পাইছোঁ।"

কামালে তৰোৱালখন কঁকালত বান্ধিলে আৰু উদয় সিংহৰ সৈতে শিবিৰৰ ফালে আগ বাঢ়ি গ'ল। শিবিৰ ৰাপ্তীৰ জেতবনেৰে উপচি থকা পাৰত আছিল। বহৰাইচৰ পৰা তেওঁলোক কনৌজলৈ গ'ল। তাতো তেওঁলোকে বহ্‌লোল লোডীৰ ওচৰত পৰাজয় বৰণ কৰিলে। শেহত চুলতান হুচেইনে পৰাজিত আৰু শ্ৰান্ত হৈ বিহাৰত শৰণ ললে।

জোনপুৰত এতিয়া দিল্লীৰ এজন চাহজাদা সিংহাসনত বহিছিল। চৰ্কী ৰাজ্যৰ অন্ত পৰিল। ভাৰতৰ নগৰ উজাৰ হৈ গ'ল।

অবুল মনচুৰ কামালুদ্দিন, কাজী চাহাবুদ্দিন জোনপুৰৰ উত্তৰাধিকাৰী, ইতিহাসজ্ঞ, অন্বেষক এতিয়া ৰাজনৈতিক ষড়যন্ত্ৰত নিপুণ হৈ পৰিল। দিনে নিশাই তেওঁ চুলতানৰ সৈতে বহি নানা ধৰণৰ উপায় চিন্তা কৰে, দিল্লীৰ চুলতানক কি দৰে পৰাজিত কৰা যায়।

চুলতান বহ্‌লোলৰ মৃত্যু হ'ল। আৰু তেওঁৰ শুৱনি পুতেক চিকন্দৰ ভাৰতৰ বাদচাহ হ'ল। তেওঁৰ হিন্দু মাকৰ নাম হেমাৱতী। তেওঁ বাপেকতকৈও অধিক শক্তিশালী বাদচাহ আছিল।

বিহাৰৰ এই শৰণাৰ্থী সকলে নিজৰ প্ৰাণৰ বাজি থৈ আকৌ এবাৰ পাশা খেলিলে। কিন্তু হুচেন চৰ্কী দ্বিতীয়বাৰ পৰাজিত হ'ল। আৰু সঙ্গীতকাৰ বাদচাহৰ এক পদাধিকাৰী আকৌ বিহাৰৰ ফালে উলটি আহিল।

এইবাৰ কামালৰ মন উদাস হৈ পৰিল। তেওঁ ইমান ৰক্তপাত দেখিলে, ইমানবোৰ মানুহক হত্যা কৰিলে, কিমান অসহায় নাৰীৰ কান্দোন শুনিলে, তেওঁ চুলতান হুচেইনৰ দৰবাৰত আমীৰ ওমৰাক চুলতান চিকন্দৰৰ ওচৰলৈ যোৱা দেখিলে। নিজৰ পাগুৰিবোৰ শিকলিৰ দৰে ডিঙিত বান্ধি তেওঁলোকে খোজ কাঢ়ি বন্দীৰ দৰে বিজেতাৰ সম্মুখত উপস্থিত হৈছিল। এওঁলোক বিদ্বান আছিল, কবি আৰু লেখনীৰ দ্বাৰা সমৃদ্ধ আছিল। এওঁলোক বিজেতাও বিদ্যাপ্ৰেমী আৰু কবি আছিল, কিন্তু কিতাপ মুল্যহীন আছিল, জ্ঞান ব্যৰ্থ আছিল আৰু দৰ্শন নিৰৰ্থক। কিয়নো এই সকলো বস্তুৰ অবিহনেও মানুহৰ তেজ বৈ থাকে। ইতিহাসৰ প্ৰতি তেওঁৰ যিমান আগ্ৰহ আছিল, এতিয়া সিমানেই ঘৃণা উপজিল। তেওঁ চুলতানৰ বংশাৱলী, তেওঁৰ যুগ আৰু কাল, তেওঁৰ ৰাজ্যৰ ঘটনাবোৰ পাহৰি পেলাব খুজিলে।

বেচেৰা ৰাজ্যহাৰা। চুলতান হুচেইন বিহাৰৰ পৰা বঙ্গৰফালে গ'ল। গৌড়ৰ চুলতান হুচেইনচাহে জোনপুৰৰ পৰাজিত বাদচাহক নিজৰ ৰাজ্যত শৰণ দিলে।

এতিয়া মোৰ আত্মা কোন বস্তুৰ সন্ধানত? বাদচাহৰ বাগিচাত উদ্দেশ্যহীন ভাৱে ইফালে সিফালে ঘুৰিপকি কামালে নিজক প্ৰশ্ন কৰিলে। তেওঁৰ সম্পূৰ্ণ অস্তিত্ব সেই ভয়ানক শূন্যত ওলমি আছে, য'ত মাথোঁ গভীৰ নীৰৱতা বিৰাজ কৰে।

সেই নীৰৱতাত মাত্ৰ এটা চিন্তাই বাৰে বাৰে গুমৰি উঠে—যেতিয়ালৈকে মই এই দলত থাকিম আনক মাৰিব লাগিব। আৰু আনে মোক মাৰিবলৈ উদ্যত হৈ থাকিব। মানুহ সঁচাকৈ মানুহ নহয়, হিংস্ৰ কুকুৰনেচীয়া বাঘতকৈও অধম। প্ৰকৃত মানুহ মই ক'ত পাম? নানা ধৰণৰ শব্দই এই নীৰৱতাত চাকনৈয়াৰ সৃষ্টি কৰিলে। সম্মুখৰ এই মানুহটোক মাৰি পেলাওঁ, কিয়নো ই মূৰত টিকনি ৰাখিছে আৰু গৰুক পূজা কৰিছে। যদি মই তাক হত্যা নকৰোঁ তেন্তে সি মোক শেষ কৰি পেলাব। কাৰণ, মোৰ মূৰত টিকনি নাই আৰু মই গৰু খাওঁ।

সুন্দৰ শিৱপুৰী বেনাৰচক এই কাৰণে মই ধ্বংস কৰিব লাগে, কিয়নো তাৰ মন্দিৰবোৰত লাখ লাখ কোটি কোটি মূৰ্ত্তি সজাই থোৱা আছে, কিন্তু সেই মূৰ্ত্তি বোৰেনো মোৰ কি অনিষ্ট কৰিছে?

ঋতু পৰিৱৰ্তন হ'ল। হৃদয়ৰ এই ৰিক্ততাত শঙ্কিত হৈ তেওঁ সঙ্গীত সভালৈ গ'ল। কিন্তু সাৰেঙ্গীৰ তানত তেওঁৰ মৃত্যুৰ আহ্বান শুনিলে। তেওঁ লখনৱতী

নৰ্ত্তকীৰ নৃত্য চালে, সুন্দৰ নৰ্তকীৰ সলনি তেওঁ মৃত নাৰীক দাঁত নিকটাই থকা দেখিলে।

নানাধৰণৰ ধ্বনি, অদ্ভুত আৰু আচৰিত গীতৰ উক্তি মৃত ভাষাবোৰৰ বাক্য তেওঁৰ অন্তৰত সকলো সময়তে গুমৰি থাকে। এই কোলাহলত তেওঁ বিৰক্ত হৈ পৰিল! নীৰৱতাও যে ইমান কোলাহলপূৰ্ণ হ'ব পাৰে তেওঁ নেজানিছিল।

তেওঁ ক'তো সুখ নাপালে। বিৰক্ত হৈ তেওঁ এজনী নৰ্তকীৰ ওচৰলৈ গ'ল। ক'লে, গুণকৰী বজোৱা মধু-মাধবী শুনুৱা ৰাগ ললিত আলাপ কৰা। তাই তানপুৰা দাঙি ললে। তেওঁ তাৰপৰাও উঠি পলাই যাব খুজিলে। গায়িকাৰ গীতৰ ঠাইত আন কিছুমান শব্দই তেওঁক উত্যক্ত কৰি তুলিলে।

"প্ৰতি নিশ্বাসত মৃত্যুৰ দুন্দুভি বাজিছে।"

দিনে-নিশাই, দিনে-নিশাই দিনে- নিশাই।"

শেহত তেওঁ লখনবতী গৌড় আৰু সোণাৰী গাঁৱৰ কোলাহল এৰি তালৈ গুচি গ'ল—য'ত মাথোঁ নানাৰঙী ৰাজধানীখন আছিল। পুখুৰীত ৰঙা পদুমফুল ফুলি আছিল। বগৰি আৰু বকুল গছৰ ছাঁত বৈষ্ণৱ পূজাৰী আৰু পূজাৰিণীয়ে ৰাধা-কৃষ্ণৰ প্ৰেম গীত গাইছিল।

এই জনশূন্য ঠাইত তেওঁ প্ৰাচীন কালৰ বঙ্গপতি আৰু গৌড়েশ্বৰ সম্ৰাটৰ শূন্য মহল দেখিলে। তাত ঘাঁহ গজি উঠিছিল। পাল আৰু সেন সম্ৰাটৰ প্ৰাসাদৰ ভগ্নাৱশেষৰ ছাঁত কোনো প্ৰাচীন কবৰস্থান আছিল। আৰু তাৰ ভগা ছিগা বেৰৰ তলত বহি এটা বুঢ়াই ফোপাই জোপাই কাঁহি আছিল। মানুহে পথাৰত হাল বাই আছিল। সম্মুখত মহানন্দ নৈখন একা বেঁকা হৈ বৈ গৈছিল। হঠাৎ তেওঁৰ মনৰ অন্তৰ্দ্বন্দ্ব অলপ শান্ত হ'ল। সেই বাণীৰ অৰ্থ তেওঁৰ সম্মুখত তৰাৰ দৰে দগমগাই উঠিল। বহুকালৰ আগতে অযোধ্যাত তেওঁক কোনোবাই শুনাইছিল—

'খন্তেকৰ ভিতৰতে ইঅৰণ্য হৈ পৰিব আৰু তাত হালবোৱা হ'ব 'পশুৱে ঘাঁহ খাব।'

পশুৱে ঘাঁহ খাব, পশুৱে!

শেহত যেতিয়া তেওঁৰ অস্থিৰতা আৰু উন্মাদতা অধিক হৈ উঠিল, তেওঁ বঙ্গৰপৰা ওলাই যাবলৈ থিৰ কৰিলে।

চুলতান হুচেইন চৰ্কীক গৌড়ত এইদৰে অকলে এৰি পলাই আহিবলৈ তেওঁৰ বৰ লাজ লাগিছিল।

'চিন্তাবোৰ বৰ খন্তেকীয়া।' তেওঁ আপোন মনে ক'লে আৰু এদিন মনে মনে বাদচাহৰ মহলৰ পৰা ওলাই আহিল। গঙ্গাৰ ঘাট পাই তেওঁ এখন জাহাজত বহিল। তেওঁ নেজানিছিল যে জাহাজখন কোনফালে গৈছে।

নৈত পোহৰ তিৰ্বিৰাই আছিল। লঙ্গৰ উঠোৱা হ'ল। নাৱৰীয়াই উল্লাসিত স্বৰত গীত গাবলৈ ধৰিলে। কামাল এটা চুকত বহি ৰ'ল। সেই ডাঙৰ নাওখন

প্ৰয়াগলৈ গৈছে। দিনবোৰ বাগৰি গ'ল। নাওখন গঙ্গাৰ পাৰৰ পিনে আগ বাঢ়িব ধৰিলে। যাত্ৰীৰে ঠাহ খাই থকা নাওখন চঞ্চলমুখৰ হৈ আছিল।

ভাগলপুৰৰ ওচৰৰ এখন গাঁৱৰপৰা দৰা লৈ বৰযাত্ৰীৰ ৰঙাদোলাখন নাৱত উঠিল। দবাই হালধীয়া বৰণৰ সাজ পিন্ধিছিল। কইনাই দীঘল ওৰণি লৈছিল, কইনাজনীয়ে উচুপি উচুপি কান্দি আছিল। বৰযাত্ৰীসকলে চিঞৰ-বাখৰ কৰিছিল, কামালে নাৱত আওঁজি বহি এই দৃশ্য চাই আছিল।

"শুনা চম্পাৱতী! তুমি মোক বিয়া কৰোৱা।"

"ৰাম ৰাম! কেনেকুৱা কথা কৈছা। মোৰ যে তোমালোকৰ মৌলবীসকলৰ ডাঢ়ি দেখিলে ভয় লাগে। জোনপুৰৰ কাজী হৈ চাগৈ তুমিও এনেকুৱা দীঘল ডাঢ়ি ৰাখি লবা।"

"এতিয়াও সময় আছে চম্পাৰাণী! চাবা, কোনোবা এদিন কোনো এটা টকলা পাওাৰ লগত তোমাক সাঙুৰি দিব, যি গোটেই জীৱন তোমাৰ পৰা সেৱা-শুশ্ৰূষা আদায় কৰিব, যেতিয়া তেওঁৰ মৃত্যু হ'ব, তেতিয়া তোমাক তেওঁৰ লগত চিতালৈ গতিয়াই দিয়া হ'ব। কেতিয়াবা এই ভয়ানক ভৱিষ্যতটোৰ কথা ভাবি চাইছানে?"

"মই যে তোমাৰ সৈতেও মৰিবলৈ সাজু আছোঁ তুমি মৰি চোৱাচোন।"

এই কথা শুনি তেওঁ স্তম্ভিত হৈ গ'ল, "এইটো কেনেকৈ? তোমাৰ লগতনো মোৰ বিয়া হ'ল ক'ত?" "মানে মই-তুমি, মোৰ মনেৰে॥ সেইটো কি ধৰণৰ কথা। তোমাৰ মোৰ যে জন্ম-জন্মান্তৰৰ সম্বন্ধ।"

"জন্ম-জন্মান্তৰৰ সম্বন্ধ? এইবোৰ কি বলকিছা?" কামালে বাধা দি ক'লে, "তুমি যে যাদুকৰৰ কথা আৰম্ভ কৰিলা?"

"ইয়াত কি যাদু আছে?" চম্পাই চকিত হৈ সুধিলে, "মই তোমাক ভাল পাইছোঁ, তোমাৰ আগত মূৰ দোৱাইছোঁ।"

"ইচলামৰ আদেশৰ বিপৰীতে কি কথা কৈছা? ঈশ্বৰে আমাক ৰক্ষা কৰক। আমি খোদা জানো?"

"হ'ব পাৰা। মনৰ পৰাই যে খোদাৰ জন্ম হয়।"

পাটনাৰ ঘাটত বহুতো যাত্ৰী নামিল, বহুতো উঠিল। নতুন যাত্ৰী সকলৰ কিছুমান ধনী যুৱক আছিল। এটা যোগীৰ দল আছিল। এজন সুমথিৰা বৰণৰ কাপোৰ পিন্ধা ভিক্ষু আছিল। ভিক্ষু যি সকলোৰে অলক্ষ্যত থাকে।

কিছু সময়ৰ পাছত এই যোগীসকলৰ মাজৰ এজন কামালৰ কাষেদি গ'ল। এনে লাগিল যেন সেই যোগীজনে তেওঁক চিনি পালে।

"তুমি ক'লৈ যোৱা—?" কামালে সুধিলে।

"কাশী।"

"তাত কি আছে?"

"তাত কি নাই, সেইখন শিৱধাম। তাত আনন্দ প্ৰাপ্ত কৰা যায়। তাত

মোৰ গুৰু থাকে, মোৰ শেখ, কিন্তু দুখৰ বিষয় যে তুমি ইমান বছৰে তেওঁক নিচিনিলা। তেওঁ থমকি ক'লে তুমি জোনপুৰৰ কামালুদ্দীন নহয় জানো ?"

কামালে নিশ্চল হৈ তেওঁক চাই ৰ'ল।

"মই চুলতান চিকন্দৰৰ সেনাপতি আছিলোঁ, চুনাৰ যুদ্ধত মই তোমাৰে সৈতে যুদ্ধ কৰিছিলোঁ। তুমি তোমাৰ তৰোৱালেৰে মোক আহত কৰিছিলা এয়া চোৱাঁ। তেওঁ নিজৰ সোঁ হাতখন আগ বঢ়াই দিলে। তেওঁৰ হাতৰ আঙুলি কটা আছিল তেওঁ চাৰেঙ্গীখন বাঁওহাতেৰে বজাই আছিল। তোমাক আৰু কওঁ যেতিয়া তুমি গৌড়ৰ দৰবাৰত আনন্দ কৰিছিলা, তেতিয়া তেওঁ হাবিত তোমাৰ কাৰণে চকুলো টুকি টুকি অপেক্ষা কৰিছিল। কোনো ৰাজহাঁহে তেওঁৰ বতৰা তোমাক দিব্‌হি নোৱাৰিলে।"

কামালৰ বুকু কঁপি উঠিল। এই যোগীয়ে জ্যোতিষ বিদ্যা জানে নেকি ?

"মই মোৰ সৈন্য লৈ অযোধ্যাইদি গৈছিলোঁ। ৰাপড়ীত যি যুদ্ধ হ'ল তাত তেওঁৰ ককায়েকৰ মৃত্যু হৈছিল। আৰু তেওঁ ঘৰৰ পৰা ওলাই আহি হাবিত আউলী বাউলী হৈ কান্দি আছিল। প্ৰত্যেকজন সৈন্যক দেখি তেওঁ ভাবে হয়তো তুমি আহিছা। কিয়নো তুমি তেওঁক নিশ্চয় তেওঁৰ ওচৰলৈ ঘূৰি আহিবা বুলি বচন দিছিলা। মোক সৈনিক দেখি তেওঁ তোমাৰ ঠিকনা সুধি মোৰ ওচৰলৈ আহিল। মই যে তেওঁক তোমাৰ বিষয়ে একো ক'ব নোৱাৰিলোঁ। ক'ব নোৱাৰোঁ, তেওঁ ক'লৈ গুচি গ'ল। পৃথিৱীখন অতি বিশাল।" যোগীয়ে ক'বলৈ ধৰিলে, "তুমি তেওঁক বিচাৰি উলিয়াব নোৱাৰিবা। জীৱনত দুজন মানুহৰ মাত্ৰ এবাৰ মিলন হয়। যদি তেওঁলোকৰ মাজত বিচ্ছেদ হয়, তেন্তে দ্বিতীয়বাৰ মিলন হোৱা অসম্ভৱ। মিলন আৰু বিচ্ছেদৰ অৰ্থ জানো জানা ?" ইয়াকে কৈ যোগীয়ে আকৌ তেওঁৰ চাৰেঙ্গীখন তুলি লৈ নগৰীয়াসকলৰ ওচৰলৈ গুচি গ'ল।

গঙ্গা বৈ আছে। নৈখন জোনাকৰ পোহৰেৰে এখন শুভ্ৰ চাদৰৰ দৰে লাগিছিল। সেই বহল চাদৰসদৃশ নৈখনত যাত্ৰীৰে পৰিপূৰ্ণ হৈ থকা নাওবোৰ গৈ আছে, বাদচাহী নাও, বেপাৰীৰ নাও, মাছমৰীয়াৰ নাও; তাৰ পালবোৰ সন্ধিয়াৰ অস্তমিত সূৰ্য্যৰ সন্মুখত বতাহত ওফন্দি ফৰফৰাই আছিল। অসংখ্য ৰাজহাঁহ মানস সৰোবৰৰ ফালে উৰিবৰ কাৰণে ব্যগ্ৰ হৈ আছিল। নাৱৰীয়া গীতৰ ধ্বনি আহিল। যোগীৰ জপ, ফকিৰৰ চৰ্চ্চা, বৈষ্ণৱ পূজাৰীৰ ভজন। বেপাৰীৰ জাহাজবোৰ নগৰৰ বজাৰৰ পিনে আগ বাঢ়িছিল! দূৰ দেশৰ মানুহবোৰ এই জাহাজৰ যাত্ৰী আছিল! আৰৱৰ আৰু চীনৰ বিদ্বান, তিব্বত আৰু কাশ্মীৰৰ ভিক্ষু, আৰৱৰ পৰ্য্যটক ইৰাণৰ শিল্পী আৰু জাভাৰ নৰ্তক। দেশত শান্তি বিৰাজ কৰিছিল।

দিল্লীত চুলতান চিকন্দৰে ৰাজত্ব কৰিছিল। তেওঁৰ জীৱন আনন্দপূৰ্ণ আছিল।

"যাৰ মনত শান্তি আছে বৰ ভাগ্যবান এওঁলোক। ভাই, মোক শান্তি লাগে।" কামালে লাহেকৈ ক'লে।

ভিক্ষুৱে মূৰ দাঙি তেওঁক চালে। আজি ব'হাগী পূর্ণিমা। দুহেজাৰ বছৰৰ আগতে এই গঙ্গাৰ সেই পাৰত সমতল ভূমিৰ এক গাঁৱত শাক্যমুনিৰ জন্ম হৈছিল। আজি ব'হাগী পূর্ণিমাৰ দিনা তেওঁ বৈশাখী প্রাপ্ত কৰিছিল। চতুৰ্দ্দশীৰ চন্দ্ৰমা নৈৰ লহৰত ইফালে সিফালে সাঁতুৰি আছিল।......তাৰ দীপ্তি আৰু স্নিগ্ধ কিৰণ কামাল আৰু ভিক্ষুৰ মুখত পৰিছিল।

"মোক, মোৰ চিন্তাবপৰা মুক্তি দিয়া," কামালে ক'লে। ভিক্ষুৱে ৰহস্যপূর্ণ দৃষ্টিৰে তেওঁলৈ চাবলৈ ধৰিলে।

চিন্তা! চিন্তাই নিজক নেজানে। চিন্তা নিজৰ সীমাৰ বাহিৰ নহয়। সৃষ্টিৰ অন্তত কোনো ঈশ্বৰ নাই আৰু ঈশ্বৰৰ অন্তত কোনো সৃষ্টি নাই। সত্য আৰু অসত্যত কোনো পাৰ্থক্য নাই। কিন্তু এই সকলোৰে ওপৰত পৰম সত্য শূন্য."—তেওঁ গম্ভীৰ স্বৰেৰে ক'লে।

"মোৰ এই শূন্যতা, এই নীৰৱতালৈ বৰ ভয় লাগে।" কামালে ক'লে, "শূন্য—নীৰৱতা,—শূন্যতা—সি অন্তিম সত্য, যি শূন্যৰ পৰিকল্পনা।"

এই শূন্যতাতনো মই অকলে ক'লৈ যাওঁ? তুমি মোক লগ দিব নোৱাৰানে?" কামালে মহাযানী ভিক্ষুক শঙ্কাৰ দৃষ্টিৰে চালে।

জাহাজ এখন গাঁৱৰ দাঁতিত ৰ'ল। কামালে ঘাটত নামি চাৰিওফালে চাবলৈ ধৰিলে। তেওঁ কোনফালে যাব ভাবি নেপালে। হঠাৎ বৈষ্ণৱ পূজাৰীৰ এটা দল দেখিলে, যি তেওঁৰ জাহাজৰ পৰা নামিছে! তেওঁ তেওঁলোকৰ পাছ ললে।

অনেকদিন তেওঁ এইদৰে ইফালে সিফালে ঘূৰি ফুৰিলে। এইদৰে গাঁৱে গাঁৱে ঘূৰি ঘূৰি তেওঁ এখন সেউজীয়া হাবিত সোমাল। তেওঁ এই ঠাইখনৰ নাম নেজানিছিল। ওচৰতে তাঁতীৰ গাঁও আছিল। চন্দনৰ সুগন্ধিত বতাহ চৌদিশে বিয়পি পৰিছিল। শাওণ মাহ আগতপ্রায়।

ডিঙিত তুলসীৰ মালা পিন্ধি বৈষ্ণৱ যোগিনী কঠাল গছৰ তলত বহি খুটিতাল বজাই আছিল। গুলপীয়া চকুৰ মইনাবোৰ ডালত বহি আছিল। তুৰি বজাই হাতত কমণ্ডলু লৈ যোগীসকল তীর্থযাত্রালৈ গৈছিল। গছৰ জোপোহাবোৰত বনৰীয়া কপৌৰে গীত গাই আছিল।

পুখুৰীপাৰত গোমধান আমোল মোলাই আছিল। মহুৱাৰ জোপোহাৰ পৰা গীতৰ সুমধুৰ স্বৰ ভাঁহি আহিছিল। কামালে পুখুৰীৰ খট্‌খটীত বহি অৰণ্যৰ আৰু শাওণৰ সেই সুৰ শুনি আছিল। তেওঁৰ মনত পৰিল তেওঁৰ চাৰিওফালে নির্জ্জনতা। এই নীৰৱতাৰ ভিন ভিন সুৰ আছিল। তেওঁ আশ্চৰ্য্যত চকিত হ'ল। এই নীৰৱতা পৰম সত্য আছিল। ভিক্ষুৰ কথা তেওঁ বুজিব নোৱাৰিলে।

তেওঁ আকৌ মনোযোগ দি শুনিলে। মহুৱাৰ জোপোহাত বৈষ্ণৱ পূজাৰিণী-

সকলে গোৱা গীতৰ ধ্বনি তেওঁ স্পষ্টকৈ শুনিলে। এয়া যে বৰ্দ্ধমানৰ জয়দেৱ গোস্বামীৰ কথা আছিল।

পূজাৰিণীহঁতে গীত গাই আছিল। হাবিৰ পৰা বলা মলয়া বতাহে সৌৰভ বিলাইছিল। ইলাচিৰ জোপোহাৰ পৰা সুগন্ধি বিয়পি পৰিছিল, মৌমাখি বোৰে ভোন ভোনাই আছিল।

"তেওঁ নৃত্য কৰি থকা সেই কুঞ্জৰ পৰা পূবৰ বতাহ আহিছে। এইটো বসন্ত মাহ। কেতেকী ফুলৰ কলিবোৰ আৰু হালধীয়া ফুল কামদেৱৰ বাণৰ দৰে জকমকাই আছে। গোলাপৰ কলিবোৰত ভোমোৰা শুই আছে। বতাহত মাধৱী-লতা নাচি আছে, আৰু নাচি আছে বেল ফুল। এই সময়ত তেওঁ কুঞ্জত নৃত্য কৰি আছে! এইটো বসন্তৰ মাহ আৰু এই মাহত একান্তই বৰ আমনি দিয়ে।"

"যিদৰে উত্তপ্ত ওঁঠে মুদিত নয়ন স্পৰ্শ কৰে, সেইদৰে সূৰ্য্যৰ কিৰণবোৰ আমৰ মঞ্জৰীত পৰে, আৰু তেওঁ শান্ত যমুনাৰ পাৰত নৃত্য কৰি থাকে। ফুলৰ ঋতুত তেওঁতো অকলে থকা নাই।"

"তেওঁ গোপীসৱৰ সৈতে নাচি নাচি বৃথাই তেওঁৰ সময় নষ্ট কৰিলে, যদি ৰাধা তেওঁৰ প্ৰতীক্ষাত আছে।"

পূজাৰিণীসকলে গীতৰ দ্বিতীয় অন্তৰা গালে—"কুলিৰ মাত শুনি যিদৰে দূৰলৈ যোৱা যাত্ৰীৰ নিজৰ দেশৰ নৈৰ পাৰৰ আমবাৰীত গুণগুণাই থকা ভোমোৰালৈ মনত পৰে, সেইদৰে হঠাৎ তেওঁৰ ৰাধালৈ মনত পৰে।"

"আৰু ৰাধাই দেখিলে সোণালী বস্ত্ৰ পিন্ধি চুলিবোৰ বনফুলেৰে সজাই নিজৰ ৰঙা ওঁঠক ৰঙৰ বজ্ৰমণিৰে ভূষিত কৰি তেওঁ গোপীসৱৰ সৈতে নাচি আছে।"

কামালে এটা থট্‌থটীত বহি শুনি আছিল। পূজাৰিণীয়ে গাইছে—

কুলিৰ স্বৰত পথিকৰ যি পীড়া হয়<br>
সেই আনন্দৰ পীড়া যি পোৱা নাই<br>
সেই যাত্ৰাৰ পীড়া, যাক ব্যক্ত কৰিব নোৱাৰি<br>
সেই পৰিশ্ৰমৰ পীড়া, যাৰ কোনো ফল নধৰিল<br>
আনন্দ থকা সত্বেও আনন্দত পীড়া লুকাই আছে<br>
কিয়নো পীড়া যে আদি-অন্তহীন।

কামাল থিয় হ'ল। পূজাৰিণীৰ শব্দ, জয়দেৱৰ শব্দ লাহে লাহে দূৰলৈ গুচি গ'ল।

জয়দেৱে কৈছিল মই প্ৰতীক্ষাৰত হৈ আছোঁ। যি পলমকৈ আৰম্ভ কৰে, তেঁৱো যে প্ৰেম কৰে।

পেংগুইন চৰাইজনীৰ সঙ্গীত শুনি শুনি তেওঁ হাবিতলীয়া বাটেদি ইফালে সিফালে ঘূৰি ফুৰিবলৈ ধৰিলে। হঠাৎ তেওঁ গছৰ জোপাহাইদি গঙ্গাৰ পানী জিলমিলাই থকা দেখিলে।

তেওঁ যে এইদৰে ঘূৰি-পাক বেনাৰচ পালেহি বুজিব পৰা নাছিল। সিপাৰত শিৱধাম আছিল আৰু মন্দিৰৰ কলচী ৰ'দত জিলিকি আছিল। শ-শ ঘণ্টা একেলগে বাজি আছিল। বতাহত চন্দনৰ সুবাস উৰিছিল। কাশী অনাদি আৰু অনন্ত কালৰ নগৰী।

তেওঁ গোটেই দিন গছৰ ছাঁত উদ্দেশ্যবিহীনভাৱে ফুৰিবলৈ ধৰিলে। তেওঁৰ ভৰিত শক্তি নাছিল, তেওঁ অত্যন্ত ক্লান্ত হৈ পৰিছিল। য'ত হাবিখন শেষ হৈছে, তাতে এখন তাঁতীৰ গাঁও আছে। তেওঁ ক্লান্তভাৱে এখন চোতালৰ ফালে আগ বাঢ়ি গ'ল।

এটা গুৱালে তেওঁক তলমূৰ কৰি যোৱা দেখি ক'লে, "হেৰা ককাই, তুমি বহু দূৰৈৰ পৰা আহিছা যেন লাগিছে। তোমাৰ ভৰিত কিমান মাটি লাগি আছে।"

"এৰা", তেওঁ উত্তৰ দিলে—"মোৰ যাত্ৰা বৰ দীঘলীয়া।"

'আহাঁচোন, বহাঁহি। চাতু খোৱা।" গুৱালে ক'লে আৰু তেওঁক চালিৰ তললৈ লৈ গ'ল।" "সাজ কাপোৰৰ পৰা তোমাক বৰ চহকী যেন লাগিছে, এইদৰে ফুৰিছা কিয়? চুলতানৰ মানুহ নেকি?"

"মই কোনো চুলতানৰ মানুহ নহওঁ।" তেওঁ জোতা খুলি চালিৰ তলত বহি পৰিল। চাৰিওফালে চাবলৈ ধৰিলে।

"চোৱাঁ চম্পাৱতী", তেওঁ মনে মনে ক'লে, "তোমাৰ চৰ্ত্ত পূৰা হ'ল। তুমি কৈছিলা যে মোৰ তৰোৱাল পেলাই দিলে তুমি মোক তোমাৰ লগতে কাশীলৈ লৈ যাবা। মই মোৰ তৰোৱাল নৈৰ ঢৌক সমৰ্পণ কৰিলোঁ। আৰু কাশী পালোঁহি। কিন্তু তুমি ক'ত?"

সন্মুখৰ পৰা সাধুৰ এটা দল ওলাল। কাণত কুণ্ডল পিন্ধি হাতত ত্ৰিশূল লৈ ভালেমান সন্ন্যাসী ঘাটৰ ফালে গৈছিল। তাঁতী, গুৱাল আৰু ভিক্ষাৰীৰ এটা দল খুটিতাল বজাই আৰু ভজন গাই গাই তেওঁলোকৰ লগে লগে গৈ আছিল।

"চম্পাই কৈছিল—এওঁলোকক উপহাস নকৰিবা। এওঁলোক বৰ মৰমিয়াল মানুহ। এদিন এওঁলোকেই তোমাৰ লগৰীয়া হ'ব।" কথাষাৰ মনত পৰাৰ লগে তেওঁ লাহেকৈ চালিৰপৰা ওলাল। তাৰ পাছত এই জন সমূহৰ মাজত তেওঁ সোমাই পৰিল। এওঁলোক গুৰুৰ ওচৰলৈ গৈছে।

## ৯

কবীৰ মিঞাই ৰাতিপুৱা তাঁতশালত বহি কাপোৰ বয় আৰু কাপোৰৰ টোপোলাটো পিঠিত পেলাই লৈ বেনাৰচৰ গাঁওবোৰত বেচিবলৈ ওলাই যায়।

আবেলি তেওঁৰ সন্মুখত বকুলবনত মানুহৰ মেলা বহে। সাৰেঙ্গী লৈ খুঁটিতাল বজাই ভজন গোৱা হয়।

কাশীৰ পাণ্ডা আৰু দিল্লীৰ মৌলবী সকলে কবীৰ মিঞাই চলোৱা পন্থা ভাল পোৱা নাছিল, কিন্তু তেওঁলোকে কি কৰিব? সমগ্ৰ দেশ এক নতুন ৰঙেৰে ৰঙীণ হৈ পৰিছিল। বিগত তিনিশ বছৰৰ পৰা ভক্তিমাৰ্গত এটা অতি জাকত জিলিকা যাত্ৰী দল আছিল। বাদচাহ আৰু ছত্ৰপতি ৰজাসকল, মন্ত্ৰী আৰু সেনাপতি সকলৰ পৃথিৱীৰ পৰা ওলাই কামালে দেখিলে এইখন পৃথিৱীত বনুৱা আৰু নাপিত, মুচি, খেতিয়ক আৰু দুখীয়া সোণাৰীও আছে। এইখন গণতান্ত্ৰিক ভাৰত। এই ভাৰতত ভিক্ষাৰী, চুফী আৰু সন্তসকলৰ শাসনে বিৰাজ কৰিছে। ইচলামৰ সমানতাৰ সিদ্ধান্তই হিন্দুসকলক প্ৰভাৱিত কৰিছিল। ইচলামৰ শান্তিপ্ৰিয় চুফীবাদ এইদেশত বিয়পি পৰিছিল। ইয়াত তৰোৱালৰ প্ৰশ্ন নাছিল। হেজাৰ হেজাৰ বছৰৰ অৱহেলিত হোৱা অস্পৃশ্য সকলে চুফী আৰু সাধু সকলৰ ওচৰত বহি ৰাম নাম লৈছিল। এইখন বৰ বিচিত্ৰ দেশ। ইয়াত হিন্দু মুছলমানৰ কোনো প্ৰশ্ন নুঠে। এইখন প্ৰেমৰ সাম্ৰাজ্য। কামালে মানুহৰ সন্ধানত ভ্ৰমি ভ্ৰমি দেখিলে যে পৃথিৱীত কেৱল কুকুৰনেচীয়াই নহয় মানুহো বাস কৰে। যিজন গুৱালে চোতালত বহুৱাই তেওঁক চাতু খুৱালে, তেওঁৰ প্ৰাণ লবলৈ নিৰ্বিচাৰে, কিয়নো, তেওঁৰ কোনো ৰাজ্য প্ৰাপ্ত কৰাৰ কামনা নাই। তেওঁ মাথোঁ দুবেলা আটাৰ ৰুটী খায় আৰু ভগৱানক ধন্যবাদ দিয়ে। দেশৰ ৰাজনীতিৰ সৈতে তেওঁৰ কি সম্বন্ধ? সেই খেতিয়কজনৰ যিজনে আনন্দেৰে চোতালত বহি নিজৰ অকণমানি ছোৱালীজনীক বগৰি খুৱাইছিল, দিল্লীত কাইলৈ কোনে শাসন কৰিব তেওঁৰ কিহৰ চিন্তা? চুলতান হুচেইনে ৰাজ্য জয় কৰিলেও তেওঁ আগৰদৰেই হাল বাব, খাজানা দিব, আৰু চুলতান চিকন্দৰ বাদচাহ থাকিলেও তেওঁ তাকেই কৰিব। এই তুৰ্কীৰ আগতে যেতিয়া পৃথীৰাজ আছিল, তেতিয়াও তেওঁৰ বাপেক ককাকসকলে জেঠ মহীয়া ৰ'দত হাল বাইছিল, শাওণত গীত গাইছিল আৰু দুৰ্ভিক্ষত নীৰৱে মৃত্যু বৰণ কৰিছিল।

আবেলি হ'ল। মানুহবোৰ কীৰ্ত্তনৰ কাৰণে আহিবলৈ ধৰিলে। কামাল উঠিল আৰু মানুহৰ মাজত সোমাই পৰিল।

বাগদাদ আৰু জোনপুৰৰ আব্দুল মনচুৰ কামালুদ্দীন, ঐতিহাসিক, অন্বেষক, ৰাজনীতিজ্ঞ সৈনিক—যাৰ চুফী দৰ্শন আৰু আধ্যাত্ম তত্ত্বজ্ঞানৰ সৈতে কেতিয়াও কোনো সম্বন্ধ নাছিল, তেওঁ অৱশেষত কাশীৰ পঞ্চ-গঙ্গা ঘাটত উপস্থিত হ'ল।

বহুতো বুনিয়াদী প্ৰশ্ন চিন্তনীয় তাত্ত্বিক বুদ্ধিৰ কাৰণে এতিয়াও বাকী আছিল। কবীৰে তেওঁক ক'লে "শুনা, ভাই সাধু! হৰিক চিন্তা কৰা, তোমাৰ দুখ নিজে নিজেই লাঘৱ হ'ব।" দুখ সত্য, দুখৰ মূল সত্য.....॥ জাহাজত অহা সেই

তান্ত্রিক সিদ্ধজনেও তেওঁক ইয়াকে ক'ব খুজিছিল। কিন্তু হাঁৰ নো কোন? পাব ক'ত? তালৈ গৈ কি পাম? বাস্তৱিক বিশ্বাস নো কি? আৰু ঈশ্বৰৰ পৰিকল্পনা? প্ৰেম আৰু বৈৰাগ্যৰ পৰা কি প্ৰাপ্ত কৰা যায়? মুক্তি কি? জ্ঞানৰ ক্ষেত্ৰ নো কিমান বিশাল?

পোনতে তেওঁ কোন বিচাৰ ধাৰাৰ অধ্যয়ন আৰম্ভ কৰিব? কৰ্ম, জ্ঞান আৰু প্ৰেম—তেওঁৰ সন্মুখত তিনিওটা পথ মুকলি হৈ আছিল। প্ৰথমতে কোন পথেৰে যাব? মাদ্ৰাচাত ইচ্‌লামী দৰ্শনৰ সমস্যাৰ ওপৰত তৰ্ক-বিতৰ্ক হৈছিল, চুফী আৰু 'দৰবেচ' সম্প্ৰদায়ে নিজৰ নিজৰ বক্তব্য লৈ বহিছিল। আৰু খোদাৰ প্ৰেমৰ ধ্বনি তুলিছিল। গঙ্গাৰ পাৰে পাৰে আমবাৰীত আঁৰ হৈ থকা উপাসনা গৃহত তেওঁ সেই আল্লাৰ সন্তানক দেখিছিল, যি সসীমৰ পৰা অসীমলৈ সমস্ত আধ্যাত্মিক স্থিতি পাব হৈছে। নাইবা যি শেখ (গুৰু)ৰ ধ্যানত গুপ্তভাৱে বহি আছে। নিৰ্বাণ আৰু পৰমাত্মাৰ সন্ধানত তেওঁ যোগী আৰু দুয়োকে সমাধিত ধ্যানস্থ হৈ থকা দেখিলে। চুফীসকলে তেওঁক ক'লে। "অন্তিম সত্য প্ৰকাশ—(নুৰ) জ্যোতি ......জ্যোতি! যি জ্যোতি নহয়, তাৰ অস্তিত্ব নাই।" আৰু কিছুমান 'দৰবেচ' সম্প্ৰদায়ে তেওঁক ক'লে, "অন্তিম সত্য হৈছে চিত্ত। আল্লাৰ শক্তি, সৌন্দৰ্য আৰু পূৰ্ণতাৰ গুণগানৰ প্ৰতিধ্বনি তেওঁ এই কুঞ্জতো শুনিলে। কিয়নো, এইখন ভাৰত আছিল। এইখন ফৰীদুদ্দীন আতাৰ, শেখ জলালুদ্দীন তবৰেজী, বহাউদ্দীন জকৰিয়া, জলালুদ্দীন চুৰ্খাপোচ, খাজা মোইনুদ্দীন চিশ্‌তি আৰু কুতুবুদ্দীন বখ্‌তিয়াৰৰ কাফীৰ দেশ আছিল। তেনেকুৱা কোন দুৰ্ভগীয়া আছে, যি এই মহান আত্মাৰ দেশতো সেইটো বিচাৰি নাপায়।

এদিন নিশা তেওঁ মঠৰ দাঁতিত কেবা ঘণ্টাও বহি ভাবিলে। ভিতৰত চাকি জ্বলি আছিল। পণ্ডিতে শ্লোক গাইছিল। তেওঁ মুছলমান, সেইকাৰণে তেওঁৰ এই মঠৰ ভিতৰলৈ যোৱাৰ অনুমতি নাই। এই শ্লোক তেওঁৰ বৰ অচিনাকি যেন লাগিল। সমগ্ৰ জোনপুৰৰ মুছলমান বিদ্বান আৰু কাশীৰ পাণ্ডাই শাৰী পাতি বহি দাঁত উলিয়াই থকা দেখা গ'ল। কোনেও তেওঁৰ কথালৈ কাণ নকৰে। তেওঁ দুৱাৰডলিত বহি আছিল।

"দয়াময় ঈশ্বৰ! দয়ালু প্ৰভু!" তেওঁ ঘূৰি চালে। নিশাৰ শীতল বতাহ বলিছিল। ওচৰৰ খট্‌খটীত কিছুমান পাহাৰী মানুহ বহিছিল। তেওঁলোকে একতাৰাত আলাপ কৰিছিল—"দয়াময় ঈশ্বৰ (চাহিব মেহেৰবান) দয়াময় ঈশ্বৰ! ঈশ্বৰ......।" তেওঁ গা এঙামুৰি দি থিয় হ'ল। কামালুদ্দীনে তেওঁক আপোনমনে ক'লে, "এনে লাগিছে যেন কবীৰৰ প্ৰভুৱে তোমাক মাতিছে। তেওঁ যে বৰ দয়ালু! তুমি দুয়োটা মাৰ্গেই দেখিলা। এতিয়া প্ৰেমৰ পথ বাকী ৰ'ল। সেই পথেদি গৈ তুমি হয়তো তেওঁৰ ওচৰ পাবাগৈ। এৰা, এতিয়া প্ৰেমৰ পথেই বাকী আছে।"

তেওঁ আকৌ ঘাটৰ ফালে গ'ল। আৰু গঙ্গা পাৰ হৈ কবীৰৰ কুঞ্জলৈ আহিল দিনবোৰ যাবলৈ ধৰিলে, চম্পাৰ অনুপম স্মৃতি তেওঁৰ মনত জীৱন্ত হৈ ৰ'ল। হজৰত আমীৰ খুস্রোৰ সেই দোহা তেওঁৰ মনত পৰিল। তেওঁ হজৰত নিজামুদ্দীন আউলিয়াৰ ব্ৰহ্মলীন হোৱাৰ বাৰ্তাৰি পাই কৈছিল—প্ৰেম নিৰ্বাহৰ অৰ্থ তেওঁ বুজিব পাৰিলে। প্ৰেম নিৰ্বাহৰ মাৰ্গ তেওঁক চম্পাই দেখুৱাইছিল। যিদৰে গঙ্গাৰ সৈতে যমুনা বৈ থাকে, সেইদৰে কবীৰৰ সৈতে তেওঁ থাকে। গঙ্গাৰ লগত সৰস্বতী থকাৰ দৰে চম্পা তেওঁৰ লগত থাকে। যাক বাহ্য চকুৰে দেখা নাযায়।

কবীৰৰ লগত তেওঁ অলপ দিনহে থাকিল। কাশীৰ পণ্ডিত আৰু মৌলবী-সকলে চুলতান চিকন্দৰ লোডীৰ ওচৰত গোহাৰি জনালে, এই পথভ্ৰষ্ট তাঁতীয়ে ৰাইজক বিপথে নিছে। দিল্লীৰ চুলতানে কবীৰলৈ বতৰা পঠালে পাণ্ডা আৰু মৌলবীসকলৰ সুৰক্ষাৰ কাৰণে আপুনি কাশীৰ পৰা দূৰলৈ গুচি যাওক।

## ১0

মিঞা কবীৰ বেনাৰচৰ পৰা নিৰ্বাসিত হ'ল। কামালে আকৌ এবাৰ যাত্ৰাব কাৰণে কঁকালত টঙালি বান্ধিলে। আৰু গঙ্গাৰ ঘাটলৈ গৈ বঙ্গদেশলৈ যোৱা নাৱত উঠিল। গঙ্গাৰ এমূৰে কেইবাশ মাইল আঁতৰত গৌড় আছিল। তাত তেওঁ আজিৰ পৰা কেইবছৰমানৰ আগতে চুলতানক অকলে এৰি থৈ পলাই আহিছিল।

কেইসপ্তাহমানৰ পাছত নাওখন পাটনা পালেগৈ। পাটনাত তেওঁ জানিব পাৰিলে যে চুলতান হুছেইন চৰ্কী গৌড়ৰ পৰা ভাগলপুৰলৈ আহি সেই নিৰ্বাসিত অৱস্থাত কেইবছৰমানৰ আগতে ঈশ্বৰৰ (আল্লাৰ) প্ৰিয় হৈ গ'ল।

চুলতান হুছেইন চৰ্কী—যি সঙ্গীত জগতত এক নতুন পৰম্পৰা বৃদ্ধি কৰিছিল, যুদ্ধত যুঁজি যুঁজি তেওঁ হাবিত ইফালে সিফালে পলাই ফুৰিছিল! আৰু শেহত এদিন তেওঁৰ জীৱনব ওৰ পৰিল।

কিন্তু "হুচেনী পিয়াৰ" ৰাজ্য নশ্বৰ আছিল। তেওঁ সুৰৰ মাজত বুৰ গৈ জীয়াই আছিল। সুৰৰ লহৰত উটি বুৰি এতিয়া কামালে এখন নতুন পৃথিৱীত ভ্ৰমণ আৰম্ভ কৰিলে। সঙ্গীত—যি সকলোতকৈ আগতে উৎপন্ন হৈছিল—পৰম সত্যৰ সঙ্গীত, যাক চুফীয়ে 'নবায়েচমৰ্দী' আৰু কবীৰে 'অনহদ্ নাদ' বুলি কয়।

সঙ্গীতৰ জগতখন কামালৰ নিজা আছিল। জয়দেৱ, বিদ্যাপতি আৰু চণ্ডীদাসৰ ভজন—মাছমৰীয়া আৰু খেতিয়কৰ গীত! এইখন পৃথিৱীত আক্ৰমণ, মাৰপিত, ৰাজনৈতিক উত্থান-পতন, আৰু মৃত্যুৰ শঙ্কা নাছিল। সঙ্গীতৰ অদ্বৈত, পৰমেশ্বৰৰ

অদ্বৈত আছিল। বঙ্গদেশলৈ আহি তেওঁ গঙ্গাৰ এনেকুৱা এটা ঘাটত নামিল, যাৰ নাম তেওঁ নাজানে, য'ত পাণগছৰ লতাই আবৰি আছিল, ধাননি পথাৰ আছিল আৰু সৰোবৰত নীলবৰণৰ ফুল ফুলিছিল। বৰগছৰ তলত কোনো গুৰুৰ উপাসনা মন্দিৰ আছিল। তেওঁ তাত থাকিবলৈ ললে।

কামালে ভ্ৰমণৰত কবিসকলেৰে সৈতে গাঁৱে গাঁৱে ফুৰিবলৈ ধৰিলে। পূবফালে নৈৰ সোঁতত নিজৰ নাও বাই তেওঁ চাটগাঁৱৰ পাহাৰবোৰলৈ গ'ল। যাত্ৰীসকলৰ সৈতে চাটগাঁৱৰ পৰা সীতাকুণ্ড পালেগৈ। তাৰ পাহাৰবোৰত বাঘ ফুৰে, তাত সীতাৰ মন্দিৰ আছে। পাহাৰৰ নামনিত ৰঙা শিলৰ পুখুৰীৰ পাৰত মন্দিৰ সজা হৈছে। বড়গছৰ তলত এদল ছোৱালী বহি আছে।

তেওঁ এটা নতুন ভাষা শিকিছে। এইটো বাংলা ভাষা, যি—অৱধ আৰু বিহাৰৰ ভাষাতকৈ ভিন্ন নাছিল, সংস্কৃতৰ সৈতে সম্বন্ধ আছে আৰু দেশৰ নবীন ভাষাবোৰৰ দৰে অত্যন্ত ক্ষিপ্ৰভাৱে বিকশিত হৈ পৰিছে।

বাংলা ভাষা বৰ মিঠা আছিল। তেওঁ ইয়াক নিজৰ ভাষা বুলি ভাবিবলৈ ধৰিলে। সেই ভাষাত কথা-বতৰা পাতে, সেই ভাষাতে ভাবে আৰু লিখে। এসময়ত তেওঁ ইয়াত আছিল, যেতিয়া জোনপুৰ দৰবাৰৰ এজন সৈনিকৰূপে ইয়ালৈ আহিছিল।

পৃথিৱীৰ বুকুৰেদি বহুবছৰ বাগৰি গ'ল। জোনপুৰৰ অবুল মনচুৰ কামালুদ্দীনক সময়ে পাহৰি পেলালে। এই সুদৰ্শন যুৱক, যাৰ কাণৰ কাষৰ মূৰৰ চুলি অলপ অলপ বগা হৈ আহিছে, যি চম্পাগছৰ তলত বহি এক মুছলমান ফকীৰৰ পৰা কাঞ্চনমালাৰ সাধু শুনিছে, নহলে একতাৰা বজাই বজাই বাঙালী গুৰুৰ গীত আলাপ কৰিছে নাইবা কাগজ কলম লৈ বাংলা ভাষাত কোনো লোকগীত বা গল্প লিখাত ব্যস্ত হৈ আছে, তেওঁ কোন? তেওঁ বাংলা ভাষা পাৰ্চী লিপিত লিখে তেওঁ এইটো জনা নাছিল যে শ-শ বছৰৰ পাছত তেওঁৰ নিচিনা মুছলমান কবিয়ে ফাৰ্চী লিপিত লিখা বস্তুক বঙ্গদেশৰ অমূল্য 'পুথি' আৰু লোকসাহিত্য বুলি গণ্য কৰা হ'ব।

কেইবাবছৰো তেওঁ এইদৰে গল্প আৰু গীত ৰচিবলৈ ধৰিলে। সেই ইতিহাসকাৰ অন্বেষক, ৰাজনীতিজ্ঞ, সৈনিক, চুফী, কবীৰৰ শিষ্য এতিয়া গীতিকাৰ হৈ পৰিল।

এইদৰে ফুৰি ফুৰি তেওঁ সোণাৰী গাঁও পালেগৈ। তাতে তেওঁ বিয়া কৰালে। ছোৱালীজনীৰ নাম সুজাতা। তাই জাতিত শূদ্ৰ। এদিন তাই পুখুৰীৰ পাৰলৈ পানীৰ কলহ লৈ আহিছিল, তাইৰ দীঘল চুলিটাৰি আৰু ক'লা চকুযোৰ দেখি কামাল আসক্ত হৈ পৰিল। এই বয়স আৰু বৌদ্ধিক প্ৰৌঢ়তা প্ৰেম কৰাৰ কাৰণে নহয়। কিন্তু আত্মা, আৰু হৃদয়ৰ জগতৰ সমস্ত যাত্ৰা স্থিৰ কৰাৰ পাছত তেওঁ অনুভৱ কৰিলে যে জীৱনত যি বস্তুৰ প্ৰয়োজন সি হৈছে শান্তি—এনেকুৱা শান্তি

য'ত প্ৰচণ্ড ধুমুহা আৰু প্ৰলয়ৰ কোনো স্থান নাই। এই শান্তি তেওঁ সেই সহজ সৰল গাঁৱলীয়া ছোৱালীজনীক বিয়া কৰাই পালে। যেন তেওঁৰ এয়েই উদ্দেশ্য আছিল।

সুজাতা এতিয়া তেওঁৰ পত্নী। কামালে বুজিব নোৱাৰিলে যে সুজাতা শূদ্ৰ-হোৱাৰ বাবে কি ক্ষতি হ'ল। তেওঁ সুজাতাৰ নাম 'আমনাবিবি' থলে আৰু তেওঁৰ সৈতে বাঁহৰ এটা শুৱনী জুপুৰিত থাকিবলৈ ললে।

জীৱিকাৰ কাৰণে তেওঁ খেতি কৰে। তেওঁ পথাৰত ধান বোৱে। তেওঁৰ জুপুৰিৰ সন্মুখত এটা পুখুৰী আছিল। যেতিয়া আকাশত ৰামধেনু ওলায় আৰু যুঁইফুলবোৰত ভোমোৰাই গুণগুণায়, তেতিয়া তেওঁ নিজৰ সৰু জুপুৰিৰ বাৰান্দাত তেওঁৰ নগৰীয়া গীতিকাৰৰ সৈতে বহি আনন্দ লহৰী বজায়। সেইখিনি সময়তে আমনাক সুঠাম শৰীৰত জামুবৰণৰ নাইবা সেউজীয়া বৰণৰ শাড়ী পিন্ধি কঁকালত কলহ লৈ পুখুৰীৰ ফালে যোৱা দেখা যায়।

সময় বাগৰি গ'ল। যি বঙ্গদেশৰ চুলতানে অবিৰাম নিজৰ ভিতৰতে যুদ্ধ কৰি আছিল, সেই বঙ্গদেশত এতিয়া কিছুদিনৰ পৰা শান্তি স্থাপন হ'ল। গৌড়ৰ সিংহাসনত চৈয়দচাদাত আলাউদ্দীন অবুল মুজফৰ হুছেইন ছাহ বিৰাজমান আছিল। তেওঁৰ যুগত গাখীৰৰ নৈ বৈছিল। লুটপাত আৰু ৰাজপাটৰ থলী শান্ত হৈছিল। বঙ্গৰ এইজন মহান বাদছাহৰ শাসনকালত বিদ্যাপতি ঠাকুৰ আৰু চৈতন্য মহাপ্ৰভুৱে শ্ৰীকৃষ্ণৰ প্ৰেমৰ সুৰীয়া গীত গাইছিল, ৰাজমহলৰ পাহাৰৰ পৰা শিল খহাই গৌড়লৈ নিছিল আৰু নতুন নতুন সুন্দৰ অট্টালিকা নিৰ্মাণ কৰা হৈছিল।

কেইবাবছৰো পাৰ হৈ গ'ল। কামালৰ ল'ৰা-ছোৱালীবোৰ ডেকা হ'ল। তেওঁ ল'ৰাৰ নাম জমাল আৰু জলাল থলে। ছোৱালীজনীৰ নাম চাঁকনা বিবি। তেওঁ ল'ৰা-ছোৱালীকেইটাক চাই জীয়াই আছিল। তেওঁৰ দুয়োটা ল'ৰা ভৱন নিৰ্মাণ কলাত নিপুণ আছিল। সিহঁত গৌড় আৰু সোণাৰী গাঁৱত ঘৰ সজাত ব্যস্ত আছিল। কামালৰ ঘৈণীয়েকৰ মৃত্যু হ'ল। তেওঁ আমনাক নিজহাতে সেই পুখুৰীৰ পাৰত কবৰ দিলে। এতিয়া তেওঁৰ চুলি পকিল। তথাপিও তেওঁ গোটেই দিন বাৰান্দাত বহি 'ধৰ্মসঙ্গীত' লিখে আৰু গায়। বঙ্গৰ চুলতানৰ সংৰক্ষণত লোকসাহিত্য, লোকসঙ্গীত আৰু নতুন বাংলাভাষাই দ্ৰুত গতিত উন্নতি কৰিছিল। তেওঁৰ ল'ৰা দুটা গৌড়ৰ পৰা নিজৰ গাঁৱলৈ আহে আৰু সেইদেশৰ ৰাজনৈতিক বতৰা শুনায়। এই বাতৰিবোৰ তেওঁৰ এতিয়া অন্য জগতৰ বাতৰি যেন লাগে।

আবুল মনচুৰ কামালুদ্দীন বঙ্গদেশৰ নিবাসী, বাঙ্গালী আছিল, সুদূৰ পশ্চিম দিল্লীত আকৌ এবাৰ সিংহাসন সলনি হ'ল,—চুলতান ইব্ৰাহীম লোডী পৰাজিত হ'ল। জহীৰুদ্দীন বাবৰ বিজয়ী হ'ল। তেওঁৰ বৰ ল'ৰা জমালৰ মুখৰ পৰা এই ভয়াবহ বাতৰিবোৰ শুনি তেওঁ অলপো আচৰিত নহয়। তেওঁৰ পুতেক

জলাল মোগলৰ কাৰণে ভৱন নিৰ্মাণ কৰিবলৈ দিল্লীলৈ ওলাল। তেওঁ তেতিয়াও মৌন হৈ ৰ'ল। তেওঁ সমগ্ৰ পৃথিৱী ভ্ৰমণ কৰি নিজৰ গন্তব্য পথ বিচাৰিছিল। এতিয়া তেওঁৰ পুতেকৰ আগত পৃথিৱীখন পৰি আছে। সিও নিজৰ গন্তব্য পথ নিজে বিচাৰি ল'ব।

শান্তিৰ দিন শেষ হৈ আহিছিল। বঙ্গদেশত চৈয়দ আলাউদ্দীন হুছেইন ছাহৰ পুতেক নাচিৰুউদ্দীন ছাহে ৰাজত্ব কৰিছিল। যিদৰে এই আফগানৰ মাৰ খাই জোনপুৰৰ শাসক এবাৰ ইয়াত আশ্ৰয় লবলৈ আহিছিল, সেইদৰে মোগলৰ হাতত পৰাজিত হোৱাৰ পাছত, কালিলৈকে শাসক হৈ থকা দিল্লীৰ আফগান আজি শৰণাৰ্থীৰ ৰূপত গৌড় আৰু লখনৱতীৰ বাটে-ঘাটে অনাই বনাই ঘূৰি ফুৰিছিল।

এই আফগানক কামালে সকলো ঠাইতে দেখিলে। গৌড়ৰ বজাৰত বাটৰুৱাক ৰখাই নিজৰ লুট কৰা বৈভৱ আৰু প্ৰতাপৰ সাধু শুনোৱা দেখিলে। গৌড়ৰ বাটত কামালে এদিন এজন পৰ্টুগজীকো দেখিলে। কামালে, নিজৰ লাখুটিৰ সহায়ত থিয় হৈ আচৰিত হৈ তেওঁক চাবলৈ ধৰিলে। এই সময়ত পৰ্টুগালৰ জাহাজ চাটগাঁৱৰ বন্দৰত বৈছিল আৰু সেই মানুহবোৰে গৌড়ত পিয়াপি দি আছিল।

সময়বোৰ দ্ৰুতগতিত পাৰ হৈ গ'ল। গৌড়ৰ ৰাজনৈতিক অৱস্থা বেয়াৰ ফালে ঢাল ললে। নাচিৰুদ্দীনৰ ভায়েক গয়াচুদ্দীন ৰাজসিংহাসনত বহিল। এদিন কামালে শুনিলে যে বিহাৰৰ শ্বেৰখাঁই গয়াচুদ্দীনৰ পৰা বঙ্গদেশৰ ৰাজসিংহাসন কাঢ়ি ললে। এইটোও জানিব পাৰিলে যে দিল্লীৰ সম্ৰাট হুমায়ুন আৰু শ্বেৰখাঁৰ মাজত ভয়ঙ্কৰ যুদ্ধ হ'ল। সেউজীয়া বঙ্গভূমিত অশান্তি বাঢ়িবলৈ ধৰিলে। শ্বেৰখাঁ আকৌ গৰজি উঠিল আৰু দিল্লীৰ মোগলক দিল্লীলৈ ঘূৰাই দ্বিতীয়বাৰ বঙ্গ অধিকাৰ কৰিলে। হুমায়ুন আৰু শ্বেৰখাঁৰ সৈন্যৰ মাজত ভয়ঙ্কৰ যুদ্ধ হ'ল। এই যুদ্ধত গৌড়ৰ বাটত যুদ্ধ কৰি জমালৰ মৃত্যু হ'ল। এদিন নিশা শ্বেৰখাঁৰ সৈন্যই সেই গাঁৱও আক্ৰমণ কৰিলে। সেইখন গাঁৱতে কামালৰ জুপুৰিটো আছিল। সৈন্যইঁতে লুটপাত কৰি কৰি তেওঁৰ ঘৰলৈ আহিল। "বাহিৰলৈ ওলোৱা"—সিহঁতে চিঞৰিলে। 'তুমি সকলোতকৈ বেছি উপদ্ৰৱ কৰিছা, তোমাৰ কোনো ভৰষা নাই। তোমাৰ ল'ৰাই দিল্লীলৈ গৈ মোগলৰ লগ লাগিছে। তুমি বিদ্ৰোহী। সেই গীত লিখা অবুল মনচুৰ ইয়াতে থাকে নহয়? বাহিৰলৈ ওলাই আহাঁ হেৰা বুঢ়া।"

কামালে কঁপি কঁপি হাতত চাকি লৈ দুৱাৰমুখলৈ আহিল। তেওঁ আচৰিত হৈ চিপাহীবোৰক চাবলৈ ধৰিলে। সিহঁতে কোলাহল কৰি তেওঁৰ ফালে আগ বাঢ়ি আহিল। কামালে দৃঢ়তাৰে চৌকাঠত ধৰি সিহঁতৰ আগত থিয় হ'ল। তেওঁ বৰ বুঢ়া হৈছিল। তেওঁৰ হাতদুখন কঁপি আছিল। তথাপি তেওঁ স্থিৰ হৈ

থিয় হ'ল। আত্মৰক্ষাৰ কাৰণে তেওঁৰ হাতত তৰোৱাল নাছিল। তেওঁ কাৰ, কি অপকাৰ কৰিছে? আফগান আৰু মোগলৰ যুদ্ধত তেওঁৰ কোনো আগ্ৰহ নাই। তেওঁ মাথোঁ ইয়াকে বিচাৰিছে তেওঁক যেন ইয়াত অলপ শান্তিত থাকিবলৈ দিয়া হয়। এইখন তেওঁৰ ঠাই, তেওঁৰ দেশ। ইয়াত তেওঁৰ ল'ৰা-ছোৱালীৰ জন্ম হৈছে, ইয়াত তেওঁৰ বিবিৰ কবৰ আছে, ইয়াত তেওঁৰ সেউজীয়া ধাননি পথাৰ আছে। এই ভাষাত তেওঁ কলিজাৰ তপত তেজ দিছে, তেওঁ গীত ৰচিছে। তেওঁ ইয়াতে থাকিব, তেওঁক বুলিবৰ অধিকাৰ কাৰো নাই। এইখন যুদ্ধৰ ঘৰ নহয়, শান্তিৰ ঘৰ। তেওঁৰ হঠাৎ মনত পৰিল যে যুদ্ধৰ ঘৰ আৰু শান্তিৰ ঘৰৰ মাজত কোনো তফাৎ নাই। কেৱল পদ্ধতিৰ পাৰ্থক্য। যুদ্ধ দুটা ধৰ্ম্মৰ ভিতৰত নহয়, দুটা ৰাজনৈতিক শক্তিৰ ভিতৰত হয়।

সহচৰামৰ শ্বেৰখাঁ আৰু দিল্লীৰ হুমায়ুন বাদছাহ দুয়ো ইচলামৰ কলমা পঢ়ে, কিন্তু এটাই আহি আনটোক নাশ কৰিলে। শান্তিৰ ঘৰো যুদ্ধৰ ঘৰ হ'ব পাৰে, যদি তাত পাপাচাৰৰ অস্তিত্ব থাকে। শ্বেৰখাঁৰ উদণ্ড সৈনিকে এইবোৰ কি বুজিব। সিহঁতে জোৰেৰে কামালক বগৰাই মাটিত পেলালে আৰু চিঞৰ বাখৰ কৰি আগ বাঢ়ি গ'ল। কামাল ঘৰৰ দুৱাৰডলিত মুখ থেকেচা খাই বাগৰি পৰিল। তেওঁৰ মুখৰ পৰা তেজৰ নৈ বৈছিল, কেইঘণ্টামান উচুপি উচুপি কন্দাৰ পাছত তেওঁ সেইদৰেই চিৰদিনলৈ চকু মুদিলে।

হিন্দুৰ ওপৰত এতিয়া মোগল বাদছাহে ৰাজত্ব কৰিছে। পুৰণি বিধান সলনি হৈছে। গৌড়, লখনৱতী আৰু পাটনা সপোন হৈ আছে। তুৰ্কীৰ দিল্লীও শেষ হৈ গ'ল। দিল্লী এতিয়া মোগলৰ। আগৰ ইন্দ্ৰপ্ৰস্থ আৰু আজিৰ দিল্লীৰ নাম 'টুগলকাবাদ' হ'ল। আজি ই মহান তৈমুৰীয়ৰ সুন্দৰ ৰাজধানী 'চাহজাহানাবাদ'।

সেই খেতিয়কসকল এতিয়াও আছে, যি ঘণ্টাৰ পাছত ঘণ্টা পানীত সোমাই ধান বুইছে। বলদহালক চিঞৰি চিঞৰি মেঘনাৰ পাৰে পাৰে গৈ আছে। ভাগীৰথীৰ পাৰত নাও খেলি আৰু গীত গাই গাই এখন গাঁৱৰ পৰা আন এখন গাঁৱলৈ গুচি গৈছে। গুৰু আৰু ভক্তৰ চৰণ তলত বহি ভজন আৰু চুফীৰ গীত আলাপ কৰি আছে।

বঙ্গৰ খেতিয়ক অবুল মনচুৰ কামালুদ্দীন জীয়াই আছে আৰু জী থাকিব। তেওঁ যে নিজৰ সৰু নাওখনত বহি পদ্মাৰ প্ৰচণ্ড ঢৌৰ সন্মুখীন হৈছে। নাওখন পদ্মাৰ সোঁতত নাচি বাগি আগলৈ গৈ আছে। ৰ'দ নাইকিয়া হৈছে, বতাহত প্ৰচণ্ড ধুমুহাই গৰজি আছে। অন্ধকাৰ ধৰাত বিশাল ঘঁৰিয়ালে মুখ মেলি বহি আছে। আৰু বতাহ ক্ৰমে কোবাল হৈ পৰিছে। পদ্মাৰ এই বুঢ়া অনাহাৰী নাৱৰীয়াৰ নাওখন অতি আনন্দেৰে ধুমুহাৰ সন্মুখীন হৈছে। ধুমুহাৰ ব্ৰস্ততা আৰু মৃত্যুৰ সৈতে তেওঁৰ পূৰ্বৰ আত্মীয়তা আছে। অৱশেষত যেতিয়া বতাহৰ

বেগ আৰু কোবাল হ'ল, তেতিয়া নাওখন বাৰে বাৰে নাচিবলৈ ধৰিলে, তেতিয়া স্মিলে হাত বাতিটো দাঙি ভয়েৰে সৈতে চাৰিওফালে চালে। "পীটৰ, আমি ধুমুহাৰ মাজত সোমাই যোৱা নাই নহয় ?" তেওঁ শঙ্কাৰে প্ৰশ্ন কৰিলে।

"নহয়, এয়া এনেয়ে বতাহ মাৰিছে, ভয় নকৰিবা।" পীটৰে উত্তৰ দিলে, "কিন্তু এই ক'লা গাহৰিটোক কোৱা, নিজৰ অৰ্থহীন গীত গোৱাৰ সলনি ব'ঠাৰ ফালে মন কৰক, এইদৰে যাবলৈ হলে আমি ৰাতিপুৱালৈকে ঘাট নাপামগৈ।"

"শুই আছানেকি ? বুঢ়া কুকুৰ !" স্মিলে ঢাৰিখনৰ চাললৈ জুমি আনফালে চাই সুধিলে। নাৱৰীয়াই মূৰ তুলি তেওঁক চালে। আৰু জোৰেৰ ব'ঠা মাৰিবলৈ ধৰিলে।

"ইহঁত বৰ নীচ মানুহ। যেতিয়ালৈকে চাবুক নামাৰা, ইহঁত সজাগ নহয়"—পীটৰে ক'লে। স্মিলে দূৰৈৰ পৰা নিজৰ ৰূপেৰে বন্ধোৱা লাখুটিডাল আগ বঢ়াই বুঢ়াৰ কঁকালত খোচ মাৰি সুধিলে ঃ

"এই মানুহটো, কি নামহে তোমাৰ ?"

"অবুল মনচুৰ, চাহাব।"

"অবুল মনচুৰ, যদি তুমি চাবুকেৰে তোমাৰ গাৰ ছাল উঠোৱা নিবিচাৰা, নাওখন অলপ জোৰেৰে চলোৱা, বুজিছা ?" স্মিলে ক'লে।

"হয় চাহাব", সি আকৌ ব'ঠাৰ ফালে গাটো হলাই দিলে। নাওখন যাবলৈ ধৰিলে, পাৰৰ দুয়ো ফালে খেতি আছিল। দূৰৈৰ গাঁৱত চাকি জ্বলিছিল। স্মিলে নাৱৰ ভিতৰলৈ চালে। ভিতৰত অবুল মনচুৰৰ মাটিৰ চাকি, ঢাৰি, নামাজৰ আসন আৰু এযোৰ কাঁহৰ কাঁহী-বাটি আছিল। বেৰত নাৰিকল অ'ৰা আছিল। সেয়ে এই বগা দাড়ীয়া বুঢ়া নাৱৰীয়াৰ যথাসৰ্বস্ব আছিল। পদ্মাৰ ধুমুহাই ঢোৰে সৈতে যুঁজি আছিল। স্মিলৰ বৰ আচৰিত যেন লাগিল। তেওঁ চকু মোহাৰিলে। নিজকে বিশ্বাস কৰাব খুজিলে যে এই সকলো সত্য। আৰু এইটোও সত্য যে ভাগ্যৰ এক সুযোগে তেওঁক কেম্ব্ৰিজৰ চুবুৰিৰ পৰা আনি এই নাৱত বহুৱাইছে,—এই আচৰিত আৰু সুন্দৰ দেশত, যাক বঙ্গ বুলি কয়, যাক 'ইণ্ডিয়া' বোলা হয়।

হাত বাতিটো দাঙি তেওঁ আকৌ চাৰিওফালে চালে। পোহৰে ঢোক বাট দেখুৱাই দিলে। এটা প্ৰকাণ্ড শিহু বুৰ মাৰি গুচি গ'ল। বেঁত গছৰ আঁৰেদি লাহে লাহে জোনটোৱে ভুমুকি মাৰিলে।

## ১১

যেতিয়া স্মিল হাবৰ্ড এচলেই চিড্‌নীৰ চেকচ্ কলেজ কেম্ব্ৰিজৰ পৰা বি. এ.

পাছ কৰিলে, তেতিয়া তেওঁৰ বয়স মাথোঁ বিছ বছৰ আছিল। তেওঁৰ দেউতাক এজন বৰ দুৰ্দ্দশাগ্ৰস্ত পাদুৰী আছিল। স্মিলে অতি কষ্টেৰে নিজৰ জমিদাৰৰ সহায় লৈ কেম্ব্রিজ পাইছিল। ডিগ্ৰী লোৱাৰ পাছত তেওঁ লণ্ডনলৈ আহি মিডল্ টেম্প্‌লত ভৰ্ত্তি হ'ল। ইয়াৰ ওচৰতে ফ্লিট ষ্ট্ৰীট, ইয়াৰ এটা হল-ঘৰত লেখক আৰু সাংবাদিকসকলে গোট খাই সমগ্ৰ পৃথিৱী সম্বন্ধে আলোচনা কৰে। স্মিলেও প্ৰায়েই নিজৰ লগৰীয়া সকলেৰে সৈতে তেওঁলোকৰ দলত যোগ দিয়ে। তাত এদিন পীটৰ জেক্‌চনৰ সৈতে তেওঁৰ চিনাকি হ'ল। পীটৰ জেক্‌চনে ভাৰতবৰ্ষত বেপাৰ কৰিছে আৰু বৰ্ত্তমান নিজৰ দেশলৈ আহিছে। তেওঁ উচ্চ কণ্ঠেৰে ক'বলৈ ধৰিলে, "বঙ্গদেশত নীলৰ খেতিত কিমান হাজাৰ পাউণ্ড লাভ হ'ল—নেটিভবোৰ কিমান মূৰ্খ। সিহঁতৰ শাসক—আমীৰ-ওমৰা কিমান ধনী। কলিকতাখন কেনে মনোমোহা নগৰ। তুমি ইয়াত কি কৰিছা, ভাৰতলৈ ব'লা। তোমাক বেছ চতুৰ মানুহ যেন লাগিছে। যদি বুদ্ধিৰে সৈতে কাম কৰিব পাৰা, তেন্তে তুমি তাত চাৰিদিনতে সোণৰ মহল সাজিব পাৰিবা।......কি কৈছা তুমি কবিতা লিখিব খুজিছা, নাটক লিখিব খুজিছা? ওকালতি ব্যৱসায় জানো লাভজনক?" কিছুদিনৰ পাছত পীটৰে তেওঁক নগৰলৈ খুৱাকৰ ওচৰলৈ লৈ গ'ল, তেওঁ ইষ্ট্ ইণ্ডিয়া কোম্পানীৰ এজন ডাইৰেক্টৰ আছিল।

স্মিলে কলিকতাৰ চাকৰি পালে। এদিন তেওঁ টিলবৰীৰ পৰা 'ইণ্ডিয়া মেন' জাহাজত বহিল। ডোবৰৰ বগা শিলবোৰ তেওঁৰ চকুৰ আগৰ পৰা আঁতৰি যোৱাৰ লগে লগে তেওঁ অনুভৱ কৰিলে যে তেওঁ ইংলেণ্ড এৰিছে। ইংলেণ্ড, য'ত কেণ্টত তেওঁৰ ঘৰ আছে, য'ত কেমু নৈ বৈ আছে, আৰু য'ত গল্ড-স্মিথ, কুপৰ আৰু গ্ৰে, ৱৰ্ডচৱৰ্থে জন্ম লৈছে, য'ত হোগাৰ্থ, গেঞ্জবৰো আৰু ৰেনাল্ডজে ছবি আঁকিছে। ইংলেণ্ড—য'ত শান্তি আছিল আৰু আছিল অপাৰ সৌন্দৰ্য্য। বঙ্গ, কেনেডা আৰু দক্ষিণ আমেৰিকাৰ পৰা অহা ধনে দেশখনক সমৃদ্ধিশালী কৰি তুলিছে। ওখ ওখ ঘৰবোৰ থিয় হৈ আছে। দুখীয়া চহকী হৈছে আৰু চহকীবোৰে হীৰা-মুক্তা বুটলিছে। সকলোফালে মাথোঁ এটা চৰ্চ্চা ধন! ধন! ধন! স্মিল সাহিত্যৰ অনুৰাগী আছিল, আৰু ধনৰ প্ৰতি তেওঁৰ কোনো মোহ নাছিল, তেৰেঁা তাৰ সন্ধানত ওলাইছে। এই বঙ্গদেশ পাই দৰিদ্ৰ বিদ্যাৰ্থীও ধনী হৈ যাব। লণ্ডনতো তেওঁৰ এটা অট্টালিকা থাকিব। হয়তো এদিন তেওঁ কোনো অসভ্য ভাৰতীয় চিপাহীৰে সৈতে যুদ্ধ কৰি থাকিব। মাদ্ৰাজ বা মহীশূৰত তেওঁৰ কবৰ হ'ব।

তেওঁ শঙ্কিত হ'ল আৰু ডেকৰ পৰা আঁতৰি আহিল। সাগৰখন বৰ ভয়ানক আছিল। সংসাৰখনত এতিয়া বহুত ডাঙৰ ডাঙৰ কিবা হৈ আছিল আৰু তাৰ তুলনাত তেওঁ বাস্তৱিকতে কিমান তুচ্ছ। এই জাহাজত কত ধৰণৰ

মানুহ উঠিছে। মনত কতৰকমৰ ইচ্ছা আৰু অভিলাষ লৈ এক অন্ধকাৰময় অপৰিচিত গন্তব্যৰ পথত আগ বাঢ়িছে।

এই সকলোৰে শেষ ক'ত? কোম্পানীৰ বেপাৰী, মাদ্ৰাজৰ চিফ্ জাষ্টিচ্, উচ্চ বংশৰ অবিবাহিতা ছোৱালী যি স্বাভাৱিকতে এই আশা লৈ ভাৰতলৈ গৈছে তাত তেওঁলোকৰ বিয়া হৈ যাব। দিনাৰ টেবুলত জাহাজৰ কেপ্টেইন হাইদৰ আলীয়ে যুদ্ধৰ কাহিনী শুনাইছে। পাটনা আৰু ঢাকাৰ নীলৰ বেপাৰীহঁত সকলো সময়তে নিজৰ বেপাৰৰ কথাত মগ্ন হৈ আছে। সকলোৱে মিলি 'মডেয়ৰা' খাইছে। চিড্নীৰ চেকচ্ কলেজ, আৰু কেম্ব্ৰিজৰ শান্ত পৰিধিৰ পৰা ওলাই অহাৰ পাছত স্ত্ৰিলে দেখিলে পৃথিৱীখন বাস্তৱিকতে এনেকুৱাই।

"জাহাজখন এতিয়া মেডাগাস্কাৰৰ দাঁতিয়েদি ওলাই গৈছে। এয়া 'পুৱ' দিশ। ক'লা গোলামৰ দেশ। পুব দিশটো স্ত্ৰিলৰ প্ৰতীক্ষাত আছিল। চীন ভাৰত, ইৰাণ আৰু মিচৰ সকলোৱে চিঞৰি চিঞৰি তেওঁক মাতিছে—"অ' স্ত্ৰিল, ভাই! আহাঁ! আমি তোমাক অভিনন্দন জনাবৰ কাৰণে সকলো সাজু কৰি থৈছোঁ। বাইবেল, বন্দুক আৰু তৰোৱাল লৈ আহাঁ আৰু আহি আমাৰ পিঠিৰ ছাল উঠাই লোৱাঁ।" কানপুৰ আৰু ঢাকাৰ পুৰণি পাপীহঁতে তেওঁক ক'লে, "চাই চিন্তি যদি কাম কৰা তেতিয়াহলে কেইবছৰমানৰ ভিতৰতে লাখপতি হৈ পাৰিবা।"

"এই চিৰাজুদ্দৌলা কোন আছিল?"—স্ত্ৰিলে পীটৰ জেক্চনক সুধিলে।

"চিৰাজুদ্দৌলা?" পীটৰে নাক কোঁচাই ক'লে, "মই তোমাক তেওঁৰ সকলো কথা বিবৰি কম। মই কাচিমবজাৰত আছিলোঁ। বৰ অসভ্য মানুহ, অত্যাচাৰী আৰু প্ৰৱঞ্চকো। কিন্তু অৱধৰ বৰ্তমানৰ নবাবৰ দৰে আমাৰ বিশ্বাসী বন্ধুও আছে।"

পীটৰ জেকচনে স্ত্ৰিলক ফৈজাবাদ আৰু লক্ষ্ণৌৰ সাধু শুনাবলৈ আৰম্ভ কৰিলে। মহীশূৰ আৰু দক্ষিণ ভাৰতীয়হঁতৰ বৰ্ণনা দিলে। বম্বে পাওঁতে পাওঁতে স্ত্ৰিল অতীতৰ দুশ বছৰৰ ঘটনাৰ সৈতে পৰিচিত আৰু ভাৰতবৰ্ষৰ সম্পূৰ্ণ ইতিহাসৰ পণ্ডিত হৈ পৰিল। হিন্দুৰ পাশৱিকতা—তেওঁলোকে এক ৰঙা জিভাৰ মূৰ্তিক পূজা কৰে, বিধৱাসকলক জীয়াই জীয়াই জুইত পুৰি মাৰে, খালী ভৰিৰে ফুৰে, গৰু, বান্দৰ আৰু সাপক দেৱতা বুলি পূজা কৰে। মুছলমানৰ অত্যাচাৰ—নাৰীসকলক পৰ্দাৰ আঁৰত ৰাখে, পোন্ধৰবাৰ বিয়া কৰায়, বৰ অহঙ্কাৰী ৰুক্ষ প্ৰকৃতিৰ আৰু আঁকোৰ গোজ। ইয়াৰ সাৰাংশ এয়ে যে পীটৰ জেকচনে তেওঁক যি বুজালে, সি যথেষ্ট বিব্ৰত বোধ কৰিব লগা কথা আছিল। তেওঁ নিশ্চিত কৰি দিলে যে নেটিভৰ জাতি নীচ জাতি; সাধাৰণ শ্ৰেণীৰ মানুহ, সেই কাৰণে তেওঁলোকৰ মস্তিষ্কও অপৰিপক্ক। বঙ্গদেশত এক 'ৰয়েল এচিয়াটিক চছাইটি স্থাপন কৰা এওঁলোকে খননকাৰ্য্যৰ দ্বাৰা কোনোবা যুগৰ তত্ত্ব আৱিষ্কাৰ

কৰিব খুজিলে। সংস্কৃত ভাষা এক অনিশ্চিত ভাষা। ই মৃতভাষা, ইয়াত যাদু বিদ্যাৰ পাঠ লিখা আছে। ইয়াকে দেখি আমাৰ কিছুমান অনুসন্ধানকাৰীয়ে ক'বলৈ ধৰিছে যে ভাৰতবৰ্ষও এসময়ত সভ্য আছিল। পীটৰে কথা শেষ কৰিলে।

বম্বে লাহে লাহে ওচৰ চাপি আহিল। ভাৰতবৰ্ষ!

জাহাজখনে বন্দৰত লঙ্গৰ পেলালে। যাত্ৰীবোৰ নামি পাৰলৈ আহিল। ডেৰশ বছৰৰ আগলৈকে এই চুৰাত বন্দৰত মোগল সাম্ৰাজ্যৰ অধিকাৰীয়ে ইউৰোপীয়-হঁতৰ প্ৰৱেশ নিষেধ কৰিছিল। কিন্তু এইখন এতিয়া নিজৰ ৰাজ্য। স্ত্রিলৰ লগৰীয়াবোৰে আড়ম্বৰেৰে সুহুৰি বজাই বজাই জাহাজৰ পৰা নামিল। বহুতো ক'লা মানুহে আহি তেওঁলোকক বেঢ়ি ধৰিলে। সিহঁতে লাৰি ঢাপৰি তেওঁলোকৰ বয়-বস্তুবোৰ নমাবলৈ লাগিল।

প্ৰেচিডেন্সী মেজিষ্ট্ৰেটৰ দোলা পীটৰক স্বাগত জনাবলৈ আহিছিল। স্ত্রিল তেওঁৰ সৈতে দোলাত বহি মালাবাৰ হিলৰলৈ গ'ল।

এইমাত্ৰ বৰষুণ দিছিল। ইংৰাজসকলৰ বঙলাৰ চালত ৰঙ-বেৰঙৰ ফুলৰ লতাবোৰে আবৰি আছিল। পীটৰ আৰু স্ত্রিলক গৃহস্থই দুৱাৰমুখলৈকে তেওঁ-লোকক অভ্যৰ্থনা জনাবলৈ আহিল, তাৰ পাছত তেওঁলোকে কাঠৰ খুটা থকা বাৰান্দাত বহি চাহ খালে।

চাহৰ পাছত স্ত্রিলে তেওঁৰ কোঠাৰ খিড়িকীত থিয় হৈ সাগৰখন চাবলৈ ধৰিলে। এচুকত নিগ্ৰো ল'ৰা এটাই তেওঁৰ জোতাত ৰং দিছে। এই ল'ৰাটোক আন গোলামবোৰৰ সৈতে মেডাগাস্কাৰৰ পৰা অনা হৈছে। এদিন নিশা খোৱাৰ সময়ত স্ত্রিলক দুজন পাদুৰীৰ সৈতে চিনাকি কৰি দিয়া হ'ল। এওঁলোক দুয়ো জাহাজ সজা কাৰখানাৰ মালিক আছিল। এওঁলোকে ফৰ্‌ফৰাই ইংৰাজী কৈছিল। কত ধৰণৰ মানুহ যে এই দেশত আছে স্ত্রিলে আচৰিত হৈ ভাবিবলৈ ধৰিলে।

কিছুদিনৰ পিছত তেওঁ পীটৰ জেক্‌চনৰ সৈতে কাৰখানা চাবলৈ চুৰাতলৈ গ'ল। চুৰাত! মোগলৰ বন্দৰ—শ বছৰৰ আগতে যাৰ জনসংখ্যা লণ্ডন আৰু পেৰিচতকৈ অধিক আছিল।

বম্বেলৈ ঘুৰি অহাৰ পাছত মাদ্ৰাজৰপৰা বম্বেলৈ যোৱা আন জাহাজৰ কাৰণে প্ৰতীক্ষা কৰি আছিল। পীটৰ জেক্‌চন এতিয়া ইয়াতে আছে। এইবাৰ স্ত্রিলে অকলে যাব লাগিব। তেওঁ এক প্ৰকাৰ ভাৰতত অভ্যস্ত হৈ পৰিছে।

জাহাজে লঙ্গৰ তুলিলে। পণ্ডিচেৰীত কেইজনমান ফৰাচী মানুহ জাহাজত উঠিল। তেওঁলোক আন জাহাজেৰে ফ্ৰান্সলৈ গৈছে।

তাত এজন 'চৰবন' বিদ্যাৰ্থীও আছিল। তেওঁ স্ত্রিলৰ সৈতে বন্ধুত্ব স্থাপন কৰিলে। মাক-বাপেকক লগ পাবলৈ তেওঁ ভাৰতলৈ আহিছিল, এতিয়া

প্ৰত্যাবৰ্তন কৰিছে। তেওঁ তেওঁৰ সৈতে বহুত কথা পাতিলে। পেৰিচৰ কথা, বিশ্ববিদ্যালয়ৰ কথা আৰু বিপ্লৱৰ কথা। স্বাধীনতা, সমতা আৰু বন্ধুত্বৰ বিজয়! ইনক্লাব জিন্দাবাদ! ফ্ৰান্স জিন্দাবাদ!! তেওঁ এটা শিশুৰ দৰে আনন্দত চিঞৰিব জাঁপিয়াই নামি আহি নাৱত বহিল আৰু চকুৰ পচাৰতে অদৃশ্য হৈ পৰিল। তেওঁৰ নাম কি আছিল? এই বিপ্লৱৰ পথাৰত তেওঁৰ শেষ ক'ত হ'ব। চাৰিওফালে ৰক্তপাত আৰু যুদ্ধ। বঙ্গত, দক্ষিণত। ইউৰোপত নেপোলিয়নে উৎপাত আৰম্ভ কৰিছিল আৰু সমগ্ৰ ইউৰোপ জ্বলি উঠিছিল। এই হুলস্থূলৰ মাজত কেম্ব্ৰিজ আৰু চৰবনৰ বিদ্যাৰ্থী ধুমুহাৰ দৰে হেৰাই যাব। আৰু চিৰদিন ইয়াৰ পুনৰাবৃত্তি হৈ থাকিব।

তেওঁ, স্ৰিল হাৰ্ৱৰ্ড এচলে, বঙ্গ উপসাগৰেদি আগ বাঢ়ি গৈছে। আৰু চাৰিওফালে মৃত্যুএ দাঁত নিকটাই থিয় হৈ আছে। সম্মুখত মহীশূৰ আৰু মহাৰাষ্ট্ৰ। উত্তৰত দীঘল দাঢ়িৰ আফগান আৰু শিখৰ তৰোৱাল জিলিকি আছে। চাৰিওফালে আতঙ্ক আৰু ধ্বংস। দিল্লীত দুখ আছে, ফৈজাবাদত দুখ আৰু মুৰ্চিদাবাদত দুখ। এইবোৰ কথা স্ৰিলে নাজানে। তেওঁ ইয়াকো নাজানে যে দিল্লীৰ ছাহ আলম দ্বিতীয় এতিয়া চন্দাবাঈৰ নৃত্য চাই তন্ময় হৈ আছে।

এইবাৰ মাদ্ৰাজ দেখা গ'ল। মাদ্ৰাজত জাহাজ পাঁচ ছয় দিন থাকিল। তেওঁ বালাজাহ নবাব আৰ্কটৰ মহল চালে। চেণ্ট টমাচ্ ৰোডৰ ইংৰাজৰ দোকান দেখিলে। এদিন তেওঁ ফুৰি ফুৰি ইউৰোপীয়ান লোকসকলৰ ঘৰৰ ফালে গ'ল।

তাত তেওঁ ঘৰৰ খটখটীত এজনী ছোৱালী থিয় হৈ থকা দেখিলে। এংলো ইণ্ডিয়ান, সুন্দৰী ছোৱালী। তেওঁক দেখি তাই উদাস ভাৱে মিচিকিয়াই হাঁহি ভিতৰলৈ গুচি গ'ল। এজনী ক'লাবৰণৰ তিৰোতাই কোলাত এটা কেঁচুৱা লৈ বাহিৰলৈ ওলাল। আৰু দুৱাৰডলিত বহি চাউল দাইল বাচিবলৈ ধৰিলে। স্ৰিলক দেখি তিনি চাৰিটা ল'ৰা বাহিৰলৈ আহিল। তাৰপাছত সিহঁতৰ দেউতাকো ওলাল। তেওঁক এজন দুখীয়া ইউৰোপীয়ান যেন লাগিছিল। স্ৰিলে তেওঁক আচৰিত হৈ চাবলৈ ধৰিলে। "ভিতৰলৈ আহিবা?" এটা ল'ৰাই সুধিলে। সকলোৱে আচৰিত হৈ ভাবিছিল যে এই ইংৰাজ চাহাবজন তেওঁলোকৰ চুবুৰিলৈ কেনেকৈ আহিল? স্ৰিলে ইংলণ্ডৰ জাতিসমূহৰ শ্ৰেণী ভেদৰ অন্ধ সংস্কাৰ বিশ্বাস কৰিছিল। ভাৰতত তেওঁলোকেই ক'লা আৰু বগা শ্ৰেণীৰ সৃষ্টি কৰিছিল। মাদ্ৰাজক ক'লানগৰ, বগা নগৰ আৰু ইংৰাজনগৰত ভাগ কৰা হৈছিল। কেম্ব্ৰিজত থাকোঁতে স্ৰিলে ওঠৰ শতিকাৰ লিবাৰেলিজমৰ খুব প্ৰচাৰ কৰিছিল। ক'লা আৰু বগাৰ বিভাজনৰ সম্বন্ধ তেওঁ বুজিব পাৰিছিল। এতিয়া তেওঁ দেখিলে যে ভাৰতত থকা বগা ছালৰ মানুহৰ গাত ক'লাৰ বা লাগিলে নিজৰ শ্ৰেণীৰ পৰা নামি আহে। তেওঁ আগ বাঢ়ি গ'ল। এনেতে তেওঁ সেই ছোৱালীজনীক আকৌ

দেখা পালে। তাই নিজৰ ঘৰৰ ফালে বেগাই গৈ আছিল। এবাৰ তাই স্ত্ৰিলক ঘূৰি চাই মিচিকিয়াই হাঁহি দিলে। এই ইউৰোপীয়ান ছোৱালীজনী অত্যন্ত সুন্দৰী আছিল। "অলপ শুনাচোন"—তেওঁ অলপ বেগাবেগিকৈ খোজ দি ছোৱালী জনীক লগ ধৰিলে। "তুমি ইয়াতে থাকা ?" তেওঁ মূৰ্খৰ দৰে প্ৰশ্ন কৰিলে। "এৰা তুমি এতিয়া মোৰ ঘৰ দেখিলা নহয়। তুমি কলিকতাৰ পৰা আহিছা নে কি ?"

"নহয়, কলিকতালৈ যাম। লণ্ডনৰ পৰা আহিছোঁ আৰু এতিয়া বম্বেৰ পৰা।"

"খুব ভ্ৰমণ কৰিছা।"

"এৰা, এতিয়াও বহুত বাকী আছে। তুমি ইয়াত কেতিয়াৰ পৰা আছা ?"

"সদায়।"

"সদায় ! কিন্তু তুমি যে খৃষ্টান।"

"হয়, কিন্তু ভাৰতীয় জানো খৃষ্টান হ'ব নোৱাৰে ?" তাই অলপ ৰ'ল, 'মোৰ ককাইদেউ ইংৰাজ আছিল, অবিকল তোমাৰ নিচিনা। মোৰ আই ভাৰতীয়।"

তেওঁ স্তম্ভিত হৈ পৰিল। পীটৰ জেক্‌চনে তেওঁক জাহাজত উপদেশ দিছিল যে ইউৰোপীয়ান মানুহৰ সৈতে একেবাৰে ঘনিষ্ঠতা নকৰিবা।

বিগত শতাব্দীত আমাৰ দেশবাসীয়ে ইয়ালৈ আহি ক'লা তিৰোতা বোৰক বিয়া কৰাই আৰু সম্বন্ধ স্থাপন কৰি এটা সম্পূৰ্ণ জাতিক ক'লা কৰি পেলালে। "তোমাৰ দেউতাৰ জীয়াই আছে? কি কৰে ?" স্ত্ৰিলে সুধিলে। "কিয় খট-খটীত বহি আছিল, তুমি দেখা নাছিলা। মদৰ দোকান দিয়ে।"

"আহাঁ, ইয়াতে বহোঁ।" স্ত্ৰিলে এখন বেঞ্চৰ ফালে আঙুলিয়াই দেখুৱালে। ছোৱালীজনীয়ে অলপ সঙ্কোচ কৰিছিল। তাৰ পাছত মূৰৰ ক'লাজালৰ ৰুমালখন ঠিক কৰি বেঞ্চৰ ফালে আগ বাঢ়ি গ'ল। বেঞ্চখন বাটৰ দাঁতিত পৰি আছিল। এই আলিটো গীৰ্জা ঘৰলৈ যায়। স্ত্ৰিলে তাইৰ সৈতে কথা পাতিবলৈ ধৰিলে।

হঠাৎ কি হ'ল ক'ব নোৱাৰি। তেওঁ কি কৈছে নাভাবি ছোৱালীজনীক সম্বোধন কৰি ক'লে (হয়তো ই চোকা ৰ'দৰ প্ৰভাৱ আছিল) "তোমাক...... তোমাক মোৰ বৰ ভাল লাগিছে। মোৰে সৈতে কলিকতালৈ ব'লা।"

"সেইটো কেনেকৈ হ'ব ?" তাই ক'লে।

"কিয় নহ'ব?"

"তুমি উচ্চ শ্ৰেণীৰ ইংৰাজ। আৰু......আৰু হয়তো ইয়াৰ পাছত তুমি মোৰ সৈতে কথা পতাটোও পছন্দ নকৰিবা। তোমাৰ নিচিনা অনেক ভ্ৰমণ বিলাসী ইংৰাজ আগতে মাদ্ৰাজলৈ আহিছে।"

তাই উদাসভাৱে গছৰ পাত এটা ছিঙিলে।

ষ্টিৱলে অনুভৱ কৰিলে যে প্ৰথম দৰ্শনতে তেওঁ সেই ছোৱালীজনীৰ গভীৰ প্ৰেমত পৰিছে। "শুনা", তেওঁ ভাব বিভোৰ কণ্ঠত কলে, "শুনা।"

তেওঁ নিজেই হতভম্ব হৈ পৰিল। এতিয়ালৈকে তেওঁ তাইৰ নামো নাজানে।

"মোক 'মাৰিয়া টেৰেজা' বুলি মাতে।"

"মাৰিয়া টেৰেজা! মাৰিয়া টেৰেজা।"

সেই দিনা নিশা তেওঁ 'গৱৰ্নমেণ্ট হাউচ'ৰ বল নাচলৈ যোৱাৰ সলনি মনে মনে ইউৰোপীয়ান টাউনলৈ পলাই আহিল। আৰু তাৰ পাছদিনা......আৰু তাৰ পাছদিনা......। চতুৰ্থ দিনা ৰাতিপুৱা। জাহাজখনে কলিকতালৈ বুলি লঙ্গৰ তুলিলে।

যাত্ৰাৰ ব্যৱস্থা কৰোঁতে কৰোঁতে তেওঁৰ ভাৱ হ'ল, তেওঁ এক মূৰ্খামি কৰিছিল। তেওঁ সেই ছোৱালীজনীক বিয়া কৰাব নোৱাৰে। তেতিয়ালৈকে তেওঁ মাৰিয়াক বিয়া কৰোৱাৰ কথা কোৱাও নাছিল। ইপিনে, সেই মূৰ্খ ছোৱালীজনীয়ে হয়তো আদৰ্শ ভাৰতীয় নাৰীৰ দৰে মনে মনে তেওঁক দেৱতা বুলি ভাবিবলৈ ধৰিছেই। যেতিয়া তেওঁ তাইৰ পৰা বিদায় লবলৈ গিৰ্জ্জাঘৰৰ ফালনিলৈ গ'ল তেতিয়া তাইক দেখি মূৰ ঘূৰি গ'ল। তাই হাতত এটা কাপোৰৰ টোপোলা লৈ তেওঁৰে সৈতে কলিকতালৈ যাবলৈ সাজু হৈ আছে।

নিজৰ সকলো পটুতা, নিপুণ কাব্যোচিত শৈলী, আৰু অভিনয় কলা প্ৰয়োগ কৰি তেওঁ মাৰিয়া টেৰেজাক অতি বিশ্বাসযোগ্যভাৱে ক'লে, যে এতিয়া তাইক লগত লৈ যোৱা সম্ভৱ নহয়। তেওঁ অনতিপলমে তাইক মাতি পঠিয়াব। এইদৰে মিছা এষাৰ মাতি তেওঁৰ নিজকে অতি নীচ আৰু হীন যেন লাগিল।

ইয়াৰ পাছত ষ্টিৱল আকৌ নিজৰ গন্তব্য স্থানলৈ ৰাওনা হ'ল। বঙ্গদেশৰ সুনীল বিস্তাৰ পাওঁতে পাওঁতে তেওঁ সেই ছোৱালীজনীক পাহৰি পেলালে।

জাহাজখন এতিয়া কলিকতাৰ ওচৰ পালেহি। ডায়মণ্ড বন্দৰত সোমাই জাহাজে লঙ্গৰ পেলালে আৰু নাবিকৰ প্ৰতীক্ষা কৰিবলৈ ধৰিলে। যাত্ৰীবোৰ ডেকৰ পৰা ওলাই আহিল। সমুখত বঙ্গোপসাগৰৰ পাৰ। যাত্ৰীবোৰ নামি নাৱত বহিল। উচ্চ বিষয়া সকলক নিবৰ কাৰণে তেওঁলোকৰ নিজা নাও আহিছিল। ষ্টিৱলে এই ভিৰত কাকো চিনি নাপায়। তেওঁ বেগাই জাঁপ মাৰি ভাৰা নাও এখনত উঠিল। নাৱৰীয়াৰ এটা দলে ব'ঠা চলাবলৈ আৰম্ভ কৰিলে। খন্তেক পাছত বন্দৰৰ কোলাহলৰ পৰা নাওখন শান্ত মুকলি পানীলৈ ওলাই আহিল। দাঁতি-কাষৰত যাত্ৰীৰে ভৰা আন নাওবোৰ গৈ আছিল। পানীৰ দুয়োফালে গছবোৰ ওলমি আছিল। দূৰত ঘোৰ অৰণ্যত কেতিয়াবা বাঘৰ গোজৰণি আৰু শিয়ালৰ 'হোৱা হোৱা' শব্দ শুনা গৈছিল। নাৱত মহবোৰে ভোনভোনাবলৈ আৰম্ভ কৰিছিল। কলিকতা এতিয়াও বহু দূৰত। ষ্টিৱলে ভাগৰত চকু মুদিলে আৰু কলিকতাখন কল্পনা কৰিলে। কলিকতা প্ৰাসাদ

নগৰী। সোণ আৰু ৰূপৰ দেশ। পূবৰ লণ্ডন। এতিয়া নিশা হৈছে। বঙ্গদেশৰ যাদুকৰী জোনটো পানীৰ তলত নাৱৰ লগে লগে সাঁতুৰি গৈ আছে। নাৱৰীয়াই নিজৰ ভাষাত গীত গাইছে। তেওঁলোকৰ কণ্ঠস্বৰ স্মিলৰ অত্যন্ত মধুৰ যেন লাগিল।

আকৌ দৃশ্য সলনি হ'ল। নাও 'গার্ডেনৰীচ্' পালেহি। স্মিলো এখন বাগীত বহিল। আৰু নগৰৰ জনবহুল ঠাইৰ পৰা ওলাই বাগীখন বেৰেকপুৰৰ ফালে আগ বাঢ়িল। বেৰেকপুৰত ইংৰাজৰ সুশোভিত 'কাণ্ট্ৰিহাউচ' আছিল। শ্ৰীৰামপুৰ আৰু ফৰাছীসকলৰ চন্দননগৰলৈকে এই ঘৰবোৰ দেখা গৈছিল। দুৰ্গৰ দাঁতি কাষৰত চৰকাৰী ঘৰ। আলীপুৰত বেল্ভেডিয়ৰৰ সুন্দৰ গৱৰ্ন্মেণ্ট হাউছ। কেইবছৰ মানৰ আগতে তাত কৰ্ণৱালিচে আড়ম্বৰেৰে বাস কৰিছিল।

ছমাহৰ পাছত স্মিলে তেওঁৰ দেউতাকলৈ চিঠি লিখিলে ; "এতিয়া মই থানথিত লাগিছোঁ। ভগৱানৰ দয়াত মই কৃতজ্ঞ। মোৰ বঙলাৰ গোমস্তা আশুতোষ দেই খুব ভাল ইংৰাজী কয়। মোৰ কামতো উন্নতি হোৱাৰ আশা আছে। মই উপনগৰত নীলৰ বেপাৰ আৰম্ভ কৰিছোঁ। মই এটা মুছলমান পণ্ডিতক বনকৰা ল'ৰা হিচাপে ৰাখিছোঁ, সি মোক ফাৰ্চী আৰু বঙলা পঢ়ায়, মুঠতে এইটো জীৱনত মই সুখী হৈছোঁ।"

কেইবাবছৰো পাৰ হৈ গ'ল। স্মিল এতিয়া কলিকতাৰ উচ্চ সমাজখনৰ লগত মিলি গ'ল। তেওঁৰ দোলাভাৰীহঁতে সকলো সময়তে নিজৰ সাজ পিন্ধি থাকে। দাৰোৱান হঁতে ৰূপৰ মূৰ থকা লাখুটি লৈ ফুৰে। জোঁৰবাতি লোৱা মানুহ নিশা তেওঁৰ দোলাৰ আগে আগে যায়। খানচামা আৰু ভৃত্যই তেওঁৰ বাবুৰ্চীখানা আৰু খোৱা হল ঘৰটো চোৱা-মেলা কৰে। হোঁকাৰ দায়িত্বত থকা মানুহে তেওঁৰ ডাঙৰ হোঁকাটো ঠিক কৰে। অফিছত তেওঁৰ ইউৰোপীয় কেৰেণী। তেওঁৰ নাম ৰালফ্ জোজফ আছিল। তেওঁৰ উপস্থিতিত স্মিলে বৰ অসুবিধা অনুভৱ কৰে। অফিছ চাবৰ কাৰণে বঙালী চৰকাৰ আছে আৰু আছে অসংখ্য ডাক পিয়ন আৰু চাপ্ৰাচী। স্মিল অকলশৰে আছিল। তেওঁৰ চল্লিছ পঞ্চাছ জনমান সহকৰ্মী আছিল। ইয়াৰ বাহিৰেও তেওঁৰ মালী আৰু ঘাঁহ-কাটোঁতা, চহীচ, দাৰোৱান, চকীদাৰ আৰু পানী অনা মানুহ আছিল। তেওঁৰ নিজা এখন নাও আছিল। মুঠতে এইখন সাম্ৰাজ্যৰ স্মিল এচ্‌লে একমাত্ৰ নিৰঙ্কুশ শাসক। তেওঁ ইচ্ছা কৰিলে সকলোকে বগবাই পেলাই কোবাব পাৰে। এই স্মিলেই কেইবছৰ মানৰ আগতে কেম্ব্ৰিজৰ আলিত উইলিয়াম ব্লেকৰ কিতাপ লৈ কবিতা ৰচনা কৰাৰ অভ্যাস কৰিছিল। কোনো সস্তীয়া দোকানত গৈ কেইপইচা মানৰ আলু কিনি খাইছিল।

ৰাতিপুৱা সাতবজাত দাৰোৱানে তেওঁৰ ঘৰৰ 'হলৰ দুৱাৰ খোলে। তেওঁৰ 'সৰকাৰ' আৰু চাপ্ৰাচী কাগজ-পত্ৰ লৈ দীঘলীয়া চেলাম দি শোৱা কোঠালৈ

আহে। নাপিতে তেওঁৰ ডাড়ি খুৰাই মূৰত 'উইগ' (নকলচুলি) লগায়। তেওঁ 'ওৱেষ্ট কোট' পিন্ধি খোৱা কোঠাৰ ফালে আগ বাঢ়ে। তাত তেওঁ চাহ খায় আৰু হোঁকা টানে। ব্যৱসায় আৰু চৰকাৰী কামৰ সম্পৰ্কত যিবোৰ মানুহে তেওঁক ৰাতিপুৱাই চেলাম দিবলৈ আহে তেওঁলোক মেজৰ পৰা কিছু আঁতৰত সম্ভ্ৰমেৰে থিয় হৈ থাকে। স্মিলে তেওঁলোকৰ ফালে নোচোৱাকৈয়ে আদেশ দিয়ে। প্ৰায় দহ বজাৰ ভিতৰতে এই শোভাযাত্ৰা দোলাৰ ফালে যায় আৰু দোলাখন তেওঁৰ অফিছৰ ফালে গৈ থাকে। চাৰিবজাত ঘূৰি আহি স্মিলে কলিকতাৰ অভ্যাস অনুসৰি গধূলি সাতবজালৈকে শুই থাকে। ইয়াৰ পিছত কাপোৰ-কানি সলাই তেওঁ মহিলাসকলক লগ পাবলৈ ওলাই যায়। বেচ কোৰ্চলৈ গৈ তেওঁ বায়ু সেৱন কৰে। নহলে ক'ৰবালৈ 'ডিনাৰ'লৈ গুচি যায়। ব্যৱসায়ত তেওঁৰ অভাৱনীয় ভাৱে লাভ হৈছে। গৱৰ্ণৰ জেনেৰেল তেওঁৰ ওপৰত বৰ সন্তুষ্ট। তেওঁক কোনো স্থায়ী মহত্ব পূৰ্ণ পদত প্ৰতিষ্ঠা কৰা হ'ব বুলিও শুনা গৈছিল। নহলে ৰাজ্যৰ কোনো নগৰলৈ নাইবা লক্ষ্ণৌ ৰে'চিডেন্সিলৈ পঠাই দিয়া হ'ব। 'বল ৰুম'ত তেওঁৰে সৈতে নৃত্য কৰোঁতে অবিবাহিতা ধনী ছোৱালী বোৰে ভাবে যে সেইজনী কোন ভাগ্যৱতী ছোৱালী হ'ব, যাক ধনবান, সুশ্ৰী স্মিল এচ্‌লেই বিয়া কৰাব।

কিন্তু মিচ পেমিলা বা মিচ স্নেহলতাক বিয়া কৰোৱাতকৈ এই কুশাগ্ৰ বুদ্ধিৰ দূৰদৰ্শী স্মিল এচ্‌লেই ভাৰতবৰ্ষৰ ইংৰাজ 'নবাব' সকলৰ সাধাৰণ অভ্যাস অনুসৰি এটা সহজ উপায় ললে।

স্মিল এচ্‌লেয়ে এজনী 'নেটিভ' তিৰোতা নিজৰ ঘৰত ৰাখি ললে। এইকাৰণে ইংৰাজ 'নবাব' সকলক ইংলেণ্ডত এই বিষয়ে ঠাট্টা কৰা হয়। জমিদাৰ সকলে তেওঁলোকক নিজৰ সমকক্ষ বুলি ক'বলৈ টান পায়। অলপ দিনৰ আগতে এই মানুহবোৰ লণ্ডন নগৰত সাধাৰণ বেপাৰী বা বনুৱা আছিল। কিন্তু ভাৰতবৰ্ষলৈ আহি এওঁলোকে এখন 'স্বৰ্গ ৰাজ্য' ৰচনা কৰিলে। পাটনা, ঢাকা, কাচিম বজাৰ, বালাচোৰ আৰু হুগলীৰ বেপাৰী, লক্ষ্ণৌ, মুৰ্চিদাবাদ, বেনাৰচ, গোৱালিয়ৰ আৰু দিল্লীৰ দৰবাৰত দূতাবাসৰ দায়িত্ব গ্ৰহণ কৰা কূটনীতিজ্ঞ কৰ্মচাৰী, বঙ্গ, বিহাৰ আৰু উৰিষ্যাত নিযুক্ত হৈ থকা কালেক্টৰ, অৱধত শিবিৰ পতা সৈনিক বিভাগৰ পদাধিকাৰী, দুঃসাহসিক সৈনিক, যি ভাৰতীয় শাসক সেনাৰ মাজত ৰক্ষক যোদ্ধা হৈ আছে—সেই সকলোবোৰ এতিয়া স্মিলৰ লগৰীয়া। তেওঁলোকৰ দৃষ্টিভঙ্গীৰ সৈতে স্মিল খুব পৰিচিত। পলাচীৰ যুদ্ধৰ পাছত লক্ষ্মী আয়ে ভাৰতীয় সকলৰ ওপৰত অসন্তুষ্ট হৈ ইউৰোপীয়ানৰ ঘৰলৈ আহিছিল। ফলত ইংৰাজৰ তাত যেন সোণহে বৰষিছিল। বাবুদৰ আৰু নীলৰ বেপাৰীবোৰ কোটি পতি হৈছিল। নবাবৰ দৰে জীৱন যাপন কৰাই তেওঁলোকৰ আদৰ্শ হৈ পৰিছিল। ভাৰতীয় নবাব, ৰজা আৰু উচ্চ শ্ৰেণীৰ ইংৰাজ সকলে নিজৰ

ভিতৰত সান্ধি কৰি এক অতি 'সুসংস্কৃত' ভেটী স্থাপন কৰিলে। ৰাজ্য পোৱাৰ পাছত ইংৰাজ 'চিভিলিয়ান' সকল বঙ্গৰ পৰা দ্রুত গতিত আগ বাঢ়ি আহিল। তেওঁলোক অতি কম বয়সতে ইংলেণ্ডৰ পৰা ইয়ালৈ আহিছিল আৰু সোনকালে সকলো বেপাৰ-বাণিজ্য নিজৰ হাতলৈ আনি লৈছিল। কালেক্টৰৰ পদত কোনো জিলাত নিযুক্ত হোৱাৰ পাছত তেওঁলোকে বেছিভাগ সময় তাৰ জমিদাৰ সকলৰ লগত কটায়। পলাচী যুদ্ধৰ পাছত কোম্পানীৰ গৰাকীবোৰে ধন সঁচা আৰু নিজৰ দেশলৈ ঘূৰি যোৱাৰ সলনি—'নবাব' নামৰ সপোন দেখিবলৈ ললে। এওঁলোকে নিজৰ অন্তঃপুৰত দহজনীকৈ তিৰোতা ৰাখে।

স্মিলেও সুজাতাদেৱীক নিজৰ ঘৰত ৰাখি অনায়াসে নবাব হৈ পৰিল।

ক'লা দীঘল চুলি আৰু মাদকতা সনা চকুযুৰিৰ সুজাতা– ঢাকাৰ ওচৰৰ এখন গাঁৱত আছিল। তেওঁৰ বাপেক ভোকত মৰিবলৈ ওলাইছিল, কিয়নো, ঢাকাত আৰ্থিক অনাটনৰ মেঘে আবৰি ধৰিছিল। সুজাতাৰ সাত জনী বাই-ভনী, তিনিজনী বাল-বিধবা আৰু চাৰিজনী অবিবাহিতা। তেওঁৰ এটা ভায়েক আছিল। তাৰ নাম শ্যাম চৰণ। সি কলিকতাৰ এটা গুদামত চাকৰি পালে। আৰু নিজৰ ভনীয়েকহঁতক ঢাকাৰ পৰা মাতি আনিলে। এই গুদামৰ মালিকৰ নাম আছিল স্মিল চাহাব।

স্মিল চাহাব এতিয়াও ল'ৰাৰ নিচিনা হৈয়েই আছে। কলিকতাত তেওঁৰ বৰ প্রভাৱ আছিল। এদিন সুজাতা পূজাৰ কাৰণে কালীঘাটলৈ গৈছিল। স্মিল চাহাবে তেওঁক ক'ৰবাত দেখিলে। স্মিল চাহাব বৰ আমোদপ্রিয় স্বভাৱৰ বুলি শুনা গৈছিল। সুজাতাৰ ভায়েকে নিজৰ দৰিদ্রতাত বিৰক্ত হৈ শ্রীৰামপুৰলৈ গৈ খৃষ্টান হৈ যাওঁ বুলি ভাবিছিল, কিন্তু সেই নিশা স্মিল চাহাবৰ 'সৰকাৰে' আহি তেওঁক চাহাবে মাতিছে বুলি ক'লে। আৰু পাছদিনা সুজাতাক স্মিল চাহাবৰ ঘৰত থৈ অহা হ'ল। এইদৰেই তেওঁৰ পৰিয়ালটো অনাহাৰ আৰু মৃত্যুৰ মুখৰপৰা ৰক্ষা পৰিল।

স্মিল চাহাবে সুজাতাক বিয়া নকৰালে। তথাপি সুজাতা অসুখী নহ'ল। তেওঁ বেছ গৰ্বেৰে স্মিলৰ ঘৰত ওলোৱা সোমোৱা কৰে। আৰু চাকৰবোৰক শাসন কৰে। তেওঁৰ দৰে আৰু বহুত দেশী তিৰোতাই উচ্চ শ্রেণীৰ ইংৰাজ সকলৰ অন্তঃপুৰত বিৰাজ কৰে। পঢ়িবৰ কাৰণে তেওঁলোকৰ ল'ৰা-ছোৱালীক বিলাতলৈ পঠোৱা হয় আৰু যেতিয়ালৈকে সেই ল'ৰা-ছোৱালী বোৰৰ বাপেক জীয়াই থাকে, তেতিয়ালৈকে তেওঁলোকৰ পৰিয়াল সুখী হৈ থাকে।

তেওঁ মৰাৰ পাছত তেওঁৰ আৰু সুজাতাৰ সন্তান বোৰৰ ভৱিষ্যৎ কি হ'ব বঢ়িয়াকৈ জানে। সিহঁতক মাদ্রাজ বা কলিকতাৰ অনাথ আশ্রমত ভৰ্ত্তি কৰি দিয়া হ'ব। ডাঙৰ হ'লে সিহঁতে ভাল চাকৰি নাপাব। সিহঁতেও ৰালফল দৰে কেৰেণী গিৰি কৰিব, নহলে কোনো ৰেজিমেণ্টত ভৰ্ত্তি হৈ বেণ্ড বজাই।

মাৰাঠী সকলৰ লগত যুদ্ধ কৰিবলৈ যাব। তেওঁৰ ছোৱালী কোনো ইংৰাজ 'নবাব জাদীৰ' আয়া হ'ব লাগিব। নাইবা কোনো সামৰিক বিষয়াৰ ৰক্ষিতা। ইউৰোপীয়ান এই শ্ৰেণীৰ শোচনীয় অৱস্থাৰ কথা যেতিয়া তেওঁ বুজিব পাৰিলে, তেতিয়া তেওঁৰ সেই সুন্দৰী মাৰীয়া টেৰেজালৈ মনত পৰিল। তেওঁ মাৰীয়া টেৰেজাক বৰ বেয়াকৈ প্ৰতাৰণা কৰি মাদ্ৰাজত এৰি থৈ আহিছিল।

এইবোৰ ভাবি ষ্টিল বিপাঙত পৰিল।

তেন্তে তেওঁ মিছ্ চেঞ্জিয়াক বিয়া কৰাব লাগে নেকি ? সুজাতাই মধুৰ কণ্ঠেৰে তেওঁক আহ্বান জনায়। এই আহ্বান পাই দোলাত বহি কোৰ্চৰ ফালে ওলাই যায়। তেওঁৰ জীৱন বৰ ব্যস্ত আছিল, নানা ধৰণৰ হুলস্থুলৰ মাজেদি তেওঁৰ দিনবোৰ পাৰ হৈ গৈছিল, সমগ্ৰ বঙ্গ আৰু বিহাৰ তেওঁৰ চৰণত অৱনত হৈ আছিল. তেওঁৰ কাৰণে বঙ্গৰ আৰু আন সকলো ঠাইৰ জলপথ মুকলি আছিল। ধলেশ্বৰী, হৰিমঙ্গল, কৰ্ণফুলী, মধুমতী. আৰু শিৱ বাসুৰীৰ ঢৌত তেওঁৰ নাওবোৰে নীল অনানিয়াৰ কাম কৰিছিল। ঢাকাৰ মোগলৰ সুশোভিত নাৱো এতিয়া তেওঁৰ হাতত।

তেওঁ দূৰৈৰ পৰা নিজৰ ৰূপৰ লাখুটিডাল আগ বঢ়াই বুঢ়াৰ কঁকালত থলে। "আবুল মনচুৰ! তুমি যদি এই চাবুকডালেৰে তোমাৰ পিঠিৰ ছাল উঠোৱা নিবিচাৰা, তেন্তে নাও যেন বেগাই চলোৱা', তেওঁ ক'লে।

বুঢ়াই আৰু অধিক চেষ্টাৰে নাওখন বাবলৈ ধৰিলে ; তেওঁ মনে মনে চাই ৰ'ল। কিমান টান দেহাৰ মানুহ এওঁলোক। ১৭৭০ চনত ৰাজ্যত কিমান ভয়ানক দুৰ্ভিক্ষ হৈছিল। নৈ বোৰত ধুমুহা আহিছিল, চাৰিও ফালে বেমাৰ-আজাৰ বিয়পি পৰিছিল। তথাপি এওঁলোক নিৰ্বিকাৰ ভাৱে জীয়াই আছিল। আচৰিত! তেওঁ ঘড়ী চালে। নিশা ১ বাজিছে। আজি নিশাই তেওঁ গিৰীশ চন্দ্ৰ ৰায়ৰ জমিদাৰী পাবগৈ লাগিব। কলিকতাৰ শাসন প্ৰণালীৰ বহুতো পৰিৱৰ্ত্তন ঘটিছে । দুই এদিনৰ পাছতে চাৰ জন শ্ব'ৰ যোৱাৰ কথা আৰু নতুন গভৰ্ণৰ জেনেৰেল অহাৰ কথা আছে। ইয়াৰ পৰা ঘূৰি তেওঁ গভৰ্ণমেণ্ট হাউচলৈকো যাব লাগিব।' "আজি কি তাৰিখ ?" তেওঁ পীটৰক সুধিলে। পীটৰে নাক ঘোৰঘোৰাই আছিল। ষ্টিলে হাতবাতিটো দাঙি উইলিয়াম হিকোৰ 'বঙ্গলা গেজেট' খন চালে। এইখন কালিৰ কাকত।

আঠ জুন ১৭৯৮ চন। হঠাৎ ষ্টিল চমকি উঠিল। তেওঁৰ ভাৰতলৈ অহা আজি পূৰা পাঁচ বছৰ হ'ল এই পাঁচ বছৰত তেওঁ ক'ৰপৰা কোনখিনি পাইছোঁহি। নীলৰ বেপাৰত আশাতীত ভাবে লাভ কৰিছে।

গুজৰাটত নীলৰ বেপাৰৰ অৱনতি ঘটিছে। তাৰ ঠাইত কোম্পানীৰ ইংৰাজ খেতিয়ক দিল্লীৰপৰা বঙ্গ দেশলৈকে বিয়পি পৰিছে। বঙ্গদেশৰ খেতিয়কে

ইংৰাজ খেতিয়কৰ পৰা ধাৰে লৈ নীল বেচিছিল। নানা ধৰণেৰে তেওঁলোকৰ ওপৰত অত্যাচাৰো কৰা হৈছিল।

দিনে নিশাই নীলৰ খেতিত পৰিশ্ৰম কৰে'তা বঙ্গদেশৰ খেতিয়ক আবুল মনচুৰ কামালুদ্দীনে তেওঁৰ নতুন গিৰিহঁত ষ্ট্ৰিল হাৱাৰ্ড এচলেক নাৱত বহুৱাই নিজা ঘৰলৈ লৈ গৈছিল। পদ্মাৰ পানীত চন্দ্ৰমাৰ উদয় হৈছিল। শীতল বতাহ বলি আছিল। কলনিত শিয়ালে হোৱা দিছিল। নিশাটো বৰ ভয়াবহ আছিল।

## ১২

পাৰলৈ আহি ৰাধেচৰণে হাতবাতিটো পানীৰ ফালে দাঙি ধৰিলে। দূৰৈত এখন নাও লাহে লাহে ঘাটৰ ফাললৈ আহি আছিল। তেওঁ হাত বাতিটো মাটিত থলে আৰু চাদৰখন মেৰিয়াই লৈ উবুৰি খাই বহি পৰিল। ওচৰৰ চোতালত গাঁৱৰ মানুহবোৰ গোট খাই আছিল। বাহৰ জোপোহাৰ তলত ৰাধেচৰণৰ এটা অকণমানি ঘৰ আছিল। চাৰিওফালে ভয়ানক নিস্তব্ধতা বিৰাজ কৰিছিল। ৰজা গিৰীশ চন্দ্ৰ ৰায়ৰ মহলৰ ফালৰ পৰা মাথোঁ সন্ধিয়াৰ মৃদু স্বৰ শুনা গৈছিল। তালৈ হেনো পাটনা আৰু লক্ষ্ণৌৰ পৰা বেশ্যা অনা হৈছিল। লাট চাহাবে ৰজা চাহাবক এসাজ কাপোৰ দি সন্মানিত কৰিছে। সেই আনন্দত মজলিচ পতা হৈছে। কলিকতাৰ চাহাব সকলো ইয়াত গোট খাইছে। চোতালত এক আচৰিত ধৰণৰ মৌনতা। "কিবা কোৱা ককা!" প্ৰমোদে চিলিমৰ ছাই খুচৰি উদাস স্বৰত ৰাধেচৰণক ক'লে। ৰাধেচৰণে নীৰৱে ঘাটৰ ফালে চাই ৰ'ল। বাঁহনি খনৰ পৰা বতাহৰ সোঁ-সোঁৱনি শুনা গৈছিল।

এনেকুৱা নিশাই কেঁকোৰা চুলিৰ গৌড়ৰ চুলতান আল্লাউদ্দীন হুছেইন ছাহৰ চুফী দেৱতা যি বঙ্গদেশৰ মুছলমানৰ কাৰণে 'সত্যপীৰ' আৰু হিন্দুৰ কাৰণে বিষ্ণুৰ অৱতাৰ সত্যনাৰায়ণ আছিল, সত্যনাৰায়ণে কপালত চন্দনৰ ফোঁট হাতত বাঁহী লৈ গেৰুৱা কাপোৰ পিন্ধি আৰু কঁকালৰ শিকলিডাল জোকাৰি পদ্মাৰ পাৰে পাৰে গৈ আছিল।

মই যদি কেতিয়াবা সত্যনাৰায়ণক দেখা পাওঁ, তেন্তে তেওঁক সুধিম...... তেওঁক কি সুধিম? ৰাধেচৰণে উবুৰি হৈ বহি বহি ভাবিবলৈ ধৰিলে।

ভালেমান লোহাৰ শিকলিৰ জনক-জনক শব্দই নীৰৱতা ভঙ্গ কৰিলে। ৰাধেচৰণে চমকি চালে—সন্মুখত সত্যপীৰ নহয়. তেওঁৰ কেইজনমান ফকীৰ থিয় হৈ আছে। বাঁহৰ জোপোহাৰ পৰা ওলাই তেওঁলোক ৰাধেচৰণৰ ঘৰৰ ফালে গ'ল। দুৱাৰ মুখত থিয় হৈ চিঞৰিবলৈ ধৰিলে।

ৰাধেচৰণে অত্যন্ত চিন্তিত হৈ তেওঁলোকলৈ চালে। সত্য নাৰায়ণৰ ভিক্ষাৰী তেওঁৰ দুৱাৰ মুখত থিয় হৈ আছে, কিন্তু তেওঁৰ যে দিবলৈ আজি একো নাই। শ শ বছৰৰ পৰা এই ফকীৰ বোৰে এইদৰে গাই বজাই আহিছে গাঁৱৰ হিন্দু তিৰোতাই এওঁলোকৰ ভিক্ষাৰ পাত্ৰত আটা আৰু চাউল ভৰাই দিয়ে আৰু তেওঁ-লোকৰ পৰা আশীৰ্বাদ পায়। যোৱাবছৰ সুজাতা ভিক্ষা দিবলৈ বাহিৰলৈ আহোঁতে তেওঁলোকে কৈছিল, "এইজনী লক্ষ্মী ছোৱালী. বৰ ভাগ্যৱতী।"

তেওঁৰ মাত শুনি সুজাতাৰ মাক বাহিৰলৈ ওলাল। তেওঁৰ কলহ শুদা হৈ আছিল। ফকীৰক দিবলৈ তেওঁৰ হাতত একো নাছিল। সত্যপীৰ, মানীক পীৰ, লক্ষ্মী, চণ্ডী এই দেৱ-দেৱী সকলৰ ওপৰত তেওঁৰ বৰ খং উঠিল। সকলো দেৱ-দেৱতাই প্ৰৱঞ্চক। তেওঁৰ শাৰীৰ আঁচলেৰে চকুপানী টুকিলে। নীৰৱে তেওঁ থিয় হৈ ফকীৰক লক্ষ্য কৰিলে। "সুজাতা ক'ত ?" শেহত তেওঁলোকৰ এজনে সুধিলে।

"কলিকতাত।" ৰাধেচৰণৰ স্ত্ৰীয়ে ক'লে। "তাইৰ—তাইৰ বিয়া হৈ গ'ল। মাকে ক্ষীণ কণ্ঠেৰে ক'লে, সুজাতা ঘৰৰ পৰা ওলাই গৈ বিলাতী চাহাব, এজনৰ বঙলাত থাকিব লগা হৈছে বুলি মাকে ক'ব নোৱাৰিলে।

"আমাৰ জোঁৱায়ে কি কৰে ?"

"কলিকতাত চাকৰি কৰে।"

"বাবু"। ফকীৰ সকলে সন্তোষ প্ৰকাশ কৰি আশীৰ্বাদ দি ঘূৰি যাব খুজিলে। এতিয়া তেওঁলোকে প্ৰত্যেক ঘৰতে ইয়াকে শুনিছে, "আমাৰ হাতত দান দিবলৈ একো নাই।' তেওঁলোক দুৰ্ভিক্ষত জ্বলাকলা হৈ পৰিছে। ইষ্ট ইণ্ডিয়া কোম্পানীৰ জোৰ জুলুমৰ কাৰণে ১৭৭০ চনত বঙ্গদেশত ভয়ঙ্কৰ দুৰ্ভিক্ষ হৈছিল। এতিয়া প্ৰায় ত্ৰিছ বছৰ পাৰ হৈ গৈছে। তেতিয়া শুনা গৈছিল ইউৰোপীয়ান হঁতৰ ৰাজধানী কলিকতাৰ আলিবাট অনাহাৰত মৰা মানুহৰ মৰাশৰে উপচি পৰিছিল এতিয়া কলিকতাৰ আলিবাট বহুত দূৰ দূৰণিলৈকে জুৰি আছে, আৰু গাঁৱৰ মানুহবোৰ ভোকত মৰিব লাগিছে।

"ৰবা।" সুজাতাৰ মাকে ক'লে "মই প্ৰফুল্লক হাটলৈ পঠাইছিলোঁ, হয়তো সি কিবা আনিব পাৰে।"

জাউৰিয়ে জাউৰিয়ে আশীৰ্বাদ দি ফকীৰসকল উদাস চৰণেৰে আগ বাঢ়ি গ'ল। সুজাতাৰ মাকে তেওঁৰ ভতিজাকৰ কাৰণে, বাট চাই ৰ'ল।

সি হাটৰ পৰা ঘৰলৈ ঘূৰি অহাৰ সলনি সন্মুখৰ চোতালত বহি পৰিল। তাৰ লগৰীয়াবোৰো তলমূৰ কৰি বহি আছিল। আজি তিনিদিনৰ পৰা সি তেল বিচাৰি ঘূৰি ফুৰিছে। তেলো বিক্ৰি হৈছে সোণৰ দৰত। ক'তো নিমখ অকণ দেখিবলৈ নাই। চাউলৰ চেহেৰা চাবলৈ সি ব্যাকুল হৈ পৰিছে।

তামোল আৰু ধঁপাত, চাউল আৰু নিমখ, প্ৰত্যেক বস্তুৱেই কোম্পানী বাহাদুৰৰ

ফিৰিঙ্গীয়ে অধিকাৰ কৰিছে। নৈবোৰত তেওঁলোকৰ নাওবোৰ বয়-বস্তু লৈ গৈ আছে। কিন্তু বজাৰত বস্তুৰ দাম আকাশলঙ্ঘী হৈ উঠিছে। সাত-আঠজন মানুহ চোতালৰ আহি বহিল। তেওঁলোকে লগে লগে কথা-বতৰা পাতিবলৈ ধৰিলে।

"মহমুদ ককা, তুমিও ঢাকাৰ পৰা আহিছা নেকি?" প্ৰমোদ বাবুৱে সুধিলে।

"এৰা, মই নজীৰ আৰু আন সকলো। আমাৰ ইয়াত খাবলৈ নাই, আটাইবোৰ তাঁতশাল ভাগি গ'ল। এতিয়া আমিও হাল বাম। তোমাৰ ৰজা চাহাবে আমাক হাল বাবলৈ দিব জানো?" ইয়াকে কৈ মহমুদ-উল-হকে নিজৰ হাতখন আগ বঢ়াই দিলে। তেওঁৰ হাতৰ আঙুলিবোৰ কাটি পেলোৱা হৈছিল।

"নাজানো", প্ৰমোদে বিৰক্তিৰে উত্তৰ দিলে। এই কথাবোৰ ভাবি ভাবি তেওঁৰ আমনি লাগি গৈছে। মানুহৰ ভিৰত গাঁৱৰ ৰূপ সলনি হৈ পৰিছে। গাঁৱৰ মাটিত জনসংখ্যা বৃদ্ধি হৈছে। সংসাৰৰ সকলোতকৈ ডাঙৰ ঔদ্যোগিক দেশ ভাৰতবৰ্ষ এতিয়া বিশুদ্ধ খেতিয়কৰ দেশত পৰিণত হৈ পৰিছে, য'ত শস্য কম, খাজনা বেছি, যাৰ অনাগত দিনত সদায় দুৰ্ভিক্ষ।

এই হাল চকুৰে যুগৰ কিমান পৰিৱৰ্তন দেখিলে—ৰাধেচৰণে চোতালৰ ভিৰৰ ফালে চাই ভাবিলে। কৰ্ণৱালিচৰ নিয়মে তেওঁলোকৰ কঁকাল ভাঙি দিলে। তিনি, চাৰিটা যুৱক আহি তেওঁৰ ওচৰত বহিল।

"ককা, তোমাৰ নবাবৰ যুগতো এনেকুৱা হৈছিল নেকি?" আশুতোষে প্ৰশ্ন কৰিলে।

"কি?" ৰাধেচৰণে অন্যমনস্ক হৈ সুধিলে।

"এইবোৰ—বস্তুৰ চৰা দাম, দুৰ্ভিক্ষ আৰু কাঁজিয়া পেচাল"—

দীঘল বগা দাড়িৰ দুজন হিন্দু বুঢ়াই নাৰিকলগছ এজোপা খান্দি খান্দি যুৱকহঁতৰ ফালে ক্ষীণ দৃষ্টিৰে চাই আছিল। এওঁলোক দুয়ো বকচৰত যুদ্ধ কৰিছিল। পুৰণি কালৰ এই বুঢ়াবোৰেৰে গাঁওখন ভৰি আছে। এওঁলোকে মোগল আৰু নবাবৰ যুগৰ গুণ-গৰিমা গাইছে আৰু চকুলো টুকিছে।

"সেই যুগ আহিছে, যিটো যুগত আমাৰ তিৰোতাবোৰ ঘৰৰ পৰা ওলাব লাগিব। আমাৰ ল'ৰা-ছোৱালীবোৰ বাটত ভোকত মৰিব। আমাৰ বাদছাহৰ মুকুট খহি পৰিব। মহাভাৰতত লিখিছে"—বুঢ়া ধনগোপাল মজুমদাৰে ক'বলৈ আৰম্ভ কৰিলে।

"মহাভাৰতৰ কথা থোৱা ককা।" প্ৰফুল্লই খঙেৰে তেওঁলোকৰ মুখ বন্ধ কৰিলে। এই বুঢ়াবোৰৰ কেৱল এই দোষ। কথাই কথাই চিৰাজুদ্দৌলাৰ কথা মনত পেলাই চকুপানী টোকে।

"আগৰ দিনৰ কথাবোৰ কৈ থাকা কিয়?" তেওঁ ক'লে, "কলিকতালৈ বলা, য'লৈ শ্যাম ককাই গৈছে।" শ্যাম ৰাধেচৰণৰ পুতেক, সি ষ্ট্রিল চাহাবৰ গুদামত চাকৰি কৰিছে। "লাটচাহাবৰ চাকৰি কৰা। চিৰাজৰ যুগ শেষ হৈ গৈছে ককা।"

ৰাধেচৰণে আচৰিত হৈ শুনিবলৈ ধৰিলে। প্রফুল্লই একেবাৰে মাৰোৱাৰীৰ নিচিনা কথা কৈছে। এই মনোবৃত্তি তাৰ কেনেকৈ হ'ল। তেওঁলোকৰ মাৰোৱাৰীৰ প্রতি ঘৃণা আছিল। ৰাধেচৰণ ফাৰ্চী পঢ়া, সেই প্রাচীন অভিজাত শ্রেণীৰ লোক যি মোগল বাদছাহৰ কাম কাজ চায় আৰু বাকী সময়ত পূজা-পাতল কৰি কটায়। কলিকতাৰ মাৰোৱাৰীহঁতৰ এতিয়া এটা নতুন মধ্যম শ্রেণীৰ সৃষ্টি হৈছে যি কোম্পানীৰ সৈতে বেপাৰ কৰি স্থানীয় ৰাইজ আৰু কোম্পানীৰ ষড়যন্ত্রত লিপ্ত হৈ টকা উপাৰ্জ্জন কৰিছে। এয়া বঙ্গৰ বণিয়াৰ নতুন শ্রেণী। আৰু এই পুঁজিপতিশ্রেণী ইংৰাজৰ বন্ধু আৰু সোঁ হাত।

"লাটচাহাবৰ চাকৰি।" ধনগোপালে কাহি লৈ আবেগেৰে আৰম্ভ কৰিলে। তেওঁৰ দাড়িকোছা চাকিৰ পোহৰত জোকাৰ খাই উপহাস্যাস্পদ যেন লাগিছিল। "লাটচাহাব?" তেওঁ পুনৰাবৃত্তি কৰিলে—"তেওঁৰ লগত আমাৰ কি সম্বন্ধ? আমাৰ বাদছাহ এতিয়া দিল্লীত আছে। তেওঁ তোমাৰ লাটচাহাবৰ মূৰ ঠিক কৰি দিব।"

"তোমাৰ বাদছাহক কণা কৰি পেলোৱা হৈছে গোপাল ককা!" প্রফুল্লই খেক্‌খেকাই হাঁহিলে। তোমাৰ বাদছাহে নিজৰ সম্পত্তি ক্লাইভক আগতেই কিয় গতালে? এতিয়া আৰু তেওঁক কি ঠিক কৰিব। প্রফুল্লই এটা কাঠ হাঁহি মাৰিলে। দুয়োটা বুঢ়াই মনে মনে আঁঠুত মূৰ থৈ বহি পৰিল। ৰাধেচৰণে অস্থিৰ হৈ প্রফুল্ললৈ চালে। এই ল'ৰাবোৰক কিবা কোৱা বৃথা। এইটোও কোৱা বৃথা যে বাদছাহে স্বইচ্ছাৰে সম্পত্তি দিয়া নাই। ক্লাইভে জোৰেৰে হস্তগত কৰিছে। এই ক্ষুধিত দেশত জন্ম লোৱা যুৱকবোৰে কিদৰে বিশ্বাস কৰিব যে একালত এই বঙ্গদেশই সকলোতকৈ নদনবদন আছিল। এই বঙ্গকে 'ফিৰদোচে হিন্দ' (ভাৰতৰ স্বৰ্গ) বুলি কোৱা হৈছিল। সেই সময়ত ইয়াত ইংলণ্ডৰ জমিদাৰী বিধান প্রবৰ্ত্তন কৰা হোৱা নাছিল। তেতিয়া দেশত তৈয়াৰী বস্তুৰ ওপৰত আয়কৰ লগোৱা নাছিল। এই সকলোবোৰ ৰাধেচৰণে চাওঁতে চাওঁতেই হ'ল। কিছুদিনৰ আগতে যেতিয়া স্থায়ী ব্যৱস্থা কৰাৰ সম্পৰ্কত ঢাকাৰ ইংৰাজ কালেক্টাৰ ইয়ালৈ আহিছিল. তেতিয়া তেওঁ নিজৰ দৰবাৰলৈ ৰাধেচৰণক মাতি নি কৈছিল, আমি সকলোবোৰ কাম তোমালোকৰ ভালৰ কাৰণে কৰিছোঁ। মুছলমান নবাবে তোমালোকক নিজৰ অ-ব্যৱস্থাৰে ধ্বংস কৰি পেলালে।

"তুমি মিছা কৈছা চাহাব। আমাৰ নবাবৰ ইয়াত কোনো অ-ব্যৱস্থা নাছিল। মোৰ পূৰ্বপুৰুষ সকলে শ শ বছৰৰ পৰা মুৰ্চিদাবাদত ৰাজ্য পৰিচালনা কৰি

আহিছে। মই আজি বুঢ়ীগঙ্গাৰ পাৰত এই জুপুৰীত আছোঁ, কিন্তু তাৰ এইটো অৰ্থ নহয় যে মই মোৰ সুখৰ দিনৰ লগতে বিচাৰ বুদ্ধিও হেৰুৱাই পেলাইছোঁ। মই বুজিছোঁ তুমি মিছা কৈছা। তুমি......।" যেতিয়া ৰাধেচৰণ খঙত কঁপিবলৈ ধৰিলে তেতিয়া তেওঁক কালেক্তৰৰ চাপৰাচীয়ে কোঠালিৰ বাহিৰলৈ গঁতিয়াই পঠিয়ালে। সেইদিনা সেই কোঠাত এজন ইংৰাজ মিচনেৰীও আছিল। তেওঁ নিজৰ যাত্ৰাৰ বিবৰণ লিখিছিল আৰু এই বাৰ্তাৰ শুনাৰ পাছত তেওঁ অতি বিশ্বাসযোগ্য ভাবে লিপিবদ্ধ কৰিছিল—"বঙ্গৰ হিন্দু আৰু মুছলমানে নবাবক ঘিণ কৰে। মুছলমানসকল হিন্দুৰ তেজৰ কাৰণে লালায়িত। এই দেশত কোনো একতা নাই। প্ৰকৃততে ইয়াক এখন দেশ বুলি কোৱাই অনুচিত।"

ৰাধেচৰণ নৈৰ পাৰত ঘঁাহনিত বহি আছিল। তেওঁৰ আগেদি এখন নাও গৈছিল। তাত এজন দীঘল ডাঙৰ ইংৰাজ যুৱক বহি আছিল। তেওঁৰ উইগটো আৰু তৰোৱালৰ নালডাল পোহৰত জিলমিলাই আছিল। মনচুৰ ককায়ে ফোঁপাই জোপাই নাও বাইছিল।

ৰাধেচৰণে চকু মুদিলে। নবাব অলীবৰ্দীয়ে মৃত্যুৰ সময়ত ডেকা চিৰাজক কৈছিল, 'যিবোৰ ফিৰিঙ্গীয়ে চাহান্ ছাহৰ ৰাজ্য আৰু তেওঁৰ দেশৰ ধনদৌলতবোৰ নিজৰ ভিতৰতে ভগাই লৈছে, তেওঁলোক অতি শক্তিশালী। তেওঁলোকক দুৰ্গ আৰু সেনাবাহিনী নিদিবা, নহলে এই ৰাজ্যখন তেওঁলোকৰ হৈ যাব"। সেই সময়ত চৌব্বিছ বছৰীয়া চিৰাজ মুৰ্চিদাবাদত আছিল। ফিৰিঙ্গীবোৰে তেওঁক অপমান কৰাৰ উদ্দেশ্যে কাচিম বজাৰৰ বেপাৰ কেন্দ্ৰত প্ৰৱেশ কৰিবলৈ নিদিলে। তেওঁলোকে ৰাজ্যৰ সেই বেপাৰীবোৰক মালৰ কৰ ৰেহাই দিলে। কিন্তু স্বয়ং নবাবৰ ঠাইৰ পৰা যি বস্তু আহিল, ইংৰাজে তাৰ ওপৰত জোৰেৰে কৰ লগালে। কলিকতা পতনৰ পাছতো চিৰাজে ইংৰাজৰ প্ৰতিজ্ঞা পত্ৰৰ ওপৰত বিশ্বাস কৰি তেওঁলোকক ক্ষমা কৰি দিলে। ৰাধেচৰণৰ দেউতাক এই সকলোবোৰ যুদ্ধত চিৰাজৰ লগে লগে আছিল। ইংৰাজে হুগলীত মাৰপিট কৰাত চিৰাজে লিখিলে, "তুমি মোৰ প্ৰজাৰ ওপৰত অত্যাচাৰ কৰিছা। তুমি নিজক খৃষ্টান বুলি কোৱা। যদি এতিয়াও তুমি কেৱল বেপাৰীৰ দৰে থাকি সন্তোষ পোৱা তেন্তে মই আগৰ সকলোবোৰ তোমাক আকৌ অনায়াসে ঘূৰাই দিম। কিয়নো যুদ্ধৰ একমাত্ৰ পৰিণাম হৈছে ধ্বংস। তুমি মোৰ সৈতে শান্তিৰ চুক্তি কৰা, আৰু আক্ৰমণ কৰিবলৈ যোৱা। চিৰাজে আকৌ লিখিলে, 'মাৰাঠীৰ পবিত্ৰ বাইবেলৰ সৈতে কোনো সম্বন্ধ নাই। এওঁলোক নিজৰ কৰ্ম্মৰ ওপৰত থিয় হৈ আছে, আৰু তুমি যি খোদা আৰু যীশুৰ শপত খোৱা, নিজৰ প্ৰতিজ্ঞা ভঙ্গ কৰিছা।"

এডমিৰেল ৱাটচনে উত্তৰ দিলে "মই তোমাৰ দেশত এনেকুৱা জুই জ্বলাম,

যি জুই সমগ্ৰ গঙ্গাৰ পানীৰে নুমুৱাব পৰা নাযাব। মই এনেকুৱা জুই জ্বলাম......।" হঠাৎ জোঁৱৰ পোহৰত বুঢ়ীগঙ্গাৰ পানী জিলমিলাই উঠিল।...... চাহাবৰ নাও ঘাট পালেহি। ৰজা গিৰীশচন্দ্ৰ ৰায় আৰু তেওঁৰ পালী-পহৰীয়াবোৰ অভ্যৰ্থনাৰ কাৰণে ঘাটত উপস্থিত আছিল। ৰাধেচৰণে মূৰ দাঙি চালে। সেই প্ৰকাশত তেওঁৰ চকুত চমক লাগি গ'ল। তেওঁ চাদৰখন মেৰিয়াই লৈ নাহেকৈ উঠি নিজৰ এন্ধাৰ ঘৰৰ ফালে গুচি গ'ল।

## ১৩

পাঁচশ বছৰ পাৰ হৈ গ'ল। ঢাকাৰ কাৰখানাত ফেঁচাই মাতিছে। সমগ্ৰ ৰাজ্যৰ লোহাৰ ভাটীবোৰ বহুদিনৰ আগতে চেঁচা হৈ গৈছে। ভাৰতীয় তাঁতীৰ হাড়বোৰ পথাৰত হদত জিলিকি আছে। মুৰ্চিদাবাদ যি কোনো এসময়ত ক্লাইভৰ লণ্ডনতকৈয়ো অধিক সুন্দৰ আছিল, এতিয়া শূন্য হৈ পৰি আছে। কলিকতা ভিন্ন নগৰ হৈ পৰিছে। এই কলিকতাৰ আলীপুৰ ৰোডত স্তিল হাৰ্বাড এচলেৰ বিৰাট অট্টালিকা মূৰ দাঙি থিয় হৈ আছে। স্তিল হাৰ্বাড এচলে পঞ্চাছ বছৰৰ অভিজ্ঞ লোক, চতুৰ, জন কোম্পানীৰ মহত্বপূৰ্ণ স্তম্ভ, অৱধৰ বাদচাহৰ বাল্যবন্ধু। নিজৰ চিকাৰী কুকুৰক "হেল্লো হেল্লো" কৰাৰ পাছত এতিয়া তেওঁ প্ৰত্যেক দিনৰ দৰে বায়ু সেৱন কৰিবলৈ দোলাত উঠিব খুজিছে! তেওঁৰ ফিজিচিয়ানে (চিকিৎসকে) তেওঁক সতৰ্ক কৰি দিছে যে তেওঁ যেন নিজৰ স্বাস্থ্যৰ প্ৰতি চকু ৰাখে, পৰিশ্ৰম কম কৰে, গৰম বস্তু কম খায় আৰু মদ তাতোকৈ কম খায়, প্ৰত্যেক দিন নিয়মমতে মুক্ত বায়ু সেৱন কৰে, ইয়াকে নকৰিলে তেওঁ অনতিপলমে মৃত্যুক বৰণ কৰিব লাগিব। ফিজিচিয়ানৰ এই উপদেশ শুনি তেওঁৰ হাঁহি উঠে। সচাঁকৈয়ে তেওঁ অতি অসৎ, সফল, ধনী আৰু সাধাৰণ শ্ৰেণীৰ মানুহ। তেওঁ পঞ্চাছ বছৰ বয়সত ভৰি দিছে।

তেওঁৰ ফালে কিছুমান কৰ্ম্মচাৰী অহা দেখিলে। আৰু তেওঁ তৎক্ষণাত "বৰচাহাব"ৰ গাম্ভীৰ্যৰে দোলাত বহিল। পত্ৰবাহক পিয়নটো গৱৰ্ণমেণ্ট হাউচৰ পৰা আহিছিল। নিজৰ কেৰানীৰ দ্বাৰা কিছুমান কাগজপত্ৰ লক্ষ্ণৌৰ ৰেজিমেণ্টলৈ পঠাব লাগে। বঙ্গৰ অৱস্থা ভাল নহয়। জিলাৰ মুছলমান খেতিয়কে অৱধৰ কিছুমান বিদ্ৰোহী মৌলবীৰ নেতৃত্বত মূৰ দাঙি উপদ্ৰৱ কৰি ফুৰিছে। অৱধৰ বাদচাহলৈ এই কাগজ-পত্ৰবোৰ পঠোৱা প্ৰয়োজন হৈছে। এই সংঘৰ্ষ নাশ কৰিবলৈ তেওঁ নদিয়া জিলালৈকো যাব লাগে। (নদিয়া জিলাত পলাচী বাগিচা আছে, য'ত আমে মলিয়াইছে। তাত কৰ্ণেল ক্লাইভে চিৰাজৰ সৈতে যুদ্ধ কৰিছিল) 'নদিয়া'......গৱৰ্ণমেণ্ট হাউচৰ পৰা অহা এই চৰকাৰী চিঠিত

এই নামটো পঢ়ি আৰু অনেক কথা মনত পৰিল। নাম আৰু শব্দৰ লগত এইটো কি বিপদ, প্ৰত্যেক বস্তুৰে কোনো নহয় কোনো এটা বস্তুৰে সৈতে সম্বন্ধ আছে। সমগ্ৰ জগত, সমগ্ৰ বিশ্বই তেওঁক কিবা নহয় কিবা কাহিনী শুনাবৰ কাৰণে বৈ আছে। কিন্তু নিজৰ কাহিনী নো তেওঁ কাক শুনাব।

চিঠিখনত চহী কৰি পিয়নটো যোৱাৰ পাছত তেওঁ আকৌ যাবলৈ সাজু হ'ল। আকাশত মেঘে ছানি আছিল। সন্মুখৰ বাটত কিছুমান ক'লা মানুহে এখন চাঙী লৈ 'হৰিবোল! হৰিবোল'! বুলি ভয়াবহ ধ্বনি কৰি শ্মশানৰ পিনে বেগাই গৈ আছিল। স্মিলৰ বুকুখন কঁপি উঠিল। তেওঁ তলমূৰ কৰি চাঙীৰ লগত যোৱা এটা মানুহক সুধিলে—"কাৰ শ লৈ গৈছা ?"

"ঢাকাৰ ৰাধেচৰণ বাবুৰ"। স্মিল উচ্‌প খাই উঠিল।

ৰাধেচৰণ যে সুজাতাৰ দেউতাকৰ নাম।

সুজাতা কোন আছিল ?

সংসাৰত হেজাৰ হেজাৰ ৰাধেচৰণ হ'ব..... তেওঁ সুজাতাৰ বাপেকক কেতিয়াও দেখা নাই। শুনিবলৈ পোৱা যায় যে কেতিয়াবা কেতিয়াবা তেওঁ পুতেকক লগ পাবলৈ গাঁৱৰ পৰা আহিছিল। বৰ আচাৰিত আৰু দুষ্ট প্ৰকৃতিৰ বুঢ়া।

স্মিলে টুপী খুলী বাটৰ একাষত থিয় হ'ল। চাঙীৰ মানুহবোৰে অতি আচৰিত হৈ তেওঁক চালে—জীয়া বাঙ্গালীৰ সৈতে জোতাৰ গোৰেৰে কথা কোৱা ইংৰাজ হাকিম এজনে মৃত বাঙ্গালীক এই সন্মান কিয় দিছে!

বেচেৰা ৰাধেচৰণ বাবু! হায়! খন্তেকৰ কাৰণে জী উঠি যদি এই সন্মান চাই ললেহেঁতেন!

শোভাযাত্ৰা আগবাঢ়ি গ'ল। "হৰিবোল! হৰিবোল"ৰ শব্দ ক্ষীণ হৈ বিলীন হৈ গ'ল। ভাৰী কেইটাই সন্মানেৰে সুধিলে "চাহাব! কোনফালে যাব ?"

স্মিল আকৌ দোলাত বহিল "য'লৈ ইচ্ছা বলা"। তেওঁ জীৱনৰ উত্থান পতন দেখিছে। মৃত্যুৰ বিভীষিকা দেখিছে, তেওঁ পৃথিৱীৰ প্ৰত্যেকটো ৰঙকে প্ৰতি স্তৰৰ পৰা চাইছে। মানুহ কি দৰে জীয়াই থাকে, কি দৰে মৰে, এই সাঁথৰ মনলৈ কিয় আহে? এজন দেশী কবিয়ে লিখিছিল—

"দ নৈ অগাধ পানী, ধাৰৰ বৰ জোৰ
নাৱৰীয়াক পোনতে চোৱা
যদি হ'ব খুজিছা পাৰ।"

নাৱৰীয়া ক'ত? তেওঁক লগ পোৱাৰ অৱকাশ আছে কাৰ? কিন্তু আত্মাৰ এই সন্তাপ কেনেকুৱা যি সময়ক গ্ৰাস কৰি পেলাইছে। কোনো সময়ত, কোনো অৱস্থাত ই তেওঁৰ পাছ নেৰে। জীৱনত তেওঁৰ যিমান আশা আৰু

আকাঙ্ক্ষা আছিল, জীৱনে তাতকৈ অধিক অনুগ্ৰহেৰে তেওঁক সঙ্গ দিলে। কিন্তু জীৱনক তেওঁ নিজে কি দিলে? তেওঁ ভয়ত চাৰিওফালে চালে। এই সুন্দৰ নগৰ, ইয়াৰ ঐশ্বৰ্য, ইয়াৰ জনতা সকলো তেওঁৰ চৰণত পৰি আছে। চাৰিও-ফালৰ মানুহবোৰক তেওঁ মুখ ঘূৰাই থকা দেখিলে......। চাৰি আলি পাই ভাৰী কেইটাই কান্ধ সলাবৰ কাৰণে দোলাখন মাটিত থলে। সন্মুখত এখন পৰ্তুগালী মদৰ দোকান আছিল। হুগলীৰ বৃটিচ আৰু ইটালীৰ নাৱৰীয়াইঁতে দুৱাৰ মুখত বৈ হাই উৰুমি কৰিছিল। ভিতৰত কোনোবাই জোৰেৰে বাঁহী বজাইছিল। এজনী তিৰোতাই মূৰত কলা বৰণৰ জালৰ ৰুমাল এখন বান্ধি তীক্ষ্ণ দৃষ্টিৰে তেওঁক চাই মদৰ দোকানত সোমাল।

"ৰবা। ইয়াতে ৰোৱা।" ষ্ট্ৰিলে চিঞৰি ভাৰী কেইটাক ক'লে। সিহঁতে দোলাখন আকৌ মাটিত থলে। ষ্ট্ৰিলে জপিয়াই সেই তিৰোতাজনীৰ পাছে পাছে গ'ল। তেওঁক কলিকতাৰ এই নগণ্য মদৰ দোকানত সোমোৱা দেখিলে মানুহে কি ক'ব, এইষাৰ কথা তেওঁ পাহৰি পেলালে।

কাউণ্টাৰৰ পাছফালে এটা শেঁতাবৰণৰ সৰু চকুৰ ইউৰোপীয়ান বহি টোপনিয়াই আছিল। ষ্ট্ৰিলক দেখি সি চক্‌মক খাই উঠিল আৰু তৎক্ষণাত থিয় হ'ল। ভয়ত তাৰ মাতটো থোকা থুকি হৈ পৰিল। "চাৰ......চাৰ...." তাৰ মাত হৰিল।

ষ্ট্ৰিলে মনে মনে তাক চালে। সমগ্ৰ পৃথিৱীৰ মদৰ দোকানবোৰৰ কাউণ্টাৰৰ পাছত বহা এই গিৰিহঁত বোৰক কিমান ৰহস্যময় যেন লাগে। ইহঁত সকলোৰে মূক মৌন এটা জাতি আছে। এইখন লম্পট, প্ৰতাৰক, চোৰ, বদমাচ আৰু বেশ্যাৰ পৃথিৱী আছিল।

এনেতে সেই ছোৱালীজনীয়ে চিঞৰি চিঞৰি জোৰেৰে খোজ দি এখন কাঠৰ গাদীৰ পৰা নামিল।

দুটা ইংৰাজ নাৱৰীয়া চিঞৰ-বাখৰ কৰি ভিতৰলৈ সোমাই আহিল। সিঁহতৰ লগত দুজনী দীপলিপ ইউৰোপীয়ান ছোৱালীও আছিল। তাৰ এজনী ছোৱালীয়ে ঢেক্ ঢেকাই হাঁহি আছিল।

সেই ছোৱালীজনীৰ চকুদুটা ষ্ট্ৰিলৰ নিচিনা লাগিল। "ক'লৈ যোৱা ষ্ট্ৰিল চাহাব?" সেই তিৰোতাজনী—যাৰ পাছে পাছে তেওঁ ভিতৰলৈ আহিছিল, হঠাৎ তেওঁৰ সন্মুখলৈ আহি আগ ভেটি, ধৰি ক'লে।

তেওঁৰ কাণৰ দুলযোৰ জোকাৰি আছিল। আৰু তেওঁক দেখাত বৰ অস্থিৰ যেন লাগিছিল।

দুৱাৰ ডলিত থিয় হৈ তেওঁ অতি বিশ্বাসেৰে ষ্ট্ৰিললৈ চালে, "ষ্ট্ৰিল চাহাব? তোমাৰ ছোৱালীজনীক লগ পাই যোৱা। তুমি মোক কলিকতালৈ মাতিছিলা নহয়। মই পঁচিছ বছৰৰ পৰা তোমাৰ কাৰণে প্ৰতীক্ষা কৰি আছোঁ। এই চাৰি বছৰীয়া

ছোৱালীজনীক বুকুত বান্ধি লৈ মই মাদ্রাজৰ পৰা ইয়ালৈ আহিছিলোঁ, কিন্তু তোমাৰ কৰ্মচাৰীয়ে মোক আজিলৈকে তোমাৰ ঘৰত সোমাবলৈ নিদিলে। মই কি কৰিম? তুমিতো মোৰ কোনো এখন চিঠিৰো উত্তৰ নিদিলা। তুমি জানিব খুজিছিলা যে আমাৰ জীৱনটো কেনেকৈ পাৰ হৈ যায়। চোৱা, এইদৰে পাৰ হয়।

ষ্টিল চাহাব! তুমি বেঙ্গল গৱৰ্ণমেণ্টৰ খুব ডাঙৰ অফিচাৰ নহয়? মোৰ কাৰণে অলপ টকাৰ ব্যৱস্থা কৰি দিয়া। শুনিছোঁ দেশী তিৰোতাৰ ওপৰত হেনো তোমাৰ খুব দয়া। চাবলৈ গলে মই যে তোমাৰ জাতিৰে।"

ষ্টিল ঘামি-জামি একো নাই হ'ল। তেওঁৰ এনে ভাৱ হ'ল যেন, তেওঁৰ উশাহ বন্ধ হৈ যাব আৰু তাতে থিয় হৈ তেওঁ শেষ হৈ যাব। তেনেতে তেওঁৰ আগেদি এখন ঘোঁৰাবাগী গ'ল। তাত "কলিকতা ক্ৰনিকেল'ৰ কেইজন মান সাংবাদিক বহি আছিল। তেওঁলোকক দেখি ষ্টিলৰ মূৰ ঘূৰি গ'ল। তেওঁৰ মুখৰ বৰণ সলনি হৈ যোৱা দেখি তেওঁৰ পৰিচালকজন লৰি আহিল। "চাহাব! আপোনাৰ শৰীৰ ভাল নহয়, ব'লক।" তেওঁ আকৌ দোলাত বহি পৰিল।

মাৰিয়া টেৰেজাই কঁকালত হাত দি দুৱাৰ মুখত থিয় হৈ তেওঁক চাবলৈ ধৰিলে। কিছু সময় তাতে থাকি ভিতৰলৈ গুচি গ'ল।

"হুজুৰ' ঘৰলৈ যাব?" ভাৰী কেইটাই সুধিলে। "ঘৰ? তেওঁৰ ঘৰ ক'ত আছিল? নালাগে, বাগিচাৰ বঙলালৈ ব'লা।" তেওঁ খঙেৰে ক'লে। নিজৰ বাগিচালৈ গৈ তেওঁ ভাবিব এতিয়া কি কৰা উচিত। দোলাখন আগ বাঢ়ি গ'ল।

"বেগাই। আৰু বেগাই," তেওঁ ভাৰী কেইটাক খং কৰিলে। জীৱনৰ সকলো বোৰ ছবি তেওঁৰ চকুৰ আগেদি পাৰ হৈ গৈছে। তেওঁ জীৱনৰ এটা দীপ-দানি, তাত তেওঁ স্বয়ং অকলে বন্ধ আছিল, আৰু তেওঁৰ চাৰিও ফালে বাৰে বৰণীয়া ছবি আছিল। সেই ছবিবোৰ দেখি তেওঁৰ ভয় লাগিছিল। গৱৰ্ণমেণ্ট হাউচৰ সহযোগী, বন্ধু, ফোৰ্ট উইলিয়াম কলেজৰ কেৰেণী আৰু গদ্যৰ শৈলীকাৰ, 'এচিয়াটিক চচাইটিৰ' অন্বেষক, অৱধৰ কবি আৰু কলাকাৰ, লক্ষ্ণৌৰ চম্পাবাই—এই সকলোৱে গোট খায়ো তেওঁৰ আত্মাৰ পীড়া দূৰ কৰিব নোৱাৰে।

তেওঁৰ আত্মাৰ পীড়া কি আছিল? নাৰী! কেতিয়াও নহয়। নাৰীৰ প্ৰশ্নই তেওঁক কেতিয়াও অশান্ত কৰা নাই। যি ষ্টিল এচলেই এসময়ত পৃথিৱীক কবিৰ দৃষ্টিত চাইছিল এতিয়া তেওঁ কবিৰ সলনি এটা কৰ্মঠ মানুহ হৈ পৰিল। তেওঁৰ আত্মাৰ উত্তাপ আৰু পীড়া এনেকুৱা আছিল যে তেওঁ কাৰো সৈতে প্ৰেম কৰিব নোৱাৰিলে। সেই দেশ—যি নিজৰ সকলো সঞ্চিত পুঁজি তেওঁৰ চৰণত সঁপি দিলে, সেই তিৰোতাবোৰ—যি বোৰে বিভিন্ন সময়ত তেওঁক বিচাৰিছিল। ......ষ্টিল এচ্‌লেই পৃথিৱীৰ পৰা সকলো আদায় কৰিলে, কিন্তু তাৰ বিনিময়ত পৃথিৱীক

তেওঁ একো নিদিলে। এইটো অতি দুৰ্ভাগ্যৰ কথা। ধৰ্মৰ জোৰ যদি থাকিলহেঁতেন, তেন্তে হয়তো তেওঁ ঈশ্বৰৰ শৰণ ললেহেঁতেন। কিন্তু পৃথিৱী বুদ্ধিবাদ, বিজ্ঞান আৰু ভৌতিকতাৰ ফালে আগ বাঢ়ি গৈছে। বেঙ্ক অব ইংলেণ্ডে, চাৰ্চ অব ইংলেণ্ডতকৈ অধিক মহত্ব ৰাখে। জীৱনৰ অৰ্থ আছিল—আৰু অধিক ধন আৰু অধিক ব্যৱসায়, শাসন, সত্তা আৰু অধিক উন্নতি আৰু অধিকাৰ, নিজৰ গাৰ্ডেন হাউচ পাই তেওঁ এই সপ্তাহৰ চিঠি চালে, কিছু সময় শুলে। আকৌ কেই হেঁপামান মৰাৰ পাছত তেওঁ দ্বিতীয় বাৰ অফিচলৈ যাবলৈ সাজু হ'ল। হৃদয় ৰিক্ত হৈ গৈছিল। কিন্তু কৰ্ত্তব্য আৰু ন্যায়-নীতিৰ কটকটীয়া বান্ধোনো আছিল। যি সদায় নিজা সুখ দুখৰ উৰ্দ্ধত আছিল। কৰ্ত্তব্যই তেওঁক আহ্বান কৰিছে নদীয়া জিলালৈ গৈ বিদ্ৰোহী কৃষকৰ মূৰ কাটি পেলাবলৈ, আৰু অন্তৰৰ শূন্যতাই কৈছিল লক্ষ্ণৌলৈ যাবলৈ। তাত দৰবাৰৰ আনন্দ আহ্লাদত সকলো দুখ দূৰ হৈ যাব। কোট পিন্ধি তেওঁ দোলাত উঠিল আৰু চৌৰঙ্গীৰ ফালে উলটিল। সেই ফালেই যে তেওঁৰ অফিচ আছিল।

## ১৪

বঙালী যুৱক কেৰেণী এজনে তেওঁক মূৰ দাঙি চালে। এতিয়ালৈকে তেওঁ ফাইলৰ মাজত মূৰ গুজি আছিল। তেওঁৰ কেঁকোৰা চুলিবোৰ কপালত পৰিছিল। মেজৰ চাৰিও ফালে বাদামী বৰণৰ কাগজৰ দ'ম, বাহিৰৰ বাৰান্দাত উবিয়া কুলী ল'ৰাটো টোপনিয়াই আছিল আৰু সি পাংখাৰ ৰছীডাল ধৰি আছিল। স্মিলক অফিচলৈ অহা দেখি সি চকমক্ খাই পোন হৈ বহিল আৰু পাংখাখন জোৰেৰে টানিবলৈ ধৰিলে।

"গুড আফতাৰ নুন চাৰ।" যুৱকজনে চকীৰপৰা উঠি লাহেকৈ ক'লে। "গুড আফটাৰ নুন—তোমাৰ নাম কি?" "গৌতম নীলম্বৰ দত্ত চাৰ।" "মই তোমাক আগতে কেতিয়াও দেখা নাই।"

"মোক কালিহে প্ৰেচিডেন্সি মেজিষ্ট্ৰেটৰ অফিচৰ পৰা ইয়ালৈ বদলি কৰা হৈছে।"

"কেতিয়াৰ পৰা কাম কৰিছা? তুমি দেখোন এতিয়াও ল'ৰা হৈ আছা।" স্মিলে আমোদেৰে সুধিলে। দেশী মানুহৰ সৈতে তেওঁৰ এই বন্ধুত্ব এসময়ত কৰ্ণৱালিচৰ বৰ বেয়া লাগিছিল। কিয়নো যেতিয়াই জন কোম্পানীয়ে ৰাজনৈতিক সত্তা পালে, কৰ্ণৱালিচে 'পলিচি' সলাই পেলালে। ইংৰাজ শাসক আছিল আৰু ভাৰতীয় শাসিত। তেওঁলোকে কোনো কথাতে দেশী মানুহৰ সৈতে সমান ব্যৱহাৰ কৰিব নালাগে। 'হেষ্টিন বাহাদুৰৰ যুগ সপোন

হৈ পৰিছে। কিন্তু স্মিল ‘ওল্ড স্কুল’ৰ ‘নবাব’ আছিল। অৱধ ৰেচিডেন্সিত থাকি তেওঁৰ ওপৰত জাতীয়তাৰ ৰং আৰু ডাঠ হৈ পৰিছিল। কৰ্ণৱালিচলৈ তেওঁৰ মনত পৰিল, গুড অল্ড কৰ্ণৱালিচ, যি গাজীপুৰলৈ গৈ কলেৰাৰ চিকাৰ হ’ল। এতিয়া তেওঁৰ হাড়ো কবৰত গেলিপচি গ’ল চাগৈ। মৃত্যুৰ চিন্তাই তেওঁক আকৌ শঙ্কিত কৰি তুলিলে। খন্তেকৰ কাৰণে তেওঁ চকু জপালে, তাৰ পাছত বঙালী কেৰেণীৰ ফালে চালে। “তুমি ক’ত পঢ়িছিলা?” “বেনাৰচ কলেজত আৰু ইয়াত।” তেওঁ উত্তৰ দিলে, “কলিকতাৰ কলেজত আই এ লৈকে সংস্কৃত পঢ়িছোঁ। আৰু এতিয়া বি, এ পঢ়িব খুজিছোঁ।”

“বৰ আনন্দৰ কথা।” স্মিলে অতি প্ৰসন্ন হৈ ক’লে. “অফিচৰ পাছত মোক লগ পাই থাকিবা।” আকৌ নিজৰ কোঠালৈ গুচি গ’ল।

কেইদিনমানৰ পাছত স্মিল চাহাবে নীলাম্বৰ দত্তক নিজৰ অফিচলৈ মাতিলে। স্মিল চাহাব কনফাৰেন্সৰ ঘূৰণীয়া মেজত বহি আছিল। চাৰিজন চাহাব তাত-উপস্থিত আছিল।

“ফ্ৰাৰ্চি ভাল পোৱা?” স্মিল চাহাবে সুধিলে।

“হয়।”

“কেতিয়াবা অৱধ ৰাজ্যৰ ফালে গৈছা নে?”

“মই বেনাৰচৰ পৰা আৰু আগলৈ যোৱা নাই।”

“কিছুমান প্ৰয়োজনীয় কাগজ-পত্ৰ লক্ষ্ণৌ ৰেচিডেন্সলৈ পঠাব লাগে। তোমাৰ লগত সশস্ত্ৰ চিপাহী যাব। মই নিজে যাব নোৱাৰিম, কিয়নো জিলাবোৰ ভ্ৰমণ কৰিব লাগিব। ঘৰলৈ গৈ বাকচ বিচনা বান্ধা। অলকেশ বাবুক কোৱা, জাহাজত তোমাৰ কাৰণে কেবিনৰ ব্যৱস্থা কৰি দিয়ক,” স্মিল চাহাবে আদেশ দিলে।

“ইয়েচ চাৰ, থেঙ্ক ইউ চাৰ।” তেওঁ বেগাবেগিকৈ নিজৰ কোঠালৈ ঘূৰি গ’ল। চাহাব কেইজনে মনে মনে স্মিলৰ ফালে চাই ৰ’ল। ওল্ড স্মিল আচৰিত অস্ত্ৰ। দেশী মানুহৰে সৈতে অত্যন্ত কঠোৰ ব্যৱহাৰ কৰে আৰু বন্ধুত্বও পাতে। এতিয়া নিশ্চয় তেওঁ এই বঙালী ল’ৰাটোৰ সৈতে বঙলা ভাষাৰ কবিতাৰ সম্বন্ধে আলোচনা কৰিব।

কলিকতাৰ পৰা বেনাৰচলৈ যোৱা জাহাজে এতিয়াও লঙ্গৰ উঠোৱা নাই। বৰ্ষা ঋতু আৰম্ভ হৈছে, মুঙ্গেৰ আৰু পাটনালৈকে গঙ্গাৰ বুপ উথলি উঠিছে। গৌতম নীলাম্বৰে যাত্ৰাৰ বস্তু-বাহানি ঠিক কৰাৰ পাছত বতৰ ফৰকাল হ’বৰ কাৰণে অপেক্ষা কৰিছে। মাণিকতলাত তেওঁৰ এটা সৰু ঘৰ আছে। আৰু তাত তেওঁ অকলশৰে থাকে। তেওঁৰ মাক, বাপেক, ভায়েক, ভনীয়েক সকলোৱে ৰাজ-চাহীত খেতি কৰে। সন্ধিয়া হৈ গ’ল। চোতালৰ দাঁতিত জিলীয়ে মাতিবলৈ ধৰিলে। বাটবোৰ বাৰিষাৰ পানীৰে উপচি পৰিল, বতাহ বুদ্ধ হৈ আছিল। তেওঁ নিজৰ বাৰান্দাত ঢাৰি পাৰি চাকি জলাই, এখন ডাঙৰ ইংৰাজী কিতাপ

অধ্যয়নত মগ্ন হৈ পৰিছিল. আৰু বাৰে বাৰে অভিধান চাই আছিল। এনেতে এটা শব্দ হ'ল আৰু বগা শাৰী পিন্ধা এজনী চল্লিছ বছৰীয়া তিৰোতা তেওঁৰ আগত থিয় হৈ থকা দেখিলে, তেওঁ বেগাবেগিকৈ উঠিল আৰু নমস্কাৰ কৰাৰ পাছত সুধিলে, "কি হ'ল আই ? কাক লগ পাব খুজিছা ?"

"তোমাক, তুমি স্লিলচাহাবৰ কেৰেণী নহয় ?"

"এৰা, হয়।"

"মই—মই স্লিল চাহাবৰ স্ত্ৰী।"

"বাবু !!" তেওঁৰ মনত পৰিল, অফিচত তেওঁক কোনোবাই কৈছিল যে স্লিল চাহাবৰ অন্তঃপুৰত কেইবা বছৰৰে পৰা এজনী হিন্দু তিৰোতা আছে আৰু কিছুদিনৰ পৰা তেওঁক আঁতৰ কৰি থৈছে।

' চাহাবে তোমাৰ কথা খুব শুনে। মোক এটা কাম কৰি দিবা নে ? তুমি লক্ষ্ণৌলৈ ওলাইছা নহয় ?'

"হয় আই।"

"তুমি চম্পাবাঈৰ নাম শুনিছা নে ?"

"চম্পাবাঈ ! ...... কোন তেওঁ ?"

"লক্ষ্ণৌৰ অতি প্ৰসিদ্ধ বেশ্যা, চাহেব যেতিয়াই লক্ষ্ণৌলৈ যায়, তেওঁৰ গাত হেজাৰ টকা খৰচ কৰে। আজিকালি মোৰ কথাও নোসোধে। পৃথিৱীত এতিয়া মোৰ কোনো নাই। এজন বুঢ়া বোপাই আছিল তেৰোঁ মৰি থাকিল। ককাই নিজৰ ব্যৱসায়ত ব্যস্ত। নবৌহঁতে উঠোঁতে বহোঁতে ঠাট্টা কৰে। "যোৱা তোমাৰ ফিৰিঙ্গীৰ ওচৰলৈ।" তেওঁ চকুপানী টুকিলে। "মোৰ এজনী ছোৱালীও আছে। দহ বছৰ হওঁতে চাহাবে তাইক নিজৰ ভনীয়েকৰ ওচৰলৈ লণ্ডনলৈ পঠাই দিলে। তাই বিলাতৰ পৰা ঘূৰি আহিলেও মোক চিনি নাপাব। তাই মানুহক ক'বলৈ লাজ পায় তাইৰ মাক যে ক'লা তিৰোতা।"

গৌতম নীলাম্বৰে বুজিব নোৱাৰিলে যে তেওঁ কি ক'ব। তেওঁ এইটো নাজানিছিল যে চাহাবৰ এজনী ছোৱালীও আছে।

"তোমাৰ ছোৱালীৰ কি নাম ?"

"মাৰগাৰেট অজাবিল—কিন্তু মই তাইক বেলা বুলি মাতিছিলোঁ।"

"তুমি খৃষ্টান হ'লা নেকি ?"

"নহয়, বেলা খৃষ্টান। আৰু তাই মোৰ ধৰ্মক বৰ হীন বুলি ভাবে। তুমি চম্পাক কবা যে তাই চাহাবৰ চিন্তা এৰি দিয়ক। তুমি লক্ষ্ণৌৰ পৰা আহি মোক লগ পাবা নহয় ? তুমি মোক কবা দেই চম্পাক তুমি কি কলা ?"

' মই তোমাক নিশ্চয় লগ পাম আই। গৌতম নীলাম্বৰে ক'লে। তাৰ পাছত তেওঁক আগ বঢ়াই থবলৈ ওলাই আহিল, "তোমাৰ দোলা ক'ত?"

"মই খোজ কাঢ়ি আহিছোঁ। মোৰ কাৰণে তুমি চিন্তা নকৰিবা।"

বাটৰ এন্ধাৰত তেওঁৰ বগা শাৰীখন খন্তেকৰ কাৰণে জিলিকি উঠিল। নিমিষতে তেওঁ চকুৰ পৰা অদৃশ্য হৈ গ'ল।

## ১৫

লক্ষ্ণৌৰ 'ৰুমী' দুৱাৰ'ত প্ৰথম প্ৰহৰৰ নাগেৰা বজাৰ সময় হ'ল। নগৰৰ প্ৰধান বজাৰত উলহ মালহ আৰম্ভ হৈ গ'ল। ৰাজ মহলৰ সংলগ্ন ফুলনি পৰিষ্কাৰ কৰা হ'ল। মহিলা সকল নানা ধৰণৰ মনোবিনোদৰ কথাত মগ্ন হৈ পৰিল। বাটৰ দাঁতিৰ দোকানী আৰু তামোল বেপাৰীয়ে নিজৰ নিজৰ দোকান সজাবলৈ আৰম্ভ কৰিলে, পথাৰত চিপাহীয়ে পেৰেড কৰিছিল। ইংৰাজ সেনা বিভাগৰ ভাৰতীয় চিপাহী, নিগ্ৰো চিপাহী, ৰাজপুত-বিষয়া আদি ৰাজ মহলৰ পহৰাত তৎপৰ হৈ আছিল। ৰমনাৰ হাবিত চৰাইবোৰে চিঁ-চিঁয়াই আছিল, গোমতীৰ পাৰত নাও-বোৰ বান্ধি থিয় কৰাই থোৱা হৈছিল। এতিয়াও নাও মেলাৰ সময় হোৱা নাই। শাওণৰ কজলা মেঘ আৰু দাঁতি কাষৰৰ সেউজ বৰণত গোমতীও সেউজীয়া হৈ পৰিছিল। 'হয়াত বখচ্ (প্ৰাসাদ), বেকা কোঠালি, 'শিঙ্গৰি' ভৱন 'খুৰ্চীদ মহল, সকলো ঠাইতে মেঘে আবৰি আছিল। বাগিচাত নিয়ৰ পৰিছিল। ফুলনিত 'দোলনা' লগোৱা হৈছিল। শাওণক আদৰিবলৈ লক্ষ্ণৌ বাসী সাজু হৈ আছিল। আকৌ দ্বিতীয় প্ৰহৰৰ নাগেৰা বাজিল। অতিথি শালাৰ ৰান্ধনিহঁত ব্যস্ত হৈ পৰিল। মানুহে নিজৰ নিজৰ কাৰখানাৰ পৰা ভাত খাবলৈ ওলাল। বৈঠকখানাত থোৱা কাঁহী বাটি থবৰ কাৰণে কাপোৰ পৰা হ'ল। বেগম সকলে গন্ধদুৰ্বা ঘাঁহেৰে সজা পৰ্দাৰ পাছফালে খেলিবৰ কাৰণে কাপোৰ পাৰিলে। মহিলা আৰু দাসীহঁত পাণদানী খুলি বহি আছিল। ছোৱালীবোৰে ৰঙা পাৰিৰ কাপোৰত ৰং দিব খুজিছিল আৰু ফুলবচা কাম আৰম্ভ কৰা হৈছিল।

তৃতীয় প্ৰহৰৰ নাগেৰা বাজিল, বেলি ওলাল। বতাহত কেঁচা কোমল গোন্ধ উটি আহিল। ৰমনাত হৰিণাই আনন্দত জাপিয়াই উঠিল। চিৰৈয়া সৰোবৰ ডাৱৰে ঢাকি ধৰিলে। মতি মহলত বৰষুণৰ দুই এটা টোপাল পৰিল। আকৌ চতুৰ্থ প্ৰহৰ হ'ল। সূৰ্য্য অস্ত গ'ল। বতাহত সুগন্ধ বিয়পি পৰিল। লক্ষ্ণৌৰ মনোৰম সন্ধিয়া জকমকাই উঠিল।

সমগ্ৰ নগৰ খনক নানা তৰহৰ সৌৰভে সাবটি ললে। কেঁচা মাটিৰ সুবাস, আতৰ দোকানৰ সুগন্ধ, কনৌজৰ বেলা, আৰু জোনপুৰৰ গোলাপৰ সৌৰভ মন্দিৰৰ পৰা অহা ধূপৰ ধোঁৱা, বাদচাহৰ মহলৰ পৰা বৈ যোৱা আতৰৰ জলাধাৰৰ সুবাস। চুবুৰিবোৰৰ খিড়কী আৰু দুৱাৰবোৰ মেলা হ'ল। বাটৰ কাষৰ পৰা সঙ্গীতৰ সুৰ ভাঁহি আহিছিল, শাক-পাচলি বেচা, চঞ্চল শুৰানি ছোৱালী, তামোল

পাণৰ বেপাৰিনী, বাকপটু ৰান্ধনীয়ে শাওণৰ গীত আৰু ছন্দযুক্ত লোকগীতি গাই ফুৰিছিল, চুবুৰিৰ ল'ৰাবোৰে আবৃত্তি প্ৰতিযোগিতা কৰিছিল আৰু গুটি লৈ খেলিছিল, নৈৰ পাৰত বহি যোগীয়ে ঢোকাৰী বজাইছিল। মিঠাই তৈয়াৰী কৰোঁতাই মিঠাই, লুচি, পুৰি কৰিছিল। ছোৱালীবোৰে মালপোৱা, চিঙ্গাৰা আদি ভাজিছিল। প্ৰত্যেক মানুহেই ব্যস্ত আছিল। আনন্দ কৰি লোৱা, কিয়নো পৃথিৱীখন নশ্বৰ, ক'ব নোৱাৰো তোমালোকৰ কপালত কিমান দিনলৈ শান্তি লিখিছে। আজি ইয়াত দুই চাৰিজন বন্ধু আছে। কাইলৈ কি হ'ব কোনে জানে?

প্ৰতি নিশ্বাসত মৃত্যুৰ দুন্দুভি বাজিছে।

দিনে নিশাই।

বাকী মাথোঁ খোদা থাকিব—তেওঁ নিলগৰ পৰা এই লীলাখেলা চাব। হয়তো তেওঁ কোনো সময়ত আঙুলি দাঙি ক'ব, হৈছে, হৈছে, এতিয়া শেষ কৰা হওক।

হেৰা অসহায় মানৱ! তোমালোক সকলো এই মকৰাৰ অদৃশ্য জালত বান্ধ খাই পৰিছা। মকৰাক তুমি চিনি নোপোৱা, কিয়নো তোমাৰ এই জালখন অদৃশ্য। বেচেৰা মানুহবোৰ......

এই মানুহবোৰ, যি এই বাটেদি অহা যোৱা কৰি আছে, তেওঁলোকে জীয়াই থকাৰ তত্ত্ব শিকি লৈছে। এওঁলোক বৰ মহত্বপূৰ্ণ ব্যক্তি, কিয়নো এওঁলোক এক বিশাল সংস্কৃতি আৰু সভ্যতাৰ প্ৰতিনিধি। ওঠৰ শতাব্দীৰ ফ্ৰান্সৰ দৰে এওঁলোকে জীয়াই থকাৰ কলাক চৰম সীমালৈকে লৈ গৈছে, এই নাম, এই চেহেৰা অতি মহত্বপূৰ্ণ। চুজাউদ্দৌলা, বহু বেগম, বেনী বাহাদুৰ, টিকেন ৰায় আৰু অৱধৰ এই লোক সকল। এওঁলোক কেতিয়াও দুখী হোৱা নাই আৰু আনকো দুখী কৰা নাই। হেজাৰ হেজাৰ বছৰৰ পৰা ঘাঘৰা আৰু গোমতীৰ পাৰত একে ধৰণে বাস কৰিছে। ৰামচন্দ্ৰৰ সময়তো ইয়াত মানুহ আছিল। চুজাউদ্দৌলাৰ সময়তো ইয়াত মানুহ জীৱিত আছিল! এই কৃষক আৰু যোগী। নৈৰ পাৰত উলঙ্গ হৈ ভাং খাই বহি থকা শৈৱ সাধু নিজৰ বন্ধু সকলৰ সৈতে চুজাউদ্দৌলাৰ সেনা বাহিনীত যোগ দি এওঁলোকেও ইংৰাজৰ সৈতে যুদ্ধ কৰিছিল। এই শান্তিপ্ৰিয় কৃষকে, নিজৰ দেশৰক্ষাৰ কাৰণে নবাবৰ চিপাহী হৈ মাৰাঠী সকলৰ সৈতে সংঘৰ্ষ কৰিছিল। শ শ বছৰৰ পৰা প্ৰসন্ন হৈ থকা গুৱাল আৰু গৰখীয়াই অজীমাবাদ পাই ইংৰাজৰ লগত যোগ দিলে। চুজাউদ্দৌলাৰ শক্তিশালী সেনা দেখি ইংৰাজে ভয় খালে। তেওঁলোকে পঁয়ত্ৰিছ হেজাৰতকৈ অধিক সেনা নেৰাখো বুলি সন্ধি কৰিলে। কিন্তু চিৰদিনৰ দৰে এইবাৰো তেওঁলোকে নিজৰ প্ৰতিজ্ঞা ভঙ্গ কৰিলে। যেতিয়া ফৈজাবাদৰ চুজাউদ্দৌলা মৰিল, তেতিয়া তেওঁৰ মনত এটা দুখ ৰৈ গ'ল যে ইংৰাজক দেশৰ পৰা বহিষ্কাৰ কৰিব নোৱাৰিলে। চুজাউদ্দৌলা—যি মহাদজী

সিন্ধিয়াৰ পাগুৰি সলোৱা ভায়েক আছিল। এইবোৰ সেই সাধু আছিল যি ৰাতিপুৱাৰ লগে লগে শেষ হৈ যায়। এই কাৰণেই তেওঁলোকে কাহিনী কোৱাৰ কলাক চৰম সীমালৈ আগ বঢ়াই নিছিল। কিয়নো, সাধু কওঁতে কওঁতে তেওঁলোকে নিজেই এদিন সাধু হৈ পৰিব।

লক্ষ্ণৌখন পৰীৰ নগৰৰ দৰে জকমকাবলৈ ধৰিলে। পৰিচিত অপৰিচিত চুবুৰি, বাট-পদুলি, মহলা, বজাৰ সৰু সৰু দোকান, বাগিচা, দুৰ্গৰ প্ৰবেশদ্বাৰ! এই দুৰ্গ! মীন ভৱন। মঞালীখাঁৰ চৰাই ঘৰ, আচিফউদ্দৌলাৰ বিশ্বস্ত হজা ঝাউলালৰ সেতু।

অলপ ৰবা। সেই আছিফউদ্দৌলা নে কি যাক ঈশ্বৰে নিদিয়ে, তাক আচিফ-উদ্দৌলাই দিয়ে বুলি হিন্দু দোকানীয়ে ৰাতিপুৱা নিজৰ দোকান খোলে। এই নগৰখন অযোধ্যা আৰু বেনাৰচৰ প্ৰাচীন সঙ্গীত সংৰক্ষক, ইয়াৰ ভৈৰৱী ৰাগিণী সমগ্ৰ দেশত জনাজাত। ব্ৰজৰ ৰাসধাৰীয়ে ৰাসলীলা ভাও ধৰে। ব্ৰাহ্মণ নৰ্তকে এটা নূপুৰ বজাই নাচি থাকে, আৰু দাঁতি কাষৰৰ সকলোতে মৃত্যুৰ নূপুৰ বাজে। বিগত সত্তৰ আশী বছৰৰ পৰা এই নাটক ফৈজাবাদ আৰু লক্ষ্ণৌৰ ৰঙ্গ-মঞ্চত অভিনয় কৰা হৈছে. ইয়াৰ নায়কৰ মহত্ব বাহিৰৰ মানুহে বুজিব নোৱাৰিব, এওঁলোক সকলো গোট খাই সেই খন পৃথিৱী ৰচনা কৰিছে য'ত অৱধৰ অধিবাসী —ধনী, দুখীয়া, মতা, তিৰোতা, ঠাকুৰ, ইমামবখচ্ আৰু লালাহুছেনবখচ্, মিৰ্জ্জামেণ্ডু আৰু নবাব কম্মান আছে। ইমামন মহৰী, মিৰ্জ্জাজঙ্গলী, সুখবচন লোণ্ডী, নবাব, বাসন্তীবেগম—এই সকলোৱে কান্দে, হাঁহে, গায়, বজায় আৰু যুদ্ধ কৰে, বীৰত্বই এওঁলোকৰ সাজ, আত্মমৰ্যাদাৰ কাৰণে প্ৰাণ দিয়াটো শিষ্টতা। কৃতজ্ঞ, বিশ্বাসী আৰু সদাচাৰী। ইয়াৰ বাহিৰে কিন্তু সম্পন্ন সমাজৰ সকলো দুৰ্গুণো এওঁলোকৰ মাজত বিদ্যমান। এওঁলোক বৰ ভাব প্ৰৱণ হয়। আতচবাজী আৰু কড়িৰ ওপৰত নচা কথক, কাশ্মীৰী বিদুষক, জলতৰঙ্গ বাদক, বীণা বাদক, বাজপেয়ী ব্ৰাহ্মণ, তবলাবাদক, কবি, 'মচিয়াগো' (মহৰমৰ ধাৰ্মিকলোক কাব্যপঢ়োঁতা) সংলাপক, কায়স্থ, চিপাহী বীৰ, ভণ্ডুৱা, ল'ৰানচুৱা, বহুৰূপী, বিদ্বান, কলাৱন্ত, ইয়াত বীৰ ৰস আৰু শৃঙ্গাৰ ৰস এক হৈ প্ৰবাহিত হৈছে, ই প্ৰকৃত ৰোমানী সকলৰ সামাজিক জীৱন।

লক্ষ্ণৌৰ পৰা সত্তৰ মাইল আঁতৰত বঙ্গৰ ফৌজাবাদ ৰামৰ নগৰ অযোধ্যা আছিল। ইয়াক চুজাউদ্দৌলাই দিল্লীৰ নিচিনাকৈ সজাইছিল। ইয়াত গোলাপ বাড়ী আছে, ঘাঘৰা ঘাট, আৰু বৰমোগলৰ যুগৰ মচজিদ, দিল্লীত বেচেৰা সৰু সৰু মোগল বহি আছে। এই উপহাসাস্পদ মোগলে অনাই বনাই ঘূৰি ফুৰিছে। এওঁ-লোকৰ মূৰ গুজিবলৈ আশ্ৰয় থলী এডোখৰ নাই। ইয়াত হিন্দু মুছলমানৰ প্ৰভেদৰ সম্বন্ধে কোনেও নুবুজে, দুৰ্গৰ গোসাঁই আৰু মহলৰ নবাব, সম্পন্নতাৰ আধিপত্যৰ সম্বন্ধত এজন আনজনৰ সৈতে সাঙোৰ খাই আছে। এওঁলোকৰ প্ৰজা—হিন্দু আৰু মুছলমান কৃষকো ইয়াত সন্মিলিত হৈছে।

ধৰ্ম বিবাদক প্ৰজাৰ শুদ্ধ নিজা সমস্যা বুলি ধৰা হয়। হিন্দুৱে তাজিয়া খেলে, আৰু মুছলমানে 'দীপান্বিতা' মানে! কেনেকুৱা বিপৰীত যুগ। নবাবৰ হিন্দু বেগমে প্ৰত্যেক বছৰ ফাঁকুৱা পালন কৰিবলৈ ফৈজাবাদৰ পৰা লক্ষ্ণৌলৈ পুতেকৰ ওচৰলৈ আহে। সমগ্ৰ দেশত অসংখ্য হিন্দু ৰজাই মচজিদ আৰু ইমাম-বাড়া সাজি থৈছে। স্লিমান এচ্ লেৰ বন্ধু বিচপ্ হেভৰ আৰু তেওঁৰ লগৰীয়া, যিজনে আজিকালি এই দেশৰ চাৰিওফালে ভ্ৰমি ভ্ৰমি নিজৰ যাত্ৰা বিবৰণ লিখি আছে—লিখিছে 'যে এই ৰাজ্যত হিন্দু মুছলমান এজন আনজনৰ ৰক্ত পিপাসু। এতেকে এই অসভ্য জাতিবোৰক অজ্ঞানতা আৰু সাম্প্ৰদায়িকতাৰ পৰা মুক্তি দিবলৈ আমাৰ চৰকাৰে অতি সোনকালে সৰহ সংখ্যক বাইবেল আৰু বন্দুক পঠোৱা উচিত। লক্ষ্ণৌৰ অধিবাসীহঁতে নাজানে যে বন্দুকেৰে ভৰা জাহাজ কলিকতাৰ ফালে আহি আছে! আগা মীৰ ইয়াৰ প্ৰধান মন্ত্ৰী আছিল। নগৰত পূৰ্ণ শান্তি বিৰাজ কৰিছিল। এইখন অবুল মুজফফৰ মোঅজুদ্দীন চাহে-জমন গাজীউদ্দীন হাইদৰৰ ৰাজধানী।

বজাৰত অত্যন্ত ভিৰ আছিল। বস্তু বেপাৰীয়ে নিজৰ নিজৰ সুললিত সুৰেৰে তোলপাৰ লগাই আছিল। দোকানত সমগ্ৰ পৃথিৱীৰ বস্তু বিক্ৰি হৈছিল। আলীখাঁৰ সময়ৰ তৈয়াৰী অট্টালিকাৰ পৰা অট্টহাঁহি শুনা গৈছিল। এই সুন্দৰতা আৰু ঐশ্বৰ্য্য কিমান দিন স্থায়ী হৈ থাকিব? সৌন্দৰ্য্য ক্ষণস্থায়ী, শাক্য মুনি গৌতম সিদ্ধাৰ্থই এবাৰ বাৰানসীৰ সাৰনাথত কৈছিল যে "সকলোবোৰ নশ্বৰ। নশ্বৰতাৰ পৰা মুক্ত হোৱা। দুখৰ পৰা ৰক্ষা পোৱা। ছাঁয়াৰ পৰা দূৰত থাকা।" এইটো নাপাহৰিবা যে ৰামচন্দ্ৰৰ অযোধ্যা, প্ৰসেনজিতৰ শ্ৰাৱন্তী, চন্দ্ৰ-গুপ্তৰ পাটলিপুত্ৰ, হুচেন চৰ্কীৰ জোনপুৰ আৰু আলাউদ্দীন হুচেনৰ গৌড়ও জীৱন সৌন্দৰ্য্যৰ চৰম সীমাত উপনীত হৈছিল, আৰু এইটোও মনত ৰাখিবা যে প্ৰত্যেক সৌন্দৰ্য্যতে মৃত্যু নিহিত হৈ আছে।

আলিয়েদি এখন দোলা গৈছিল। চঞ্চলা দাসীজনীয়ে দোলাত ধৰি ধৰি লগে লগে গৈ আছিল। দোলাভাৰীহঁতৰ সাজ ৰঙা বৰণৰ আৰু তেওঁলোকৰ ৰঙা পাগুৰিবোৰত মাছৰ সোণালী চিহ্ন। বাটৰুৱাৰ দৃষ্টি এই দোলাৰ ওপৰত নিবদ্ধ হ'ল। এইখন সেই সময়ৰ সকলোতকৈ ৰূপহী গাভৰু চম্পাৰ দোলা। সময়, সৌন্দৰ্য্য আৰু মৃত্যু! সময় অতি অদ্ভুত বস্তু।

বাগিচাত মেলা বহিছে। ইংৰাজ ৰেচিডেণ্টে বাদচাহৰ সৈতে 'ব্ৰেকফাষ্ট' খাইছে। সন্মুখত হাতীযুঁজ দেখা গৈছে। ৰাজসভাত প্ৰকাশজীয়ে 'কথক' নাচিছে, আমৰ কুঞ্জত মল উৰি আছে, বজাৰত কাহিনীকাৰ সকলৰ সভা বহিছিল বিদ্বান আৰু বিচাৰকৰ সভাত বিতৰ্ক চলিছিল। ভঙুৱাই গুটি ঘোলাত মগ্ন হৈ আছিল। সুৰশৃঙ্গাৰ মঞ্জিৰা আৰু পাখোৱাজৰ স্বৰত আকাশ পাতাল নিনাদিত হৈছিল। কবৰ খানাত কবৰ খনা হৈছিল।

নশ্বৰ! নশ্বৰ। যি আছে সকলো নশ্বৰ। কালো নশ্বৰতাত নিহিত। সময়ক বিভিন্ন ভাগত আবদ্ধ কৰা হৈছে। তথাপি ই পলে পলে ক্ষণে ক্ষণে এই বন্ধন ছিঙি নিৎৰে আগ বাঢ়ি গৈছে। এতিয়া ৰুমী দুৱাৰত সূৰ্যাস্তৰ নাগেৰা বাজিব। চাৰি প্ৰহৰ দিন পাৰ হৈ গ'ল। চাৰি প্ৰহৰ নিশা শেষ হৈ যাব। প্ৰত্যেক প্ৰহৰত আঠোটা ঘণ্টা আছে। প্ৰতি প্ৰহৰত ঘণ্টা বাজে। মানুহৰ শোভাযাত্ৰা নিজৰ নিজৰ কবৰত গৈ ৰৈছে।

কাল মৃত্যু!

## ১৬

'আচিফী' যুগত তৈয়াৰী 'ৰুমী' দুৱাৰৰ নাগেৰাৰ শব্দ গৌতম নীলাম্বৰৰ কাণত পৰিল। তেওঁৰ গাড়ী নগৰৰ প্ৰৱেশ পথত সোমাল। আৰু তাত তেওঁ চিপাহীক নিজৰ আজ্ঞা-পত্ৰ দেখুৱালে, বাদচাহ অৱধৰ চিপাহীয়ে সুধিলে, ''ক'লৈ যাব খুজিছা, দুৰ্গলৈ?'' 'ৰেচিডেন্সী' চিপাহীয়ে তেওঁক খন্তেকৰ কাৰণে মনোযোগেৰে চালে।

"ফিৰিঙ্গী চাহাবৰ লগত ডাঙৰীয়াৰ কিবা সকাম আছে নেকি?" "হয়", তেওঁ অলপ সঙ্কোচেৰে উত্তৰ দিলে।

''এৰা মিঞা''. আন এটা চিপাহীয়ে ক'লে, "খোদাই কাৰবাৰ নহয় কাৰবাৰ দ্বাৰা প্ৰত্যেককে জীয়াই ৰাখে। লাগিলে ফিৰিঙ্গী চৰকাৰেই হওক।''

ইয়াৰ পাছত প্ৰথম চিপাহীটোৱে গজলৰ দুটা চৰণ শুনালে আৰু গৌতম নীলাম্বৰৰ ফালে চালে, হয়তো তেওঁ তাৰ প্ৰশংসা কৰিব। গৌতম নীলাম্বৰে সৰুতে ফাৰ্চী পঢ়িছিল কিন্তু এনেকুৱা প্ৰামাণিক উৰ্দু তেওঁ শুনা নাছিল। তেওঁ প্ৰথমবাৰৰ বাবে দেখিলে যে দেশত এতিয়াও এনে ঠাই আছে য'ত নেটিভ বাদছাহে শাসন কৰিছে। সেইটো ভাবি খন্তেকৰ কাৰণে তেওঁ আচৰিত ধৰণৰ প্ৰসন্নতা অনুভৱ কৰিলে, গাড়ীখন আগ বাঢ়িল।

এইখন উপনগৰ। বাটৰ দাঁতিত কিছুমান গুৱালে গৰম বতাহত ঘূৰি ফুৰিছিল। এজোপা আঁহত গছৰ তলত কাঠৰ কুণ্ডা জ্বলোৱা হৈছিল। এটা বুঢ়া যোগী ভাং খাই বহি আছিল। পিছফালে ৺মা কালীৰ মন্দিৰ। আনৰ দেশত ৺মা কালী মন্দিৰ দেখি গৌতমে বৰ শক্তি পালে।

ৰেচিডেন্সী পাই তেওঁ জানিব পাৰিলে যে চাহাব নবাব কমাল ৰজা বাহাদুৰৰ তালৈ নিমন্ত্ৰণ খাবলৈ গৈছে, তেওঁ অহাৰ বাৰ্তাৰ অৱধ চৰকাৰৰ সূচনা বিভাগত দিয়া হ'ল। আন এটা দূত গোলাগঞ্জৰ নবাব কমাল ৰজাবাহাদুৰৰ ঘৰ পালেহি।

নবাব অবুল মনচুৰ কমালুদ্দীন আলী ৰজা বাহাদুৰ নুচৰত গঞ্জে আহাৰৰ

পাছত ৰেচিডেণ্টৰ সৈতে দবা খেলি আছিল। নগৰৰ অতি প্ৰসিদ্ধ ঘৰৰ ল'ৰা তেওঁ। ৰূপহ আৰু মিঠা মাতৰ। নগৰৰ বাব বনিতাহঁ'ত তেওঁৰ প্ৰতি আসক্ত আছিল, যোল বছৰ বয়সত তেওঁক বিয়া কৰাই দিয়া হৈছিল। এতিয়ালৈকে তেওঁ অসংখ্য তোলনীয়া ছোৱালীক অস্থায়ী ভাবে বিয়া কৰিছে, বৰ্ত্তমান তেওঁ চম্পাজান বিবিৰ প্ৰতি আকৃষ্ট হৈ পৰিছে। এতিয়া এইটো বুজা গৈছে যে কলিকতাৰ স্কিল চাহাবৰ দৰে এই ৰেচিডেণ্ট চাহাবো তেওঁৰ প্ৰেমৰ প্ৰতিস্পৰ্দী হ'ব খুজিছে, এই চিন্তাত বিৰক্ত হৈ তেওঁ দবাৰ চাল ভাবিছে, এনেতে দুৱৰীয়ে আহি বতৰা দিলে যে এজন বঙালী বাবু কলিকতা গৱৰ্ণমেণ্টৰ পৰা কাগজ পত্ৰ লৈ আহিছে আৰু বেলী-গাৰ্ডত ৰেচিডেণ্টক দৰ্শন কৰিবলৈ বৈ আছে।

তেওঁলোকৰ আনন্দত বাধা পৰিল। এতিয়া চম্পা অহাৰ কথা আছে। ৰেচিডেণ্টৰ বৰ খং উঠিল। যেতিয়াই লৰ্ড আমহাৰ্ষ্ট কলিকতালৈ গৱৰ্ণৰ জেনেৰেল হৈ আহিছে, তেওঁ, নিজৰ অনুশাসন আৰু তৎপৰতাত তেওঁক অতিষ্ঠ কৰি তুলিছে, সদায় দুদিনে তিনিদিনে কোনোবা নহয় কোনোবা এওঁৰ নামত বাৰ্তাৰ লৈ কলিকতাৰ পৰা ইয়ালৈ আহে। তেওঁৰ মন চম্পাৰ নৃত্যত আছিল, কিন্তু কৰ্তব্য পৰায়ণতাৰ চিন্তাত চম্পাৰ আকৰ্ষণীয় সৌন্দৰ্য্য অস্পষ্ট হৈ পৰিছিল। ৰেচিডেণ্ট চাহাব ততালিকে বেলী গাৰ্ডলৈ উলটি গ'ল।

"ইয়াত চম্পা বাঈ ক'ত থাকে?" পাছদিনা গৌতম নীলাম্বৰে ৰেচিডেন্সীৰ এজন কেৰেণীক সুধিলে। কেৰেণী হৰিশঙ্কৰে মনে মনে মিচিকিয়ালে, এই বঙালী বাবুক সহৃদয় যেন লাগিছে। বাঃ! আমি ভাবিছিলোঁ এওঁলোকে মাথোঁ বহি বহি লিখা পঢ়া কৰিহে থাকে। "আপুনি চম্পাবিবি চাহিবাৰ তালৈ যাব নেকি?"

"হয়," নীলাম্বৰে ভয়ে ভয়ে উত্তৰ দিলে, আৰু তেওঁৰ চেহেৰা ৰঙা হৈ পৰিল। তেওঁৰ ভয় দেখি কেৰেণী হৰিশঙ্কৰ অতি আচৰিত হ'ল। কিয়নো হৰিশঙ্কৰৰ সমাজত বেশ্যাৰ স্থান বৰ মহত্বপূৰ্ণ আৰু অত্যন্ত প্ৰতিষ্ঠিত আছিল, যাৰ অবিহনে সভ্য সমাজ অপূৰ্ণ হৈ পৰিছিল। কেৰেণী হৰিশঙ্কৰে বাৰ্ত্তা বাহকৰ যোগেদি চম্পালৈ বাৰ্তাৰ পঠালে যে স্কিল চাহাবৰ মুন্সীয়ে তেওঁক লগ পাব খুজিছে। চম্পাই উত্তৰ দিলে, "নিশ্চয় আহিব পাৰিব।"

গধূলি যেতিয়া মুক্তা আৰু গন্ধদুৰ্বাৰ সুবাস বতাহত ভাঁহি আহিল, মাটিত কেতেকী আৰু গোলাপফুল ছটিওৱা হ'ল, বজাৰখন পোহৰত জকমকাই উঠিল, তেতিয়া গৌতম নীলাম্বৰ দত্তৰ হৱাদাৰ যানখন চম্পাজানৰ সেউজ বৰণৰ তিনি মহলা ঘৰৰ সম্মুখত উপস্থিত হ'ল। দুৱাৰমুখত সুসজ্জিত যুৱতী থিয় হৈ আছিল। গৌতম সঙ্কোচেৰে 'হৱাদাৰ'ৰ পৰা নামিল আৰু কান্ধত চাদৰখন মেৰিয়াই আসনত বহিল।

কোঠালিত মানুহৰ সমাগম আছিল। মজিয়াত শুভ্ৰ কিৰণ বিয়পি পৰিছিল।

বগা চন্দ্ৰ তাপত 'ঝাড়বাতি' ওলমি আছিল। মেজত পানী আৰু গিলাচ থোৱা হৈছিল। বজাৰৰ ফালৰ মুকলি চোতালখন গোলাপ লতাই আবৰি আছিল। চাৰিওফালে ডাঙৰ ডাঙৰ আঁচী লগোৱা আছিল। এই আঁচীবোৰত গৌতমে আচৰিত ধৰণৰ চেহেৰাবোৰ দেখিলে যিবোৰ তেওঁ আগতে কেতিয়াও দেখা নাই। এওঁলোক কোন? ক'ৰপৰা আহিছে? ক'লৈ যায়? ইয়াত এই সুগন্ধিত কোঠালিত কেতিয়ালৈকে তেওঁলোকৰ ভিৰ থাকিব? এই মানুহবোৰ, যি মিহি মখমলৰ চাপকন, শুদ্ধ পাট আৰু (গুলবদন) পাট মিহলি (মশৰু) বুটা বচা পাইজামা, টুপী, লক্ষ্ণৌৰ টুপী, (নুক্কাটুপী) পাগুৰি আৰু ভাগ্যশালী ৰুমাল লৈ সন্তোষেৰে দীঘল গাৰুত আউজি বহি আছিল। আৰু অতি বিনম্ৰতা আৰু শিষ্টাচাৰেৰে লাহে লাহে এজনে আনজনৰ সৈতে কথা-বতৰা পাতিছিল। এচুকত ৰজা শিৱকুমাৰে সৌজন্যৰে সৈতে কোনো চৰণৰ ওপৰত তৰ্ক কৰিছিল। আন-ফালে কিছুমান ভদ্ৰলোকে সঙ্গীতৰ কোনো শ্ৰুতিৰ সম্বন্ধে অভিমত শুনিছিল, খন্তেকৰ কাৰণে নীলাম্বৰ দত্তই সঙ্কোচেৰে দুৱাৰ মুখত থিয় হৈ এই সকলোবোৰ চাবলৈ ধৰিলে। তেওঁ নিজৰ সৰ্বশ্ৰেষ্ঠ চাপকন পিন্ধিছিল আৰু তেওঁৰ মূৰত 'মন্দোল' (পাগুৰি) আছিল। কিন্তু তেওঁৰ চেহেৰাই চিঞৰি চিঞৰি কৈ দিছিল যে তেওঁ বিদেশী। নবাব কমালে তেওঁক ওচৰলৈ মাতি নিজৰ গাৰুৰ ওচৰত বহুৱালে আৰু তেওঁক কুশল মঙ্গল সুধিবলৈ ধৰিলে।

"আমাৰো কলিকতালৈ যাবলৈ বৰ মন যায়। কিন্তু হায় আল্লা, বৰ বিপদ জনক ভ্ৰমণ!" তেওঁ ক'লে, তেওঁ সোণ বৃপ খটোৱা ময়ূৰ হেঁাকা খাইছিল। তেওঁৰ সুন্দৰ চেহেৰাত চাকিৰ পোহৰে লুকাভাকু খেলিছিল। বঙ্গদেশৰ জমিদাৰৰ কথানো কি কম, অতি আড়ম্বৰেৰে থকা ধনী মানুহ তেওঁলোক। "জনাবৰ জমিদাৰী বঙ্গদেশৰ ক'ত আছে?" নবাব কমালে লাহেকৈ পাণবটাটো আগ বঢ়াই দিলে।

"মোৰ নিজা জমিদাৰী নাই। মই কোম্পানী বাহাদুৰৰ চাকৰি কৰোঁ।" নীলাম্বৰে আকৌ সঙ্কোচ অনুভৱ কৰিলে।

"চাকৰি! বাঃ!" নবাব কমাল ৰজাই প্ৰসঙ্গ সলালে।

"তেতিয়াহলে জনাবে ইংৰাজীও পঢ়িছে চাগৈ।" আন কোনোবাই প্ৰশ্ন কৰিলে।

"হয়, অলপ অচৰপ।"

"কিমান বাবু? চিঠি পঢ়িব পাৰে নহয়?"

নীলাম্বৰে মিচিকিয়াই হাঁহিলে। "হয়", এইবাৰ তেওঁ শান্তিৰ উশাহ ললে। এওঁলোক বৰ ভদ্ৰ আৰু সৰল মানুহ। এওঁলোকক ভয় কৰিবলৈ কি আছে? বৰং এইটো আচৰিত কথা যে এওঁলোকে তেওঁ জীয়াই থকা পৃথিৱীখনতে বাস কৰিছে।

এনেতে গীতৰ লগৰ বাদ্য যন্ত্ৰ অনা হ'ল। সোতৰ ওঠৰ বছৰৰ এজনী অপৰূপা যুৱতীয়ে নাকত হীৰাৰ লং আৰু আকাশী বৰণৰ পাইজামা পিন্ধি নানা অলঙ্কাৰেৰে অলঙ্কৃতা আৰু অতি সুসজ্জিতা হৈ পুতলাৰ দৰে আহি তেওঁলোকৰ মাজত বহিল।

তাৰ পাছত তেওঁ অতি মোহ লগা ভঙ্গিত তলমূৰ কৰি নীলাম্বৰ দত্তক নমস্কাৰ কৰিলে। আৰু 'শাহানা' ৰাগত আচিফউদ্দৌলাৰ গজল আৰম্ভ কৰি দিলে।

শ্ৰোতা সকলে তন্ময় হৈ তেওঁৰ গীত শুনিবলৈ ধৰিলে। গৌতম তেওঁক দেখি ভোল গ'ল।

কলিকতাৰ ইংৰাজৰ বঙালী কেৰেণী লক্ষ্ণৌৰ যাদুত গ্ৰেপ্তাৰ হৈ পৰিল। দিন যাবলৈ ধৰিলে। বৰষুণৰ কাৰণে কলিকতাৰ বাট পথ বন্ধ আছিল। জন্মাষ্টমী উৎসৱ আহিল। ব্ৰজৰ আমোদ প্ৰিয় সকলে কৃষ্ণলীলাৰ খেলা ৰচিলে, চম্পা ৰাধা হ'ল। কেতিয়াবা চম্পাক গৌতমে হিজ মেজেষ্টি গাজীউদ্দীন হাইদৰৰ দৰবাৰত দেখিলে, য'ত তেওঁ নিজৰ কণ্ঠৰ মাধুৰ্য্য দেখুৱাইছিল। কেতিয়াবা মেলা আৰু বাগিচাত দেখিলে। কেতিয়াবা গোমতীৰ বজাৰত দেখিলে, সকলো ফালে মাথো চম্পাময় হয়।

তেওঁ চম্পাৰ কাৰণে সুজাতা দেৱীৰ যি বতৰা আনিছিল, সেই বতৰা বিস্মৃতিৰ গৰ্ভত লীন গ'ল।

গৌতম নীলাম্বৰ প্ৰায়ে সাৰে থাকে। তেওঁ বেছিভাগ নিশা উজাগৰে কটাই দিয়ে! নিশাটো প্ৰলয় হৈ পৰে। দিনবোৰ অস্থিৰ ভাৱে পাৰ হৈ যায়।

নিশা—যি চম্পাৰ ৰাজধানী আছিল। এই নিশাৰ ওপৰত গৌতম নীলাম্বৰ দত্তৰ কোনো হাত নাই। তেওঁৰ জীৱন আৰু জগতত বেশ্যাৰ কল্পনাও ঘৃণাস্পদ আছিল, তেওঁ আকৌ ভাবে নাৰী—যি নাৰী দেৱীৰূপিনী তেওঁ বেশ্যা হোৱা উচিত নহয়। ই অতি অন্যায়, আকৌ তেওঁৰ মনত পৰিল যে নাৰাক কেৱল দুখ সহিবৰ কাৰণেই জন্ম দিয়া হৈছে বুলি কোৱা হয়। বাল বিধৱা, অনাথ বালিকা যি গৰুৰ দৰে মূক, যি সতী হৈ জ্বলি মৰে, তাতেই তেওঁৰ গৌৰৱ। কিন্তু এই চম্পাক চোৱা, যি স্বয়ং জ্বলি মৰাৰ সলনি আনক জ্বলাই মাৰিছে।

'ন স্ত্ৰী স্বতন্ত্ৰম'। মনু মহাৰাজে লিখিছে 'স্ত্ৰী স্বাধীন নহয়,' কথাটো সম্পূৰ্ণ সত্য। ৰামায়ণৰ ষষ্ঠ কাণ্ডত ইয়াকো লিখিছে যে সঙ্কট কালত, বিয়াৰ সময়ত আৰু পূজাৰ পৰত যদি নাৰী বাহিৰলৈ ওলায়, তেন্তে সেইটো কোনো দোষৰ কথা নহয়! আৰু এইটোও লিখিছে যে স্ত্ৰীয়ে বেদ পঢ়িলে অনিষ্ট হয়।

ধনী সমাজত নাৰীৰ স্বাধীনতা তেতিয়া প্ৰাপ্ত হয়, যেতিয়া তেওঁ বজাৰত আহি বহি যায়। চম্পা বায়ো এই সমাজতে ডাঙৰ হৈছিল। আৰু এই অধিকাৰৰ সম্বন্ধে বুজিবলৈ গৌতম অসমৰ্থ আছিল, কিয়নো তেওঁ সেই নতুন মধ্যম শ্ৰেণীৰ সৈতে সম্বন্ধ পাতিছিল, তেওঁ বৰ্তমান বঙ্গত জন্ম লৈছে আৰু ধনী সম্প্ৰদায়ৰ

সাঁচৰ পৰা আঁতৰি গৈ ভিন্নৰূপে নিজৰ মূল্যাঙ্কন কৰিছে। মধ্যম শ্ৰেণীৰ অতি ৰক্ষণশীল নৈতিকতাৰ পূজাৰী হৈছে।

এদিন তেওঁ মুন্সী হৰিশঙ্কৰৰ সৈতে নাৱত নৈ পাৰ হৈ মহ যুঁজ চাবলৈ ৰমনালৈ গৈছিল, হঠাৎ তেওঁ সন্মুখত দেখিলে, এখন সোণালী নাও লাহে লাহে পানী কাটি কাটি গৈ আছিল।

"মঙ্গল হওক, কোম্পানী বাহাদুৰৰ।" তেওঁৰ কাণলৈ এক মধুৰ সুৰ ভাঁহি আহিল। তেওঁ ঘূৰি চালে। এইটো চম্পাৰ মাত, তেওঁ আন এখন নাৱত বহি আছিল। নীলাম্বৰে তেওঁলৈ ভয়েৰে চোৱাত তেওঁ খিল্ খিল্ কৰে হাঁহি দিলে।

যদি তেওঁ লক্ষ্ণৌ বাসীৰ সংস্পৰ্শত বেছিদিন থাকিলহেঁতেন, তেন্তে উত্তৰত ক'লেহেঁতেন, "হুজুৰ! এই চিন্তাই আমাকো জুৰুলা কৰে।"

কিন্তু তেওঁ একেবাৰে হতভম্ব হৈ পৰিল। সন্মুখেদি আগা মীৰৰ নাও আহি আছিল। আৰু কিছুমান নক্সা অ'কা সুসজ্জিত নাৱত ৰাজকৰ্ম্মচাৰী, মন্ত্ৰী* চাহাবে আলোচান আৰু নগৰৰ প্ৰসিদ্ধ বেশ্যাইঁত ৰমনাৰ ফালে গৈ আছিল। এনেতে চম্পাৰ নাওখন ওচৰলৈ আহিল।

"আমাৰ নাৱলৈ আহক," তেওঁ ক'লে। "অৰ্থাৎ আপুনি এওঁকো আনি ডুবাওক।" হৰিশঙ্কৰে উত্তৰ দিলে। ইয়াৰ পাছত দুয়োৰো মাজত শ্লেষ শৈলীত হাঁহি ধেমালি আৰম্ভ হ'ল। হাঁহি মাতি তেওঁলোক ঘাট পালেহি। বাৰ দুৱাৰৰ বৈঠক খানালৈ যোৱাৰ সময়ত সাহসেৰে গৌতমে এইটো থিৰ কৰিলে যে সুজাতা দেৱীয়ে তেওঁক যি দায়িত্ব দিছে, তাক সম্পূৰ্ণ কৰি অন্ততঃ নিজৰ মনৰ বোজা পাতল কৰিব। চম্পাই পাইজামা সামৰি খটখটীত উঠিছিল। গৌতমে তেওঁক সুধিলে ঃ

"তুমি স্মিল চাহাবক জানা?"

তেওঁ মৌন হৈ ৰ'ল।

"চম্পা বাঈ, মই তোমাক যি প্ৰশ্ন কৰিছোঁ তাৰ উত্তৰ দিয়া।"

"বাবু, জানো, তোমাক কেলেই?"

"কলিকতাত তেওঁৰ তিৰোতা আছে," তেওঁ আশা কৰিছিল—এইটো কথা শুনি চম্পাৰ মুখত পানী নাইকিয়া হ'ব। অনুতাপ আৰু গ্লানিত তেওঁ ঘামি যাব।

তেওঁ আহ্লাদেৰে ক'লে ঃ

"যিমান মানুহ মোৰ ওচৰলৈ আহে, সকলোৰে দুজনী চাৰিজনী তিৰোতা থাকেই।"

"তেওঁৰ এজনী ছোৱালীও আছে," নীলাম্বৰে নিজৰ কথাবাৰত গুৰুত্ব দি ক'লে।

---

* তেতিয়াৰ লক্ষ্ণৌৰ ভাষাত ইংৰাজ।

"সকলোৰে ছোৱালী থাকে আৰু কেনো কোনোৰ নাতি-পুতিও থাকে, তুমি তোমাৰ অভিপ্ৰায় কোৱা।"

"তুমি স্মিল চাহাবৰ সৈতে সম্বন্ধ নাৰাখিবা। অৰ্থাৎ এইবাৰ যেতিয়া স্মিল চাহাব ইয়ালৈ আহিব তুমি তেওঁক লগ নধৰিবা, তেওঁ ৰেচিডেণ্ট হৈ ইয়ালৈ অহাৰ কথা আছে।"

চম্পা থৰ্মাক ৰ'ল। আৰু খন্তেকৰ কাৰণে তেওঁ অতি আগ্ৰহেৰে তেওঁক চাবলৈ ধৰিলে, "আপুনি অতি আচৰিত মানুহ। মহাত্মন্! এতিয়া আপুনি মোক এইটো কওকচোন যে আপোনাৰ মোক মন খাইছে নেকি !!"

নীলাম্বৰৰ মূৰ ঘূৰি গ'ল। তেওঁৰ এনে লাগিল যেন তাৰ পৰাই ঘূৰি যায়। কিন্তু যুঁজ আৰম্ভ হ'বৰ হৈছে, চাৰিওফালে মানুহৰ এটা ডাঙৰ ভিৰ একত্ৰিত হৈছে। বাদছাহ চলামত আৰু দৰবাৰীসকল নিজৰ নিজৰ চকীত বহি আছে। বেণ্ড বজাবলৈ আৰম্ভ কৰিছে, তেওঁ গৈ এঠাইত মনে মনে থিয় হ'ল।

উলটি আহোঁতে তেওঁ নবাব কম্মন আৰু ৰেচিডেণ্টৰ পাছে পাছে ঘাটলৈকে আহিব লগা হ'ল! আৰু নাৱত চম্পাৰ লগ হ'ল। সেই নাৱত আৰু কোনো নাছিল। তেওঁ নীলাম্বৰক অতি প্ৰেমপূৰ্ণ দৃষ্টিত চাবলৈ ধৰিলে। "শুনা চোন", তেওঁ হঠাৎ ক'লে, "মই স্মিল চাহাবক একেবাৰেই এৰি দিম, কিন্তু তুমি মোক এৰি নাযাবা! তোমাক মোৰ খুব ভাল লাগিছে।" তেওঁ মনে মনে থাকিল। চম্পাই আকৌ লাহে লাহে আৰম্ভ কৰিলে, "মই আজিলৈকে কাকো অহঙ্কাৰী মানুহ বুলি কোৱা নাই। নিজক লৈ ইমান গৰ্ব নকৰিবা। এই সময় অতি সোনকালে শেষ হৈ যাব।" নাওখন ঘাট পালেহি। চম্পাই তেওঁলৈ পোন্দোৱাকৈ চাই আছিল। তেওঁ আকৌ হাঁহি দিলে, অ'কৰা ক'ববাৰ। তোমাৰ এষাৰ কথা ক'বলৈ বুদ্ধি নাই অথচ মই তোমাৰ প্ৰতি অনুৰক্ত হৈ পৰিছোঁ। এয়েই প্ৰকৃতিৰ লীলা," তেওঁ মৰমেৰে ক'লে। নীলাম্বৰ নীৰৱে নাৱৰ পৰা নামিল। চম্পাই নিজৰ দোলাৰ ফালে আগ বাঢ়ি ক'লে, "মোৰ ঘৰলৈ যাবা নহয় ?" "নাযাওঁ", নীলাম্বৰে সংক্ষিপ্ত উত্তৰ দিলে আৰু বেগাই গৈ নিজৰ দোলাত বহিল।

ইয়াৰ পাছত তেওঁ তিনিদিন শুব নোৱাৰিলে। এইখিনি সময়ৰ ভিতৰতে তেওঁলৈ চম্পাৰ অনেক বতৰা আহিল। হঠাৎ এই তিৰোতাই এইখন কি নাটক খেলিছে! কিন্তু, নাৰীৰ চৰিত্ৰক আজিলৈকেনো কোনে বুজিব পাৰিলে! এই ছোৱালীজনী, অলেখ ঐশ্বৰ্য্যসম্পন্ন ব্যক্তিয়ে যাৰ সৈতে প্ৰেম কৰে, তাইৰ মোক দেখি কি ভাল লাগিল? মুন্সী হৰিশঙ্কৰে ফাইলৰ পৰা মূৰ দাঙি ক'লে, "তুমিনো তাইৰ তালৈ নোযোৱা কিয় ? ইয়াত কি ক্ষতি ?"

নীলাম্বৰে অৱশ্যে এই মহোদয়ক বুজাব নোৱাৰিলে যে চম্পাৰ তালৈ যোৱাত তেওঁৰ আপত্তি কিহৰ।

"ভগৱানে তিৰোতাক আমাৰ মনোৰঞ্জনৰ কাৰণেই সৃষ্টি কৰিছে।" হৰি-

শঙ্কৰে আকৌ ক'লে। নীলাম্বৰে আচৰিত হৈ তেওঁলৈ চালে, "নাৰী অতি পবিত্ৰ বস্তু। এওঁলোকক তুমি কেনেকৈ মনোৰঞ্জনৰ বস্তু বুলি ভাবা?" তেওঁ ক'লে।

আহিন মাহ আহিল। এলাহাবাদৰ জাহাজ কলিকতালৈ যাবলৈ সাজু হৈ ৰ'ল। কাগজৰ টোপোলাটো চম্ভালি তেওঁ ঘূৰি যাবলৈ প্ৰস্তুত হ'ল।

তেওঁ প্ৰৱেশ পথৰ ফালে গৈ আছিল। হঠাৎ গাড়োৱানক সুধিলে. "এই আলিটো ক'লৈ যায়?"

"বজাৰলৈ, প্ৰভু", "গাড়ীখন সেইফালে ঘূৰাই লোৱা।" 'ভাল বাবু প্ৰভু!' গাড়ীখন চম্পাৰ ঘৰৰ আগত ৰৈ গ'ল।

তেওঁ এখোজ দুখোজকৈ ওপৰলৈ উঠিল। চম্পা কোঠাত বহি আছিল। নীলাম্বৰৰ মাত শুনি তেওঁৰ মুখ শুকাই গ'ল।

"তুমি আহিলা?"

"নহয়, মই যাবলৈ ওলাইছোঁ।"

"খন্তেক ৰৈ যোৱা। চৰবত অনাওঁ?"

তেওঁৰ সঙ্কোচ দেখি তেওঁ ক'লে. "ব্ৰাহ্মণৰ দোকানৰ পৰা জলপান অনাওঁ?"

"মোৰ কোনো বস্তুৰ প্ৰয়োজন নাই।"

"মই জানো।"

"মই—মই মাথোঁ তোমাক 'খোদা হাফিজ" ক'বলৈ আহিছোঁ।" "খোদা হাফিজ" (ঈশ্বৰে তোমাক ৰক্ষা কৰক)।

তেওঁ দুৱাৰ মুখত থৰ্মকি ৰ'ল।

"আমাৰ নগৰৰ নিয়ম হৈছে যে আশীৰ্বাদ দিবৰ সময়ত ক'ব লাগে, "দুচেইনৰ বাহিৰে খোদাই যেন তোমাক কোনো দুখ নিদিয়ক।"

"এই আশীৰ্বাদ মই তোমাক দিব নোৱাৰোঁ। তুমি হুচেইনৰ দুখো নাজানা আৰু তুমি তো নাজানা যে দুখ কাক কয়।"

"শুনা চম্পা!" নীলাম্বৰে ক্ষীণ কণ্ঠত ক'লে, "তোমাৰ জীৱন ইমান ৰঙীণ যে তুমি অতি সোনকালে মোক পাহৰি যাবা। মোৰ আৰু তোমাৰ সম্বন্ধ ক'ত! শুনা।" তেওঁ চম্পাক আকৌ বুজাবলৈ চেষ্টা কৰিলে. "মোক তোমাৰ এই কাৰণেই ভাল লাগিছে যে সেই সকলোবোৰ মানুহতকৈ মই বেলেগ। মই তোমাৰ পৰিৱেশৰ সৈতে সম্বন্ধ ৰাখিব পাৰোঁ। সুন্দৰ বস্তু সকলোৱে ভাল পায়। বাবু, মই এতিয়া আহিছোঁ।"

"আল্লা! কিমান তেজ! এনে লাগিছে যেন ৰজা ঝাউলালৰ সিংহাসনত আপুনিহে বহিবলৈ গৈছে", চম্পাই হাঁহিবলৈ চেষ্টা কৰিলে।

অন্ধকাৰ বাঢ়িবলৈ ধৰিলে। নগৰৰ চাৰিওফালে পঞ্জাশাখা* লগোৱা হ'ল। চাকি জকমকালে, বাতি জ্বলিল।......তলৰ বাটেদি বৰযাত্ৰী গৈছিল।

---

* এক ধৰণৰ জোঁৰ জ্বলোৱা লোহাৰ পঞ্জা

উৎসৱ সমাৰোহৰ এখন আসনৰ ওপৰত নাচ হৈছিল। সজাই থোৱা যৌতুকবোৰৰ শাৰীত দৰাঘৰীয়া আৰু দুষ্ট মানুহবোৰ নাচি বাগি গৈ আছিল। আনখন আসনত ভেশচন আৰু যাদু হৈছিল। চানাই বাজি আছিল। জোঁৰৰ পোহৰ ঘৰৰ ওপৰৰ বৈঠক খানাৰ খিড়িকীত পৰিছিল। এই পোহৰত চম্পাৰ সোণালী ৰূপালী গুণাৰে বুটা বচা দুপটাখন জকমকাই উঠিল। তলত বৈঠকঘৰত কোনোবাই মাঙ্গলিক গীত গাইছিল। চম্পাই খিড়িকীলৈ আহি বৰযাত্ৰীৰ দলটো চাবলৈ ধৰিলে, "নাজানো কোন সৌভাগ্যবতীৰ বৰযাত্ৰী আহিছে।" তেওঁ ক'লে। নীলাম্বৰে তেওঁলৈ ঘূৰি চালে, তেওঁ কৈ গ'ল, "তাইৰ শিৰত সেন্দূৰ, ভৰিত জেতুকা, নাকত সৌভাগ্যৰ নাকফুল" তেওঁ লাহেকৈ নিজৰ সেওঁতা টো ছুই চালে। সেওঁতাত পানীৰ বিন্দু লাগি আছিল, কিন্তু সেন্দূৰহীন উকা আছিল। এওঁ আকৌ অভিনয় কৰিছে, গৌতম নীলাম্বৰে ভাবিলে।

"মানুহ ইমান কঠোৰ হয় কিয় ?" চম্পাই ক'লে।

"নাৰী আৰু পুৰুষে চিৰদিন এজনে আনজনৰ ওপৰত অনুযোগ কৰি আহিছে। এই বিবাদ মূল্যহীন।"

"ৰাতিপুৱাৰ লগে লগে তুমি লক্ষ্ণৌৰ পৰা বহু দূৰলৈ গুচি যাবা।"

"এৰা।"

নীলাম্বৰে খিড়িকীয়েদি তললৈ চাবলৈ ধৰিলে। সমগ্ৰ নগৰ কোনো মেলাৰ কাৰণে যেন ধাবিত হৈছে। বাটত চিপাহীয়ে গোঁফত তাও দি ঘূৰি ফুৰিছে, কলমা পঢ়োঁতা ৰাজমিস্ত্ৰী, কাঠ মিস্ত্ৰী আদি দলে দলে গৈ আছে, সৈনিকৰ তৰোৱাল বোৰ জিলিকি উঠিছে।

মদপী আৰু কানীয়া-ভঙুৱাবোৰ কানি-ভাং শালত গৈ জমা হৈছে। পৃথিৱীখন কেনেকুৱা আনন্দৰ নিকেতন ! এই পৃথিৱীকে ভৰ্তৃহৰিয়ে ৰঙ্গভূমি বুলি কৈছিল এই ৰঙ্গভূমিত এইখন নিৰৰ্থক নাটক কৰা হৈছে, এন্ধাৰে আবৰি ধৰিলে। তেওঁৰ গাড়ীখনে তলত প্ৰতীক্ষা কৰি আছিল।

......পলোৱা মিঞা, পলোৱা, ইয়াৰ পৰা সোনকালে পলোৱা। কলিকতাৰ বাট বৰ ঠেক, কলিকতালৈ যোৱা ! তোমাৰ স্থান তাতেই। তোমাৰ ভৰি যে থৰক বৰক হৈ আছে......

আকৌ তেওঁ বেগাবেগিকৈ নিজৰ কাগজৰ টোপোলাটো সামৰি দ্ৰুত গতিত নামি আহিল। তেওঁ এবাৰো ঘূৰি নাচালে আৰু পোনেই গাড়ীলৈ গৈ উশাহ সলালে।

ভিৰৰ পৰা ওলাই গাড়ীখন আগা মীৰৰ দুৱাৰ পালেহি। যুৱক কচোৱানে "আঁতৰক দয়াময় ! অলপ সাৱধান মহাশয়।" বুলি চিঞৰি চিঞৰি নগৰৰ বাহিৰলৈ ওলাই আহিল।

এই বাটটো প্ৰায় জনপ্ৰাণী হীন, তেওঁলোক প্ৰৱেশ পথ পালেহি। জামু

গছৰ তলত কিছুমান বৈৰাগী বহি আছিল। অম্বা ভবানীৰ মঠৰ সন্মুখত ধূপ-বাতি জ্বলিছিল, গাড়ীৰপৰা নামি নীলাম্বৰ দুখোজ আগুৱাই গ'ল। তেওঁ এই মূৰ্ত্তিটো মনোযোগেৰে চালে। আইৰ "কালী ৰূপক তেওঁ জানে। এতিয়া তেওঁ ধন্য হ'ল যে আয়ে তেওঁক যোগ মায়াৰ ৰূপত দৰ্শন দিলে, "আই! মই তোমাৰ সেই লীলাও দেখিছোঁ। এতিয়া উলটি গৈছোঁ, নিজৰ শক্তিৰে এইদৰেই মোক ৰক্ষা কৰা," তেওঁ লাহেকৈ ক'লে।

তাতে এজন যোগী আছিল। প্ৰথম দিনা তেওঁৰে সৈতে কথা পাতিছিল। তেওঁক ক'লে, "বৰ সোনকালে উলটি গৈছা" মৃগজলৰ পাৰত পলম কৰা উচিত নহয়। তোমাৰ এই নগৰখন মৃগ মৰীচিকাৰ নগৰ", নীলাম্বৰে লক্ষ্ণৌৰ পোহৰৰ ফালে সঙ্কেত কৰি ক'লে, দূৰৈৰ 'মীনভৱনত' চতুৰ্থ প্ৰহৰৰ ঘণ্টা বাজিল। বৈৰাগীয়ে তেওঁলৈ মনোযোগেৰে চালে। "মৰীচিকাৰ প্ৰকৃত তত্ত্ব ইমান সহজে বুজা নাযায় বাচা!"

"বাবা", নীলাম্বৰে বৈ ক'লে, "যোগমায়াই নিজৰ দহো হাতেৰে মোক নিজৰ ফালে টানিব খুজিছিল। কিন্তু চোৱা মই ভালে কুশলে উলটি আহিছোঁ।"

"আমাৰ কোনো কুশল মঙ্গল নাই। আমি সকলো কুমাৰৰ পুতলা, যি কোনো সময়তে ভাগি চূৰমাৰ হওঁ। নিজৰ শক্তিৰ ওপৰত গৰ্ব্ব নকৰিবা।" আকৌ বৈৰাগীয়ে অকণমান মাটি লৈ শুঙিলে।

"চোৱাঁ, ইয়াত কিমান সুবাস! এই মাটি লৈ যোৱা। কটকত যোগমায়াৰ মন্দিৰ আছে, তাত দি দিবা।" নীলাম্বৰে হাত মেলি মাটি লবলৈ অলপ সঙ্কোচ কৰিলে। "লৈ যোৱাঁ। এয়া লক্ষ্ণৌৰ মাটি। নিজৰ লগত লৈ লোৱা। কিয়নো এই নগৰৰ ইমান যাদু যে ইয়াৰ পৰা আঁতৰি গলেও ইয়াক সতকাই পাহৰা নাযায়।" যোগীয়ে অতি সু সংস্কৃত ভাষাত ক'লে। "বাবা! তুমি বৈৰাগী হলা কিয়?"

নীলাম্বৰে সুধিলে, "তুমি—তুমি মোক জানা?"

যোগীয়ে অলপ ভয়েৰে ক'লে। "নাই—মই কাকো নাজানো।"

"এবা, জনাটো বৰ টান, আৰু—আৰু জনাজনক নো কোনে জানে? যোগীয়ে ক'লে।

নীলাম্বৰে উপনিষদত এই বাক্য পঢ়িছিল। বৈৰাগীক বহুত লিখা পঢ়া জনা যেন লাগিল।

"বাবা! তুমিনো কোন, মই সুধিব পাৰোঁনে?"

"কিয় হে! ফিৰিঙ্গীৰ চোৰাং চোৱা হৈছা নেকি?"

"মই...মই ফিৰিঙ্গীৰ চোৰাংচোৱা নহওঁ।" তেওঁ দুখৰ সুৰেৰে ক'লে।

"সঁচা কৈছা?" যোগীয়ে তেওঁৰ চকুত চকু থৈ সুধিলে।

"হয়। একেবাৰে সঁচা।"

"বাবু ! তেন্তে শুনা । মই ৰজা বেনী বাহাদুৰৰ সন্তান। ৰজা বেনী বাহাদুৰৰ নাম শুনিছা ? তেওঁ মির্জা জলালুদ্দীন হায়দৰ নবাব চুজাউদ্দোলাব সহকাৰী আছিল। নায়বৰ ৰাজ্যত যি জনাবে আলি* আৰু আলীজাহ** ব সৈতে প্ৰাণটাকি চাহিবান—আলীচান*** ৰ সৈন্যৰ লগত যুদ্ধ কৰিছিল। গঙ্গাৰ পাৰত এফালে মোৰ বীৰ পিতৃ, বেনাবচৰ ৰজা বলবন্ত সিংহ, গোসাঁই হিম্মত বাহাদুৰ আৰু ৰোহীল আছিল, আনফালে ফিৰিঙ্গীৰ সৈন্য-সামন্ত। হঠাৎ ফিৰিঙ্গীয়ে মোৰ দেউতাৰ সৈন্য দলক আক্ৰমণ কৰিলে। আমাৰ সৈন্যৰ ভৰি উফৰি গ'ল। মোৰ দেউতাই ঘোঁৰাত উঠি চিঞৰিবলৈ ধৰিলে। 'এই দুৰ্ভগীয়াহঁত! ক'লৈ পলাইছা ?' জনাব আলীয়ে ক্লান্ত হৈ তেওঁলোকক মাতিলে। "তোমালোকে নিজক মোগল বুলি কোৱা। আৰু যুদ্ধক্ষেত্ৰ এৰি পলোৱা। আমাৰ সৈন্য দুৰ্গাৱতী নৈ পাৰ হৈ পলাই গ'ল। হেজাৰে হেজাৰে নৈত বুৰ গ'ল। ভাৰতবৰ্ষক বিপদে ছানি ধৰিলে।" তেওঁ উশাহ লবৰ কাৰণে খন্তেক ব'ল। আকৌ লাহে লাহে ক'লে, তোমাৰ ফিৰিঙ্গী চৰকাৰে সেই সময়ত দেখিছে যে এই জাতিৰ একতা আঁতৰি গৈছে। আলীজাহ আৰু জনাবে আলীৰ পৰস্পৰৰ মাজত কাজিয়া লাগিল। ফিৰিঙ্গীয় দেখিলে যে এই মানুহবোৰে গোপনে এটাই আনটোৰ কথা লগাইছে, এটাই আনটোৰ বিৰুদ্ধে আজ্ঞাপত্ৰ লিখি এফালে বাদছাহ আলী গুহৰক দিল্লীলৈ পঠাইছে, আনফালে কলিকতাৰ সৈতে সন্ধি কৰিবলৈ সাজু হৈ আছে। এইখন কেনেকুৱা দেশ! এওঁলোকৰ এজনৰ প্ৰতি আনজনৰ বিশ্বাস ভঙ্গ হ'ল। মোৰ পিতা জনাবে আলীৰ সকলোতকৈ বিশ্বাসী ভৃত্য আছিল। শত্ৰুৰ উচটনিত পৰি জনাবে-আলীয়ে তেওঁকে অবিশ্বাসী বুলি ভাবিলে আৰু তেওঁক শাস্তি দিয়াৰ কথা ভাবিবলৈ ধৰিলে।"

—"কি" নীলাম্বৰৰ মুখৰ পৰা ওলাই গ'ল।

"জনাবে আলীয়ে মুঁগুয়াবনৰ শিবিৰত মোৰ দেউতাক তম্বুত অলপ জিৰণি লবলৈ আদেশ দিলে আৰু খোৱাৰ পাছত তওঁক ক'লে, "ৰজা! এতিয়া তুমিও চিকাৰলৈ ব'লা।" তেওঁ প্ৰাৰ্থনা কৰিলে, "গোলামে হুজুৰৰ অনুগ্ৰহত অনেক চিকাৰ দেখিছে।" তেওঁ আদেশ দিলে, 'আজিৰ চিকাৰ অতি অদ্ভুত হ'ব। আগতে তুমি কেতিয়াও এনেকুৱা চিকাৰ দেখা নাই, যি বিনা পইচাত একে উশাহতে দেখিবা। তেওঁ মোৰ দেউতাক নিজৰ প্ৰধান সেৱকৰ ঠাইত বহুৱাই সৈন্য-সামন্তৰ ফালে লৈ গ'ল। দেউতাই বুজিলে এয়া তেওঁক গ্ৰেপ্তাৰ কৰাৰ ছল আছিল, কিন্তু কি কৰিব। জনাবে আলীৰ আদেশত দেউতাৰ দুয়োটা চকু ফুটাই দিয়া হ'ল। চৰকাৰে

---

* অবধৰ নবাব

** বঙ্গদেশৰ নবাব

*** ইংৰাজ

তেওঁৰ এলেকা জব্দ কৰি ললে। তেৰশ ঘোঁৰা, ওঠৰটা হাতী, আৰু সম্পূৰ্ণ টোপখানাৰ বাহিৰেও এখন বিৰাট জমিদাৰীৰ গৰাকী আছিল মোৰ দেউতা। মই মাত্ৰ এই মৃগছালৰ মালিক,'' যোগী মৌন হৈ পৰিল। নীলাম্বৰে নিশ্চল হৈ কাহিনী শুনিবলৈ ধৰিলে। যোগীয়ে জুইত আৰু এডাল খৰি দিলে—আৰু উৰ্দ্ধ হৈ বহি ক'বলৈ ধৰিলে, ''মৃগ মৰীচিকাৰ প্ৰকৃত তত্ত্ব মই জানো। তুমি ইয়াৰ তত্ত্বৰ কি জানা! তুমি সেই চাকনৈয়াত সোমাই আছা আৰু থাকিবা, মোৰ ৰাজ্য পতা, ভঙ্গা, কোম্পানীৰ আনন্দ, নিৰানন্দ, বাদছাহৰ ক্ৰোধ দৃষ্টি কোনো বস্তুৰ কাৰণে চিন্তা নাই। মোৰ দেউতাক অন্ধ কৰা হৈছিল। মোক কোনে কৰিব। একমাত্ৰ মোৰ খোদাৰ বাহিৰে। যোৱা এতিয়া তোমাৰ পলম হৈছে। যোগমায়াৰ মন্দি-ৰলৈ গ'লে দেখিবা যে তাৰ চাৰিওফালে বাৰান্দা আছে, আৰু অসংখ্য দুৱাৰ। প্ৰথম দুৱাৰৰ পাছত দ্বিতীয় দুৱাৰ খোলে। তাৰ পাছত তৃতীয়খন। এইদৰেই চাৰিওফালে এনেকুৱা চক্ৰবেহু আছে য'ৰ পৰা মানুহ ওলাব নোৱাৰে। তুমি ভ্ৰমত আছা, যোৱা।''

নীলাম্বৰ উঠিল, তলমূৰ কৰি তেওঁ যোগীৰ ভৰিৰ ওচৰৰ পৰা মাটি তুলিলে আৰু গধুৰ গধুৰ খোজেৰে আহি বাগীত বহিল। গাড়োৱানে বাগী খন সীতাপুৰলৈ যোৱাৰ বাটৰ ফালে ঘূৰাই ললে।

হঠাৎ দলঙৰ ওচৰলৈ আহি গাড়ীখন ৰ'ল। গাড়োৱান নামি আহিল। সম্মুখত এক ইংৰাজ চিপাহীয়ে ঘোঁৰাৰ পৰা নামি এটা বাটৰুৱাক চাবুক মাৰিছে আৰু ইংৰাজীত গালি দি আছে।

এয়া মণ্ডিয়াবন শিবিৰ। চাৰিওফালে ইংৰাজৰ ঘৰ আৰু চিপাহীবোৰৰ মেচ, গিৰ্জ্জা আৰু হাস্পতাল। ইংৰাজটোৱে বাটৰুৱাক খুব ভালকৈ এপিটন দিয়াৰ পাছত ঘোঁৰাত বহি অন্ধকাৰত অদৃশ্য হ'ল।

"আমাৰে খায় আৰু আমাকে অত্যাচাৰ কৰে।'' গঙ্গাদীন নামৰ সেই গাড়োৱানে খঙেৰে ক'লে—

''চাহে-জমনৰ দিনত এই এস্কাৰ!'' সি ভোৰভোৰাবলৈ ধৰিলে। গৌতম নীলাম্বৰ নিজৰ চিন্তাত লীন হৈ গ'ল। নিশা তেওঁ টিকেত্ ৰায়ে সজা এটা ধৰ্মশালাত নামিল। গঙ্গাদীনে এতিয়াও ভোৰভোৰাই আছিল, নীলাম্বৰৰ সৈতে বাগীৰ পৰা নমা ৰেচিডেন্সীৰ চিপাহী আৰু পিয়নক দেখি ধৰ্মশালাত ফুচফুচনি উঠিল—''বঙালী বাবু। কলিকতালৈ গৈছে, ইংৰাজী জানে, এওঁক সোধা, কোম্পানী বাহাদুৰে আমাৰ খাজনা কেতিয়া কম কৰিব।.........শুনিছোঁ লণ্ডনত নতুন নিয়ম হৈছে, ইয়াতো চালু হ'ব। বঙ্গ আৰু অৱধতো একে নিয়মেই হৈছে! হেৰি বাবু চাহাব! খাজনা কম কৰাওক, আমাৰ যে কঁকাল বেঁকা হৈ গৈছে।'' চোতালৰ পকা মজিয়াত নীলাম্বৰৰ চাৰিওফালে ভিৰ হৈ গ'ল। এওঁলোক দাঁতি কাষৰৰ গাঁৱৰ খেতিয়ক, যি নিজৰ নিজৰ মোকৰ্দ্দমা আৰু 'ফৰিয়াদী'

নৈ ৰাজধানীলৈ গৈছে! এটা বুঢ়া হিন্দু জমিদাৰ লাখুটিত ভৰ দি নীলাম্বৰৰ ওচৰলৈ আহি ৰহিল।

"ক'ৰ পৰা আহিছা ?" তেওঁক সুধিলে।

"বঙ্গদেশৰ পৰা।"

"তেন্তে আমাৰ অতিথি। মোৰ গাঁৱলৈ ব'লা, তোমাৰ সেৱা কৰিম, মোৰ ঘৰ ইয়াৰ পৰা এক্রোশ মানত।" তেওঁৰ অন্তৰ ভৰি গ'ল। এওঁলোক সকলোবোৰ কিমান কোমল, কিমান সৰল মনৰ। তেওঁৰ দুখ লাগিল যে তেওঁ অৱধপুৰী এৰি যাব খুজিছে।

"বোপাই !" বুঢ়াই চাৰিওফালে চাই লাহেকৈ ক'লে, "তোমাৰ ইংৰাজ চৰকাৰক কবা, আমাৰ ওপৰত যেন বেছি অত্যাচাৰ নকৰে।"

তেওঁ মৌন হৈ গ'ল।

"লক্ষ্ণৌৰ পৰা আহিছা নহয় ?"

"হয়।"

"আমাৰ বাদছাহক দৰ্শন কৰিলা ?"

"হয় !"

"আমাৰ বাদছাহক কোম্পানী বাহাদুৰে টকাৰ কাৰণে আমনি দিছে।"

"নাজানো।"

"নোকোৱা কিয়, হেৰা বঙালী বোপাই ! তুমি সকলো জানা।"

এইবাৰ বুঢ়াই অধিক উত্তেজিত হৈ ক'বলৈ ধৰিলে, "কোম্পানী বাহাদুৰে আমাৰ বাদছাহক বচন দিলে কিন্তু এটা এটাকৈ সকলো ভাঙিলে। তুমি জানা, বক্সৰ হৰাৰ পাছত জনাবে আলীৰে সৈতে......... ।"

আকৌ এয়া বক্সৰ আৰু জনাবে—আলীৰ কাহিনী আৰম্ভ হ'ল। নীলাম্বৰক খন্তেকৰ কাৰণে চালে। "এই কাহিনী শুনি তোমাৰ ভাল নালাগিব। কিন্তু আমাৰ অন্তৰত এই ক্ষত ৰৈ গৈছে। আমাৰ দেশ কোম্পানী বাহাদুৰে চাৰখাৰ কৰি থৈছে।......তুমি জানা, বক্সাৰ হৰাৰ পাছত জনাব-আলীৰে সৈতে ইংৰাজে লিখা পঢ়া কৰিলে যে তেওঁ পঁয়ত্ৰিছ হেজাৰতকৈ সৰহ সৈন্য নাৰাখে, এতিয়া মণ্ডিয়া বনৰ অৱস্থা চোৱাঁ।'

আচিফুদ্দৌলা বৈকুণ্ঠ বাসীয়ে কলিকতালৈ লিখিলে, 'ইংৰাজ সৈন্যই গোটেই দেশৰ আমদানী খাই পেলালে। ঘৰৰ মানুহৰ খাবলৈ একো নাথাকে। খেতি উজাৰ হৈ গ'ল। কেতিয়ালৈকে মোৰ ডিঙিত এই চুৰী থব ?' "তাৰ ফল কি হ'ল? আমি আৰু দুখীয়া হৈ পৰিলোঁ। বোপাই! আমি বৰ দুখীয়া মানুহ। যেতিয়া মন ৰোৱে আক্রমণ কৰিলে—আমাৰ চিপাহীয়ে 'হুছেন! হুছেন' বুলি কান্দি আছিল। লগে লগে যুদ্ধও কৰি আছিল। এই দৰেই আমি ফিৰিঙ্গীৰ সৈতে যুদ্ধ কৰিলোঁ। ইয়াৰ পৰা কিবা জানো লাভ হ'ল? এতিয়া

কোম্পানীক খাজনা দিবলৈ আমাৰ হাতত একো বাকী নাথাকিল,'' তেওঁ নীৰৱ হৈ গ'ল। চাকিৰ শিখা বতাহত কঁপি উঠিল, নীলাম্বৰে বেৰত আউজি বহি পৰিল।

## ১৭

কলিকতালৈ ঘূৰি গৈ তেওঁ আকৌ নিজৰ পৰিচিত পৃথিৱীখনত হেৰাই গ'ল। অফিচ, কিতাপ, ইংৰাজী আৰু বঙলা কাকতৰ ভাষণ।.....তেওঁ সুজাতা দেবীক লগ পাবলৈ ধৰমতলালৈ গ'ল। পিছে সেইখিনি পাই জানিব পাৰিলে যে তেওঁৰ মৃত্যু হৈছে।

বাৰিষা বতৰত তেওঁ কালীঘাটত পূজা দিবলৈ গৈছিল। সাপে কামুৰিলে আৰু তাতেই মৃত্যু হ'ল।......স্মিল চাহাব মফঃস্বলৰ কোনোবা ঠাইলৈ গৈছিল। ঘূৰি আহি নীলাম্বৰে বাৰান্দাত শীতল পাটী এখন পাৰি ললে। চাকি এটা জ্বলাই আকৌ ইংৰাজী অভিধানৰ মাজত হেৰাই গ'ল।

এতিয়া তেওঁৰ চাকৰিত মন বহা নাই। মাণিকতলাত তেওঁৰ ঘৰৰ পৰা অলপ আঁতৰত এখন অতি বিতোপন 'গাৰ্ডেন হাউচ' আছে। সেই বাগিচাত অনেক যুৱক গোট খায়। এই ঠাইত ৰামমোহন বাবুও থাকে।

এদিন তেওঁ এজন বন্ধুৰ সৈতে ৰামমোহন বাবুৰ ভাষণ শুনিবলৈ গৈছিল, ধৰ্মৰ সম্বন্ধে তেওঁৰ মনত যি দ্বন্দ্ব আছিল, সি আৰু বাঢ়িল। তেওঁ এতিয়া কালীঘাটলৈ নাযায়। ঘৰত বহি চিন্তা কৰে। শ্ৰীৰামপুৰৰ খৃষ্টান সকলে বাৰু সঁচা কয় নে ? ৰামমোহন বাবু প্ৰকৃত পথত আছে নে ? কোনে ক'ব, কোন সত্য আৰু কোন অসত্য। এই প্ৰশ্নবোৰৰ পৰা বিৰক্ত হৈ তেওঁ ঠিক কৰিলে যে যেতিয়ালৈকে নিজে ভালকৈ অধ্যয়ন নকৰে, নিজে কোনো কথা নিৰ্ণয় কৰিব নোৱাৰে। গতিকে কোম্পানী বাহাদুৰৰ চাকৰিৰ পৰা ত্যাগ পত্ৰ দি তেওঁ হিন্দু কলেজত ভৰ্তি হ'ল। এই কলেজত নগৰৰ এজন ধনী প্ৰিন্স দ্বাৰকানাথ ঠাকুৰৰ পুতেক দেবেন্দ্ৰনাথেও পঢ়ে। তেওঁলোক দুয়ো কলেজ ছুটী হোৱাৰ পাছত একেলগে গোট খাই পশ্চিমীয়া দৰ্শনৰ ওপৰত বিচাৰ বিবেচনা কৰে, আত্মা আৰু পৰমাত্মাৰ সন্ধান কৰে।

দেবেন্দ্ৰ নাথৰ মাজত চুফীবাদী বিশেষতা আছিল। তেওঁলোকক দেখি নীলাম্বৰৰ বৰ ভাল লাগে। আবেলি ৰামমোহন ৰায়ৰ ঘৰলৈ গৈ তেওঁৰ দলত সন্মিলিত হয় আৰু বিদ্বান আৰু দাৰ্শনিক সকলৰ কথা শুনে বা একেশ্বৰবাদী ভজন গায়—নহলে দেবেন্দ্ৰ নাথৰ পৰা হাফিজৰ ফাৰ্চী গজল শুনে।

যি বছৰ নীলাম্বৰ দত্তই বি, এ পাচ কৰিলে, সেই বছৰৰ পৰা তেওঁ ৰামমোহন

ৰায়ৰ ব্ৰাহ্ম সমাজৰ অতি ওজস্বী, উৎসাহী আৰু পৰিশ্ৰমী কৰ্মী হৈ পৰিল। এদিন তেওঁ বাতৰি কাকতত পঢ়িলে যে চাৰ স্নিল হাৰ্বাৰ্ড এচ্‌লেৰ পক্ষাঘাত ৰোগত মৃত্যু হৈছে। মৃত্যুৰ সময়ত তেওঁৰ পত্নী লেডী এচলে; যাক তেওঁ মাত্ৰ তিনি বছৰৰ আগতেহে বিয়া কৰাইছে, তেওঁৰ দুবছৰীয়া ল'ৰাৰে সৈতে দাৰ্জ্জিলিঙলৈ গৈছিল।

বিহাৰৰ এক নিৰ্জ্জন অপৰিচিত ডাকবঙলাত স্নিলৰ মৃত্যু হ'ল, তেওঁ মফস্বল কৰি ঘূৰি আহিছিল আৰু বুটজোতাযোৰ খুলি আৰামী চকীত কাতি হৈছিল। এনেতে পিয়নে তেওঁক তেওঁৰ দুষ্ট স্বভাৱৰ অহঙ্কাৰী, খৰচী, কুৰূপা পত্নীৰ চিঠিখন আনি দিলেহি। চিঠিত পত্নীয়ে তেওঁৰ দাৰ্জ্জিলিঙৰ চচাইটীৰ গৰম বাতৰি লিখিছিল। চিঠি পঢ়াৰ পাছত স্নিলে বাতৰি কাকতৰ টোপোলাটোৰ ফালে হাত মেলিছিল, এনেতে হঠাৎ অনুভৱ কৰিলে তেওঁৰ মৰণ আসন্নপ্ৰায়। তেওঁ দ্বাৰপালক মাতিব খুজিলে, কিন্তু তেওঁৰ মাত থোকাথুকি হৈ পৰিল। লগে লগে তেওঁৰ জীৱন বন্তি গছি নুমাই গ'ল।

কলিকতাৰ বাতৰি কাকতত তেওঁৰ বিষয়ে প্ৰবন্ধ লিখা হ'ল। জীৱনৰ চল্লিছটা বছৰ তেওঁ বঙ্গদেশত কটালে। বঙ্গালী 'এচিয়াটিক চচাইটি'য়ে তেওৰ স্মৃতিত এখন বিশেষ সভা পাতিলে। কলেজত তেওঁৰ বিষয়ে বহুতে ভাষণ দিলে। তাৰ পোন্ধৰ দিনৰ পাছতে মানুহে তেওঁক পাহৰি পেলালে।

লেডী এচলে মাদ্ৰাজৰ চীফ জাষ্টিচৰ ভনীয়েক আছিল। তেওঁ অত্যধিক মদ খাইছিল। পুতেক স্নিলক লগত লৈ, সকলো বস্তু বাহানিৰ সৈতে ইংলেণ্ডলৈ গুচি গ'ল। মৰিবৰ সময়ত চাৰ স্নিল লাখ লাখ কোটি কোটি টকাৰ গৰাকী আছিল। তেওঁৰ টকা 'চিটি' তো খৰছ হৈছিল আৰু কলিকতাতো।

ডাঙৰ হৈ তেওঁক পুতেক স্নিল এডৱিন এচলেই বাপেকৰ অৰ্জ্জা ধনেৰে বিৰাট ব্যৱসায় আৰম্ভ কৰিলে। বৃটেন সাম্ৰাজ্যই এতিয়া সমগ্ৰ পৃথিৱী ছাটি ধৰিলে। বৰ্মাত ৰাঙৰ খনি, মালয়ত ৰবৰৰ হাবি আৰু চীনত কানিৰ বেপাৰ।

১৮৫৭ চনৰ পাছত ভাৰতবৰ্ষ বিধিপূৰ্বক ভাবে ভিক্টোৰিয়াৰ সাম্ৰাজ্যৰ অন্তৰ্ভুক্ত হ'ল। সমগ্ৰ পূৰ্বপ্ৰান্ত স্বৰ্গীয় চাৰ স্নিল এচলেৰ পুত্ৰ লৰ্ড স্নিল ডেৰিক এডৱিন এচলেৰ হ'ল।

## ১৮

এদিন প্ৰফেচাৰ গোতম নীলাম্বৰ দত্ত বন্ধ ঘোঁৰা গাড়ীৰ পৰা নামি নিজৰ ঘৰৰ বাৰান্দালৈ আহিল। এনেতে মালীয়ে তেওঁক বাতৰি দিলে যে তেওঁক

লগ পাবলৈ মাটিয়াবুৰ্জৰ নবাব চাহাব আহিছিল। ভালেমানপৰ তেওঁৰ কাৰণে বাট চাই আছিল। এইমাত্ৰ উভতি গৈছে।......নীলাম্বৰ দত্ত তৎক্ষণাত বাহিৰলৈ ওলাই আহি চাৰিও ফালে চাবলৈ ধৰিলে। সন্মুখত এজন বুঢ়া জামু বৰণৰ চাপকন্ পিন্ধি বাটৰ কাষেদি গৈ আছিল। নীলাম্বৰ দত্ত লৰ মাৰি গৈ তেওঁৰ কাষ চাপিল। "বাঃ! মিঞা নীলাম্বৰ দত্ত চাহাব!" বুঢ়াই আনন্দত উত্তাৱল হৈ ক'লে—"মই ভাবিছিলোঁ, আপোনাৰ সৈতে দেখা নহ'ব।" "কি হ'ল নবাব চাহাব? ভালে আছে নহয়? কি দৰে বছৰ বোৰ গুচি যায় অথচ আপোনাৰ লগত সাক্ষাৎ নহয়। এতিয়া আহক, মোৰ ঘৰত অলপ বহি যাওক। মোৰ নাতিনী স্কুলৰ 'বোৰ্ডিং হাউচৰ' পৰা ঘূৰি আহিছে। আপুনি বোধহয় এতিয়াও তাইক দেখা নাই।" নবাব চাহাবৰ হাতত ধৰি তেওঁক ঘৰৰ ভিতৰলৈ লৈ আহিল।

"বাবু মিঞা!" নবাব চাহাবে ড্ৰইং ৰুমলৈ আহি চকীত বহি ক'লে, "তোমাক দেখিলোঁ। তোমাৰ ল'ৰা-ছোৱালীও চাই লওঁ। কোনে জানে আকৌ জীৱিত অৱস্থাত উলটি আহিব পাৰিম নে নোৱাৰিম।"

"কিয়? ক'লৈ যাবলৈ থিৰ কৰিছে? লক্ষ্ণৌলৈ?"

"মই কাৰবালালৈ ওলাইছোঁ। খোদাই তাতেই এই মাটিক ঠাই দিয়ক, ইয়াতনো এতিয়া কি আছে!" তেওঁৰ কণ্ঠস্বৰ কৰুণ হৈ পৰিল, কঁপা কঁপা হাতেৰে ৰুমাল খন উলিয়াই চকুপানী মচিলে।

নীলাম্বৰ দত্তই তেওঁক প্ৰেমাসিক্ত নয়নেৰে, শ্ৰদ্ধাৰে চাবলৈ ধৰিলে। চাকৰে চাহ লৈ আহিল। ড্ৰইং ৰুমটো সমকালীন ভিক্টোৰিয়ান শৈলীৰে সজোৱা হৈছিল। বেৰত অসংখ্য ছবি। প্ৰাকৃতিক দৃশ্য আৰু ফটোগ্ৰাফ। দুৱাৰত মুকুতা লগোৱা পৰ্দা। দাঁতিৰ কোঠালিত পিয়ানো বাজি আছিল।

নীলাম্বৰ দত্তৰ হঠাৎ পিয়ানোৰ মাতটো বৰ উদাস উদাস যেন লাগিল। তেওঁ মাতিলে, "নীলিমা, আই! পিয়ানো বন্ধ কৰা। ইয়ালৈ আহাচোন্ চোৱাহি তোমাৰ মাটিয়াবুৰ্জৰ খুৰা আহিছে।"

এজনী পোন্ধৰ বছৰীয়া ছোৱালী ভিতৰ সোমাই আহিল।

"এইজনী মোৰ নাতিনী, নবাব চাহাব! এইক আপুনি আগতে দেখা নাই। তাই স্কুলত থাকে।"

তেওঁ ক্ষীণ দৃষ্টিৰে তাইক চাবলৈ ধৰিলে। এই পোন্ধৰ বছৰীয়া ছোৱালী-জনীয়ে বিয়া কৰাই কোলাত কেঁচুৱা লোৱাৰ সলনি স্কুলত ইংৰাজী পঢ়িছে আৰু অৰ্গেন বজাইছে।

নবাব কম্মনে চকীত বহি খিড়কীয়েদি বাহিৰলৈ চাই ৰ'ল—কলিকতাৰ পোহৰবোৰ চাৰিওফালে জকমকাই আছিল। নীলাম্বৰ দত্তই ইটো সিটো কথা ক'লে। দুয়োৰো মাজত একে বুঢ়িচৰ এনে কোনো বিষয়-বস্তু নাছিল, যি

বিষয়-বস্তুৰে তেওঁলোকে কথা পাতিব পাৰে, অতীত যুগৰ বাহিৰে। কিন্তু সেই অতীতৰ স্মৃতি নীলাম্বৰ দত্তই কিমানলৈকে টানি আনিব! তেওঁৰ সম্মুখত ভৱিষ্যৎ আছিল। নবাব কম্মনৰ আগত কেৱল অতীত। শিষ্টাচাৰৰ কৰ্ত্তব্য পালন কৰিবৰ কাৰণে অতি তৎপৰতাৰে এজনে আনজনক লগ পায়। লক্ষ্ণৌ শেষ হৈ গ'ল আৰু মটিয়াবুৰ্জত দ্বিতীয় লক্ষ্ণৌ বহুৱা হ'ল, তেতিয়া, নবাব কম্মনে—যি চুলতানৰ সৈতে ইয়ালৈ আহিছিল, নীলাম্বৰ দত্তক লগ পাবৰ কাৰণে মাতি পঠালে। তেতিয়া তেওঁ কলিকতাৰ প্ৰসিদ্ধ সাংবাদিক হৈ পৰিছিল। নীলাম্বৰে তেওঁক নিয়মিত ৰূপত বছৰেকত দুই এবাৰ সাক্ষাৎ কৰে। যেতিয়া ৰজা সুৰেন্দ্ৰমোহন ঠাকুৰৰ ঘৰত সঙ্গীতৰ ন-ভেটি স্থাপন কৰা হ'ল আৰু সমগ্ৰ দেশৰ সঙ্গীতজ্ঞসকল কলিকতাত মিলিত হ'ল, তেতিয়াও নীলাম্বৰে নবাব কম্মনক নতুন সঙ্গীত মণ্ডলীলৈ নিমন্ত্ৰণ কৰিলে।

কোঠালিৰ চাকিটো বঢ়াই দিয়া হ'ল। নীলাম্বৰ দত্তৰ ঘৰৰ ওপৰ মহলাত তেওঁৰ পুতেক মনোৰঞ্জন দত্তই বিশ্ববিদ্যালয়ৰ লগৰীয়া আৰু আৰ্ট স্কুলৰ ছাত্ৰৰ সৈতে এখন ইংৰাজী নাটকৰ আখৰা কৰি আছিল। মনোৰঞ্জনৰ বন্ধু মাইকেল মধুসুদন দত্তই এখন নতুন নাটক লিখিছিল, তেওঁলোকে তাৰ আখৰাকে কৰিছিল। কেম্পবেল মেডিকেল স্কুলৰ এটা ল'ৰাই খিড়িকীত বহি হাৰমনিয়াম বজাই আছিল।

মনোৰঞ্জনে তৰুলতাৰ নতুন ইংৰাজী কবিতা পঢ়ি আছিল। হাৰমনিয়ামৰ সুৰ, ল'ৰাবোৰৰ অট্টহাঁহি আৰু বাৰ্তাৰ প্ৰচাৰৰ শব্দ তলৰ ড্ৰয়িং ৰুমলৈকে শুনিবলৈ পোৱা গৈছিল। নবাব চাহাবে কিবা চিন্তা কৰি লাখুটিত আঙুলি বুলাই আছিল। এইটো এটা বেলেগ যুগ—বেলেগ যুগ। এইটো ১৮৭১ চন। পৃথিৱীখন প্ৰৌঢ়া হৈ গৈছে—নবাব কমালৰজাৰ পৃথিৱী। নীলাম্বৰ দত্তও তেওঁৰ সমবয়সী আছিল। কিন্তু তেওঁৰ পৃথিৱী এতিয়াও নবীন হৈ আছিল। হঠাৎ নবাব কম্মনে অনুভৱ কৰিলে যে এই নতুন পৃথিৱীখনত তেওঁৰ কোনো স্থান নাই। ৰাজধানীৰ এই আধুনিক ড্ৰয়িং ৰুমত বহি তেওঁৰ নিজক অতি উপহাসাস্পদ যেন লাগিল।

"নবাব চাহাব! মনোৰঞ্জনে লক্ষ্ণৌৰ কেনিং কলেজত আইনৰ লেকচাৰাৰ হৈ যাব খুজিছে।"—গৌতম নীলাম্বৰ দত্তৰ কথা তেওঁৰ কাণত পৰিল। তেওঁ চমকি উঠিল, "বাবু! বাবু, ঈশ্বৰে তেওঁৰ মঙ্গল কৰক। ততাতৈয়াকৈ ক'লে। তেওঁ লাখুটিৰ সহায়ত থিয় হ'ল। আৰু নীলাম্বৰ দত্তক 'খোদা হাফিজ' বুলি কৈ মাটিয়াবুৰ্জলৈ উভতি গ'ল।

নিশা গভীৰ হৈ আহিল। কম্মন যোৱাৰ পাছত নীলাম্বৰ দত্তই কিছু সময় ড্ৰয়িং ৰুমত ঘূৰি ফুৰিলে।

তেওঁ ঘূৰি থকা আলমাৰীৰ পৰা এখন কিতাপ উলিয়াই লৈ তাৰ পাতবোৰ লুটিয়াবলৈ ধৰিলে। কিন্তু তাতো তেওঁৰ মন নবহিল। তেওঁ চাৰিওফালে চালে।

আলমাৰীৰ প্ৰত্যেক পিনে মাথোঁ কিতাপ আৰু কিতাপ আছিল। বাতৰি কাকতেৰে মলাত লগোৱা ফাইল, আইনৰ আলোচনী, কমিটিৰ ৰিপোৰ্ট আৰু প্ৰস্তাৱ। সকলো ফালেই সমস্যা আছিল আৰু তেওঁ সমস্যাৰ সমাধান বিচাৰি উলিয়াইছিল। সমস্যাৰ সমাধান তেওঁ পাইছে—নীলাম্বৰ দত্তৰ উশাহ বন্ধ হ'ব খুজিলে। বতাহ বন্ধ হৈ পৰিছিল আৰু নিশাও বেছ গৰম আছিল। বাহিৰৰ বাটৰ দাঁতিৰ চাকিবোৰ টিমিক্ টামাক্‌কৈ জ্বলি আছিল। হঠাৎ নগৰবোৰৰ ৰাণী কলিকতা নগৰীখনক তেওঁৰ বৰ ভয়াবহ যেন লাগিল। তেওঁ ভয়ত বাহিৰৰ বাৰান্দালৈ ওলাই আহিল। এনেকুৱা নিশা দুখী আত্মা বোৰে অদৃশ্যত হাহাকাৰ কৰা শুনা যায়। চোতালত কল আৰু বগৰীৰ পাতবোৰ নিশ্চল হৈ আছিল, দুদৰ পাৰৰ পকাখনত এটা কুকুৰে নিজৰ নেজডাল ভৰিত সুমাই শুই আছিল। যদি তেওঁ আৱাগমন বিশ্বাস কৰিলেহেঁতেন, তেন্তে এইটো ভাবিলে-হেঁতেন যে এই কুকুৰ কোনো দুখী আত্মা হ'ব। তেওঁ বাৰান্দাত নামি ফুলৰ গছ বোৰৰ কাষে কাষে ফুৰিবলৈ ধৰিলে।

তেওঁ জোনটোলৈ চালে, যি সাঁতুৰি সাঁতুৰি 'দত্ত হাউচ'ৰ সম্মুখলৈ আহিছে। তাৰ পোহৰে পানীত নিজৰ প্ৰতিবিম্ব পেলাইছে। জোনে তেওঁক অনেক কাহিনী ক'লে। সেইদিনা পূৰ্ণিমাৰ নিশা আছিল।

সেই নিশা মাণিকতলাৰ পৰা উলটি যোৱাৰ পাছত নবাব অবুলমনচুৰ কমালুদ্দীন আলী ৰজা বাহাদুৰ "গাৰ্ডেন হাউচ" পালেগৈ। তাত মাটিয়া বুৰ্জত তেওঁৰ ঘৰ আছিল—। নিজৰ পালেঙত বাগৰি তেওঁ ভাবিলে, কেনেকুৱা আচৰিত কথা, মানুহ মাথোঁ এবাৰ পৃথিৱীলৈ আহে, আকৌ গুচি যায়, আৰু কেতিয়াও এই পৃথিৱীক দেখিবলৈ নাপায়, যিদৰে চাহেজমন গাজীউদ্দীন হায়দৰ মৰিল, নচীৰুদ্দীন হায়দৰ, মহম্মদ আলী ছাহ-আৰু আমজদ আলীছাহ। নবাব কম্মনে নিজ চকুৰে এওঁলোক সকলোৰে মৃত্যু দেখিছে। এওঁলোক অৱধপুৰীৰ ৰজা আছিল। মৃত্যুৰ লগে লগে তৎক্ষণাত সকলো শেষ হৈ গ'ল। বেচেৰা চুলতান আলম, ৱাজিদআলী ছাহ, তেওঁ এতিয়া চুবুৰিৰ 'ৰাধা মঞ্জিল' ত 'ইন্দ্ৰসভা'ৰ আয়োজন কৰি নিজক প্ৰত্যয় মনাব খুজিছে যে তেওঁ এতিয়া কেছৰ বাগতে আছে—এদিন তেৱোঁ নিঃশেষ হৈ যাব, বাদছাহৰ সিংহাসনেই হওক বা দেশ ত্যাগেই হওক, অপাৰ আনন্দই হওক নাইবা অসহ্য দুখ যাতনা—মৃত্যুৱে আহি সকলো কাহিনী সমাপ্ত কৰে। কোনে জানে মৰাৰ পাছত কি ভোগ কৰিব লাগিব। অতিপাত গৰমত উশাহ বন্ধ হৈ গৈছিল। তেওঁ পালেঙৰ পৰা উঠিব খুজিলে, কিন্তু তেওঁ পৰি গ'ল।

কাৰবালালৈ যাত্ৰা কৰাৰ সলনি নবাব অবুল মনচুৰ কমালুদ্দীন আলী ৰজা বাহাদুৰ জীৱনৰ অন্তিম যাত্ৰালৈ গমন কৰিলে।

নবাব চফ্‌দৰ জঙ্গৰ পৰা আৰম্ভ কৰি চুলতান আলমলৈকেন ন জন শাসকে অৱধপুৰীত ৰাজত্ব কৰিলে। চুলতানে আলমৰ যুগত চলীমন চাহাব আহিল। চফদৰজঙ্গে নিজৰ শক্তিৰ জোৰত এই ৰাজ্যৰ ভেটি স্থাপন কৰিছিল। আৰু দিল্লী পতনৰ পাছত ইয়েই ভাৰতবৰ্ষৰ সকলোতকৈ সুন্দৰ ৰাজ্য আছিল। ইয়াৰ বাদছাহ ফ্ৰান্সৰ লুই চৈধ্যতকৈ অধিক প্ৰতাপী আছিল। চলীমন চাহাব সকলোতকৈ শক্তিশালী আছিল। আৰু তেওঁ আগ গুৰি নোচোৱাকৈ নিজৰ শক্তিৰ অপ ব্যৱহাৰ কৰিছিল। যাৰ ফলত তেওঁ হাৰিল আৰু লক্ষ্ণৌৰ ইন্দ্ৰপুৰী উজাৰ হৈ গ'ল। অভিনয় শেষ হ'ল। কেছৰবাগৰ ৰূপালী বৈঠকখানাত সুন্দৰ পৰীৰ নাচ, এচবাগৰ মেলা, মহৰম আৰু ৰামলীলাৰ হাইউৰ্বুমি এই সকলোবে অন্ত পৰিল। দিলকুচা মহল এতিয়া শূন্য হৈ পৰি আছে। বেলীগাৰ্ড গুলীত উৰি গৈছে। হজৰত গঞ্জত ইংৰাজৰ দোকান আছে, আমীনাবাদত কলেজ আৰু স্কুল। বাৰ্তাৰ কাকত ছপা হৈছে। টেলিগ্ৰামৰ তাঁৰবোৰ জনজনাই আছে। অযোধ্যাৰ ৰামচন্দ্ৰৰ সিংহাসন লুট কৰা গ'ল। ৰাতিপুৱাল। চকু মেলাৰ লগে লগে বুজিব পৰা গ'ল যে এই সকলো 'ওমৰ এয়াৰ'ৰ ইন্দ্ৰজাল আছিল। অন্তিম দৃশ্য, আৰম্ভ হোৱাৰ আগতে বজা ইন্দ্ৰক তেওঁৰ দলৰ সৈতে দেৱ-লোকৰ পৰা দেশলৈ পঠাই দিয়া হ'ল।

কলিকতাৰ প্ৰফেচাৰ নীলাম্বৰ দত্তই পূতেকক ছুটীত লগ পাবলৈ লক্ষ্ণৌলৈ আহিছে। ৰেলগাড়ীখন ষ্টেচন পালেহি তেওঁ ঘোঁৰা বাগীত বহি বাহিৰলৈ আহিল, তেওঁ দেখিলে ইয়াৰ ৰূপ সলনি হৈ গৈছে। তেওঁ আজিৰ পৰা আঠচল্লিছ বছৰৰ আগতে ১৮২৩ চনত লক্ষ্ণৌলৈ আহিছিল। সেইখন আছিল মোগলৰ লক্ষ্ণৌ আৰু এইখন ইংৰাজৰ লক্ষ্ণৌ। ইয়াত পৰ দিওঁতা প্ৰহৰীৰ ঠাইত ইংৰাজ ডেপুটী কমিচনাৰৰ শাসন আছে, যি সয়াদত আলীখাঁৰ 'নুৰবখচ' ঘৰত বিৰাজ কৰিছিল। সয়াদত্‌ আলীখাঁৰ 'হয়াত্‌বখছ', মহলক এতিয়া 'বেঙ্ক হাউচ' বোলা হয়। কেছৰবাগত কেনিং কলেজ আছে, ইয়াত কলিকতাৰ মনোৰঞ্জন দত্তই আইনৰ ওপৰত বক্তৃতা দিয়ে। নগৰৰ বাট আৰু চুবুৰিবোৰ সেইদৰেই আছে, যুগটো সলনি হৈ গৈছে। এন্ধাৰ চুবুৰি আৰু ভঙা-ছিঙা ঘৰবোৰত যুগৰ কায়া পৰিৱৰ্ত্তনত নিপীড়িত মানুহবোৰ তলমূৰ কৰি বহি আছে। দৌলতমন্দ সৰ্ব্বশ্ৰান্ত হ'ল, দুখীয়া চহকী হ'ল। বিদ্ৰোহীবোৰে ফাঁচী আৰু প্ৰভুভক্ত-বোৰে জমিদাৰী পালে। আখতৰ পিয়া* যেতিয়া বিদেশলৈ গ'ল, তেতিয়াৰে

---

*ৱাজিদ আলী চাহ।

পৰা তেওঁৰ কাৰণে কান্দোতে কান্দোতে মানুহৰ চকুপানী শুকাল। এইখন অৱধপুৰী। ইয়াৰ পৰাই ৰামৰ বনবাস হৈছিল।

ঘোঁৰাবাগীখন ষ্টেচনৰ পৰা নগৰৰ ফালে গ'ল। কচোৱানে মূৰত গামোচা বান্ধি নীলাম্বৰ দত্তক চালে—"বাবু চাহাব! পাছত চহীচ বহিছে, তাক ওপৰলৈ মাতি আনো? বুঢ়া মানুহ পৰি মৰি থাকিব।"

"বাবু মাতা," তেওঁ উত্তৰ দিলে। পাছ ফালৰ পৰা এটা বুঢ়া জপিয়াই কোচ বক্সলৈ আহিল। বাগীখন আকৌ যাবলৈ ধৰিলে।

"বাবুচাহাব, কলিকতাৰ পৰা আহিছে নেকি?"

"এৰা।"

"আমিও ভাবিছোঁ কলিকতালৈকে গুচি যাওঁ। এতিয়া ইয়াত মন নবহে।" ডেকাটোৱে ক'লে।

"কি হ'ল?" বুঢ়া চহীচে ডেকাটোৰ কাণৰ ওচৰলৈ মুখ আনি অতি ৰহস্যপূৰ্ণ ভাবে সুধিলে।

"কলিকতাৰ বাবু।" ডেকাটোৱে চিঞৰি ক'লে। তাৰ নাম শম্ভু আছিল।

"কলিকতা"......বুঢ়াৰ নাম গঙ্গাদীন। তেওঁ কাণেৰে কম শুনে। তেওঁ, অবিশ্বাসেৰে আওবালে 'কলিকতা' নামটো। আকৌ ঘূৰি ক্ষীণ দৃষ্টিৰে বঙালী বুঢ়ালৈ চালে। "এৰা, এৰা, বুজিব পৰা নাই," শম্ভুৱে ক'লে।

"বাবু চাহাব!" গঙ্গাদীনে ঘূৰি অতি দীনতাৰে নীলাম্বৰ দত্তক ক'লে, "খুদাৱন্দ! মালিক! আমাক কলিকতালৈ পঠাই দিয়ক। তাত আমাৰ বাদছাহ থাকে।"

ডেকাটোৱে হাঁহি দিলে, "হুজুৰ! পিতাইৰ কথালৈ কাণ নিদিব। যি যাত্ৰীয়েই ৰেলৰ পৰা নামে, এওঁ তাকেই এইষাৰ কথা কয়—মিঞা মোচাফিৰ (হে বাটৰুৱা প্ৰভো)! তুমি কলিকতাৰ পৰা আহিছা নহয়, মোকো তালৈ লৈ ব'লা। চোৱাঁ, আমাৰ বাদছাহ নিজেই বিপদত আছে। তাৰ ওপৰত এওঁ তালৈ যায়; যেন এওঁ ৰহে দোষ।"

নীলাম্বৰ দত্ত নীৰৱ হৈ ৰ'ল। বাগীখন আমীনাবাদৰ ফালে আগবাঢ়ি গ'ল।

"চৰকাৰ আগতেও লক্ষ্ণৌলৈ আহিছে নেকি?" যুৱকে সুধিলে।

"এৰা", নীলাম্বৰ দত্তই চমকি ক'লে।

"কেতিয়া?"

"বহুতদিন হ'ল। তেতিয়া তোমাৰ জন্মও হোৱা নাছিল। গাজীউদ্দীন হায়দৰৰ সময়ত।"

"পিতাই", কচোৱানে আকৌ চিঞৰি বুঢ়া চহীচটোৰ কাণত ক'লে, "বাবুচাহাব তোমাৰ গাজীউদ্দীন হায়দৰৰ সময়ত আহিছিল ইয়ালৈ।"

আকৌ কচোৱানে নীলাম্বৰ দত্তক সম্বোধন কৰিলে "পিতায়ে কৈছে এওঁ

হেনো গাজীউদ্দীন হায়দৰৰ দুৱৰী আছিল। তাৰ আগতে গাড়ী চলাইছিল। চুলতান আলমে হেনো এওঁক খুব ভাল পাইছিল।"

"খুদাৱন্দ ! প্ৰভো !" গঙ্গাদীনে ক'লে, "চুলতান আলমক আপুনি দেখিছিল নে? তেওঁ ভালে আছে নে?" কথাষাৰ সুধি তেওঁ শিশুৰ দৰে কান্দিবলৈ ধৰিলে।

নীলাম্বৰ দত্ত অতি অভিভূত হ'ল। মানুহ যে ইমান ভাব প্ৰৱণ হ'ব পাৰে। তেওঁ বুজিব নোৱাৰিলে। সুদীৰ্ঘ কাল তেওঁ বুদ্ধি বাদৰ পূজাৰী আছিল। এতিয়া হৃদয়ৰ মহানতাৰ প্ৰশংসক হ'ল। বাগীখন এইবাৰ আমীনাবাদৰ চাৰি আলি পালেহি।

হঠাৎ কচোৱানে চিঞৰিলে, "হেৰ ! আগৰ পৰা নুগুচ কিয়, বুঢ়ী ! কিয় নিজৰ প্ৰাণটো দিব খুজিছ? তেওঁ বাগীখন টানি ৰখালে। এজনী বুঢ়ী এখন পাতল কম্বলেৰে গা ঢাকি সন্মুখলৈ আহিলে আৰু নিজৰ হাত দুখন মেলি যন্ত্ৰ-চালিতৰ দৰে আৰম্ভ কৰি দিলে—"হে দানী উদাৰ প্ৰভো! খোদাই তোমাক হুছেইনৰ দুখৰ বাহিৰে আৰু আন কোনো দুখ নিদিয়ক।"

নীলাম্বৰ দত্তই বাগীৰ গাৰুটোত আউজি ভাবি আহিছিল, লক্ষ্ণৌখন কেৱল বুঢ়াবুঢ়ীৰ নগৰ নেকি? ইয়াৰ ডেকাবোৰ ক'লৈ গ'ল?

ফকিৰনী জনীয়ে সেইদৰে চকু মুদি থিয় হৈ গাবলৈ ধৰিলে—"খোদাই তোমাক হুছেইনৰ দুখৰ বাহিৰে আৰু আন কোনো দুখ নিদিয়ক। এটা সিকি। মাত্ৰ এটা সিকি !"

গৌতম নীলাম্বৰ দত্ত চমকি উঠিল। এই স্বৰ অতি পৰিচিত আছিল। এই স্বৰে অতি মধুৰ কথা কৈছিল। ৰাগ শুনাইছিল। অট্টহাঁহি হাঁহিছিল।

তেওঁ থকমককৈ বহি চশ্‌মা ঠিক কৰিলে আৰু বাগীৰ বাহিৰলৈ চালে। আলিৰ দাঁতিত যে সেই ফকিৰনীজনীহে থিয় হৈ আছিল। তাই কজলা বৰণৰ ফটা-ছিটা পাতল কম্বল এখন গাত লৈ আছিল।

"এইক একো নিদিব, খুদাৱন্দ," শম্ভুৱে কোচ বক্সৰ পৰা লাহেকৈ ক'লে—"এইৰ 'কোকেন' খোৱাৰ অভ্যাস আছে, যি পইচা পায় তাৰে তাই কোকেন' খায়।"

নীলাম্বৰ দত্তই তেওঁৰ কঁপা কঁপা হাতেৰে জেপৰ পৰা এটা টকা উলিয়াই ভিক্ষাৰিণীৰ মেলি থকা হাত খনলৈ দলিয়াই দিলে।

ভিক্ষাৰিণীয়ে তাইৰ সৰু চকুদুটিৰে সেই বুঢ়া বঙালী মানুহজনক চালে। বঙালী মানুহজনে বগা দীঘল ডাঢ়ি কোছাৰে বগা মিহি চুৰিয়া পিন্ধি, ক'লা আৰু সোণালী ৰঙৰ আলোৱানেৰে নিজক মেৰিয়াই ভৰিৰ ওপৰত ভৰি তুলি বাগীত বহি আছিল।

গৌতম নীলাম্বৰে বুঢ়ীক চিনি পালে। বুঢ়ীজনী আন কোনো নহয়, তাই চম্পা।

টকাটো হাতৰ মুঠিত জোৰেৰে চেপি ধৰি খন্তেকৰ কাৰণে তাই অস্থিৰ হৈ পৰিল। এওঁ কেনেকুৱা দয়ালু ধনী মানুহ যিজনে তামৰ পইচা খুজিলে ৰূপৰ টকা দিয়ে। টকাটো জোৰেৰে ধৰি ভিক্ষাৰিণীয়ে আকৌ আগৰ দৰে আঁওৰাবলৈ ধৰিলে, "চৰকাৰ! প্ৰভো! ঈশ্বৰ! আপোনাৰ নাতি-পুতিৰ আনন্দ চাবলৈ সৌভাগ্য হওক, মই বিপ্লৱৰ মহামাৰী, দীনবন্ধু! বাদছাহৰ দিনত মোৰ দুৱাৰত হাতীয়ে নাচিছিল আৰু আজি দুখন ৰুটীৰ কাৰণে আশ্ৰয় দিওঁতা নাই, আল্লাহে আপোনাৰ ......।" শম্ভুৱে ঘোঁৰাক চাবুক মাৰিলে! ঘোঁৰা গাড়ীখন আগ বাঢ়ি গ'ল। শম্ভুৱে হাঁহি ক'লে, "বুঢ়ীৰ কথা! দুৱাৰ মুখত হাতীয়ে নাচিছিল। যাকে দেখিবা সেয়ে ক'ব মই বিদ্ৰোহৰ আগতে বাদ্যবাদক আছিলোঁ। পিতাৰলৈ চাওক, বাবু চাহাব! বিপ্লৱৰ আগতে বাদছাহৰ প্ৰধান দুৱৰী আছিল আৰু এতিয়া চহীচী কৰিছে।"

সান্ধিয়াৰ এন্ধাৰত চম্পাই কেইবাৰ মান টকাটো লুটিয়াই বগৰাই চালে, আৰু লাহে লাহে এটা এন্ধাৰ গলিৰে সোমাই গ'ল। ইয়াত এখন বাটৰ কাষৰ দোকানত কোকেন বেচে আৰু ভঙুৱা আৰু মোদক খোৱা মানুহে আঁঠুত মূৰ থৈ বহি থাকে।

ঘোঁৰাগাড়ীখন আমীনাবাদৰ চাৰি আলিৰ পৰা আগ বাঢ়ি গ'ল, নীলাম্বৰ দত্তই এবাৰ পাছলৈ ঘূৰি চালে। চম্পাই আলিৰ দাঁতিত কম্বলেৰে গা ঢাকি থিয় হৈ তেওঁ দিয়া টকাটো লুটিয়াই বগৰাই চাই আছে. যেন নিজৰ চকুক বিশ্বাস কৰিব পৰা নাই, তাইৰ চুলিবোৰ ৰূপৰ দৰে জিলিকি আছে, আৰু তাইৰ মুখত অলেখ ৰেখা, তাইৰ কম্বল খনৰ ঠায়ে ঠায়ে তাপলি মৰা। কোনো কোনো ঠাইত পাৰি থকা ৰূপালী আৰু সোণালী গুণাবোৰ ওলমি আছিল। তেওঁ বাগীৰ গাৰুত আৰামেৰে আঁউজি চকু দুটা মুদি দিলে। কিয়নো, গোতম নীলাম্বৰে বৈশালীৰ আম্ৰপালীক দেখিছিল।

গোমতীৰ সিপাৰত 'চাহে-নজফৰ' ওখ টিলাৰ সম্মুখত শিঙ্গীৰ ভৱন আছিল; মনোৰঞ্জন দত্তই থাকিবৰ কাৰণে এইটো ঘৰ ভাৰাত লৈছিল।

সেই নিশা মনোৰঞ্জন নিজৰ কোঠালিলৈ গৈ শুই পৰিল। কোঠালিৰ চাকি বোৰ নুমাই দিয়া হ'ল। বাৰান্দাৰ খটখটীবোৰ নৈলৈ নামি গৈছে। নীলাম্বৰ দত্ত তাৰলৈ আহিল আৰু ভালেমান সময় নৈৰ পানীৰ ফালে চাই ৰ'ল। নিশাটো সেমেকা হৈ পৰিছিল। কোঠালিলৈ গৈ শোৱাৰ সলনি তেওঁ বাহিৰলৈ ওলাই আহিল, আৰু গোমতীৰ পাৰে পাৰে আলিয়েদি আগ বাঢ়ি গ'ল, চাৰিওফালে পূৰ্ণ নিস্তব্ধতা বিৰাজ কৰিছিল। তাৰ পাছে পাছে ভূতৰ এটা দল গৈ আছিল। আগত অনুগামী পৰীবোৰ নাচি গৈছিল। সম্মুখত কিছু দূৰত সেতুৰ তলত নাওবোৰ বন্ধা আছিল। দূৰৈত চণ্ডীদেৱীৰ মন্দিৰ দেখা গৈছিল, গছৰ ডালত ৰঙা চকুৰ বান্দৰবোৰ শুই আছিল।

অৱধৰ বাদছাহ সয়াদত আলীখাঁ, জানবৈলী, নচীৰুদ্দীন হায়দৰ আৰু তেওঁৰ ইউৰোপীয়ান নাপিত, কুদচিয়া মহল, বুঢ়া মহম্মদ আলীচাহ, স্লিল হাৰ্বড এচ্‌লে আৰু সুজাতা, লৰ্ড মেকলে আৰু বিচপ হেবৰ জীয়াই থাকোঁতে এই ইংৰাজ ভূত বোৰকো তেওঁ ভালকৈ জানিছিল। আৰু মৰাৰ পাছত ক'ব নোৱাৰি তেওঁলোক কোন নৰকলৈ গ'ল। পৃথিৱীৰ অনেক উচ্চ নীচ লোকক আৰু তেওঁলোকৰ উত্থান, পতন গৌতমে দেখিছে। এতিয়া আৰু তেওঁৰ কি খেল চাবলৈ বাকী আছে। নৈ বৈ গৈছে। পাৰত ঘৰ সজা হৈছে। এই ঘৰবোৰৰ নাম আছে। এই ঘৰবোৰত মানুহ শুই আছে। এই মানুহবোৰৰো নাম আছে। ঘৰবোৰ শিলেৰে সজা, নৈৰ পাৰত শিলবোৰ সিচঁৰতি হৈ আছে। সময় প্ৰৱহমান। সময় এই শিলবোৰত স্তূপাকাৰ হৈ আছিল।

শ্মশানত জুইৰ ফিৰিঙতি উৰিছে। আজি নিশা চাগৈ কোন কোন মৰিছে।

নীলাম্বৰ দত্ত আগ বাঢ়ি গ'ল। সম্মুখত শ্মশান আছিল। শ্মশানত ৺কালী গোসাঁনীয়ে নাচি আছিল। ৺কালী গোসাঁনী যি সমস্ত সৃষ্টিক শেষত নিজৰ ভিতৰত সাৰ্মাৰি লয়! যিজনে নিজৰে সকলো কামনা জয় কৰি তেওঁৰ সত্বাত লীন হ'ব পাৰে। কেৱল তেৱেঁই তেওঁক ভয় নকৰাকৈ আৰাধনা কৰিব পাৰে।

শ্মশান—ইয়াত সকলোবোৰ কামনা জ্বলি পুৰি ভস্ম হৈ যায়। ৺কালী গোসাঁনী যি বুদ্ধি আৰু বাক চেতনাৰ উৰ্দ্ধত সমগ্ৰ প্ৰাণী জগতক নাস্ত্যৰূপ দিয়ে—তেওঁ শূন্যক পূৰ্ণ কৰে—পূৰ্ণ যি প্ৰকাশ আৰু শান্তি ৰূপত বিৰাজমান—।

কালী—যাৰ পৰিধান সমাধি-তেওঁ বিস্তাৰ আৰু অসীম। তেওঁৰ মহান শক্তি। তেওঁ মায়াৰ উৰ্দ্ধত, কিয়নো তেওঁ স্বয়ং মায়া হৈ সংসাৰ সৃষ্টি কৰে।

শ্মশানত ৺কালী গোসাঁনী সদাশিৱৰ শ্বেতৰ্বাৰ শৰীৰৰ ওপৰত থিয় হৈ আছে।

জুইৰ শিখাত ৺কালীয়ে নৃত্য কৰি আছে। তেওঁ কালী, তাৰা, ধূমাৱতী—। তেওঁ শান্তৰসৰ নৃত্য কৰি আছে আৰু সৃষ্টিক জয়কাৰ কৰিছে।

গৌতম নীলাম্বৰে ৺কালীক সতী গৌৰী আৰু যোগমায়াৰ ৰূপত দেখিছে। তেওঁ শ্মশান ঘাটলৈ চালে আৰু চিনিলে—কিয়নো শ্মশানঘাট জীৱনৰ বাস্তৱিকতা আছিল। তেওঁ কিছুসময় সেতুত থিয় হৈ জুইৰ ক্ষীণ শিখা চাবলৈ ধৰিলে। তাৰ পাছত লাহে লাহে শিঙ্গৰি ভৱনৰ ফালে উলটি আহিল।

ৰাতিপুৱা চাৰিবজাত ঘৰৰ ঘৈণী বিছনাৰ পৰা উঠিল, লিগিৰীজনীক টোপনিৰ পৰা জগালে। "চাহৰ পানী বহাই দিয়া। আজি সৰুৰ স্কুল ছয় বজাত।" চকু মোহাৰি উঠি পানীৰ নলৰ ফালে গ'ল। এতিয়া তাই গিলাচত বৰচাহাব আৰু সৰু চাহাবক 'চেভৰ' পানী দিব, তাৰ পাছত চাহৰ যোগাৰ কৰিব।

পূজাৰ কাৰণে গিৰিহঁতনী গোসাঁই ঘৰলৈ গ'ল। গোসাঁই ঘৰটো দ্বিতীয় মহলত, পূবফালে ওপৰত আছিল। কোঠালিত গৰম বতাহ বলিছিল আৰু বৰষুণৰ কাৰণে গুপ গুপনি উঠিছিল। দুৱাৰখন মেলাৰ লগে লগে দেখিলে

ভিতৰৰ এন্ধাৰত গোপীনাথ ঠাকুৰে চিৰদিনৰ দৰে সন্মুখৰ শূন্যলৈ চাই আছিল। তেওঁৰ গেৰুৱা কাপোৰত নকল ৰূপালী-সোণালী গুণা, তেওঁৰ মুকুটত এটা বেঁকা হৈ থকা মৰা পাখি। তেওঁ সেইদৰেই এটা ভৰিত আনটো ভৰি থৈ বাঁহী বজাই পিতলৰ সৰু মন্দিৰত ভৰ দি থিয় হৈ আছিল। তেওঁৰ মূৰত এটি অতি মধুৰ মিচিকিয়া হাঁহি বিৰিঙছিল। কোঠালিত মহে ভোন ভোনাই আছিল। ওপৰৰ বাৰান্দাৰ মূৰত আন এটা মহল আছিল। তাত দুয়োজনী ছোৱালী শুই আছিল। বাৰান্দাৰ মূৰৰ আনটো মহলত ছোৱালী কেইজনীৰ ভায়েক শুইছিল। ওচৰত টেবুল ফেন ঘূৰি আছিল। বাৰান্দাখনৰ আঠোখন দুৱাৰ মেলা আছিল আৰু ভিতৰলৈ চেঁচা বতাহ আহিছিল। আলমাৰীত বহুতো কিতাপ আছিল— ফাৰ্চী, উৰ্দূ আৰু ইংৰাজী। পালেঙৰ কাষৰ মেজখন উৰ্দূৰ নতুন প্ৰগতিশীল মাহেকীয়া আলোচনী আৰু সাপ্তাহিক কাকতেৰে ঠাহ খাই আছিল। বেৰত নন্দলাল বসু, অবনীন্দ্ৰনাথ ঠাকুৰ, খাস্তগীৰ, এম. এল. সেনৰ পানীৰঙৰ পেইণ্টিং আছিল। মূৰৰ শিতানত জৱাহৰলাল নেহৰুৰ ছবি অঁকা আছিল। বিশ্ব বিদ্যালয়ৰ গ্ৰুপ ফটো ফ্ৰেমত লগাই থোৱা হৈছিল—১৯৩৭, ৩৮ আৰু ৩৯ চনত ট্ৰফীত জিকা। দাঁতিত কাঠৰ ওপৰত এখন গ্ৰুপ ফটো আছিল, এতিয়া সেই ফটোখন একেবাৰে হালধীয়া হৈ পৰিছে। তাত ১৮৯৭ চন লিখা আছিল। এই গ্ৰুপ ফটোখন কেনিং কলেজৰ। এই ছবি তেওঁৰ দেউতাকৰ বিদ্যাৰ্থী জীৱনৰ। তাত তেওঁৰ দেউতাকে ঘূৰণীয়া ক'লা টুপী আৰু বন্ধ ডিঙিৰ কোট পিন্ধি ফেকালটী অব আৰ্টচৰ চেয়াৰমেন স্বৰ্গীয় ডাঃ মনোৰঞ্জন দত্তৰ পাছত থিয় হৈ আছিল। ডাঃ মনোৰঞ্জন দত্তৰ ঠাকুৰৰ নিচিনা দীঘল বগা ডাঢ়ি আছিল। তেওঁ নিজৰ লাখুটিডালত হাত দুখন থৈ কেমেৰাটোলৈ ঘূৰি চাইছিল। ডাঃ মনোৰঞ্জন দত্তই আজিৰ পৰা সত্তৰ বছৰৰ আগতে এইঘৰ ভাড়া লৈ আছিল।

তলৰ মহলত ড্ৰয়িং ৰুম, তাত চাকিৰ ওপৰত এখন তৈলচিত্ৰ লগাই থোৱা হৈছিল। তৈলচিত্ৰত এটা নিষ্কৰ্মা বুঢ়াই সেউজীয়া পাৰিৰ কাপোৰ আৰু পাইজামা পিন্ধি মূৰত পাগুৰি মাৰি নক্সা থকা চকীত বহি আছিল ; এই ছবি বাদছাহৰ যুগত এজন ইংৰাজ শিল্পীয়ে আঁকিছিল। তাৰ তলত উৰ্দূত লিখা আছে 'ৰায়জাদা বাখচী মেহতাব চন্দ'।

ঘৰটোত তিনিখন বাৰান্দা। তৃতীয় খন বাৰান্দাৰ মজিয়াখন কাঠৰ। ইয়াত বাদ্যযন্ত্ৰ থোৱা আছিল আৰু আবেলি সুৰজবখচ্ চাহাব আহিলে ছোৱালীহঁতে তেওঁৰ পৰা নাচ গান শিকিছিল।

ইয়াৰ অধিবাসী সকলৰ কাৰণে এই ভৱন বিশ্বৰ কেন্দ্ৰ আছিল। ইয়াৰ পৰা প্ৰিয়জনৰ চাঙ্গী ওলাল, কইনাৰ দোলা আহিল, বৰ যাত্ৰী গ'ল, জীয়ৰী বিদায় হ'ল, আৰু উৎসৱ পালন কৰা হ'ল। ইয়াত ল'ৰা-ছোৱালীৰ জন্ম হ'ল, হাই-কাঁজিয়া লাগিল, মানুহে হাঁহিলে কান্দিলে ? প্ৰত্যেক ঘৰতে এই সকলোবোৰ

হয়। ঘৰৰ ইটাৰ দেৱালবোৰে নিশ্চল হৈ এইবোৰ চাই থাকে। তাৰ কাহিনী কোনেও নুশুনে। সময়ে সদায় তাক ফাঁকি দিয়ে......, তুমি কেতিয়ালৈকে মোৰ লগ লবা! কেতিয়ালৈকে মোক পৰীক্ষা কৰি থাকিবা। সময়ে কথা কয়। ঘৰ তথাপি মৌন হৈ ৰয়। বছৰ বাগৰি যায়। শতাব্দী পাৰ হৈ যায়। ঋতুবোৰ উলটি আহে। সময়ৰ সমুদ্ৰত ঘৰে সৰু জাহাজৰ দৰে লঙ্গৰ পেলাই থিয় হয়। কেতিয়াবা কেতিয়াবা ঢৌৱে তাক উটুৱাই নিয়ে। তাৰ পাছত তাৰ অস্তিত্বও নাইকিয়া হৈ যায়।

এই ঘৰ নবাব চয়াদত্ আলীখাঁৰ কালৰ। তেওঁৰ বিত্ত মন্ত্ৰী ৰায়জাদা বখ্চী মেহতাব চন্দই সাজিছিল। এতিয়া ইয়াত তেওঁৰ আজু নাতি বিৰাজমান। তেওঁ উচ্চ শ্ৰেণীৰ বেৰিষ্টাৰ! তেওঁৰ এটা ল'ৰা আছিল আৰু দুজনী ছোৱালী। তিনিও বিদ্যাৰ্থী।

বেৰিষ্টাৰ চাহাবৰ গোটেইখিনি সময় কংগ্ৰেছৰ চিন্তাত যায়। নহলে তেওঁ বহি 'জমান' আৰু 'নিগাৰ'ত উৰ্দু কবিতাৰ ওপৰত প্ৰবন্ধ লিখে। প্ৰেক্‌টিচৰ ফালে মনকাণ নিদিয়ে। ঘৰত জমিদাৰী আছিল, সেইকাৰণে সুখেৰে খাই আছিল। দুয়োজনী ছোৱালীৰ যৌতুকৰ ধন সাজু কৰি থোৱা আছে। ল'ৰাটোক তেওঁ কেম্ব্ৰিজলৈ পঠাম বুলি ভাবিছে। কেম্ব্ৰিজত তেওঁ নিজেও পঢ়িছিল। তেওঁ খোলা বাৰান্দাৰ ওপৰত আঁঠুৱা তৰি শুই আছিল। স্ত্ৰীৰ চিঞৰ-বাখৰত সাৰ পালে। তেওঁৰ স্ত্ৰীৰ এইটো বৰ বেয়া অভ্যাস, ৰাতিপুৱাই খৰমৰ শব্দত গোটেই ঘৰক তেওঁ জগাই দিয়ে। কেতিয়াবা গুদামৰ দুৱাৰ খোলে, কেতিয়াবা শাক-পাচলি থকা ঘৰৰ আলমাৰী বন্ধ কৰে, কেতিয়াবা ইটো কোঠালিলৈ যায়, কেতিয়াবা সিটো কোঠালিলৈ। ইয়াৰ পাছত পূজা কৰিবলৈ বহে আৰু চিঞৰি চিঞৰি ৰামায়ণ পঢ়ে।

স্নিগ্ধ বতাহ বলি আছিল, সন্মুখৰ নৈখন এতিয়াও কুঁৱলীৰে ঢাক খাই আছিল। 'মোতি মহলৰ' দলং খন নীৰৱ হৈ আছিল।

"উঠা, আই, সোনকাল কৰা। আজিৰ পৰা তোমাৰ স্কুল ৰাতিপুৱা হ'ব," যমুনা নামৰ লিগিৰী জনীয়ে আহি সৰু ছোৱালীজনীক ক'লে। ছোৱালীজনী খক্‌মক্‌কৈ উঠি বহিল। আজিৰে পৰা স্কুল খুলিল। তাই বিছনাৰ পৰা জপিয়াই স্নানাগাৰৰ ফালে লৰি গ'ল।

ডাঙৰ ছোৱালীজনীয়ে এলাহত বাগৰ সলাই চকু মেলিলে আৰু নৈৰ ফালে চাবলৈ ধৰিলে। এওঁৰ বয়স সোতৰ ওঠৰ বছৰ মান হ'ব। কলেজত পঢ়ে। কলেজ চৈধ্য জুলাইত খুলিব। আৰু সোনকালেই এওঁৰ বিয়া হ'ব, এতেকে কলেজৰ কাৰণে এওঁৰ কোনো চিন্তা নাই। তেওঁ নিশ্চিন্ত মনেৰে শুই নৈৰ ফালে চাই আছিল।

ওপৰৰ কোঠালিৰ পৰা তেওঁৰ ভায়েক চেণ্ডেল চোঁচোৰাই কানীয়াৰ দৰে

বাহিৰলৈ ওলাই আহিল। আৰু সিও বাৰান্দাত এটা খুটাৰ কাষত বৈ অলসভাৱে নৈৰ সেতুৰ ফালে চাবলৈ ধৰিলে। সি গা এঙামুৰি দিলে আৰু তাৱেল খন কান্ধত লৈ বেসুৰা কণ্ঠত গীত গাই স্নানাগাৰত সোমাল।

"স্কুলত তোমাৰ বান্ধৱীক কৈ দিবা আবেলি আহি 'বড়কীৰ'ঘাঘ্ৰাটো চিলাই শেষ কৰি পেলাব।" ঘৰৰ গিৰিহঁতনীয়ে গোসাঁই ঘৰৰ পৰা বাহিৰলৈ আহি সৰু ছোৱালীজনীক ক'লে। তাই বেগাবেগিকৈ চাহ খোৱাৰ পাছত কিতাপ লৈ স্কুললৈ বুলি ওলাই গৈছিল। তলৰ বাৰান্দাত 'লামাৰ্টিনিয়ৰৰ বাচে হৰ্ণ বজালে—"বাবু বাবু, কৈ দিম", তাই খট-খটীত নামোতে মূৰ ঘূৰাই উত্তৰ দিলে।

ঘৰৰ গিৰিহঁতনী বিশুদ্ধ বিহাৰী আছিল। তেওঁ ডাঙৰ ছোৱালীজনীক 'বড়কী' বুলি কয় আৰু সৰুক 'ছুটকী'। বেবিষ্টাৰ চাহাবে তেওঁক বম্বে, কলিকতা, কাশ্মীৰ সকলো ঠাই ফুৰাই আনিছে। প্ৰত্যেক বছৰে নাই নিতাল আৰু মুচৌৰীলৈ যায়, কিন্তু আচৰিত কথা যে তেওঁৰ আচাৰ-ব্যৱহাৰত অকণো পৰিৱৰ্তন নহয়।

এনেতে ডাঙৰ জনী ছোৱালীয়ে বাৰান্দাৰ পৰা তললৈ চালে। তলত বাগিচাৰ বাটত স্কুলৰ 'বাচ' বৈ আছে। বাচত দুই চাৰিজনী ভাৰতীয় ছোৱালীৰ বাহিৰে সকলোবোৰ ইংৰাজ ছোৱালী বহি আছিল। ভাৰতীয় ছোৱালীৰ মাজত এজনীয়ে খিড়িকীয়েদি মূৰ উলিয়াই হাত জোকাৰিলে, "আমি আবেলি আহিম, মৰিচ কলেজৰ পৰা উলটি।" "বাবু" ডাঙৰ ছোৱালীজনীয়ে উত্তৰ দিলে। বাচখন গেটৰ বাহিৰ হৈ গ'ল। ইয়াৰ পাছত ল'ৰাটোৱে সুহুৰি বজাই তললৈ নামি আহিল, বাৰান্দাত তাৰ চাইকেলখন থোৱা আছিল। সি চাইকেলৰ হেণ্ডেলত বৰ ষ্টাইলেৰে এটা নোটবুক লৈ নিশ্চিন্ত মনেৰে পেডেল মাৰি কেঁচা আলিয়েদি ইউনিভাৰ্চিটিৰ ফালে গুচি গ'ল।

বেলি ওলাল। পৃথিৱীখন নিজৰ কামত লাগি গ'ল। চাকিবোৰ তিৰ্বিৰাবলৈ ধৰিলে। নৈৰ পাৰৰ সেই ঘৰৰ বাৰান্দাত ছোৱালীবোৰৰ অট্টহাঁহি শুনা গ'ল। চাৰি পাঁচ-জনী যুৱতীয়ে বাৰান্দাৰ বৰনিত বহি এইদৰে হাঁহিছে। দুখ কি বস্তু তেওঁলোকে কোনোদিনেই উপলব্ধি কৰিব পৰা নাছিল। ওপৰ মহলৰ কাষেদি পশ্চিম দিগন্তত বেলি মাৰ গ'ল। নৈৰ পাৰৰ নাওবোৰত চাকিবোৰ জ্বলি উঠিল।

## ২০

সূৰ্য্যটো জামুগছৰ পিছ পালেহি। ঘোঁৰা বাগীখনো মৰিচ কলেজৰ পৰা উলটি স্থিৰৰ গতিত নৈৰ দলঙলৈ আহিল। নৈৰ দলঙৰ পৰা নামি অহা এটা পোন পৰিষ্কাৰ আলিক ইউনিভাৰ্চিটি ৰোড বুলি কয়। তাৰ দুয়ো দাঁতিয়ে নৈৰ

পাৰে পাৰে দুটা কেঁচা আলি গৈছিল। তাত 'ইজাবেলা থবিন, কলেজ আছিল। এইখন অতি শান্ত আৰু নিস্তব্ধ ঠাই। উপনগৰ বা ভালীগঞ্জলৈ যোৱা ঘোঁৰা-বাগীবোৰো ফৈজাবাদ ৰোডেদি ঘূৰি যায়। ইয়াৰ আগত মুছলিম গাৰ্লচ কলেজ, তাৰ আগত বহৰ আৰু কুঁহিয়াৰৰ খেতি, কাগজৰ কল। সেই ফালেই কাঠৰ দলঙো আছিল। 'চিবৈয়া সৰোবৰ' আৰু মহীৰ কুণ্ডৰফালে যোৱা আলিটোও সেই-পিনে। আগত চিকন্দৰ বাগ, বেনাৰছী বাগ আৰু সেই সম্পূৰ্ণ এলেকা য'ত গৱৰ্ণ-মেণ্ট হাউচ আছিল। তাৰ পাছফালে গাজী উদ্দিন হায়দৰৰ খাল আৰু হজৰত গঞ্জ, লামাৰ্টিনেয়ৰ কলেজ আৰু লামাৰ্টিনেয়ৰ ৰোড সেউজ বুলোৱা ফুলনিৰ পৰা ওলাই 'দিল কুচা পেলেচৰ' ফালে গৈছিল আৰু ইয়াৰ সন্মুখত বিস্তৃত সেউজীয়া শিবিৰ।

'মতিমহল' ব্ৰিজৰ আগত 'মৰিচ কলেজ', আৰু কেছৰ বাগ। আগফালে আমীনাবাদ পাৰ্ক আৰু অমীৰুদ্দৌলা পাৰ্ক। আকৌ বাটটো পশু বজাৰেদি পথাৰৰ ফালে গৈছে। তাত মেডিকেল কলেজ চাহ মীনাৰ দৰগাহ (সমাধি স্থান) আৰু ইমাম বাড়া* হুছেনাবাদ, তাতেই আকবৰী দুৱাৰ আৰু ঘূৰণীয়া দুৱাৰ। এই সমগ্ৰ এলেকা পুৰণি লক্ষ্ণৌ। ই নতুন লক্ষ্ণৌৰ পৰা বহুত দূৰৈত যদিও নতুন লক্ষ্ণৌৰ প্ৰতি ঠাইতে পুৰণি নগৰৰ চিহ্নও দেখা যায়। বাদছাহৰ এটা মহলত গৱৰ্ণমেণ্ট হাউচ মূৰ দাঙি থিয় হৈ আছে। নৈৰ পাৰৰ মতিমহলত ইম্পিৰিয়েল বেঙ্ক। হজৰত গঞ্জৰ সোঁ মাজত বেগমৰ মহল আছিল। ভগা পকীঘৰটোত ক্লাব বহিছিল। এইখন অতি অভিজাত পূৰ্ণ নগৰ আছিল। ইয়াৰ সকলোবোৰ নতুন হলেও পুৰণি।

বেলি মাৰ গৈছিল। আৰু ঘোঁৰা বাগীখন লাহে লাহে মতিমহল দলঙৰ ফালে গৈ আছিল। দলং খন পাৰ হৈ 'ইউনিভাৰ্চিটি ৰোডৰ পিনে যোৱাৰ সলনি বাগী খন প্ৰায়ে কে'চা আলিলৈ নামি গৈছিল। সেই ফালে অতীজৰ কেইটামান মহল আছিল। গঙ্গাদীনে কোচবক্সত বহি আনন্দত মূৰ জোকাৰি গৈ থাকে। "আই, শিঙ্গাৰ ভৱনলৈ নিৰ্ম্মলা মাইৰ ঘৰলৈ নাযায়?" সি তলমূৰ কৰি সোধে।

'সেই সাধু মই এতিয়া ইয়াৰ পৰাই শুনিছোঁ।' তালাতে ভাবিলে। পুৰণি কথা কোৱাৰ কেইবাটাও পদ্ধতি আছে। মোৰ মনলৈ এটা পদ্ধতিও অহা নাই। কোন পাত্ৰ অধিক মূৰ্খ আছিল, ঘটনাৰ আৰম্ভ ক'ৰপৰা হ'ল, চৰম সীমা ক'ত আছিল, নায়িকা কোন আছিল.....গল্পৰ শেষ কেনে হোৱা উচিত......নায়ক কোন আছিল, এই কাহিনী শুনোতা কোন আছে? আৰু শুনাওঁতা কোন? মোৰ ককাই দেউ কামালে এদিন বহি এইবোৰ ঠিক কৰিম বুলি কৈছিল। কিন্তু এতিয়ালৈকে

---

*'ইমাম বাড়া'—মুছলমানৰ তাজিয়া, মহৰম পালন কৰা ঠাই।

একো থিৰ কৰা নাই। আকৌ চম্পাক সুধিবলৈনো কোন যাব! 'বাবু যাম।' তেওঁ গঙ্গাদীনক উত্তৰ দিলে। ঘোঁৰা বাগীখন লাহে লাহে কেঁচা আলিয়েদি গৈ থাকে। চাৰিওফালে নিবিড় নীৰৱতা! এই বাটৰ অনেক আগত শ্মশান ঘাট আছে। নৈৰ পানীত মতিমহলৰ ৰূপালী অট্টালিকাৰ ছাঁ কঁপি আছে, পকীবেৰৰ সোণালী গম্বুজ আৰু ৺খ টিলা নজফ অচৰক ( সাধু )ৰ ইমাম বাড়া। নৈখন এই অট্টালিকা বোৰৰ খটখটীৰ তলত শান্তভাৱে বৈ আছে। 'শিঙ্গাৰ ভৱন'ৰ খটখটী বোৰ পানীত বুৰ গৈ আছিল। এইটো দু মহলীয়া ঘৰ, আঠচুকীয়া তিনি জোপা শিঙ্গাৰি গছ থকাৰ কাৰণে ইয়াক 'শিঙ্গাৰ ভৱন' বুলি কয়। শেলুবৈৰ কাৰণে এইবোৰ ডাঠ সেউজীয়া বৰণৰ হৈছিল। জাৰৰ দিনত খুব সোনকালে বেলি মাৰ যায়। ঘোঁৰাবাগীখন বাটৰ তলৰ পৰা নামি এটা জোকাৰণিত শিঙ্গাৰি ভৱনত উপস্থিত হ'ল। এয়া চোৱা, ককাইদেৱে আগতে তোমাৰ আগমন পত্ৰ দি গৈছে।" লাজে গাড়ী বাৰান্দাৰ পৰা ক'লে।

ককাইদেউ অৰ্থাৎ হৰিশঙ্কৰ শ্ৰীবাস্তৱ ইউনিভাৰ্চিটিৰ ছাত্ৰ ; বি. এ ত ফাৰ্ষ্ট লৈছিল।

নিৰ্ম্মলাৰ বৰ বায়েক লাজে নৈৰ সন্মুখৰ বাৰান্দাত শান্তভাৱে বহি আছিল।

জ্ঞানে কুমকুমক কি উত্তৰ দিলে এতিয়া সেইটো কোৱাচোন। মৰিচ কলেজৰ ৰাজনীতি আৰম্ভ হয়। লাজে তাৰপৰাই পঞ্চম বাৰ্ষিকলৈ উঠিছিল আৰু এতিয়া তেওঁৰ বিয়াৰ কথা-বতৰা চলিছে।

"ৰাজকুমাৰী লাহোৰলৈ যাব।" মই কলোঁ। "লাহোৰ! ৰাম! ৰাম! লাহোৰ দেখোন বহুত দূৰত। একেবাৰে আন এখন পৃথিৱীত, যিদৰে ৰাজকুমাৰী চিঙ্গাপুৰলৈ যাব বুলি ক'ব পাৰা।"

"দুঃখিত।" নূপুৰ বান্ধি বান্ধি বাহিৰলৈ আহি নিৰ্ম্মলাই নিজৰ অভিমত ব্যক্ত কৰিলে। প্ৰথমতে তেৰোঁ মোৰ লগত মৰিচ কলেজত আছিল। কিন্তু যোৱা বছৰ তেওঁ অসুখত ভোগে। ফলত ডাক্তৰে স্কুল আৰু মৰিচ কলেজ একেলগে চলিব নোৱাৰে বুলি ক'লে। এতিয়া আমাৰ বান্ধৱী মালতীৰ ককায়েক শ্যামে তেওঁক এঘণ্টা অভ্যাস কৰায়। তেওঁ শম্ভু মহাৰাজৰ বংশৰ এক কথকৰ পৰা নাচ শিকিছে।

লামাটিনেয়ৰত নিৰ্ম্মলা আৰু মই এক ক্লাচত আছিলোঁ। আমি দুয়ো দুবছৰৰ পাছত চিনিয়ৰ কেম্ব্ৰিজ পাচ কৰিম। আৰু এতিয়া আমাৰ মাজৰ এজন লাহোৰলৈ যাবগৈ বাঃ।" ঠাইবোৰ চাবলৈ মোৰো বৰ ইচ্ছা হয়।" নিৰ্ম্মলাই নিজৰ ইচ্ছা প্ৰকাশ কৰিলে।

বেলি মাৰ গৈছে। নৈখনৰ বুকুত ৰঙ বিৰঙৰ তৰঙ্গ। এই পৃথিৱী, এই সৃষ্টি এই জীৱনৰ অনাগত কালৰ যি অস্পষ্ট ছবি আমাৰ অন্তৰত অঁকা আছে আমাৰ সন্মুখত সেইবোৰ ঢৌৰ দৰে নাচিবলৈ ধৰিলে। বাদছাহৰ যুগৰ অট্টালিকা,

দূৰৈৰ ৰঙা শিলৰ দলং, বোটক্লাবৰ নাওবোৰ, শিঙ্গীৰ ভৱনৰ সুৰক্ষিত শেলুৰৈ ভৰা খটখটীবোৰে ভূগোলৰ বিশেষজ্ঞৰ দৰে আমাক চিন্তাত পেলালে। ইয়াৰ পাছতনো বাৰু আৰু কি আছে?......আৰু কি কি হ'ব পাৰে?" "অপ্পীয়ে বিয়াৰ পিছত ক'লৈ যাব?" কিবা ভাবি ভাবি নিৰ্ম্মলাই আচৰিত ধৰণৰ প্ৰশ্ন কৰে।

"তালৈকে যাব, য'লৈ ভাইচাহাবে তেওঁক লৈ যাব। মই উত্তৰ দিলোঁ।"

"ভাই চাহাবনো ক'লৈ যাব?"

"কেনেকৈ কম।" মই সঙ্কোচেৰে কলোঁ। কমল উঠি আহি মেজত ভেজা দি ব'ল, যেন মোৰ কথা শেষ হোৱাৰ প্ৰতীক্ষাতহে আছিল। তাৰ পিছত তেওঁ ক'বলৈ আৰম্ভ কৰিলে, "ভাইচাহাব। সি মোৰ ভনীজোঁৱাই হ'ব পাৰিলেহেঁতেন। সৰুৰে পৰা মই তাকে ভাবি আহিছিলোঁ। ভাইচাহাব যেতিয়া ডেকা হৈ লিখা-পঢ়া কৰি ডাঙৰ মানুহ হ'ব, তেতিয়া অপ্পীক বিয়া কৰাই লৈ যাব। মোৰ কোনো সহোদৰ ভাই নাই। তেৱেঁই মোৰ ভাই আছিল।

কেইবাবছৰৰ পৰা ভাইচাহাব আমাৰ ইয়াত আছিল। যেতিয়া হঠাৎ খুৰাদেউৰ চুইজাৰলেণ্ডত অন্তিম কাল উপস্থিত হ'ল, তেওঁক লগ পাবলৈ ভাইচাহাব তালৈ গ'ল। তেতিয়া ভাইচাহাব লুজানৰ এটা স্কুলত পঢ়িছিল, তেওঁক চুইজাৰলেণ্ডৰ পৰা আকৌ মাতি পঠোৱা হ'ল! ভাইচাহাব পোনেই বম্বেৰ পৰা আমাৰ ইয়ালৈ আলমোৰালৈ আহিল। বৰষুণত তেওঁ ফুলচুট পিন্ধি থিয় হৈ আছিল। চুইচ স্কুলৰ সেউজীয়া আৰু ক'লা গাঁৰি দিয়া মাফলাৰৰ মাজত তেওঁৰ মুখখন প্ৰায় ঢাক খাই আছিল। তেওঁৰ চকুৰ মণি কান্দি কান্দি শেঁতা পৰি গৈছিল, নাকটো ৰঙা হৈ পৰিছিল। তেওঁ মোক আৰু অপ্পীক ওচৰলৈ মাতিলে। আমাৰ দুয়োকে নিজৰ বাহুৰ মাজত লৈ উচুঁপি উচুঁপি কান্দিবলৈ ধৰিলে। তালাত তেতিয়া বৰ সৰু আছিল।

ইয়াৰ পাছৰ পৰা ভাইচাহাব আমাৰ লগত থাকিল। দেউতাৰ চকুৰ মণি আছিল। আয়ে তেওঁৰ কাৰণে প্ৰাণ দিব পাৰিছিল। তেওঁৰ মাকৰ বহুদিনৰ আগত মৃত্যু হৈছিল। আমাৰ গোটেই পৰিয়ালটো তেওঁৰ কাৰণে আগ্ৰহান্বিত আছিল। ভাইচাহাব স্বৰ্গীয় খুৰাৰ একমাত্ৰ মৰমৰ সন্তান আছিল।

গৰমৰ বন্ধৰ পাছত ভাইচাহাবক লামাৰ্টিনেয়ৰ কলেজত ভৰ্ত্তি কৰি দিয়া হ'ল। সেই কলেজখন ডেৰশ বছৰৰ আগতে নবাব আচিফউদ্দৌলাৰ প্ৰধান সঙ্গী জেনেৰেল ক্লাড মাৰ্টিন ফ্ৰান্সৰ টকাৰে ইউৰোপীয়ান ল'ৰাৰ কাৰণে পতা হৈছিল।

এই কাহিনীৰ নায়ক ভাইচাহাবো হ'ব পাৰে নেকি? মই গল্প ক'বলৈ বহিছোঁ যেতিয়া নিশ্চয় পাত্ৰৰ বিষয়েও ক'ব লাগিব। ভাইচাহাবৰ গাত নায়কৰ সকলো গুণেই বিদ্যমান আছিল। এতিয়া লৈকে তোমাক মই যি

বোৰ কথা কলোঁ। তুমি বুধিয়ক যেতিয়া নিজেই অনুমান কৰিব পাৰিবা যে এনেকুৱা ৰোমাঞ্চকৰ পটভূমিৰ নায়ক আৰু কোন হ'ব পাৰে! ভাইচাহাব অতি সুন্দৰ আছিল। ফ্ৰান্স আৰু চুইজাৰলেণ্ডৰ স্কুলত পঢ়াৰ কাৰণে প্ৰথমতে তেওঁৰ কথা কোৱাৰ সুৰো একেবাৰে ফৰাছীসকলৰ দৰে আছিল। যেতিয়া তেওঁ 'ত' 'দ'ৰ লগত বৈ বৈ ইংৰাজী কৈছিল, তেতিয়া ইজাবেলা থবিন কলেজৰ ছোৱালীবোৰৰ বুকুত যেন ছুৰীহে বহুওৱা হৈছিল।

অপ্পী আৰু ভাইচাহাবে এজনে আনজনৰ কথাত হস্তক্ষেপ নকৰিছিল। তেওঁ-লোক দুয়োৰে বেলেগ বেলেগ দল আছিল। অপ্পীয়ে ভাইচাহাবৰ বন্ধুহঁতক ধেমালি কৰিছিল। লাজবতী শ্ৰীবাস্তৱ অপ্পীৰ সকলোতকৈ মৰমৰ লগৰী আছিল। তেওঁ মোৰ প্ৰিয়বন্ধু হৰি শঙ্কৰৰ ভনীয়েক। কিয় ক'ব নোৱাৰো চম্পাৰ কথা শুনিলেই লাজ প্ৰায় নীৰৱ হৈ যায়। অপ্পীয়ে নিশ্চিন্তমনেৰে বহি হাঁহি থাকে। হৰিশঙ্কৰে নিৰ্বোধৰ দৰে চিগাৰেট হুপিবলৈ আৰম্ভ কৰে। চম্পাই আমাৰ কোনো দলতে যোগ নিদিছিল। তেওঁ সকলোৰে আঁতৰত. আমাৰ কাৰণে যথেষ্ট ৰহস্যপূৰ্ণ আছিল! আমি সকলোৱে সকলোকে জানো, বুজিব পাৰোঁ কিন্তু চম্পাৰ সম্বন্ধে আমি একো নাজানো। আমাৰ সকলোৰে একেধৰণৰ বেকগ্ৰাউণ্ড, আমি সকলো প্ৰায় একেখন সমাজৰ এটা ক্লাচৰ। কিন্তু চম্পাক দেখিলে সন্দেহ হয় তেওঁ যেন নিম্ন মধ্যবিত্ত শ্ৰেণীৰ। যেতিয়া ভাইচাহাবে 'ল' পঢ়িছিল, তেতিয়া চম্পাই বেনাৰচৰ পৰা আহি ইজাবেলা থবিন কলেজত ভৰ্ত্তি হ'ল। এইটো ১৯৪১ চনৰ কথা।

"অপ্পী লামাৰ্টিনিয়ৰ স্কুলৰ পৰা ইজাবেলা থবিন কলেজলৈ আহিল। যি বছৰত অপ্পীয়ে পঢ়া শেষ কৰিলে, সেই বছৰত ভাইচাহাব আৰু অপ্পীৰ বিয়াৰ সম্বন্ধ ভাঙি গ'ল।

এতিয়া মই এটা কথা ভাবি আছোঁ। যিদৰে মই ব্যাপক আৰু বিস্তাৰিত ভাবে সেই যুগৰ কাহিনী আওবাব খুজিছোঁ, হয়তো মই সেইদৰে ক'ব নোৱাৰিম। কিয়নো ইয়াত বহুতো সৰু সৰু কথা আছে। বাদছাহ বাগৰ সেই ৰাজকীয় দুৱাৰ, ফুলৰ সিংহাসন, বাটৌদ যোৱা পানী নিয়া তিৰোতাবোৰ, আৰু সেই বুঢ়ীজনী, যিজনী বুঢ়ীয়ে ৰঙা পেটীকোট পিন্ধি দুপৰীয়া নিজান আলিত তেতেলি বুটলিছিল আৰু এদিন ৰেলৰ তলত পৰি সেই বুঢ়ীজনী মৰি আছিল।

এই সৰু সৰু ঘটনাবোৰ মোৰ কাৰণে অতি আশ্চৰ্য্যজনক আছিল। তোমালোকৰ হয়তো অৰ্থহীন যেন লাগিব। মই এনেকুৱা এটা উপায় বিচাৰোঁ, যাৰ দ্বাৰা সেই সৌন্দৰ্য্য, সেই প্ৰভেদ আৰু সময়ৰ সেই সকলো প্ৰভাৱ সপোনৰ দৰে পুনৰ ঘূৰি আছে। ইয়াক সংযোগ কৰা" বুলি কয়, আৰু ই বৰ টান বস্তু। মই শিল্পী নহওঁ। সংযোগ কৰিব নোৱাৰোঁ।

"যাওক......মোৰ চকুৰ আগত যিবোৰ ভাহি আছে মই তাকেই বৰ্ণনা কৰিছোঁ ঃ

"এইটো চিনেট হল। মই ইয়াৰ এডোখৰ ওখ ঠাইত বহি আছোঁ। আৰু ৰেডিঅ'ৰ সমাৱৰ্ত্তনৰ চলন্ত বিবৰণী শুনাইছোঁ। তলৰ বাগানত ক'লা টুপী আৰু 'গাউন' পিন্ধি মানুহবোৰ ইফালে সিফালে ঘূৰি ফুৰিছে। সময় তীব্ৰ গতিত উৰি গৈছে। সন্মুখৰ প্ৰবাহ মই অনুভৱ কৰিছোঁ। তলৰ ঘাঁহনিত বহুতো মানুহ গোট খাই আছে, আৰু মটৰবোৰ শাৰীবদ্ধ হৈ আছে। ভাইচাহাবক দেখা পালোঁ। তেওঁ চম্পাৰ সৈতে দীঘলীয়া বাটেৰে এফালে গৈ আছে। লাউড-স্পীকাৰত হঠাৎ নিউথিয়েটাৰচৰ নতুন ৰেকৰ্ড লগাই দিয়া হ'ল। 'ইয়হ কুচকে বকত্ কৈচী আৱাজ' পাহাড়ী সান্যালৰ গানৰ প্ৰতিধ্বনি বহুদূৰলৈ বিয়পি পৰিল। সৌৱা উপাচাৰ্য্য আহিছে। তেওঁৰ লগত ক'লা গাউন পিন্ধা বহুতো অধ্যাপক। কিন্তু এনেকুৱা এদিন আহিব যিদিনা এই মানুহবোৰৰ এজনো জীয়াই নাথাকিব।

এতিয়া মই মাইক্ৰোফোনটো মোৰ প্ৰিয়বন্ধু হৰিশঙ্কৰৰ হাতত দিছোঁ। "হেল্লো" মোৰ মাত শুনা গৈছে।...হেল্লো!" "হেল্লো...কি" চাকিৰ পাছফালে এন্ধাৰত বহি আছে হৰিশঙ্কৰ। তেওঁ যেন অদৃশ্য। মাথোন তেওঁৰ ধ্বনি বাহিৰৰ পৰা প্ৰতিধ্বনিত হৈছে।

"হেল্লো!......হেল্লো..মই হৰিশঙ্কৰ, এতিয়া আপোনালোকৰ সৈতে কথা পাতিছোঁ। মই হৰিশঙ্কৰ শ্ৰীবাস্তৱ, কামালৰ বন্ধু, লাজ আৰু নিৰ্মলাৰ একমাত্ৰ ককায়েক, চম্পাৰ লগৰীয়া, মোৰ ভূমিকাও যথেষ্ট গুৰুত্বপূৰ্ণ। মোৰ ভূমিকাৰ বহুতো ভাগ আছে। কাহিনীৰ ভালেমান ভিন ভিন চৰিত্ৰাংশ মই সম্পূৰ্ণ কৰিছোঁ। মই কথাবোৰ ক'ৰ পৰা আৰম্ভ কৰোঁ, মঞ্চত কি দৰে উপস্থিত হওঁ—বুজিব পৰা নাই।"

তালাতে আকৌ ক'বলৈ আৰম্ভ কৰিলে, "ঘোঁৰাবাগীখন চাৰি আলিৰ পৰা ওলাল। আৰু এক্কে কোবে 'শিঙ্গীৰ ভৱন'ত উপস্থিত হ'ল। এইটো সেই বছৰৰ কথা। সেইটো বছৰতে অপ্পীৰ সম্বন্ধ ভাগিল।

লাজ ভিতৰৰ পৰা ওলাই আহিল। তেওঁৰ গাত হালধীয়া শাৰী। ভৰিত কিঙ্কিনী। অপ্পীও লগে লগে গাড়ী বাৰান্দালৈ আহিল। অপ্পীয়ে ভৰিত একো পিন্ধা নাছিল।"

"মই গাড়ীৰ পৰা জাঁপিয়াই নামি ভিতৰলৈ আহিলোঁ।"

'অপ্পী', তুমি ইয়ালৈ কেতিয়া আহিলা? ষ্টেচনৰ পৰা আহি কামাল ককাইদেৱে তোমাক বিচাৰিছিল। যেতিয়া মই মহিষ কুণ্ডৰ ফালে গৈছিলোঁ, চম্পাৰ 'লন'ত দুয়োকো বহি থকা দেখিছিলোঁ।

"কোন দুয়ো?"

"ভাই চাহাব আৰু কন্নন ককাই। চম্পাৰ ককাকৰ ঘৰত থকা অশোক

গছজোপাৰ তলত। আমাৰ ঘোঁৰা বাগীখন বাটেদি যোৱা দেখি তেওঁলোকে খুব জোৰেৰে হাত জোকাৰিলে আৰু হাঁহিলে চম্পাক বৰ সুন্দৰ লাগিছিল। মই তৎক্ষণাত একে উশাহতে সকলো কথা কৈ পেলালোঁ।

অপ্পী আৰু লাজ মনে মনে ফুলনিৰ মাজৰ সৰু বাটেদি ওলাই গাড়ী বাৰান্দাৰ ফালে আগ বাঢ়ি গ'ল, তেওঁলোকে যেন মোৰ কথাবোৰ শুনাই নাছিল। মই চম্পা ফুলৰ জোপোহা ফালি নিৰ্ম্মলা থকাৰ ফালে গলোঁ। তেওঁ আৰু মালতী ওপৰৰ মিউজিক ৰুমত বহি আছিল। "ভাইচাহাব মিৰ্জ্জাপুৰ আৰু দিল্লীলৈ গৈছিল নহয় ?" মালতীয়ে সুধিলে।

"এৰা, ৰাতিপুৱাই আহিছে। আহিয়েই চম্পাৰ তাত সোমাইছে আৰু এতিয়ালৈকে চাগৈ তাতে বহি আছে", নিৰ্ম্মলাই ক'লে।

সেই সময়ত কাদীৰৰ ঘৈণীয়েকৰ কথা মনত পৰিল। কলেজৰ পৰা আহি যেতিয়া চাহ খাইছিলোঁ কাদীৰৰ ঘৈণীয়েকে ৰহস্যজনক ভাবে কৈছিল—"ডাঙৰ মায়ে ( অপ্পী ) কিন্তু বিয়া নহয় বুলি কৈছে।"

"অপ্পীৰ বিয়াত মই কিন্তু ভাল ভাল শাৰী কিনিম"—নিৰ্ম্মলাই কৈছিল।

হঠাৎ তালাত চুপ হৈ গ'ল। "শুনা" কামালক ক'লে—"মোৰ অতীত মোৰ বাবেহে অৰ্থপূৰ্ণ। আনৰ বাবে, পৃথিৱীৰ বাবে, ই অৰ্থহীন। গতিকে তেওঁলোকে মোৰ কথা কিদৰে ভাল পাব।"

"মোৰো অতীত মোৰেই বাবে", কামালেও তালাতৰ সুৰত সুৰ মিলালে।

হৰিশঙ্কৰে সংযত সুৰত ক'লে ঃ

"এইখন পৃথিৱী এইখন সংসাৰ কিন্তু বৰ্ত্তমানক লৈ ব্যস্ত। বৰ্ত্তমানেই অতীত হয় আকৌ ভৱিষ্যত হয় বৰ্ত্তমান।"

"আজিৰ দিনটো গৈ যোৱাকালিত পৰিৱ আৰু অহা কাইলৈৰ দিনটো হ'ব আজি। সময়ৰ খেলা মই বুজি নেপাওঁ। তালাতে উদাস সুৰত ক'লে। সময়ৰ হাতত মই বোধহয় পাগল হৈছোঁ। তোমালোকে মোক সহায় নকৰা কিয় ?"

"তালাত ! স্বয়ং আইনষ্টানেও বোধহয় তোমাক সহায় কৰিব নোৱাৰিব।" হৰিশঙ্কৰে ক'লে।

১৫ ডিচেম্বৰ ১৯৫৪। আবেলি পৰ। এওঁলোকৰ প্ৰতিচ্ছবি প্ৰতিবিম্বিত হৈছে দুৱাৰৰ আইনাত। সেই ছবিখন যেন অদ্ভুত। ৰহস্যময় সময়ৰ প্ৰাচীৰেৰে ঘেৰি থকা তিনিজন মানুহ, সময়ৰ অন্ধকাৰত হেৰাই যোৱা তিনিজন মানুহ বহি আছে।

১৯৪০ চনৰ জুলাই মাহ। তালাতে শিঙৰি ভৱনৰ বাৰান্দাত বহি নিৰ্ম্মলা আৰু মালতীৰ সৈতে কথা পাতি আছিল।

এই তালাত আৰু সেই তালাতৰ ভিতৰত কোনো প্ৰভেদ নাছিল। কিন্তু দুয়োৰে ব্যক্তিত্ব ভিন্ন আছিল। মহাত্মা বুদ্ধই আৰু শাক্যমুনিয়ে কৈছিল যে

মানৱৰ প্ৰতি মুহূৰ্ত্তে পৰিৱৰ্ত্তন হয়। মানুহ কেঁচুৱাত একৰকম হয়, যৌৱন আৰু বৃদ্ধকালত অন্যৰকম হয়। তুমি ঠিক এই মুহূৰ্ত্তত যি পিছৰ মুহূৰ্ত্তত— সেয়া নহয়। কেৱল স্থায়ী হৈ থাকে সময়ৰ প্ৰবাহ। দুবৈৰ পাহাৰত বৰফৰ নৈবোৰ ভাগি ছিগি বৈ আছে। বতাহ, এন্ধাৰ, সময় এই সকলোবোৰ বৰফৰ টুকুৰাৰ সৈতে উটি গৈছে।

"আমি নিজৰ কাহিনী আওৰাই নিজক সন্তুষ্ট কৰিব খুজিছোঁ।" হৰিশঙ্কৰে ক'লে।

"আমি সময় আৰু এন্ধাৰক ভয় কৰোঁ, কাৰণ সময়ে এদিন আমাক গ্ৰাস কৰিব। আৰু এন্ধাৰেই আমাৰ আশ্ৰয়ৰ শেষ থল হ'ব।" তালাতে ক'লে।

"গৌতম নীলাম্বৰো কিমান ভয়াতুৰ।"

এতিয়া গৌতম নীলাম্বৰৰ সম্বন্ধে আলোচনা নকৰিবা। তেতিয়া হলে তুমি আচল বিষয়-বস্তুৰ পৰা বহুত দূৰলৈ গুচি যাবা জীৱনৰ প্ৰকৃত অৰ্থ কি? মই চৈধ্যবছৰৰ আগতো উপস্থিত আছিলোঁ, আৰু যদি জীয়াই থাকোঁ তেন্তে চৈধ্য বছৰৰ পাছতো হৰিশঙ্কৰ হৈ থাকিম। যেতিয়া আমি সময় অনুভৱ কৰিব পাৰিম, আমি এই সব সৰু গিনিপিগ বোৰ লোপ হৈ যাম' আৰু লগতে এই গল্পত যিসকলৰ নাম উল্লেখ কৰা হৈছে সেই সকলো শেষ হৈ যাব।"

সময়ৰ নক্সা চাই তালাত তাত বহি আছিল, সেই নক্সাত আৰু এডোখৰ ঠাই আছিল। আৰু দুয়োটা বিন্দুৰ মাজত বহু বছৰৰ ব্যৱধান আছিল। এই ব্যৱধানত মানুহ কেৱল আগলৈ যাব পাৰে। পাছলৈ যোৱা অসম্ভৱ। হেজাৰ হেজাৰ তালাত অসংখ্য টুকৰা হৈ সিঁচৰিত হৈ পৰিছিল ঠিক যেন এখন ভঙা আঁচীত একে চেহেৰাৰ বিভিন্ন প্ৰতিচ্ছবি।

## ২৯

লক্ষ্ণৌ ১৯৪০ চন।

সন্ধিয়া পৰ। চাৰিও পিনে চাকিৰ পোহৰ। নৈৰ পাৰৰ নাওবোৰতো চাকি জ্বলিল। নৈবোৰ থিৰ হৈ আছিল। বাবান্দাত চাকি জ্বলাই দিয়া হ'ল। বাৰিষাৰ পোক-পৰুৱাবোৰ উৰি ফুৰিছিল। ছোৱালীবোৰ বাৰান্দাত বহি আছিল। নিশা গভীৰ হ'ল। তলত পুখুৰীৰ পাৰত বহি গঙ্গাদীনে লগুৱা হঁতৰ লগত কথা পাতি আছিল। সি ৰিঙিয়াই মাতিলে, "আইহঁত! এতিয়া যাওঁ বলক।"

তালাতে তেওঁলোক সকলোকে 'শুভৰাত্ৰি' জনাই তললৈ নামিল, আৰু ঘোঁৰাবাগীখন ৰায় বিহাৰীলাল ৰোডৰ ফালে যাবলৈ আৰম্ভ কৰিলে।

কেইফাৰ্লং মান যোৱাৰ পাছত বাগীখন এটা ডাঙৰ চিমেণ্টৰ ঘৰৰ সন্মুখত

ৰ'ল। বাওঁফালৰ ফুলনিত ৰজনীগন্ধা আমোলমোলাই আছিল। ঘৰৰ সকলো-বোৰ মানুহ পিছপিনৰ বাৰান্দাত বহি আছিল।

চকীবোৰ পাৰি থোৱা আছিল। পালেঙৰ ওচৰত টেবুল, ফেন। কাঠৰ ফ্ৰেমত পানীৰে ভৰা মাটিৰ কলহবোৰ। আৰু তাত চম্পাফুলৰ দীঘল গেজেৰা লগাই থোৱা আছিল। বাৰান্দাত আছিল 'নমাজ'ৰ আসন। ঘৰৰ নাম হ'ল গুলফিচাঁ। ইয়াত। গুলফিচাঁৰ দৰে বহুতো ঘৰ আছিল। তাত একে ধৰণৰ মানুহ থাকে। এওঁলোক সকলোৰে মটৰ আছে। সকলো ভদ্ৰলোক। সকলো প্ৰতিষ্ঠিত। এওঁলোকৰ জীৱন যাপনৰ ৰীতি-নীতি একে ধৰণৰ। সুখ-দুখ আৰু সমস্যাবোৰো একে ধৰণৰ। এওঁলোকৰ ঘৰৰ বস্তু-বাহানি বাগিচাৰ গছপুলি, কিতাপ কাপোৰ সকলোবোৰ বস্তু একে ধৰণৰ। আনকি এওঁলোকৰ লগুৱা-বোৰৰ কামকাজ একেই সাঁচৰ।

তালাতৰ ঘৰৰ খানচামাও আন সকলোবোৰ ঘৰৰ খানচামাৰ নিচিনা। নাম হুচেনী।

সকলো বাবুৰ্চীৰ নাম হুচেনী, হুচেনবখচ্ বা মদাৰবখচ্ ; সকলো ধোবাকে নৎথু বোলে। সকলোবোৰ কচোৱান গঙ্গাদীন। সকলোবোৰ লিগিৰীৰ নাম বুলাকন, ৰচুলিয়া, হমীদনৰ মাক আৰু মণ্ডুবুন্নিচাঁ হয়। বেহেৰাবোৰক 'আবদুল' বুলি কয় যি দৰে হোটেলত ভায়লিন বজোৱাজনৰ নাম 'টোনী' হয় সেইদৰে সকলোবোৰ বাপেকৰ নাম খান বাহাদুৰ, তৰ্কী বজা বাহাদুৰ।

উপন্যাসত বৰ্ণোৱা দেউতাকৰ নামো সেই আৰু প্ৰকৃত দেউতাকৰো সেয়ে নাম। সেই কাৰণেই উপন্যাসে যথাৰ্থবাদৰ চিত্ৰণ কৰে বুলি কোৱা হয়। অৱশ্যে কোনো কোনো ক্ষেত্ৰত ব্যতিক্ৰম দেখা যায়। কাদীৰ ড্ৰাইভাৰৰ ঘৰ মিৰ্জাপুৰত। খুব ধেমেলীয়া। তাৰ বিবিৰ নাম কমৰুন্নিচাঁ। গৰমকালি দুপৰীয়া যেতিয়া গোটেইখন ঘৰ শুই নিঃপালি দিয়ে, তেতিয়া লগুৱা থকা ঘৰৰ পৰা কাদীৰৰ আল্লাহু গীতৰ ধ্বনি শুনা যায়। সেইপিনে গলেই দেখা যায় কাদীৰ মিঞাই দুৱাৰডলিত উৰুঁৱ হৈ বহি পেট্ৰোলৰ খালী টিন বজাইছে আৰু কমৰুণে এফালে বহি কুবুচাৰে নেট গুথি আছে। কোনোবা অহাৰ লগে লগে তৎক্ষণাৎ তাই পিতলৰ পাণৰটাটো টান মাৰি তামোল কাটিবলৈ লাগি যায়। কমৰুনো পূৱৰ তিৰোতা বোৰৰ দৰেই সুন্দৰ আৰু সুশ্ৰী বিবি আছিল।

কমৰুন আৰু কাদীৰ দুয়ো কৃষকৰ সন্তান। ড্ৰাইভাৰ হোৱাৰ আগতে কাদীৰে নিজৰ জিলাৰ কৃষক সভাৰ সদস্য আছিল আৰু যন্তৰৰ প্ৰচাৰ কৰিছিল। এইটো সেই যুগৰ কথা যি সময়ত মতিলাল নেহেৰুৰ বিলাত ফেৰত পুতেকে গাঁৱে গাঁৱে ঘূৰি অৱধৰ কৃষক নেতা হৈছিল, জমিদাৰী প্ৰথাই খেতিয়কসকলৰ যি দুৰ্গতি কৰিছে, সেই বিষয়ে কাদীৰতকৈ অধিক কোনে জানিব।' সেই কাৰণে যেতিয়া গুলফিচাঁৰ ঘাঁহনিত বহি কামালৰ বন্ধুসকলে সমাজবাদৰ ওপৰত

দীঘলীয়া আলোচনা কৰে কাদীৰেও কোনো এটা চেলু উলিয়াই তাত আহি থিয় হয় আৰু তেওঁলোকৰ কথা বুজিবলৈ চেষ্টা কৰে। কাদীৰৰ বাবুকৈয়ে মনত আছে যে তাৰ গাঁৱৰ জমিদাৰ ঠাকুৰ ফুলসিংহৰ চিপাহীয়ে এদিন খাজনা দিব নোৱাৰাৰ কাৰণে তাৰ বাপেকক লাঠীৰে নিৰ্দয়ভাৱে পিটি পিটি মাৰি পেলায়। কাদীৰ কলিকতালৈ পলাই যায়। তাৰ ঘৰত এতিয়াও দুবেলা খাবলৈ নোজোটে।

কিন্তু লক্ষ্ণৌ নগৰত যি হৈছে তাক কাদীৰৰ ক্ষুদ্ৰ বুদ্ধিয়ে ঢুকি নেপায়। অসন্তোষ আৰু অশান্তিৰ প্ৰধান কাৰণ আছিল আৰ্থিক সঙ্কট, জমিদাৰৰ আঁৰত কৃষকৰ সংঘৰ্ষ। বিদেশী চৰকাৰে এই অসন্তোষক সাম্প্ৰদায়িক ৰূপ দিছিল, যাতে জনসাধাৰণৰ দৃষ্টি আনফালে ঢাল খায়।

কমৰুন বিবি আৰু কাদীৰৰ প্ৰেমক অন্যান্য লগুৱা লিগিৰী আনকি আত্মীয় কুটুম্বৰ আগতো উদাহৰণ স্বৰূপে দাঙি ধৰা হয়। কমৰুন বিবিয়ে কিন্তু আন চাকৰবোৰৰ তিৰোতাহঁতৰ সৈতে ঘনিষ্ঠতা নকৰে। কিয়নো, ড্ৰাইভাৰৰ তিৰোতাৰ চাৰ্ভেনণ্ট কোৱাৰ্টাচ আন চাকৰ নাকৰতকৈ বেছি ভাল। দুপৰীয়া খোৱা-লোৱাৰ পাছত ঘৰ দুৱাৰ সাৰি ফদ্দনক কোলাত লৈ তাই বঙলালৈ আহে। আৰু অম্মা বেগমে বিছনাত বাগৰি মাহেকীয়া "নেৰঙ্গ এ খয়াল" বা "ইস্মত" পঢ়ে, খালা (মাহী) বেগমে নমাজৰ চকীত বহি বহি টোপনিয়াই থাকে। কোনোবা আলহী তিৰোতা আহিছিল, তেওঁ আঁঠুৱাৰ তলত তন্দ্ৰাচ্ছন্ন। পাণবটাটো সন্মুখত থোৱা হৈছিল।

"আহিলা নেকি কাদীৰৰ বিবি—আহাঁ—বহাঁ।" কমৰুনে অতিশয় নম্ৰতাৰে সকলোকে অভিবাদন জনাই দলিচাত বহি পৰিল। ফদ্দনক এফালে শুৱাই থলে। অম্মাজীয়ে তামোল কাটি আগ বঢ়াই দিলে। "কোৱা বিবি, আজি কি কি ৰান্ধিলা?" বেগম মাহীয়ে সুধিলে।

"ৰহৰ ডাইল, ভাত আৰু মগুৰ বৰৰ আঞ্জা বেগম চাহেবা।"

ইয়াৰ পাছত ৰন্ধাবঢ়া, খোৱাৰ প্ৰসঙ্গ চলিল। শাক-পাচলিৰ, ঘিউঁৰ দৰৰ সম্বন্ধে আলোচনা কৰাৰ পাছত নিজৰ প্ৰিয় বিষয়লৈ আহে। বিয়া বাবুৰ সম্বন্ধ, আত্মীয় কুটুম্বৰ ৰাজনীতি। সকলো কথাতে কমৰুনে ভাগ লয়।

কমনৰুক সকলোৱে "ড্ৰাইভাৰৰ বিবি" বুলি কয়। সেই কাৰণে কাদীৰেও তাইক এই নামেৰে সম্বোধন কৰে। তৃতীয় প্ৰহৰত কামাল, অপ্পী, তালাত আৰু ভাই চাহাব নিজৰ নিজৰ কলেজৰ পৰা উলটি আহে আৰু ঘৰ খন চঞ্চল মুখৰ হৈ পৰে।

এনেতে বাৰান্দাত মটৰ গাড়ীখন ৰয়হি। কাদীৰে নবাব চাহাবক মুখ্যালয়ৰ পৰা লৈ আহে, তালৈ তেওঁ দিনো মোকৰ্দ্দমা কৰিবলৈ যাব লাগে।

মটৰৰ শব্দ শুনিলে কমৰুনে ওৰণি টানি ফদ্দনক কোলাত লৈ নিজৰ কুটীৰৰ ফালে গুচি যায়।

গঙ্গাদীন চহীচ ভাই চাহাবৰ প্ৰধান অৰ্দালী। তাক সকলোৱে বিশ্বাস

কৰিছিল, কাৰণ সি তেওঁৰ স্বৰ্গীয় পিতৃদেৱেকৰ সেৱক আছিল আৰু তেওঁৰ ঘৰৰ পৰাই ইয়ালৈ আহিছিল। অপ্পী আৰু ভাই চাহাবৰ বিয়াৰ কথাত সি নিজৰ মতামত ব্যক্ত নকৰে ; কাৰণ সকলোৱে কয় এই বিয়া হ'বই। যদিও ভাইচাহেব এই ক্ষেত্ৰত সম্পূৰ্ণ নিৰ্বিকাৰ।

## ২২

চল্লিছ চনৰ ডিচেম্বৰ মাহত তালাতৰ আছিল জুনিয়ৰ কেম্ব্ৰিজ পৰীক্ষা। সেই বছৰ চেপ্তেম্বৰ মাহত তেওঁৰ ডবল নিমোনিয়া হ'ল। ফলত পৰীক্ষা দিব নোৱাৰিলে। কান্দি কান্দি তেওঁৰ অৱস্থা শোচনীয় হৈ পৰিল। "মোৰ, এবছৰ নষ্ট হৈ গ'ল। এবছৰ নষ্ট হৈ গ'ল এবছৰ নষ্ট হৈ গ'ল' বুলি চিঞৰিবলৈ ধৰিলে। সকলোৱে তেওঁক সান্ত্বনা দিবলৈ ধৰিলে। ডিচেম্বৰত তেওঁৰ পৰীক্ষা আৰু তেওঁ ৰোগ শয্যাত।

এদিন ৰাতিপুৱাই হৰিশঙ্কৰ তেওঁৰ কোঠালিলৈ আহিল, "তালাত। তোৰ মঙ্গলৰ অৰ্থে আমি ব্যৱস্থা কৰিছোঁ। পৰ্দ্দা দিয়া স্কুলত তোৰ কাৰণে দৰ্খাস্ত দিছোঁ। তই এপ্ৰিল মাহত হাইস্কুলৰ পৰীক্ষা দে আৰু আনন্দেৰে আই. এ, টী, কলেজত ভৰ্তি হ।" "ৰঘুবীৰ মামাৰ স্কুলত?" তালাতে উশাহ বন্ধ কৰি সুধিলে।

"এৰা", হৰিশঙ্কৰে উত্তৰ দিলে আৰু নাটকীয় ভঙ্গীত আনখন দুৱাৰেদি ওলাই গ'ল।

নিৰ্মলাই যেতিয়া শুনিলে তালাতে হাইস্কুলৰ পৰীক্ষা দি আই, এ, টীত সোমাব খুজিছে, তেওঁ হুলস্থূল কৰিলে। উপায় বিহীন হৈ তেওঁকো লামাৰ্টিনেয়ৰৰ পৰা আনি তালাতৰ সৈতে নতুন স্কুললৈ পঠোৱা হ'ল।

এই ঠাইত পৰ্দ্দা দিয়া স্কুলৰ এক ঐতিহাসিক বৈশিষ্ট্য আছে। এইটো বাদচাহৰ যুগৰ ঘৰ, ইয়াৰ চাৰিওফালে, বেত আৰু বাঁহৰ বেৰ। ইয়াক ৰঘুমামাৰ স্কুল বুলি কোৱা হয়। বেনাৰচ ইউনিভাৰ্চিটিৰ সৈতে ই সংযুক্ত। অলপ সংখ্যক ছোৱালী পঢ়িছিল। একেবাৰে ঘৰুৱা পৰিৱেশ। দাঁতিৰ ঘৰত নিজৰ পৰিবাৰ লৈ ৰঘুমামা থাকে। তেওঁ বৰ সাধু স্বভাৱৰ লোক—পুৰণি চিন্তাধাৰাৰ কায়স্থ মানুহ। নগৰৰ সম্ভ্ৰান্ত ঘৰৰ জীয়ৰীবোৰ মটৰত অহা যোৱা কৰি ইয়াত শিক্ষা গ্ৰহণ কৰে।

লামাৰ্টিনেয়ৰৰ বিশুদ্ধ ইংৰাজী পৰিৱেশৰ পাছত পৰ্দ্দা দিয়া স্কুল খন তালাত আৰু নিৰ্মলাৰ বাবে যেন সম্পূৰ্ণ এক বিপৰীত পৃথিৱী। তালাত আৰু নিৰ্মলা এনে এটা পৰিৱেশত ডাঙৰ দীঘল হৈছিল, যাক ইণ্ডো-ইউৰোপীয়ান সভ্যতা

বুলি কোৱা হয়। ইংৰাজ গৱৰ্ণেনেচৰ লগে লগে গ'ৱলীয়া ধায়েও তেওঁলোকক ডাঙৰ দীঘল কৰিছিল। ছোৱালীবোৰক কনভেণ্ট স্কুলত পঢ়োৱা হৈছিল। আৰু তেওঁলোকক বিয়াৰ আগতে এ সপ্তাহৰ বাবে মাকৰ ঘৰত ৰখা হৈছিল। তেওঁলোকে পুৰণি কালৰ কইনাৰ দৰে লাজ দেখুৱাইছিল। প্ৰায়ে তেওঁলোকৰ বিয়াবোৰ ইচ্ছাৰ বিৰুদ্ধে পতা হৈছিল। তেওঁলোক মডাৰ্ন, কিন্তু আলট্ৰা মডাৰ্ন নহয়। যদিও তেওঁলোকৰ গাত পশ্চিমৰ প্ৰভাৱ পৰিছিল, প্ৰকৃততে তেওঁলোক অতি ৰক্ষণশীল ভাৰতীয়। এইখন বৃটিছ ঔপনিবেশিক সমাজ আছিল, যি জমিদাৰী সমাজৰ সহযোগত পৰিৱৰ্তিত হৈ ভাৰতবৰ্ষৰ পুৰণি ভেটিত প্ৰতিষ্ঠিত হৈছিল। উনৈছ শতিকাত ইয়াত যি ৰাজনৈতিক চেতনাৰ জন্ম হৈছিল, তাৰ কাৰণে প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ নবীনীকৰণৰ আন্দোলন চলিছিল। ৰঘুমামাৰ স্কুলো ইয়াৰে অংশ বিশেষ। আজিকালি ভাৰতীয় সঙ্গীত ভাৰতীয় কলা আৰু ভাৰতীয় সাজ-পাৰক পুনৰ্জীৱিত কৰাৰ চেষ্টা কৰা হৈছে। আৰু পাশ্চাত্য ৰঙত ৰঙীণ হৈ থকা ক'লা চাহাব সকলক বিদ্ৰূপ কৰা হয়। কংগ্ৰেছৰ আন্দোলনে এই নবীনীকৰণৰ ধাৰাক আৰু উৎসাহিত কৰিলে। আৰু এহাতে অখণ্ড ৰাষ্ট্ৰীয় চেতনা আৰু আনহাতে বিশুদ্ধ ভাৰতীয় আদৰ্শ।

বাস্তৱিকতে ভাৰতীয়তানো কি বস্তু? এক ৰাজনৈতিক গোষ্ঠীয়ে কয় যে ই হিন্দুৱে ৰচনা কৰা ৰাজনৈতিক চেলু আন এটা ৰাজনৈতিক পাৰ্টিয়ে কয় যে এই দেশৰ আচল অধিবাসী হিন্দুহে। মুছলমানবোৰ বিদেশী। গুলফিচাঁৰ চাৰ্ভেণ্ট কোৱাৰ্টাৰত থকা মিৰ্জাপুৰৰ কমৰুন্নিচা আৰু ৰমদেয়া মালিনীক কিন্তু কোনেও নুসুধিলে যে ভাৰতবৰ্ষৰ প্ৰকৃত নাগৰিক তোমালোকহে, এই বিষয়ে তোমালোকৰ মতামত কি?

তালাত আৰু নিৰ্মলা ইণ্ডো ইউৰোপীয় পৰিৱেশত ডাঙৰ দীঘল হোৱা ছোৱালী আছিল; তেওঁলোকৰ মাজত আছে পূব আৰু পশ্চিমৰ সমাৱেশ। এতেকে যেতিয়া এওঁলোক দুয়ো 'লামাৰ্টিনেয়ৰৰ পৰা ওলাই ৰঘুমামাৰ স্কুললৈ আহিল, তেতিয়া তাতো এইদৰেই মিলি গ'ল যি দৰে লামাৰ্টিনেয়ৰৰ ইউৰোপীয়ান পৰিৱেশত মিলি গৈছিল।

যুদ্ধ আৰম্ভ হোৱা এবছৰ হ'ল। কংগ্ৰেছ মন্ত্ৰী মণ্ডলে পদত্যাগ কৰিছে। ৰাজনৈতিক পৰিস্থিতি দিনে দিনে বেয়াৰ ফালে ঢাল ললে।

মাৰ্চ মাহ। ছোৱালীবোৰে পৰীক্ষাৰ কাৰণে বেনাৰচলৈ যাবলৈ সাজু হ'ল। কামাল আৰু হৰিশঙ্কৰে, নিৰ্মলা আৰু তালাতক ষ্টেচনত থবলৈ আহিছে। "তোমালোক যোৱা, আমাৰ পৰীক্ষা শেষ হৈ গলে আমিও পাছে পাছে যাম। বহুত দিন ৰামনগৰৰ আম খোৱা নাই।" কামালে ক'লে। এইটো এওঁলোক দুয়োৰো পুৰণি নিয়ম। গৰমৰ বন্ধ হলে দুয়ো ঘৰৰ পৰা ওলাই বন জঙ্ঘল পাহাৰ পৰ্বত একো বাদ নাযায়। গোটেই দেশত ঘূৰি ফুৰে। ক'লৈ ক'লৈ যায়,

একো ঠিক নাথাকে। ষ্টুডেণ্ট ফেডাৰেচন অধিবেশনৰ কাৰণে হয়তো দিল্লীলৈ গৈছে, ইন্দিৰা নেহৰুৰে মিটিঙলৈ মাতিছে বাবে এলাহাবাদলৈ ওলাইছে।

"বেনাৰচৰ পৰা ক'লৈ যাবা?" নিৰ্মলাই সুধিলে। "হেৰা, আমি সন্ন্যাসী মানুহ, আমাৰ কথা কি সুধিছা? যি ফালেই মন যায়, ওলাই যাম।" কামালে মুখ ঘূৰাই ক'লে, ছোৱালীবোৰে প্লেটফৰ্মত নিজৰ চুটকেচৰ কাষত থিয় হৈ কথা পাতিছিল। ৰঘুমামাই যোৱাৰ যোগাৰ কৰাত ব্যস্ত আছিল।

"এনেহে ডাঙৰ সন্ন্যাসী। ভণ্ড তপস্বী ক'ৰবাৰ।" নিৰ্মলাই হাঁহি হাঁহি ক'লে। ৰেল আহিল, ৰেল বেনাৰচ অভিমুখে ৰাওনা হ'ল।

## ২৩

চম্পা আহমদে বিচেণ্ট কলেজৰ ক্লাচৰুমৰ খিড়িকীয়েদি তললৈ চালে। গৰম বতাহ বলি আছিল। দূৰৈত এটা বগলী উৰি গ'ল। তলত কলেজৰ বিস্তৃত পথাৰখনত ৰ'দৰ প্ৰচণ্ড তাপ। ক'ব নোৱাৰি কেতিয়া বৰষুণ হ'ব—চম্পাই ভাবিলে। ঘণ্টা বাজিল আৰু ছোৱালীবোৰ প্ৰত্যেক দিনৰ দৰে কোঠালিৰ পৰা ওলাই বাহিৰলৈ আহিল। তেওঁ লীলা ভাৰ্গৱৰ সৈতে টঙ্গাত বহি ইউনিভাৰচিটিৰ ফালে গ'ল।

এইটো চম্পাৰ জীৱনৰ দৈনন্দিন নিয়ম আছিল। বিচেণ্ট কলেজ, ইউনিভাৰচিটি আৰু ঘৰ। জাৰ, গৰম, বাৰিষা, আকৌ জাৰ। বেনাৰচৰ নগৰ, নিজৰ ঘৰ, নিজৰ কোঠালি, আত্মীয়-স্বজন আৰু কিতাপবোৰ। বয়স ওঠৰ বছৰ যদিও তেওঁ নিজকে বুঢ়ীৰ দৰে ভাবিছিল, কবিৰ দৰে কল্পনা কৰিছিল আৰু শিশুৰ দৰে হাঁহিছিল বা দুখ পাইছিল। তেওঁৰ দেউতাক মধ্যবিত্ত শ্ৰেণীৰ এজন সৎ লোক। মাকো এগৰাকী সবল হৃদয়ৰ মহিলা। তেওঁলোকৰ পৰিয়ালৰ সৈতে—কোনো কাহিনী বা ঐতিহ্য নাছিল। নাছিল কোনো পৰম্পৰা। চম্পাৰ দেউতাক মুৰাদাবাদৰ আছিল। কিন্তু তেওঁৰ ককাকৰ ঘৰ বেনাৰচত আছিল তাতে তেওঁ ওকালতি কৰিছিল। তেওঁৰ আয় বেয়া নহয়। অৱশ্যে তেওঁৰ ঘৰত নাছিল টেলিফোন, নাছিল মটৰ গাড়ী। আনকি ৰিফ্ৰিজিৰেটৰও নাছিল। চম্পা মাক বাপেকৰ একমাত্ৰ সন্তান তেওঁৰ বিয়াৰ সম্বন্ধ আহি আছিল। যৌতুকৰ সকলো বস্তু সাজু কৰি থোৱা হৈছিল।

ঘৰৰ মানুহে ভাবিছিল চম্পাই বি, এ পাছ কৰিলে, তাইক বিয়া দিব। চম্পাই কোনো কনভেণ্ট স্কুলত পঢ়া নাছিল, তেওঁ গৰমত গৈ মুচৌৰীত স্কেটিঙো কৰা নাছিল। চম্পাৰ এজন মোমায়েক বৰ অৱস্থাপন্ন আছিল। তেওঁৰ ঘৰ লক্ষ্ণৌত। উজীৰহচন ৰোডত তেওঁৰ ঘৰ আছিল। চম্পাৰ দেউতাকে ৰাজনীতি ভাল

পাইছিল। তেওঁৰ এজন খুৰাক মুৰাদাবাদ চিটিৰ মুছলিম লীগৰ অধ্যক্ষ আছিল।

কলেজৰ পৰা উলটি আহিলে চম্পাই অকণমান কোঠালিটোত বহি দূৰ দিগন্তলৈকে বিয়পি থকা শিৱ মন্দিৰৰ কলচীটো চাই থাকে, নহ'লে ইংৰাজী উপন্যাস পঢ়ে। তেওঁ জেইন অষ্টিনৰ সাহিত্যৰ অনুৰাগী আছিল, লগতে মধ্যযুগৰ, উনৈছ শতিকাৰ কীটচ্ আৰু বাজেটী আদিৰ সাহিত্যবো। ইউনিভাৰ্চিটি লাইব্ৰেৰীত অৱনীন্দ্ৰনাথ ঠাকুৰ আৰু নন্দলাল বসুৰ ছবি চাই তেওঁ বৰ ভাল পায়। এইটো কোৱাৰ প্ৰয়োজন নাই যে চম্পা আহমদো এক ৰোমাণ্টিক প্ৰাণী।

লীলা ভাৰ্গবৰ সৈতে তেওঁ ইউনিভাৰ্চিটি পালেগৈ। চাৰিওপিনে পৰীক্ষাৰ উত্তেজনা। সকলো পৰিচিত মুখ। এওঁলোক তেওঁৰেই বন্ধু ছাত্ৰ-ছাত্ৰী অধ্যাপক। মাদ্ৰাজী আৰু বঙালী বুঢ়া অধ্যাপক, বিদ্যাৰ্থিনী ছোৱালীকো ইফালে সিফালে ঘূৰি ফুৰিছিল। বিশ্বৱিদ্যালয় হ'ল জ্ঞানৰ কেন্দ্ৰ। জ্ঞানৰ জগতত সাম্প্ৰদায়িকতা কি দৰে প্ৰবেশ কৰে সেইটো তেওঁৰ জনা নাছিল। সাম্প্ৰদায়িকতা, ঘৃণা, সঙ্কীৰ্ণতা, সন্দেহ, শঙ্কা আৰু ৰক্ষনশীলতা এইবোৰৰ সৈতে তেওঁ এতিয়াও পৰিচিত হোৱা নাই। তেওঁ মাথোন ইয়াকে জানে যে তেওঁৰ দাঁতি কাষৰৰ পৃথিৱীত হুলস্থূল লাগিছে আৰু এই হুলস্থূলে তেওঁৰ শান্তি ভঙ্গ কৰিছে, তেওঁৰ বৰ বেয়া লাগে।

সন্মুখৰ এটা ডাঙৰ বাৰান্দাৰ চন্দ্ৰ তাপৰ তলত হাইস্কুলৰ সঙ্গীতৰ আখৰা চলিছে। চাৰিও ফালৰ পৰা ছোৱালীবোৰৰ মিহি গুণগুণনি সুৰ শুনা গৈছিল। ইয়াৰ ভিতৰত লক্ষ্ণৌৰ পৰা অহা ছাত্ৰীসকলো আছিল।

ঘণ্টা বাজিল। চন্দ্ৰতাপৰ তলৰ পৰা ছোৱালীবোৰ ওলাবলৈ ধৰিলে। দুজনী ছোৱালী শিশুৰ দৰে নাচি বাগি খটখটীয়েদি নামি আহিল। এনেতে ভিৰৰ মাজৰ পৰা দুজন যুৱক ওলাই আহিল। এওঁলোকৰ চেহেৰা দেখি এওঁলোকক এই ছোৱালী দুজনীৰ ককায়েক যেন লাগিল। ৰাম নগৰ ষ্টেটৰ এখন মটৰ ৰৈ আছিল। সেই ল'ৰা-ছোৱালী কেউটি মটৰত বহিল। আৰু খন্তেকৰ ভিতৰতে ধূলি উৰুৱাই গাড়ীখন অদৃশ্য হৈ গ'ল।

বেনাৰচত তালাত, নিৰ্ম্মলা আৰু আন সকলোবোৰ ছোৱালী য'ত উঠিছিল সেইখন এখন বিচিত্ৰ ধৰণৰ ঠাই। মাজত এখন ডাঙৰ বেৰ দি সজা এটা তিনিমহলা ঘৰ, এগৰাকী নিসন্তান বিধৱা ব্ৰাহ্মণী ইয়াৰ গৰাকী। মানুহ গৰাকী অৱস্থাপন্না আছিল, তেওঁ সৰহ ভাগ সময় তীৰ্থ যাত্ৰাতে কটাইছিল।

গোটেই দিনটো মহলত এনেকুৱা হুলস্থূল হৈছিল তাত যেন অনেক বৰযাত্ৰীহে গোট খাইছে। চাৰিওপিনে ছোৱালীৰ জুম।

"থিয়ৰি অব মিউজিকৰ" প্ৰশ্ন কাকতৰ কাৰণে কামাল আৰু হৰিশঙ্কৰ

ইয়ালৈ আহে। তালাত আৰু নিৰ্ম্মলাই প্ৰশ্ন কাকত দি চন্দ্ৰতাপৰ বাহিৰলৈ ওলাওঁতে সৰস্বতী মন্দিৰৰ তলত দুজনী ছোৱালীয়ে কথা পতা দেখিলে। এই ছোৱালীবোৰৰ ওচৰৰ পৰাই কোনোবা ফালৰপৰা কামাল আৰু হৰিশঙ্কৰ ওলাই গ'ল। এওঁলোকৰ ভিতৰত এজনীৰ বৰ মৰম লগা আকৰ্ষণীয় চেহেৰা। ৰ'দত তেওৰ গাৰ বৰণ সোণৰ দৰে জিলিকি উঠিছিল। দুয়ো বন্ধু আহি ৰাম-নগৰৰ দেৱান চাহাবৰ ঘৰত আছিল, তেওঁ তালাত আৰু কামালৰ সম্বন্ধীয় লোক। চোকা ৰ'দত নৈ পাৰ হৈ তেওঁলোক চাৰিও ৰামনগৰ পালেগৈ। তালাতৰ তৎক্ষণাত কাদীৰলৈ মনত পৰিল।

"মই কমবুনৰ কাৰণে গাড়ী আৰু বালা কিনিব লাগিব।" তালাতে উচ্চ কণ্ঠেৰে ক'লে।

"এতিয়াও তোমাৰ কিনাৰ অভিযান আৰম্ভ হোৱা নাই?" কামালে পাছফালে ঘূৰি সুধিলে।

"নাই হোৱা, পইচা দিয়া।"

এইবাৰ দুয়োজন ল'ৰাই ৰোষেৰে ছোৱালী দুজনীলৈ চালে।

"তুমি আমাক মহাজন বুলি ভাবা নে কি? নে আমাৰ ব্যৱসায় আছে!" কামালে খঙেৰে ক'লে।

"আমি দুয়ো নিঃস্ব দৰিদ্ৰ ব্ৰহ্মচাৰী বিদ্যাৰ্থী। আনৰ দান দক্ষিণাৰ ওপৰত জীয়াই থাকোঁ।" হৰিশঙ্কৰে ক'লে।

তথাপি আমাৰ মন বাদছাহৰ দৰে ৰাখোঁ।" কামালে ক'লে।

"ঠিক কৈছা।" হৰিশঙ্কৰে গলখেকাৰি মাৰি কামালক সমৰ্থন কৰে। "বাৰু যদি সেই সৰস্বতী মন্দিৰৰ ছাঁত থিয় হৈ থকা সেই মহা সুন্দৰী ৰূপৱতী গৰাকী কোন ক'ব পাৰা, তেতিয়াহলে বেনাৰচৰ সকলোবোৰ চুৰী মই তোমাক কিনি দিম।" কামালে ক'লে।

"কোন মহাসুন্দৰী ৰূপৱতী?" তালাত আৰু নিৰ্মলাই এজনীয়ে আন জনীলৈ চালে।

"তুমি যদি তেওঁৰ ঠিকনা কোৱা।' হৰিশঙ্কৰে আৰু কৌতূহল দমাব নোৱাৰিলে।"

"ককাইদেউ, তোমাৰ কাৰণে ছোৱালীৰ ঠিকনা দি মই ভাগৰি পৰিছো" নিৰ্মলাই বিৰক্ত হৈ উত্তৰ দিলে।

এইদৰে কাঁজিয়া পেচাল কৰি কৰি তেওঁলোক ৰাম নগৰ পালেহি, তাত দুৰ্বাৰ বনত বহি দিনটো কটালে, আম খালে, আত্মীয় কুটুম্বৰ সৈতে সাক্ষাৎ কৰিলে। দেৱান চাহাবৰ বেগম চাহিবাই তৎক্ষণাত কাশীৰ অতি অভিজাত পৰিয়ালৰ ছোৱালীবোৰৰ সৈতে হৰিশঙ্কৰক চিনা-পৰিচয় কৰি দিলে।

বহাগ মাহ শেষ হ'ল। জেঠো। আহাৰত পৰীক্ষাৰ খবৰ ওলাল। চম্পা

আহমদ পাছ হ'ল। এইবাৰ তেওঁৰ যাত্ৰাৰ আয়োজন কৰা হ'ল। লক্ষ্ণৌৰ মামু মিঞাৰ্লৈ চিঠি লিখা হ'ল—'জুলাইত চম্পা বেগম তালৈ যাব বুলি।

লীলাক তেওঁৰ ঘৰত নমাই দিয়াৰ পাছত তেওঁ প্ৰত্যেক দিনৰ দৰে নিজৰ ঘৰ পালেগৈ। চকীদাৰটোৱে টঙ্গাৰ পৰা নামি সৰু গেট খন খুলিলে। তেওঁ ভিতৰ সোমাই বাৰান্দাত বহিল। বাহিৰৰ আলি পদূলি জনশূন্য। ওচৰৰ তিনি চাৰিটা ঘৰত কেইবাটাও ৰেডিঅ' একেলগে বাজি আছিল। লক্ষ্ণৌৰ পৰা বাতৰি কোৱা হৈছিল। চম্পাৰ দেউতাকে চ'ৰাঘৰত বহি কোনো মক্কেলৰ সৈতে কথা-বাৰ্তা পতাত ব্যস্ত আছিল।

"ডাকত তোমাৰ এই লেফাফাটো আহিছে।" তেওঁৰ মাকে এটা নীলৰঙৰ বহল লেফাফা তেওঁৰ হাতত দিলে। সন্ধিয়াৰ এন্ধাৰত তেওঁ চিঠি খুলিলে। বাৰান্দাৰ চাকি জ্বলাই পঢ়িবলৈ আৰম্ভ কৰিলে। অচিনাকি তিৰোতাৰ আখৰ, কোনো অপৰিচিতাৰ চিঠি। মুচৌৰীৰ পৰা আহিছে। চিঠিখন ইংৰাজীত লিখা। "মাই ডিয়েৰ চম্পা" বুলি তেওঁক অতি নিসঙ্কোচেৰে আৰু আপোন ভাবেৰে লিখা চিঠি। "মই এইটো জানি অতিশয় সুখী হৈছোঁ যে তুমি এই বছৰ আমাৰ কলেজলৈ আহিছা।" লগতে কলেজৰ নানা খবৰ, হোষ্টেলৰো যাৱতীয় খবৰ গোটেই হোষ্টেলৰ আনকি ফেকালিটীৰ বিষয়েও। শেষত লিখিছে যে নতুন ছোৱালীৰ শ্ৰেণী বিভাগত তেওঁক এই পত্ৰ লেখিকাৰ চাৰ্জত দিয়া হৈছে আৰু তেওঁ তেওঁৰ অফিচিয়েল 'এডভাইজাৰ'। এতেকে ষোল তাৰিখে কলেজলৈ আহোঁতে 'ফ্লোৰেনচ্ নিকলচ্ হ'ল'ৰ খট খটীত চম্পাই যেন তেওঁক লগ ধৰে। তেতিয়া তেওঁৰ সকলো সমস্যাৰ সমাধান কৰি দিব। তলত তেওঁৰ নাম আছিল—তহমীনা ৰজা, ৰোজ মাউণ্ট, মুচৌৰী—। চম্পা অবাক হ'ল। তহমীনা ৰজা কোন? মোৰ ঠিকনা কেনেকৈ জানিলে? চিঠিখন যেন বৰ ৰহস্যপূৰ্ণ। এনে ধৰণৰ কথা কেৱল উপন্যাসতহে হয়। তেওঁৰ এনে লাগিল যেন এতিয়া তেওঁ অতি বিচিত্ৰ পৰিৱেশৰ এখন আচৰিত পৃথিৱীৰ ফালে যাব খুজিছে।

তেওঁৰ এই ধাৰণা ভুল নহয়।

## ২৪

চিঠি অনুসৰি ষোল তাৰিখে তহমীনা ৰজাই চম্পা আহমদক 'ফ্লোৰেন্স নিকলচ হলৰ খটখটীত লগ পালে। চম্পাই অবাক হৈ চাৰিওফালে চাইছিল, এনেতে তেওঁৰ সমবয়সী এজনী ছোৱালীয়ে আগ বাঢ়ি আহি সুধিলে, 'তুমি চম্পা আহমদ নেকি?"

"হয়।"

"আহাঁ, মোৰ লগত।"

মুহূৰ্তৰ ভিতৰতে চম্পা চাঁদবাগৰ পৃথিৱীত সোমাই গ'ল। সেই নিশা হলত নতুন ছোৱালীবোৰক কলেজৰ পৰম্পৰাৰ সম্বন্ধে এটা লেকচাৰ দিয়া হ'ল। ইয়াৰ জীৱনৰ বিভিন্ন দিশৰ সৈতে তেওঁলোকক পৰিচিত কৰোৱা হ'ল। চম্পাই জানিব পাৰিলে যে প্ৰত্যেক বছৰ কলেজ অফিচৰ ফালৰ পৰা নতুন ছোৱালীবোৰৰ ঠিকনা চিনিয়ৰ ছাত্ৰীবোৰলৈ পঠাই দিয়া হয়, আৰু তেওঁলোকৰ ভিতৰত এজনক এডভাইচাৰচ্' নিযুক্ত কৰা হয়।

তহমীনাৰ ভনীয়েক তালাত আৰা ফাৰ্ষ্ট ইয়াৰত ভৰ্ত্তি হৈছিল। তেওঁ অতি আন্তৰিকতাৰে সৈতে ক'লে, "আহক? চম্পা বাইদেউ! আমি—আপোনাক বেনাৰচতো দেখিছিলোঁ নহয়।"

আন ছোৱালীবোৰৰ সৈতে চম্পা 'গুলফিঁচা' লৈকো গ'ল। ইয়াত সকলোৱে তেওঁক আপোনৰ দৰে ব্যৱহাৰ কৰিলে। শিঙ্গৰি ভৱনেও তেওঁক স্বাগত জনালে। শঙ্কৰ শ্ৰীবাস্তৱে তেওঁৰ কাৰণে নিজেই চাহৰ ট্ৰে দাঙি আনিলে।

এটা ৰবিবাৰৰ আবেলি পৰত তেওঁলোক 'গুলফিঁচা' লৈ গ'ল। তালাত আৰু তহমীনা পাছফালৰ বাৰান্দাৰ চাইড-ৰুমত খিড়িকীৰ দাঁতিৰ আসনত বহি আছিল। পিঁয়াজ আৰু জলকীয়াৰ পাচিটো কাষতে। নিৰ্ম্মলাই আলুৰ বাকলি গুচোৱাত ব্যস্ত। বোধ হয় ৰাতি তেওঁলোকৰ ঘৰত কিবা পাৰ্টিৰ আয়োজন কৰা হৈছিল।

চম্পাও চালপীৰাত বহি আলু গুচোৱাত লাগি গ'ল। সেই সময়ত ভাই চাহাব ভিতৰলৈ আহিল। টেনিচ বেকেটখন হাতত লৈ সোমাই আহোঁতে তেওঁক বৰ সুন্দৰ লাগিছিল। সাধাৰণতে ভাই চাহাব ঘৰৰ ভিতৰলৈ নাহে, বিশেষকৈ যেতিয়া তহমীনাৰ বান্ধৱীহঁত থাকে, কিয়নো তহমীনাৰ দলটো তেওঁৰ বৰ ভাল নালাগে। তহমীনাৰ আচল কমৰেড আছিল কামাল আৰু হৰিশঙ্কৰ। ভাইচাহাব সকলো সময়তে ভাইচাহাবেই।

চম্পাই বহি বহি আলু গুচাই আছিল। অৱশ্যে আঙুলি কটা নাছিল। হুজৰত ইউচুফ অত্যন্ত সুন্দৰ আছিল। মিচৰৰ বাদশাহৰ মহলৰ যুৱতীহঁতে নেমুটেঙ্গা কাটি আছিল আৰু মাজে মাজে তেওঁক চোৱাত ইমান তন্ময় হৈ পৰিছিল যে নেমুৰ সলনি তেওঁলোকে নিজৰ আঙুলিকে কাটি পেলাইছিল। ভাই চাহাবে গধূলি 'ডিনাৰ'ৰ সম্বন্ধে তহমীনাক কিবা সুধিবলৈ আহিছিল। তাইৰ সৈতে কথা পাতি তেওঁ আকৌ উলটি গ'ল। নিজৰ কোঠালিলৈ গৈ তেওঁ গঙ্গাদীনক সুধিলে, "সেই নতুন ছোৱালীজনী কোন, অ'! ভিতৰত যে বহি আছে?"

"মই নাজানো হুজুৰ।" গঙ্গাদীন হতভম্ব হৈ পৰিল। ভাই চাহাবে আজি-

লৈকে ছোৱালীৰ সম্বন্ধে তাক কেতিয়াও কোনো কথা সোধা নাই। বৰ আইদেউৰ সৈতে তেওঁৰ বিয়া হোৱাৰ কথা।

"বাবু, যোৱা।"

কামাল আহিল। তেওঁকেই বা কি সুধিব। তালাতৰ প্ৰকৃতিক তেওঁ ভয় কৰে। তেওঁক যদি ইঙ্গিতেৰেও কিবা সোধা যায় তেন্তে গোটেই খনতে ঢোল পিতি ফুৰিব। কি যে বিপদ! তহমীনাৰ সৈতে বিয়াৰ বন্দৱস্ত হৈ যোৱা বাবে এতিয়া তেওঁ পৃথিৱীৰ কোনো ছোৱালীলৈকে চকু দিয়াও যেন পাপ। কয়দীৰ দৰে অৱস্থা! কি যে শাস্তি! আচলতে তেওঁ বৰ অকলশৰীয়া আছিল। ভাই চাহাবে নিজৰ ব্যক্তিত্বৰ ৰোমাঞ্চত নিজেই মেৰ খাই পৰিছিল। চম্পাক অমলাই ক'লে, এইজন ডাঙৰীয়া তহমীনাৰ পাণিপ্ৰাৰ্থী; কিন্তু তহমীনাই তেওঁক একেবাৰে আঁতৰ কৰি থৈছে।"

"আচৰিত! কি যে এক টিপিকেল পৰিস্থিতি। 'গুলফিঁচা' নামৰ ঘৰৰ অধিবাসী সকলৰ সম্বন্ধে তেওঁ যি বোৰ গল্প পঢ়িছে, সেই সকলোবোৰ প্ৰায় এয়েই আছিল।

—ওচৰৰ পৰা চালে এই গল্প বোৰত একো নতুনত্ব নাই। যি আনৰ জীৱনক এটা গল্প বুলি ভাবে, প্ৰকৃততে সি নিজেই এটা গল্প হৈ পৰে। তাক আন মানুহেহে পঢ়ে—সেইটো কথা চম্পাই তেতিয়া বুজা নাছিল।

## ২৫

বাৰিষা শেষ হ'ল। কাৰ্ত্তিক পূৰ্ণিমা। চাৰিওফালে পুহ ও মাঘৰ বতাহ। বাগিচাত কুঁৱলী পৰিল। নিশাৰ ফুলবোৰতো নিয়ৰৰ কণিকাবোৰ গোট খাই ৰ'ল। চাঁদ বাগত খৃষ্ট-মাছৰ আয়োজন আৰম্ভ হ'ল। ধনী মানুহ বোৰে এই বছৰৰ শেহতীয়া ফেছনৰ অভাৰকোট চিলোৱালে। দুখীয়া নিচলা মানুহবোৰ জাৰত ঠেৰেঙা লাগি মৰিল। ডাঙৰ মানুহবোৰে চিকাৰৰ কাৰণে কালপী আৰু পাহাৰৰ তলৰ সমতল ভূমিৰ ফালে গ'ল। কলিকতাৰ শোভা দুগুণ হৈ উঠিল। জাৰ গল, বসন্ত আহিল। সৰিয়হ ফুল ফুলিল। গৰম হ'ল। তলৰ ঘৰবোৰ সমৃদ্ধ হৈ পৰিল। দুৰ্বাৰিৰে বেৰ দিয়া হ'ল। জিলাৰ কোম্পানীৰ বাগিছাবোৰ চম্পাফুলৰ গোন্ধত আমোলমোলাই উঠিল। গৰম বতাহ বলিল। গোমতীৰ বালিত তৰমুজ পকিল। শাওণ আহিল। অমৰাবোৰ শুকাই ক'লা হ'ল। এটা বছৰ এইদৰেই শেষ হ'ল মানৱৰ অমূল্য জীৱনৰো এটা বছৰৰ অন্ত পৰিল। দীপান্বিতা আহিল।

"গুলফিচাঁৰ পাছফালৰ বাৰান্দাত সকলোতকৈ তলৰ খটখটীত তালাত বহি

আছিল। ইয়াৰ পৰা বাগিচাৰ দৃশ্য বৰ ভালকৈ দেখা যায়। আকাশৰ গভীৰ নীল বৰণে চকুত চমক লগাইছিল। এই নীলবৰণ দূৰৈত গৈ গছৰ সেউজী বৰণৰ মাজত হেৰাই গৈছিল আৰু চাৰিওফালে স্বচ্ছ নিস্তব্ধতা বিয়পি পৰিছিল। ভিতৰত বোধকৰো ভাই চাহাবে বেহেলা বজাইছিল। তেওঁ সেইফালে কাণ দিলে। আন দিনৰ দৰে হাত মেলি মাটিৰ পৰা তিনি পতীয়া ঘাঁহ ছিঙিলে আৰু আনন্দেৰে চোবাবলৈ ধৰিলে।

এবছৰ শেষ হৈ গ'ল। ভাই চাহাবে ইউনিভাৰ্চিটি এৰিলে। আৰু প্ৰতিযোগিতাৰ কাৰণে সাজু হ'ল। কামাল আৰু হৰিশঙ্কৰৰ এম, এৰ ফাইনেল পালেহি। অপ্পীয়ে বি, এ, পাছ কৰিলে। তালাত আৰু নিৰ্ম্মলা এতিয়া চেকেণ্ড ইয়েৰত আছিল। ভাইচাহাবৰ কি হৈছে? তেওঁ চম্পাৰ সৈতে প্ৰেম কৰে আৰু চম্পাইও তেওঁ ভাল পায়। চম্পাৰ কাৰণে যে গোটেই পৃথিৱীয়েই প্ৰাণ দিব পাৰে। কামাল আৰু হৰিশঙ্কৰ তেওঁৰ প্ৰশংসাত পঞ্চমুখ। তেওঁলোকে তালাতক কয় যেতিয়া তুমি ডাঙৰ হবা, তেতিয়াহে তুমি অনুভৱ কৰিবা, চম্পা কেনেকুৱা ৰহস্যময়ী।

"বাৰু দেও, হ'ব" তালাতে উত্তৰ দিয়ে। অপ্পীৰ সৈতে তেওঁৰ এতিয়াও আগৰ নিচিনা বন্ধুত্ব। অপ্পী অতি পৰিপাটি ছোৱালী। তেওঁ সকলোৰে সৈতে অতি মিলাপ্ৰীতিৰে থাকে। তেওঁৰ অন্তৰখন বৰ উদাৰ। অধিক বিচিত্ৰ আৰু প্ৰশংসনীয় কোন বাৰু? অপ্পী নে চম্পা? সেইষাৰ কথা কোনে ক'বলৈ যাব? পুৰুষে মাথোঁ চেহেৰা পছন্দ কৰে। চম্পা সুন্দৰী আৰু অপ্পী সুন্দৰী নহয়। মাত্ৰ এয়েই মূল কথা। এইবোৰ ভাবি তালাতৰ বৰ দুখ হয়। সৌন্দৰ্যক মানুহে বেছি মূল্যাঙ্কন কৰে। দুখেৰে সৈতে তেওঁ মাটিৰ পৰা এডাল ঘাঁহ ছিঙি চোবাবলৈ ধৰিলে।

কামাল দেৰাদুনৰ এটা বাটেৰে দি গৈ আছিল। তেওঁ আনবাৰৰ দৰে দীপান্বিতাৰ ছুটীত ফুৰিবলৈ ওলাইছিল। তেওঁৰ পুৰণি লামাৰ্টিনেয়ৰ কলেজৰ এজন যুৱক ইংৰাজ অধ্যাপক কেইবছৰ মানৰ আগতে অক্সফোৰ্ডৰ পৰা ভাৰতলৈ আহিছে। আজি অলপ দিন হ'ল তেওঁ ঘৰৰ পৰা পলাইছে। তেওঁক ধৰিবৰ কাৰণে কামালক পঠোৱা হৈছিল কিয়নো কামাল তেওঁৰ প্ৰিয় ছাত্ৰ আছিল। তেওঁ হৰিশঙ্কৰৰ সৈতে হৰিদ্বাৰত ঘূৰিছিল আৰু 'হৰকী প্যাড়ী'ৰ মন্দিৰ আৰু হিমালয়ৰ পৰ্ব্বতবোৰত তেওঁক খুব বিচাৰিছিল। এদিন হঠাৎ যোগমায়াৰ মন্দিৰৰ ওচৰত তেওঁ প্ৰফেচাৰ চাহাবক দেখা পালে। তেওঁ হাতযোৰ কৰি ক'বলৈ ধৰিলে, "ভাই এতিয়া মই বন্ধনৰ পৰা ওলাই আহিছোঁ। মোক ঘূৰাই নিনিবা। মই বৰ আনন্দত আছোঁ।" কামালে ক'লে, "লক্ষ্ণৌত উৰা বাতৰি ওলাইছে যে আপুনি প্ৰচাৰৰ কাৰণে এই অস্ত্ৰ চলাইছে।"

"ভাই।" তেওঁ হাতযোৰ কৰি অনুৰোধ কৰিলে, ভগৱানৰ শপত গুচি

যোৱা ভাই।'' তাৰ পাছত তেওঁ নিজৰ গেৰুৱা কাপোৰ সামৰি এটা খালেদি জপিয়াই হাবিত অদৃশ্য হৈ পৰিল। কামালেই বা কি কৰিব? হৰিশঙ্কৰৰ সৈতে দেৰাদুনৰ মোহিনী ৰোডেৰে ঘূৰি ফুৰি বিস্পানা নৈৰ পাৰ পালে।

' ভাই হৰিশঙ্কৰ''—কামালে ক'লে।

''কোৱা বন্ধু।''

''বন্ধু! এই প্ৰফেচাৰ হেমিলটনে ঠিকেই কৈছে আমি সঁচাকৈয়ে বন্ধনত সোমাই আছোঁ, খোদাৰ কচম।'' সেইদিনা তেওঁলোকে দাৰ্শনিকৰ দৰে যথেষ্ট চিন্তা কৰিলে। তেওঁলোকৰ মুখাবয়বত গভীৰ দাৰ্শনিকত্বৰ ৰূপ ফুটি উঠিল।

''আহাঁ, ঘৰবোৰৰ নাম পঢ়ি যাওঁ। নামৰ নিৰ্বাচনৰ যোগেদি ঘৰৰ গিৰিহঁতৰ চাইকোলজী বুজিব পৰা যাব।'' যাওঁতে যাওঁতে এখন গেটৰ ওচৰত বৈ হৰি-শঙ্কৰে ক'লে। ''আমি কেতিয়াও ঘৰ নেসাজোঁ দেই।''

''ঠিক কৈছা। চোৱাঁ, পূৰ্ব পুৰুষ সকলৰ কেনে ধৰণৰ দুৰ্বলতা আছিল। খাবিস্তান! ছিঃ!''

''কিন্তু তুমি নিজেও 'গুলফিৰ্চা' আৰু 'খয়াৰাঁতত থাকা।''

''জানো।''

''বন্ধু, কমাল!''

''কোৱাঁ।''

''অলপ ভাবাচোন। মানুহে ঘৰ সাজিছে। ইফালৰ পৰা সিফাললৈকে, এটাত কৈ আনটো সুন্দৰ। গোটেই পৃথিৱীত কিমান ঘৰ সজা হৈছে!''

''এৰা, অতি আচৰিত কথা।''

তেওঁলোক দুয়ো এখন গেটৰ দলঙত বহিল আৰু আকৌ এই সমস্যা লৈ আলোচনা চলালে। প্ৰকৃততে প্ৰফেচাৰে সংসাৰ ত্যাগ কৰা ঘটনাই তেওঁলোকক ব্যাকুল কৰি তুলিছিল, এজন সুস্থ মস্তিষ্কৰ মানুহ অথচ বৈজ্ঞানিকো, তেওঁ হাবিত অন্তৰ্দ্ধান হ'ল। আচৰিত! নিশ্চয় ইয়াৰ কিবা নহয় কিবা অৰ্থ আছে।'' এন্ধাৰ হোৱালৈকে তেওঁলোকে শান্ত, সুগন্ধিত বাটৰ ঘৰবোৰৰ নাম পঢ়িবলৈ ধৰিলে, 'নস্তৰণ' 'দৌলতখানা', 'চেমৰক' 'আচিয়ানা', 'ৰাজমহল' কামালৰ চকুত দেউতাকৰ ঘৰ 'খায়াৰাত'ৰ ছবি ভাহি উঠিল। এই ঘৰবোৰৰ বাগিচাত লগা পাহাৰী ফলৰ গছবোৰৰ সুবাস চাৰিওফালে বিয়পি পৰিছিল। পৃথিৱীখনক বৰ মনোৰম যেন লাগিছিল।

এওঁলোক দুয়ো মুখ ঘূৰাই এখন গেটৰ দলঙত বহি পৰিল। বাটৰ কাষৰ খালটোৰেদি বৈ যোৱা পানীবোৰ তেওঁলোকে নিৰীক্ষণ কৰিলে। পানীত এযোৰ ফটা জোতা ঢৌৰ কোবাল সোঁতত নাচি বাগি উটি গৈছিল।

আৰু দুটা বছৰ বাগৰি গ'ল। ৪২ চনৰ আগষ্টৰ আন্দোলনো সাধু কথা হৈ পৰিল। 'পণ্ডিতজী', 'মৌলানা' আৰু সকলো নেতা আহমদ নগৰৰ দুৰ্গত বন্দী। পৃথিৱীৰ ৰং দ্ৰুত গতিৰে সলনি হৈ গ'ল। দুৱাৰৰ পৰা 'ভাৰত ত্যাগ' ধ্বনি নাইকিয়া হৈ আহিছিল। আৰু সকলোফালে সৈন্য দেখা গৈছিল।

গুলফিঁচাৰ চৈয়দ আমিৰ ৰজাই ইম্পিৰিয়েল চাৰ্ভিচৰ প্ৰতিযোগিতাত সফল হোৱাৰ পাছত নেভীত 'কমিচন' ল'লে। তহমীনা এম, এ ফাইনেলৰ ছাত্ৰী। চম্পা এম এ প্ৰীভিয়াচত আৰু কৈলাস হোষ্টেলত তালাত আৰু নিৰ্ম্মলা আণ্ডাৰ গ্ৰেজুৱেট ছাত্ৰী।

চম্পাও এতিয়া সেই গ্ৰুপত যাক নগৰৰ 'ফেশ্বনেবল স্মাৰ্ট ইনটেলেকচুৱেল চেট' বুলি কোৱা হৈছিল। এওঁলোক সকলো একেদলৰ আছিল। অথচ তেওঁলোক'ৰ মাজত থাকিও চম্পাৰ নিজকে বৰ অকলশৰীয়া অকলশৰীয়া যেন লাগিছিল। প্ৰকৃততে মানুহ যে সদায়ে অকলশৰীয়া তেওঁ যেন মাজে মাজে সেই কথা উপলব্ধি কৰিছিল।

সেইদিনা ভাই চাহাব মাদ্ৰাজলৈ যোৱাৰ কথা আছিল। চম্পাক লগ পাবলৈ তেওঁ আহিল। চম্পা ওলাইছিল চাইকেলখন লৈ লাইব্ৰেৰীলৈ। ভাইচাহেবো তেওঁৰ লগে লগে বাটলৈ ওলাই আহিল। ভাই চাহাবে ক'লে, "মই ইয়াৰ পৰা পলাই যাব খুজিছোঁ। মোৰ ভাগ্যই মোক পলাই যাবলৈ সুযোগ দিছে। তুমি ......তুমি...মোৰ লগত যাবলৈ সাজু আছা নে ?"

এনেয়ে ভাই চাহাব সুসজ্জিত আৰু সুন্দৰ। নেভীত সোমোৱাৰ পাছত সোণত সুৱগা চৰিল।

এক অজ্ঞাত ভয়ত চম্পাৰ মুখখন শুকাই গ'ল। এইটো বৰ আচৰিত কথা. এজন মানুহে তেওঁক নিজৰ জীৱনলৈ আমন্ত্ৰণ জনাইছে। সেই মানুহজনক তেওঁ খুব ভালো পায়। অথচ উত্তৰত তেওঁ ক'লে. "আচৰিত কথা এইদৰে ক'বলৈ আপোনাৰ লাজ নালাগিল নে ?"

"তেন্তে তুমি মোক বৃথাই কিয় আশা দিলা", তেওঁ খঙেৰে ক'লে।

"মই আপোনাক কোনো আশা দেখুওৱা নাই।"

"তুমি ন্যায় ভাবেৰে ক'ব পাৰা নে যে তুমি মোৰ লগত এয়া অভিনয় কৰিলা। তোমাৰ বান্ধৱী তহমীনাৰ সৈতে মোৰ বিয়া হ'ব বুলি জানিও।"

তেওঁ মৌন হৈ পৰিল। এইটো একেবাৰে সঁচা আছিল। এতিয়া তেওঁ প্ৰথমবাৰৰ বাবে উপলব্ধি কৰিলে যে তেওঁৰ বৰ দুৰ্বলতা আছে। সিদ্ধান্ত, উচ্চ বিচাৰ আৰু দৰ্শন ভিন্ন বস্তু, আমি বাস্তৱিক জীৱনত ইয়াক প্ৰয়োগ কৰিব, নোৱাৰোঁ, কাৰণ প্ৰকৃততে আমি অতি দুৰ্বল মানুহ।

ভাইচাহাবে যেন তেওঁৰ মনৰ চিন্তা বুজি পালে। তুমিও অতি সাধাৰণ হ'লা", তেওঁ ক'লে। "মইনো অসাধাৰণ বুলি কেতিয়া দাবী কৰিছিলোঁ?' ইমানপৰে তেওঁলোক বাদশ্বাহ বাগৰ গেট পালেহি, "ৰ'ব, আপুনি মোৰ লগে লগে আহিছে কিয়? মই নিজৰ কামত যাব লাগে। আপুনি ঘৰলৈ যাওক।"

"মোৰ কোনো ঘৰ নাই।"

"আমাৰ কাৰো ক'তো ঘৰ নাই", চম্পাই বিৰক্তিৰে ক'লে, "এতিয়া এই সময়ত মই আপোনাৰ সৈতে তৰ্ক কৰিব খোজা নাই। আপোনাৰ ঘৰ পৰি আছে যাক গুলফিচাঁ বুলি কয়।'

"ইস্! কি যে কৃত্ৰিম নাম! অৱশ্যে তাত তহমীনা আছে। আপুনি যাওক।"

"তুমি একেবাৰে তুচ্ছ আৰু সাধাৰণ তিৰোতাৰ দৰে মোৰ লগত যুঁজিছা, তোমাৰ সকলো প্ৰতিক্ৰিয়া অতি সাধাৰণ। তুমিও শেহত আনৰ শাৰীলৈ উলটি গলা, পৃথিৱীত তোমাৰ নিচিনা হেজাৰ বিজাৰ ছোৱালী আছে। তুমি মোৰ লগত ইমান-দিনে ফ্লাৰ্ট কৰিলা আৰু এতিয়া লগৰী হ'বলৈ সাহস কৰিব পৰা নাই। আচৰিত!"

"সাধাৰণ মানুহৰ দৰে আপুনিও মোৰ লগত দেখোন যুঁজ কৰিছে। তেওঁ মিচিকিয়াই হাঁহি ক'লে, "এইটো অৱশ্যে প্ৰমাণ হ'ল যে আমাৰ ভিতৰত কোনোৱেই দেৱী বা দেৱতাৰ শ্ৰেণীৰ নহয়। খোদা হাফিজ।" চাইকেলত বহি বেগাই টেগোৰ লাইব্ৰেৰীৰ ফালে গুচি গ'ল।

"গুলফিচা" লৈ আহি ভাই চাহাবে অতি তন্ময়তাৰে সৈতে বন্কা মেলাত ব্যস্ত হৈ পৰিল। সেইদিনা তহমীনা এম. এৰ শেষ প্ৰশ্ন কাকত দি ইউনিভাৰ্চিটিৰ পৰা ঘূৰি আহিছে। গোটেই দিন ঘৰত গোপনীয় ভাৱে পৰামৰ্শ কৰা হ'ল। বৰ ছোৱালী জনীয়ে পৰীক্ষা শেষ কৰিলে। ভাই চাহাব নেভীৰ অফিচাৰ হ'ল। এতিয়া আৰু বিয়াত পলম কিয়?

নিশা ভাই চাহাবে নীৰৱে মটৰত বহি ষ্টেচনলৈ গুচি গ'ল। গোটেই ঘৰখন অশান্ত হৈ পৰিল। কামাল আৰু হৰিশঙ্কৰে তহমীনাৰ ওচৰলৈ যাবলৈ সঙ্কোচ কৰিলে। গৰমৰ বন্ধ আৰম্ভ হ'ল। চম্পা বেনাৰচলৈ ঘূৰি গ'ল। আৰু আগৰ দৰেই সকলোৱে পাহাৰলৈ যোৱাৰ আঁচনি কৰিলে। গোটেই ঘৰৰ মানুহ নৈনীতাললৈ বুলি ৰাওনা হ'ল। কামালে তেওঁৰ পেহীয়েকৰ নিমন্ত্ৰণ পাই মুচৌ-ৰীলৈ গ'ল।

জুলাই মাহত সকলো মানুহ পাহাৰৰ পৰা নামি আহিল।

গুলফিচাঁৰ দুৱাৰ মুকলি হ'ল। পূবৰ বতাহত বাগিচাৰ পুলিবোৰ কঁপি উঠিল, এনেতে এদিন হঠাৎ ভাই চাহাব আহিল। তেওঁ তিনি দিন 'গুলফিচাঁ'ত থাকিল আৰু তিনিওদিন নিজৰ কোঠালিত বহি ৰ'ল। যোৱাৰ আগদিনা তেওঁ অম্মা বেগমৰ কোঠালৈ গ'ল।

''অভিনন্দন, জনাইছোঁ। আপোনাৰ ছোৱালীয়ে এম, এ পাছ কৰিলে।'' তেওঁ চালপীৰাত বহি অতি শান্ত কণ্ঠেৰে ক'লে।'

আম্মা বেগম মনে মনে থাকিল।

''মোৰ মনেৰে এতিয়া আপুনি তেওঁক বিয়া দিব লাগে।''

''কাৰ সৈতে?'' আম্মা বেগমে তীক্ষ্ণ স্বৰেৰে সুধিলে। ''কিয়, মোৰ সৈতে আৰু কাৰ সৈতে ?'' তেৰোঁ সেইদৰে তীক্ষ্ণস্বৰত উত্তৰ দিলে।

''এইটো ক'বলৈ এতিয়া তোমাৰ লাজ লগা নাই। নিজৰ দদায়েৰাৰ ছোৱালী এৰি আন ছোৱালীৰ প্ৰেমত পৰিলা, আমি য'লৈকে যাওঁ, মানুহে আঙুলি দেখুৱায়।''

''মই নিজৰ কৰ্ত্তব্যভ্ৰষ্ট হৈছোঁ বুলি কেনেকৈ ভাবিব পাৰিলে ?''

এইখন ঘৰত ডাঙৰ-দীঘল হৈ প্ৰতিজ্ঞা বদ্ধ হৈছিলোঁ এইবুলি যে তহমীনা বেগমৰ স্বামী বুলি যাতে চিনাকি দিব পাৰোঁ। এতিয়া মই ইমান অকৃতজ্ঞ নহওঁ যে আপোনাৰ ছোৱালীক এৰি দি যাম।'' ইয়াকে কৈ তেওঁ বাহিৰলৈ গুচি গ'ল।

চোচনে গৈ তহমীনাক ক'লে, ''আই মই ইমান বান্দীক মাতিবলৈ যাব খুজিছোঁ নাম গাবৰ কাৰণে, আপুনি একো শুনা নাই ? আপোনাৰ বিয়াৰ সময় হৈছে।'' ''চোচন! তুমি গৈ সকলো মানুহক কৈ দিয়া, লাগিলে তলৰ মাটি ওপৰ হৈ যাওক, মই কেতিয়াও ভাইচাহাবক বিয়া নকৰাওঁ।'' ইয়াকে কৈ তহমীনাই উচুপি উচুপি কান্দিবলৈ ধৰিলে। চোচন অবাক হৈ পৰিল।

গোটেইখন ঘৰ তোলপাৰ লাগিল। চাৰিওফালে ফোন আৰু ট্ৰাঙ্ককল কৰিলে। মুচৌৰীলৈ টেলিগ্ৰাম দি কমালক মতা হ'ল যে তেওঁ যেন আহি ভনীয়েকক বুজায়। প্ৰত্যেকজন লোকে নিজৰ শক্তি অনুসৰি তহমীনাক বুজাবলৈ চেষ্টা কৰিলে।

কিন্তু তহমীনাই 'নহয়'ৰ পৰা, 'হয়' বুলি নক'লে। আঁকৰী ছোৱালীৰ দৰে তেওঁ গোটেই নিশা কান্দিবলৈ ধৰিলে।

ক'মালে মুচৌৰীৰ পৰা আহি ঘৰৰ এই ৰূপ দেখিলে। তেওঁ আকৌ চম্পাক লগ পাবলৈ কৈলাসলৈ গ'ল। তাত গম পালে যে চম্পা এতিয়া তেওঁৰ ককাকৰ ঘৰত, অহা সপ্তাহত হোষ্টেললৈ যাব। চম্পাৰ ঘৰৰ ওচৰ পোৱাৰ লগে লগে ভাইচাহাবৰ লগত তেওঁৰ ভেটাভেটি হ'ল। ক'ব নোৱাৰি তেওঁ চম্পাক কি ক'বলৈ গৈছিল। তেওঁ তেতিয়াই গুচি গ'ল, সেইদিনাই মাদ্ৰাজলৈ ৰাওনা হ'ল।

লাহে লাহে পৰিস্থিতি সুস্থ হৈ পৰিল, চম্পা আগৰদৰে তেওঁৰ দলত সোমাই গ'ল। এই দুয়োজনী ছোৱালীয়ে অত্যন্ত মৰ্যাদা আৰু শিষ্টাচাৰৰ সৈতে নিজৰ বন্ধুত্ব স্থায়ী কৰি ৰাখিলে। কেতিয়াও ভুলতো তেওঁলোকে ভাইচাহাবৰ প্ৰসঙ্গ আহিবলৈ নিদিলে। দুয়ো মনে মনে এইটো ভাবিলে যে আমি বৰ গম্ভীৰ

আৰু ৰক্ষণশীলা মহিলা, আজি-কালিৰ ছোৱালীৰ দৰে এই ক্ষুদ্ৰ চিন্তাবোৰত মজি নাথাকোঁ।

এইটো সঁচা যে সময়ত যিবোৰ কথা প্ৰলয় যেন লাগে, সময় পাৰ হৈ গ'লে আৰু পাছত মনত পৰিলে এনে লাগে যেন আমি কিমান মূৰ্খ আছিলোঁ, অনাহকত অস্থিৰ আৰু ব্যাকুল হৈছিলোঁ।

## ২৭

দুৰ্ভিক্ষৰ সহায়-কাৰ্য্যত কামাল কলিকতালৈ যোৱাৰ কথা আছিল। এনেতে ভিনিহীয়েকৰ চিঠি আহিল। লাজৰ বিয়াৰ এবছৰ পূৰ হ'ল। তাই স্বামীৰ সৈতে নতুন দিল্লীত আছিল। ভিনিহীয়েক চৰকাৰৰ কোনো বিভাগত আণ্ডাৰ চেক্রেটেৰী আছিল! এতিয়া নিৰ্ম্মলাৰ বিয়াৰ কথা ভবা হৈছে। ভিনিহীয়েকে লিখিছে যে তুমি কলিকতালৈ গৈছা, চাৰ দীন নাৰায়ণৰ ল'ৰা গৌতম আজি-কালি তাতে থাকে। আমি ভাবিছোঁ যে তেওঁৰ ওচৰত নিৰ্ম্মলাৰ বিয়াৰ প্ৰস্তাৱ দিয়া হওক, তেৱোঁ তোমাৰ দৰে বঙ্গৰ ৰিলিফৰ কামত তালৈ গৈছে, নহ'লে বিশ্ব-ভাৰতীত কিবা কৰি আছে। যিয়েই নহওক, তুমি তেওঁক লগ ধৰিবা আৰু চাবা লৰ'াটো কেনেকুৱা ধৰণৰ, অলপ গম্ভীৰ প্ৰকৃতিৰ নে তোমালোকৰ দৰে উশৃঙ্খল।

কামালে চিঠিখন জেপত থৈ দিলে। আচৰিত ধৰণৰ মানুহ এই ভিনদেউ। দেশত মানুহবোৰ মাখিৰ দৰে মৰিছে। ৰাজ্যখন সৰ্বনাশৰ ফালে ঢাল খাইছে আৰু এওঁলোকে বিয়া-বাবুৰ চিন্তা লৈ বহি আছে (তেওঁ বৰ উৎসাহী ছাত্ৰকৰ্মী আছিল। কিন্তু এতিয়া তহমীনা আৰু ভাইচাহাবৰ কথাৰ পাছত বিয়া-বাবুৰ ক্ষেত্ৰত যথেষ্ট অভিজ্ঞ হৈ পৰিছিল)। "মই কলিকতাত দুৰ্ভিক্ষ পীড়িত মানুহৰ মৰা শ কঢ়িয়াম নে নিৰ্মলা চাহিবাৰ কাৰণে দৰা বিচাৰি ফুৰিম?" তেওঁ বিৰক্তিৰে তালাতক ক'লে, তথাপি কৰ্তব্যৰ দাবীত তেওঁ সেই চাহাবৰ ঠিকনা টুকি ল'লে। ঠিকনাটো ভিনিহীয়েকে চিঠিত লিখি দিছিল। তেওঁ যাত্ৰা আৰম্ভ কৰিলে, তেওঁৰ লগত ইউনিভাৰ্চিটিৰ বহুত ল'ৰা-ছোৱালী আছিল, গোটেইটো বাট তেওঁলোকে ইকবাল, জোশ, ঠাকুৰ আৰু নজৰুল ইচলামৰ ওজস্বী গীতবোৰ গাই গ'ল, ৰেলৰ খিড়কীৰে তেওঁ দেশৰ লহপহীয়া খেতি চাবলৈ ধৰিলে আৰু ভাবিলে এইখন মোৰ দেশ—এইখন মোৰ দেশ। দেশভক্তি, আৰু বিপ্লৱ, ৰাষ্ট্ৰীয় উত্তেজনা আৰু ব্ৰিটিছ চৰকাৰৰ বিৰুদ্ধে ক্ৰোধ আৰু ক্ষোভৰ ভাবনাবোৰে তেওঁৰ অন্তৰত আচৰিত ভাবৰ সৃষ্টি কৰিছিল।

গঙ্গাৰ পাৰৰ এখনি সৰু শুৱনি নগৰৰ এটা ষ্টেচনত ৰেলখন ৰ'ল। ল'ৰা-বোৰে খিড়িকীৰে বাহিৰলৈ চাবলৈ আৰম্ভ কৰিলে। চাৰিওফালে পুখুৰী

আছিল। সেউজবুলীয়া পথাৰ আৰু বাঁহনি। দূৰৈত গঙ্গাৰ লহৰত সূৰ্য্য অস্ত গৈছিল। ষ্টেচনত দুখন ঘোঁৰাবাগী থিয় হৈ আছিল। প্লেটফৰ্মত গাঁৱৰ মানুহৰ ভিৰ, তেওঁলোকে চাউলৰ কাৰণে কলিকতালৈ যাবলৈ ৰেলত জুমুৰি দি উঠিছিল। প্লেটফৰ্মৰ বিপৰীত ফালে সন্মুখত মিলিটেৰী ৰেল ৰৈ আছে। "যেতিয়ালৈকে এই মিলিটেৰী ৰেলখন গুচি নাযায় তেতিয়ালৈকে আপোনাৰ গাড়ী যাব নোৱাৰে।" এজন গাৰ্ডে কামালক ক'লে, "আপোনাৰ ৰেলখন চাৰি-পাঁচ ঘণ্টামান পলম হ'ব। এইটো যুদ্ধৰ সময়, জনাব।"

ল'ৰা-ছোৱালীবোৰ প্লেটফৰ্মৰ পৰা নামি আহিল। কামাল আৰু তেওঁৰ বন্ধুবোৰ এতিয়া গান গাই গাই ভাগৰি পৰিল, ৰেলখনৰ যোৱাৰ নামেই নাছিল।

হঠাৎ ৰেখাই চিঞৰি এফালেদি লৰি গ'ল। তেওঁৰ লগৰীবোৰো লগে লগে গ'ল। প্লেটফৰ্মৰ মূৰত খেতিয়কৰ এটা সৰু দল সঙ্কুচিত হৈ কোঁচ খাই বহি আছিল। ক'লা ডাড়িৰ এজন যুৱক মৰি পৰি আছিল। মিঠাবৰণীয়া, শুৱনি, লনি এজনী ছোৱালীয়ে গিৰিয়েকৰ ওচৰত বহি চিঞৰি চিঞৰি কান্দি আছিল। তেওঁৰ দুয়োটা ল'ৰাই লগে লগে চিঞৰি আছিল।

"কামাল!" নৰেন্দ্ৰই মাতিলে, এইফালে আহঁা, আমাৰ মৰাশ কঢ়িওৱাৰ কাম ইয়াৰপৰাই আৰম্ভ হ'ল।"

উচুপনিৰ মাজত সেই ছোৱালীজনীয়ে বঙ্গলা ভাষাত ক'লে, তেওঁ আৰু তেওঁৰ গিৰিয়েক আবদুল মনচুৰ চাউল বিচাৰি কলিকতালৈ গৈছিল। তেওঁ এসপ্তাহৰ পৰা একো খোৱা নাছিল। আৰু তেৰোঁ এসপ্তাহ একো খোৱা নাই। মিলিটেৰী ৰেলৰপৰা পেলাই দিয়া দুটা বিস্কুট আৰু টোষ্টৰ কেইটামান টুকুৰা তেওঁ গোটাই থৈছিল আৰু ল'ৰা দুটাক খুৱাই লৈছিল। ইয়াকে কৈ আমনা বিবি প্লেটফৰ্মত শুই পৰিল আৰু তেওঁলোকৰ আগতে শেষ নিশ্বাস পেলালে।

এঙ্গলো ইণ্ডিয়ান ষ্টেচন মাষ্টাৰ জন তেওঁলোকৰ ফালে আগ বাঢ়ি আহিল; 'আপোনালোকে ইয়াত কি গোলমাল কৰিছে, আজি-কালি এই প্লেটফৰ্মত দিনৌ শ, পঞ্চাছটা মানুহ মৰে। আমি কিমানৰ কাৰণে চিন্তা কৰিম? এইটো ৰেলৱে ষ্টেচনহে, হাস্পতাল নহয়। এই বঙ্গালীবোৰ সদায় ভোকাতুৰ-বঙ্গালী, আপুনি কিয় চিন্তা কৰিছে?"

"ইয়াত কবৰখানা ক'ত আছে?" কামালে খঙত ওঁঠ কামুৰি সুধিলে।

"আমি নাজানো। আপুনি ইহঁতৰ কবৰ খান্দিব নেকি? ডেট ইজ ভেৰি ফানী!!"

কবৰখানা আৰু কোনো মৌলবীৰ সন্ধানত ল'ৰাবোৰ গাঁৱলৈ গ'ল, কামাল শ দুটাৰ ওচৰত বহি ৰ'ল।

প্লেটফৰ্মত ঘোৰ অন্ধকাৰ। বতাহে বাঁহনি ডৰাত সোঁ-সোঁৱাই আছিল। কামালে নিজৰ হোল্ড-অলৰ পৰা এখন চাদৰ উলিয়াই এই শ দুটাৰ ওপৰত

দি দিলে, ৰঙা সাড়ী পিন্ধা আমনা বিবি আৰু তাপলিৰে ভৰা নীলা গাঁৰিৰ লুঙ্গী পিন্ধা আবদুল মনচুৰ-দুয়ো এখন চাদৰৰ মাজত সোমাই ৰ'ল।

কেইখোজমান আঁতৰত গঙ্গা বৈ আছিল। তাৰ সোঁতত এখন অকলশৰীয়া নাও গৈ আছিল। নাৱত চাকি জ্বলি আছিল। কোনোবাই অতি অন্তৰ পৰশা ভাটীয়ালী গীত গাইছিল। গীতৰ শব্দবোৰ কামালে ভালকৈ বুজিবলৈ নোৱাৰিলে। গছৰ ওচৰত লৰ্ড কৰ্ণৱালিচৰ যুগত তৈয়াৰী ওখ খুটাৰ জালিকটা বাৰান্দাৰে সৈতে সেইটো জিলা কালেক্টৰৰ সুন্দৰ ঘৰ, তাৰ অলপ দূৰৈত নগৰৰ সবাতোকৈ সমৃদ্ধ জমিদাৰ ৰজা গিৰীশচন্দ্ৰ ৰায়ৰ মহল আছিল। তাত ৰেডিঅ' বাজি আছে। নিশাৰ নিস্তব্ধতাত বতাহত ভাহি অহা' বি. বি. চি'ৰ লঘু সঙ্গীতৰ শব্দ স্পষ্টকৈ শুনা গৈছিল। কামালৰ অন্তৰ আৰ্দ্ৰ হৈ উঠিছিল। তেওঁ চকু বন্ধ কৰিলে। এইখন ৰবীন্দ্ৰনাথ, সৰোজিনী দেৱী আৰু শৰৎচন্দ্ৰৰ দেশ।

আমি সকলো বিভিন্ন ধৰণৰ কিতাপৰ বিষয়-বস্তু। ইতিহাসৰ প্ৰকৰণ, শব্দ, পৰিসংখ্যা ৰিপোৰ্ট, কংগ্ৰেছ আৰু মুছলিম লীগৰ লীডাৰৰ ভাষণ কমিউনিষ্ট পাৰ্টিৰ স্পষ্টবাদিতা। যোৱা সপ্তাহত ডাক্তৰ আচৰফে ৰাষ্ট্ৰৰ স্বাধীনতাৰ দাবী লেনিনৰ সিদ্ধান্ত অনুসৰি হ'ব বুলি গৈছে। পাকিস্তান হ'লে কি হ'ব, যি মুছলমান, তেওঁ আপোনাআপুনি পাকিস্তানী হৈ পৰিব? নহ'লে কি হ'ব? লেনিন, ষ্টেলিন, গোৰ্কী, ডাক্তৰ আচৰফ সজ্জাদ জহীৰ, জিন্না চাহাব, মহাত্মা গান্ধী, পণ্ডিতজী.........!

কামালৰ মানস পটত এই ঘটনাবোৰ আৰু নামবোৰ মূৰ্ত হৈ উঠিল। এতিয়া সমগ্ৰ পৃথিৱীৰ কেন্দ্ৰ বিন্দু এই মৰা শ দুটা আছিল। সকলো ঘটনা আৰু সিদ্ধান্তৰ পৰম্পৰাৰ বন্ধন আহি এই কেন্দ্ৰত ছিঙ্গি গৈছিল। আমনাবিবি আৰু আবদুল মনচুৰ—দুটা শ!

পাছদিনা ৰাতিপুৱা তেওঁলোকে নিজৰ গন্তব্য স্থানলৈ যাত্ৰা কৰিলে! গধূলি বলখন হাওৰা পালেহি। ল'ৰা-ছোৱালীবোৰ নিজৰ নিজৰ থকা ঠাইলৈ গুচি গ'ল। প্ৰমোদ কুমাৰৰ ঘৰ এওঁলোক সকলোৰে গোট খোৱাৰ ঠাই। তাতে তেওঁলোক সকলো পাছদিনা গোট খাব লাগিব। কামাল মাণিকতলাৰ ফালে গ'ল, য'ত তেওঁৰ এজন ককাক মটিয়াবুৰ্জৰ নবাব থাকে।

## ২৮

মাণিক তলাৰ এটা ভগা ঘৰৰ গেটৰ সন্মুখত এখন বন্ধ গাড়ী আহি ৰ'ল। এই ঘৰৰ স্থাপত্য শৈলী কোম্পানীৰ যুগৰ আছিল। এনেকুৱা ঘৰ কলিকতাৰ

ঠায়ে ঠায়ে দেখা যায়। ডাঙৰ খুটা, বহল বাৰান্দা, আৰু দুৱাৰত ভেনীচিয়ন জালিকটা ভিতৰৰ কোঠাত লতা বচা সোণালী ফ্ৰেমত ইংলণ্ডৰ প্ৰাকৃতিক দৃশ্যৰ ছবি অংকা আছিল। গোটেই ঘৰটোত কাশ্মীৰী কাম কৰা পৰ্দা আছিল বাহিৰৰ ফুলনিত ফুলৰ সুগন্ধ বিয়পি পৰিছিল। ওপৰমহলাত ছোৱালীবোৰে চিঞৰিলে, "বাঃ! কম্মন ককাই আহি গ'ল লক্ষ্ণৌৰ পৰা।" গোটেইখন ঘৰ হুলস্থূল লাগিল, লগুৱা-লিগিৰী হঁত বাহিৰলৈ লৰি আহিল। তলৰ বাৰান্দাত বতাহত ফাৰ্ণৰ পাতবোৰ কঁপি আছিল। নবাব চাহাবে ভাগিনিয়েকক সম্ভাষণ জনাবৰ কাৰণে আৰামী চকীৰ পৰা উঠি আহিল।

এই ঘৰটো পঞ্চাছ পঁচপন্ন বছৰৰ আগতে দত্ত পৰিয়ালৰ পৰা মটিয়া বুৰ্জৰ নবাব কামাল ৰজা বাহাদুৰৰ সৰু ভনী-জোঁৱায়েকে কিনি লৈছিল। একালত ইয়াত অতি ধুমধামেৰে ব্ৰাহ্ম সমাজৰ মজলিচ বহিছিল। ওপৰ মহলাৰ এটা কোঠালিত এতিয়াও দত্ত পৰিবাৰৰ অস্পষ্ট মলিন ছবি লগোৱা আছে। গ্ৰুপ ফটোগ্ৰাফৰ, মাজত মহৰ্ষি দেবেন্দ্ৰনাথ ঠাকুৰ বহি আছে। সেই কোঠালিৰ এচুকত মাৰ্বল পাথৰৰ বহা আসন আছে। শুনিবলৈ পোৱা যায় যে তাত বহি মহৰ্ষিয়ে হাৰমনিয়মত ভজন গাইছিল। ঘৰৰ গিৰিহঁত, তাহানিৰ লক্ষ্ণৌৰ কেনিং কলেজৰ প্ৰফেচাৰ মনোৰঞ্জন দত্তৰ মৃত্যুৰ পাছত তেওঁৰ পুতেকে এই ঘৰটো বেচি বালীগঞ্জত এটা বিৰাট ঘৰ সাজিলে, তেওঁৰ সতি-সন্ততিৰ ভিতৰত এতিয়া কোনোবা আই. চি. এচ., প্ৰফেচাৰ আৰু কোনোবা কমিউনিষ্ট লীডাৰ। তেওঁৰ ছোৱালীবোৰে প্ৰায় সৰহছোৱা শিক্ষা ইউৰোপত প্ৰাপ্ত কৰিছে। মনোৰঞ্জন দত্তৰ এজনী নাতিনীৰ বিয়া চাটগাঁৱৰ পৰ্বতীয়া ৰাজ্যৰ এজন ৰজাৰ লগত হৈছে।

বৰ্ত্তমানৰ ঘৰৰ গিৰিহঁত লক্ষ্ণৌৰ নিঃশেষ হৈ যোৱা নবাব। পেঞ্চন পায় আৰু কলিকতাত থাকে! তেওঁলোকৰ কাম কেৱল জীয়াই থকাই আছিল।

নবাব কামাল ৰজা বাহাদুৰ চুলতানে আলম ৱাজিদ আলী ছাহৰ সৈতে মটিয়া বুৰ্জলৈ আহিছিল। নবাব আলী ৰজা বাহাদুৰ তেওঁৰ সবাতোকৈ সৰু ভনী-জোঁৱায়েক আৰু খুৰাকৰ পুতেক আছিল। উনৈছ শতিকাৰ শেষৰ কলিকতা অত্যন্ত আধুনিক নগৰ আছিল। তাত অসংখ্য কলেজ আছিল ; আছিল প্ৰেছ আৰু বাতৰি-কাকত। নতুন বঙ্গলা উপন্যাসত হিন্দু সংস্কৃতিৰ নবোৎ-থানৰ প্ৰচাৰ কৰা হৈছিল। দেশৰ চুকে-কোণে ৰাজনৈতিক আৰু সাংস্কৃতিক আন্দোলনৰ আলোচনা চলিছিল। নবাব আলী ৰজা বাহাদুৰৰ এই বোৰৰ সৈতে কোনো সম্বন্ধ নাছিল। আলীগড়ত এম এ কলেজ খোলা হ'ল যদিও নবাব চাহাবৰ ইংৰাজী শিক্ষাৰ প্ৰতি কোনো ধাউতি নাছিল। তেওঁৰ সময় বোৰ লক্ষ্ণৌ, দিল্লী আৰু আজীমাবাদৰ সাহিত্যিক কবি সকলৰ সঙ্গত আৰু সাজ পোচাকত ব্যতীত হৈছিল। পেন্সন পোৱাৰ কাৰণে দিনবোৰ নিশ্চিন্ত মনেৰে কটাই দিছিল মূৰত ব্ৰিটেইনৰ ছত্ৰছায়া দৃঢ় হৈ আছিল হঠাৎ তেওঁৰ বংশত প্ৰথমবাৰ এটা আচৰিত

ঘটনা ঘটিল। নবাব আলী ৰজাৰ যিজন জোঁৱাই লক্ষ্ণৌত থাকে, তেওঁ নিজৰ ল'ৰাটোক আলীগড়লৈ পঠাই দিলে।

নবাব আলী ৰজাৰ দ্বিতীয় জোঁৱায়েক পাটনাত থাকে। তেওঁ অতি উচ্চ বিচাৰৰ, প্ৰগতিশীল লোক আছিল। পাটনাত আইনৰ যথেষ্ট চৰ্চ্চা আছিল

নবাব আলী ৰজাৰ পাটনাৰ জোঁৱায়েক বেৰিষ্টাৰীৰ কাৰণে বিলাতলৈ গুচি গ'ল।

নবাব আলী ৰজাৰ লক্ষ্ণৌৰ জোঁৱায়েক ইংৰাজী শিক্ষাত অভ্যস্ত হৈছিল, তেওঁ ৰাজনীতিত ভাগ ল'বলৈ ধৰিলে আৰু কংগ্ৰেছত সন্মিলিত হ'ল। তেওঁৰ লক্ষ্ণৌৰ গোলকগঞ্জৰ ঘৰত ডাঙৰীয়া সকলৰ সমাবেশ হয়। এই সকলো মানুহ চৰকাৰৰ বিশ্বাসী আছিল। তেওঁলোকে মাথোঁ ৰাজনৈতিক পৰিত্যাগ, সুবিধা আৰু সামাজিক সংগঠন বিচাৰিছিল। এই আন্দোলনত অসংখ্য মুছলমানে যোগ দিছিল।

ভাৰতবৰ্ষত মুছলমানৰ ৰাজনৈতিক অধিকাৰৰ সমস্যাই বিকট ৰূপ লৈছিল।

হিন্দুৱে শ, ডেৰশ বছৰৰ পৰা ইংৰাজী শিক্ষা গ্ৰহণ কৰিছিল আৰু মুছলমানৰ শাসন কালত ফাৰ্চী পঢ়ি শাসন ব্যৱস্থাত ভাগ লৈছিল, ইষ্ট ইণ্ডিয়া কোম্পানী যেতিয়া আহিল, তেতিয়া হিন্দু সকল তৎক্ষণাত পৰিস্থিতিৰ সন্মুখীন হ'ল। নিমিষৰ ভিতৰতে মোগলৰ কৰ্ম্মচাৰী, কেৰেণী ইষ্ট ইণ্ডিয়া কোম্পানীৰ কেৰেণী হৈ পৰিল। বিগত শ শ বছৰৰ পৰা হিন্দুৱে পশ্চিমৰ দৰ্শনৰ প্ৰভাৱ গ্ৰহণ কৰি আহিছিল। ৫৩ চনৰ পাছত ইংৰাজে মুছলমানক সকলো ক্ষেত্ৰতে পৰাজিত কৰিছিল। হিন্দুৰ মাজত এক পৰম্পৰাৰ জন্ম হৈছিল, তেওঁলোক নেতৃত্ব আৰু উদাৰ ৰাজনীতিৰ কাৰণে সাজু হৈ আছিল।

মুছলমান এতিয়াও দাসত্বৰ যুগৰ পৰা ওলাই যাব পৰা নাছিল। ইংৰাজ আৰু জমিদাৰ সকলৰ মিত্ৰতা বেছ সফল হৈছিল। বঙ্গত মুছলমানৰ শাসনকালত মাটিৰ ৰেহাই আয়ৰ পৰা স্কুল চলিছিল। ইষ্ট ইণ্ডিয়া কোম্পানীয়ে এই মাটিবোৰ দখল কৰিলে। স্কুল বন্ধ হৈ গ'ল, মুছলমান পাছ পৰি ৰ'ল। তেওঁলোকৰ তুলনাত হিন্দুৱে ইংৰাজী পঢ়িবলৈ ধৰিলে। মুছলমানৰ জমিদাৰী শেষ হৈ গ'ল, তেওঁলোকৰ শিল্পী সকলক নষ্ট কৰা হ'ল। লৰ্ড কৰ্ণৱালিচৰ স্থায়ী ব্যৱস্থাত তেওঁলোকৰ স্থান নতুন হিন্দু জমিদাৰ আৰু মধ্যবিত্ত শ্ৰেণীৰ হিন্দুৱে ল'লে। বঙ্গৰ সৰহভাগ খেতিয়ক মুছলমান আছিল আৰু জমিদাৰ হিন্দু। শ্ৰেণী বিভাগৰ পৰিবৰ্তনৰ এই পৃষ্ঠভূমিৰ সৈতে বঙ্গত সৰ্বপ্ৰথম জাগৃতি আহিল। নতুন হিন্দুৱে পূৰ্বজ সকলৰ নেতৃত্ব মূৰ পাতি ল'বলৈ সাজু হৈ আছিল।

বঙ্গত হিন্দু-পুনৰ্জাগৰণ আৰম্ভ হ'ল, ইয়াৰ এক উদাহৰণ বঙ্কিমচন্দ্ৰ চাটাৰ্জীৰ ১৭৭০ চনৰ দুৰ্ভিক্ষ আৰু সন্ন্যাসী আন্দোলনৰ আলমত ৰচিত প্ৰসিদ্ধ উপন্যাস "আনন্দ মঠ"। এই উপন্যাস মুছলমানৰ বিৰুদ্ধে আছিল। এই উপন্যাসত

কোৱা হৈছিল যে তেওঁলোকে মুছলমান সকলক সম্পূৰ্ণভাৱে নষ্ট কৰিব খুজিছে। কিন্তু ভাৰতবৰ্ষৰ ন পৰম্পৰাৰ প্ৰতিনিধি বঙ্কিমচন্দ্ৰই এই উপন্যাসত ইংৰাজৰ ন্যায়ৰ প্ৰশংসা কৰিলে, যদিও ১৭৭০ চনৰ দুৰ্ভিক্ষ ইষ্ট ইণ্ডিয়া কোম্পানীয়ে আৰম্ভ কৰা অত্যাচাৰৰ কাৰণে হৈছিল। আনন্দ মঠৰ সন্ন্যাসীয়ে মুছলমানৰ সৈতে যুদ্ধ কৰাৰ বাহিৰে ইংৰাজৰ সৈতেও যুদ্ধ কৰে। এই বিষয়ে বঙ্কিমচন্দ্ৰই লিখিছে, ইংৰাজে ভাৰত উদ্ধাৰ কৰিবলৈ আহিছে কিন্তু সন্ন্যাসী আন্দোলনকাৰীয়ে এই কথা বুজিব নোৱাৰে। বঙ্কিমচন্দ্ৰৰ বক্তব্য আছিল যে ইংৰাজ ৰাজত্ব আৰু ইংৰাজী শিক্ষাৰ পৰাই হিন্দুসকলৰ উদ্ধাৰ হ'ব (এই দৰেই মুছলিম পুনৰ্জাগৰণৰ নেতাই ইংৰাজী শিক্ষা আৰু ইংৰাজৰ দয়াৰ ব্যাখ্যা কৰিছে) এইটো চাবলগীয়া কথা যে মুছলমানৰ বিৰুদ্ধে ঘৃণা আৰু বিদ্বেষ বিয়পোৱা উপন্যাস আনন্দ মঠৰ গীত 'বন্দে মাতৰম'ক ৰাষ্ট্ৰীয় সঙ্গীত কৰা হ'ল। এইদৰেই মুছলমান সকল ৰাষ্ট্ৰীয় একতাৰ ক্ষেত্ৰত অধিক অসন্তুষ্ট হৈ পৰিল। প্ৰতি পদতে ৰাষ্ট্ৰীয় সংগঠনৰ অৱৰোধ উপস্থিত হ'বলৈ ধৰিলে।

চাকৰিৰ বজাৰতো হিন্দু মুছলমানতকৈ আগ বাঢ়ি গ'ল! মুছলমানৰ মনত ভয় আৰু আশঙ্কাৰ মনোবৃত্তি উৎপন্ন হ'বলৈ ধৰিলে। আৰু এই আশঙ্কাত ইংৰাজে উপযুক্ত সময়ত সঁহাৰি দিলে।

বিশ্বস্ত ইংৰাজ সকলে মুছলমানক মধ্যম শ্ৰেণী কৰিবলৈ আৰম্ভ কৰিলে। দেশৰ মাটিত প্ৰাণপণে পৰিশ্ৰম কৰি জীয়াই থকা মুছলমান তাঁতী আৰু খেতিয়ক সকলৰ কথা মুছলিম লীগৰ নেতা সকলে চিন্তাও নকৰিলে। তেওঁলোক সকলোৰে এয়েই চিন্তা আছিল যে নিজৰ কাৰণে সকলোতকৈ অধিক আৰ্থিক সুৰক্ষা আৰু চাকৰি কেনেকৈ প্ৰাপ্ত কৰা যায়।

প্ৰথম মহাযুদ্ধ লাগিল আৰু ডাক্তৰ আনচাৰী আহিল, বিৰোধী আন্দোলন হ'ল। মহাত্মা গান্ধী আহিল আৰু কংগ্ৰেছে মুকলিভাৱে স্বৰাজ দাবী কৰিলে। দ্ৰুত গতিত পৰিস্থিতিৰ পৰিৱৰ্তন হ'ল। সমগ্ৰ দেশত এক অদ্ভুত উত্তেজনা বিয়পি পৰিল।

নবাব আলী ৰজা বাহাদুৰৰ জোঁৱায়েক জমিদাৰ নকী ৰজা বাহাদুৰে মুকলি ভাৱে ৰাষ্ট্ৰীয় আন্দোলনত ভাগ ল'ব নোৱাৰিলে। অৱধৰ জমিদাৰে ১৮৫৭ চনত অৱধক ৰক্ষা কৰিবলৈ একগোট হৈ ইংৰাজৰ সন্মুখীন হৈছিল, কিন্তু পাছত এই জমিদাৰেই ইংৰাজৰ ভক্ত হৈ পৰিল, কিয়নো তেওঁলোকৰ আৰু ইংৰাজৰ মৈত্ৰীৰ দ্বাৰা খেতিয়কসকলৰ ওপৰত তেওঁলোকৰ আধিপত্য প্ৰতিষ্ঠিত হৈ আছিল। এইটো লক্ষ্ণৌৰ নবাব চাৰ হাৰকোৰ্ট বাটলাৰৰ যুগ আছিল। তেওঁ জমিদাৰী অভ্যাসৰ দ্বাৰা অভ্যস্ত হৈ পৰিছিল। এইটো লক্ষ্ণৌৰ জমিদাৰ সকলৰ স্বৰ্ণ যুগ আছিল, এফালে স্বাধীনতাৰ ধুমুহা বৈছিল, আনফালে 'জানেআলম'ৰ

যুগৰ নবীনীকৰণ হৈছিল। এইখন মহাৰাজ মহমুদাবাদ, ঠাকুৰ নবাব আলী আৰু ৰায় ৰাজেশ্বৰৰলীৰ লক্ষ্ণৌ আছিল।

এই যুগত নবাব নকী ৰজা বাহাদুৰৰ আলীগড়ৰ শিক্ষিত সন্তান নবাব অবুল মকাৰম তকীৰজা বাহাদুৰৰ ঘৰত অতি আনন্দৰ মাজত এটা ল'ৰা জন্ম হ'ল যাৰ নাম তেওঁৰ আজো ককাক মটিয়াবুৰ্জৰ নবাব কামালুদ্দীন আলী ৰজা বাহাদুৰৰ নাম অনুসৰি কামাল ৰখা হ ল।

তেওঁৰ ঘৰত আগৰে পৰা এজনী দুবছৰীয়া ছোৱালী আছিল তাইৰ নাম তহমীনা বেগম। কামালক নিজৰ শ্ৰেণীৰ আন ল'ৰা ছোৱালীৰ দৰে প্ৰথমতে দেৰাদুন স্কুললৈ পঠোৱা হ'ল। তাৰ পাছত তেওঁ লামাৰ্টিনেয়ৰ কলেজত পঢ়িলে। এই কলেজখন ব্ৰিটেইনৰ দাসত্ব পৰম্পৰাৰ দুৰ্গ আছিল।

কামালৰ ল'ৰালি কালৰ কথা খুব ভালকৈ মনত আছে। সেই সময়ত তেওঁ ঘৰৰ ডাঙৰ সকলৰ মুখত ৰাজনীতিক কথা শুনিছিল। নৱাব অবুল মকাৰম তকী ৰজা বাহাদুৰৰ বংশ এতিয়া আগৰ নিচিনা নহয়। এতিয়া এই ঘৰৰ মানুহে চৰকাৰী চাকৰিও কৰিছে। কামালৰ খুৰাক মিঞা, ভাই চাহাবৰ দেউতাক বেৰিষ্টাৰ আছিল আৰু কংগ্ৰেছ নেতাও, তেওঁৰ নিচেই ডেকা কালতে মৃত্যু হ'ল। পাটনাৰ ককাকো কংগ্ৰেছী আছিল, আৰু আগতে জেললৈ গৈছিল। অসহযোগ আন্দোলনৰ কথা কামালৰ মনত আছে, পাটনাৰ ককাকে তেওঁক লগত লৈ গৈছিল। অতি আবেগেৰে সভামণ্ডপত থিয় হৈ থোকা-থোকি মাতেৰে উৰ্দ্দ'ত ৰাষ্ট্ৰীয় কবিতা পঢ়িছিল। পুলিচে আহি লাঠী চালনা কৰি সভা ভঙ্গ কৰিছিল। ৰাজনীতি তেতিয়া কেৱল বাৰ্তাৰ কাকতে সীমাবদ্ধ নাছিল, দৈনন্দিন জীৱনতো প্ৰবেশ কৰিছিল।

কামাল যেতিয়া অলপ ডাঙৰ হ'ল তেতিয়া তেওঁ ভাৰতীয় বুলি গৰ্ব অনুভৱ কৰিলে। এই গৰ্ব'ত অধিকাংশ অতীতক লৈ গৰ্ব্ব কৰাৰ থল আছিল। আমি এনেকুৱা আছিলোঁ, আমি তেনেকুৱা আছিলোঁ আমাৰ নেতাই এনে ধৰণৰ ভাষণ দিছিল।

'চেলৰ্জ'চুট'ৰ সলনি পাটনাৰ মামাই তেওঁৰ কাৰণে খাদীৰ 'শ্বেৰৱানী' কৰাইছিল। তেওঁৰ ভায়েকে 'জামিয়া মিলিয়াত পঢ়িছিল, তেৱোঁ জেদ কৰিলে, তেওঁকো দিল্লীলৈ পঠোৱা হওক, কিন্তু তেওঁৰ কথা কোনেও নুশুনিলে। সকলোফালৰ পৰা 'কৰ্ণেল ব্ৰাউন্ স্কুল' আৰু লামাৰ্টিনেয়ৰৰ ইংৰাজ ল'ৰাৰ তুলনাত তেওঁ ভাৰতীয় আছিল আৰু ভাৰতবৰ্ষ তেওঁৰ অতি প্ৰিয় দেশ আছিল।

এই ভাৰত কি আছিল, ইয়াক সচেতন ৰূপত তেওঁ ব্যাখ্যা নকৰিলে। সবুতে তেওঁ এই ভাৰতত আছিল, ইয়াত তেওঁ জন্ম লৈছিল, তেওঁৰ পূৰ্ব্বপুৰুষেও বিগত সাত আঠ শ বছৰৰ পৰা ইয়াত জন্ম লৈ আহিছে। এই ভাৰতবৰ্ষত সৰিয়হৰ খেতি আছিল, যঁতৰ আৰু শীতলা দেৱীৰ মন্দিৰ আছিল।

ভাৰতবৰ্ষ গাঁও আৰু নগৰৰ সেই মঠ, যি মঠৰ বাৰান্দাৰ চালপীৰাত এজন নোদোকা বি, এ পাছ মহন্ত বহি আছিল তেওঁৰ মাকে সেই মহন্তজনলৈ দহটকাৰ নোট আগ বঢ়াইছিল আৰু মহন্ত জনে আশীৰ্ব্বাদ দিছিল। ভাৰতবৰ্ষ সেই শেলুৱৈ-ভৰা সমাধি আছিল, যি সমাধিৰ চোতালত বহুতো মুছলমান সাধুৱে আঁঠু লৈ বহি আছিল। তাৰে এজনে কামালক পকা সুৰ্মথিৰা খুৱাইছিল। ভাৰতবৰ্ষখন কাদীৰ ড্ৰাইভাৰৰ বুঢ়ীমাক আছিল, মিৰ্জ্জাপুৰ ষ্টেচনলৈ গৈ কামালৰ কাৰণে যি কাদীৰে মাটিৰ পুতলা লৈ আহিছিল। ভাৰতীয় চিভিল লাইনচৰ সেইবোৰ আলি —য'ত চাহাব সকলৰ লগুৱাহঁতে আবেলি কুকুৰক বতাহ খুৱাবলৈ ওলাইছিল।

কামালৰ মাক, মাহীমাক আৰু ঘৰৰ আন মহিলাও ভাৰতীয় আছিল। মোগল সকলে কৈ যোৱা উৰ্দ্দু কথাবাৰ্ত্তা ফ'কৰা, যোজনা, গীত-মাত, ৰীতি-নীতি আৰু পুৰণি সাধুকথাবোৰ তেওঁলোক শুনাইছিল। যেনে "অযোধ্যাৰ ৰজা দশৰথৰ দুগৰাকী ৰাণী আছিল। এগৰাকীৰ নাম কৈকেয়ী আৰু আনগৰাকীৰ কৌশল্যা।" হিন্দু পুৰাণ আৰু দেৱমালাৰ উপাখ্যান, মুছলমান সাধুৰ কাহিনী, মোগল বাদছাহৰ কাহিনী,—এই সকলোৱেই কামালৰ মানসিক পৃষ্ঠভূমি আছিল। এক গৰ্ব্ব তেওঁৰ অতীতৰ, এক পশ্চাতাপ তেওঁৰ বৰ্ত্তমানৰ, এক আশা অদূৰ ভৱিষ্যতৰ, এই তিনিও তত্বৰ পৰা তেওঁৰ মস্তিষ্ক নিৰ্মাণ হৈছিল। যি গান্ধীয়ে চুৰিয়া মেৰিয়াই ঘূৰিছিল আৰু দেশৰ সাধু, কবীৰ তুলসীদাস আৰু তুকাৰামৰ পৰম্পৰাৰ প্ৰতিবিম্ব আছিল, তেওঁ সেই কৃষকৰ সাক্ষাৎ অৱতাৰ আছিল, যি নিজেও চুৰিয়া পিন্ধি নগ্ন দেহেৰে ঘূৰি ফুৰিছিল। নেহৰু এই ভাৰতৰ নতুন যুগৰ প্ৰতীক আছিল।

এই ভাৰতৰ অসংখ্য ৰহস্য আছে—ধৰ্ম্ম, দৰ্শন ৰহস্যবাদ, চুফী সাহিত্য সঙ্গীত ইয়াত কি নাছিল! এফালে এই মহান শক্তিশালী সম্পদ, আনফালে ইংৰাজী সভ্যতা, চাহাব সকলৰ ৰাজত্ব আছিল'। এচেমব্লীৰ আইন আছিল। গৱৰ্ণৰৰ দৰবাৰ আছিল। ইংৰাজ অফিচাৰ যি 'গুলফিৰ্চা' ত 'ডিনাৰ' খাবলৈ আহিছিল, তেওঁ গোলাগঞ্জৰ মহলত বহি মহৰমৰ শোভাযাত্ৰা চাইছিল। ইংৰাজ-হেলীবেৰীৰ অফিচাৰৰ উত্তৰাধিকাৰীক শিকোৱা হৈছিল যে ভাৰতীয়ই যেতিয়া তোমাৰ ঘৰত চেলাম দিবৰ কাৰণে উপস্থিত হ'ব, তেতিয়া সিহঁতক বাৰান্দাত বহুৱাবা, লগতে এইটোও শিকোৱা হৈছিল যে ইয়াৰ ভিতৰত কাক কাক ড্ৰইং ৰুমলৈ মতাৰ সন্মান প্ৰদান কৰিবা, কাক কাক কেৱল থিয় কৰাই উপঢৌকন লৈ ওভোতাই পঠাবা, কাৰ কাৰ ঘৰলৈ তুমি নিজে নিমন্ত্ৰিত হৈছা যদি যাবা। কামাল সেই 'সৌভাগ্যশালী' শ্ৰেণীত জন্মিছিল যাৰ ইংৰাজক সমানে লগ পোৱাৰ গৌৰৱ প্ৰাপ্ত হৈছিল—ভাৰতবৰ্ষৰ দাসত্ব শ্ৰেণী!

৩৪ চনত পণ্ডিত নেহৰুৱে অতি আগ্ৰহেৰে এই আশা পোষণ কৰিছিল যে যদিও মুছলমান ৰাজনীতিত দাসত্ব-তত্ব বিয়পি আছিল, নিম্ন মধ্য শ্ৰেণী ঔদ্যোগিক

ৰূপত পাছ পৰি আছিল, তথাপি তেওঁলোকৰ সমাজ-চেতনা অধিক দৃঢ়, সেইকাৰণে এওঁলোক হিন্দু মধ্যম শ্ৰেণীৰ তুলনাত সমাজবাদৰ বাটত দ্ৰুত গতিত আগ বাঢ়িব। পণ্ডিত নেহৰুৱে এইটোও কৈছিল যে আমাৰ পুঁজিপতি আৰু উদ্যোগ সমূহৰ অধিকাৰী মিল মালিক সকল পৰম প্ৰতিগামী। তেওঁলোক নতুন যুগৰ পুঁজিপতিও হ'ব পৰা নাই। কংগ্ৰেছত হিন্দু বহু মত বিয়পি পৰিছে আৰু ই সাম্প্ৰদায়িক মনোবৃত্তিৰ চিকাৰ হৈছে। এনেকুৱা পৰিস্থিতিত মুছলমানৰ শঙ্কা-জনক মনোবৃত্তি জন্ম হোৱা অনিবাৰ্য্য আছিল। এই স্থিতিক ইংৰাজ চৰকাৰে নিজৰ মঙ্গলৰ অৰ্থে যথাযথ ভাবে প্ৰয়োগ কৰিছিল। দেশৰ দাসত্ব তত্ত্বই এইটো বিচৰা নাছিল যে জন সাধাৰণ আৰ্থিক ৰূপত স্বাধীন হওক। তেওঁলোকে ব্ৰিটিছ চৰকাৰৰ সৈতে ষড়যন্ত্ৰ কৰিছিল। মধ্যম শ্ৰেণীৰ চিন্তাধাৰাত ফেচিজিমৰ তত্বও বৃদ্ধি পাইছিল। এই সকলো বিপদৰ সন্মুখীন হ'বলৈ আমি সম্পূৰ্ণ শক্তি প্ৰয়োগ কৰা উচিত। পণ্ডিত নেহৰু অতিশয় সমাজবাদী আছিল। কামাল আৰু তেওঁৰ ডেকাদলক পণ্ডিত নেহৰুৱে সম্পূৰ্ণ প্ৰতিনিধিত্ব কৰিছিল।

জমিদাৰ সকল, মধ্যমশ্ৰেণীৰ নেতা সকল, বুদ্ধিজীৱী আৰু ইউনিভাৰ্চিটিৰ উত্তেজিত ছাত্ৰৰ পৃথিৱীৰ বাহিৰেও আৰু এখন পৃথিৱী আছিল, যি আছিল প্ৰকৃত ভাৰতবৰ্ষ ? এই পৃথিৱীখন হৈছে অসম আৰু দক্ষিণ ভাৰতৰ চাহ বাগিচা, কানপুৰ, বম্বে, কলিকতা আহমদাবাদ আৰু টাটা নগৰৰ কাৰখানাত কাম কৰা বনুৱা আৰু দেশৰ লাখ লাখ গাঁৱত থকা কৃষক আৰু শিল্পীৰ দল। কৃষকৰ পৰম্পৰাৰ কাৰণে বৃটিছ চৰকাৰে বিভিন্ন দেশৰ, বিভিন্ন ধৰণৰ নীতি নিজৰ কৰি লৈছিল। বঙ্গদেশত তেওঁলোকে মুছলমানৰ সত্বা কাঢ়ি লৈছিল, তেওঁলোকক আৰ্থিক ৰূপত একেবাৰে দেৱলীয়া কৰি হিন্দু সকলক তেওঁলোকৰ ঠাইত শক্তিশালী কৰিছিল। তেওঁলোকে পঞ্জাবখন শিখৰ হাতৰ পৰা লৈ লৈছিল, কাৰণে, ইয়াত মুছলমানক আগ বাঢ়িবলৈ উৎসাহ দিছিল। যি ৰাজ্য সকলোতকৈ সৰহ সময় ইংৰাজৰ অধীনত আছিল, সেইবোৰ সকলোতকৈ অধিক নষ্ট হৈছিল—বঙ্গ, বিহাৰ, উড়িষ্যা আৰু মাদ্ৰাজ। বঙ্গত অনবৰত দুৰ্ভিক্ষ হৈছিল। পাঞ্জাব ইংৰাজৰ হাতলৈ সকলোতকৈ শেষত আহিছিল আৰু সেইকাৰণে এইখন সকলোতকৈ সম্পদশালী প্ৰদেশ আছিল। ইউ. পিৰ খেতিয়ক সকলে সকলোতকৈ অধিক দৰিদ্ৰতাত ভুগিছিল। কংগ্ৰেছ আন্দোলনৰ ফালে কৃষকসকল আগ বাঢ়ি গৈছিল! ভাবিছিল 'সুৰাজ'ৰ অৰ্থ কৃষি সম্বন্ধী সংস্কাৰ—যাৰদ্বাৰা তেওঁলোকে জন্ম জন্মান্তৰৰ অত্যাচাৰ আৰু ঋণৰ বোজাৰ পৰা মুক্তি পাব।

কমিউনিষ্ট সকল এক নতুন তত্ব আৰু ৰাজনৈতিক ৰঙ্গমঞ্চলৈ আহিল! এওঁলোক বেছি ভাগে ইউৰোপৰ ইউনিভাৰ্চিটিত পঢ়িশুনি বুদ্ধিজীৱী হৈছিল।

আকৌ ১৯৩৭ চনত যেতিয়া কামাল লামাৰ্টিনেয়ৰতে আছিল, লক্ষ্ণৌত

দুটা মহত্বপূৰ্ণ ঘটনা ঘটিল। মুছলিম লীগৰ অখিল ভাৰতীয় অধিৰেশন আৰু কংগ্ৰেছ মন্ত্ৰীমণ্ডল স্থাপন।

১৯৪২ চনৰ ৭ আগষ্ট তাৰিখে ভাৰতত্যাগ প্ৰস্তাৱ পাচ কৰা হ'ল। দেশত বিদ্ৰোহ আৰম্ভ হ'ল, ইউনিভাৰ্চিটিৰ বিদ্যাৰ্থী এই আন্দোলনৰ আগত আছিল। পুলিচৰ গুলীচালনাত দহহেজাৰ ভাৰতীয় নিহত হ'ল। এতিয়া বঙ্গ বিপ্লৱৰ সন্মুখীন হ'ল। এতিয়ালৈকে চৌত্ৰিছ লাখ মানুহৰ ভোকত মৃত্যু হৈছিল।

চৌত্ৰিছ লাখ মানুহ—

চৌত্ৰিছ লাখ আমনা আৰু অবুল মনচুৰ। পাছদিনা ৰাতিপুৱা কামালে বেগাবেগিকৈ জলপান খাই দত্ত হাউচৰ পৰা ওলাই প্ৰমোদদাদাৰ ঘৰৰফালে গ'ল।

## ২৯

পাৰ্ক চাৰ্কাচত প্ৰমোদদাদাৰ ঘৰত বহুতো ল'ৰা-ছোৱালীৰ সমাৱেশ হৈছিল—কলিকতা বিশ্ববিদ্যালয়ৰ বিদ্যাৰ্থী, কৰ্মচাৰী, পাৰ্টিৰ মানুহ আৰু লক্ষ্ণৌৰ মানুহ সকলো গোট খাইছিল।

প্ৰমোদ দাদা কলিকতাৰ বিদ্যাৰ্থী সকলৰ নেতা আছিল। এই সময়ত, তেওঁলোকৰ ঘৰৰ ডাঙৰ হলটো চঞ্চলমুখৰ হৈ উঠিছিল। ৰিলিফ ফাণ্ডৰ চান্দাৰ কাৰণে মঞ্চত যি অভিনয় কৰা হ'ব, তাৰ আখৰা হৈছিল, চুকত হাৰ্মনিয়ম থোৱা আছিল, দুই এজনী ছোৱালীয়ে ৰবীন্দ্ৰনাথৰ চিত্ৰাঙ্গদাৰ গীত অভ্যাস কৰিছিল, হলৰ এচুকত আইনাৰ বাৰান্দা আছিল, তাত প্ৰমোদদাদাৰ ভনীয়েকৰ ষ্টুডিঅ' আছিল, ষ্টুডিঅ'ত এটা ল'ৰাই গাত বগা গৰম শ্বাল লৈ থিয় হৈ এখন তৈলচিত্ৰত শেষ ৰেখা টানিছিল। অভিনয়ৰ পাছত এই ছবি ৰিলিফ ফাণ্ডৰ কাৰণে নীলাম কৰাৰ কথা।

সকলোৱে নিজৰ নিজৰ কামত লাগি আছিল।

বুৰুজটো পৰিষ্কাৰ কৰি এফালে থৈ, চকুত পৰা চুলিবোৰ আঁতৰাই এজন চিত্ৰকাৰ যুৱক হলৰ দুৱাৰমুখত আহি থিয় হ'ল, তেওঁ হলৰ দৃশ্য চালে। এওঁলোক সকলো এইদৰে তন্ময় হৈ কামত লাগি থকা দেখি তেওঁৰ ওঁঠত এটা উদাস মিচিকিয়া হাঁহি বিৰিঙি উঠিল।

এওঁ ইউ. পিৰ এটা চহকী লৰা, আজিকালি বিশ্বভাৰতীলৈ আহিছে। এলাহাবাদৰ পৰা এম. এ. আৰু ল' পাছ কৰিছে। এতিয়াও তেওঁ স্পষ্টকৈ এইটো ভাবিব পৰা নাই যে তেওঁ কি কৰা উচিত। বহুতো আঁচনি কৰিছিল, সাংবাদিকতা, ৰাজনীতি আৰু ডাঙৰ ডাঙৰ গূঢ় বিষয়ত কিতাপ লিখিব। এনেকুৱা দৃষ্টি ভঙ্গী দাঙি

ধৰিব যে, সমগ্ৰ পৃথিৱীয়ে প্ৰশংসা কৰিব, কলাৰ সমালোচক হ'ব, ৰাজনৈতিক ক্ষেত্ৰত তেওঁ সাংঘাতিক সাম্যবাদী আছিল। দেউতাকে কৈছিল (আন সকলোবোৰ দেউতাকৰ দৰে) যে আই, চি, এচত বহা, তেওঁ নিজেও ইংৰাজ চৰকাৰৰ 'নাইট' আছিল আৰু বিখ্যাত বেৰিষ্টাৰ। ইউনিভাৰ্চিটিৰ শিক্ষা শেষ কৰাৰ পাছত তেওঁ দেউতাকক ক'লে, "দেউতা, মোক বিশ্ব ভাৰতীলৈ পঠিয়াওক।" দেউতাকে তেওঁলৈ ঘূৰি চালে। 'কিহে মিঞা চাহেবজাদা, চিত্ৰকাৰ হবা, মূৰ বেয়া হোৱা নাই তো?'—পৃথিৱীৰ সকলোবোৰ দেউতাকে সেই কথাকে কয়। তেওঁ একমাত্ৰ সন্তান আছিল। সেইকাৰণে দেউতাকে তেওঁৰ অভিলাষ পূৰণ কৰিলে। তেওঁ দুবছৰ বোলপুৰত আছিল। বিশ্ব ভাৰতীৰ আন বিদ্যাৰ্থী সকলৰে সৈতে সাহায্যৰ কামত এতিয়া কলিকতালৈ আহিছে।

"লক্ষ্ণৌৰ পৰা যি সকল মানুহ ইয়ালৈ আহিছে, তেওঁলোকক লগ পোৱা নাই", কোনোবাই কাষেদি যাওঁতে তেওঁক ক'লে। তেওঁ হল পাৰ হৈ সেইফালে গ'ল, যি ফালে কামালে আন ল'ৰাবোৰৰ লগত বহি 'পাল্কী চলে পাল্কী চলে গানটো গাই আছিল। এয়াও নাটকৰ আখৰাৰ এটা অঙ্গ আছিল। আন এটা ল'ৰা তেওঁৰ ওচৰত গৈ থিয় হ'ল। তেওঁ গান শেষ হোৱাৰ কাৰণে প্ৰতীক্ষা কৰিলে চাৰিওফালে চিঞৰি চিঞৰি বঙ্গলা কথা কোৱা হৈছিল।

কামালে মূৰ তুলি তেওঁক চালে।

আৰু গীত শেষ কৰাৰ পাছত হাৰমনিয়ম বন্ধ কৰি তেওঁ ক'লে, "নমস্কাৰ আদাব অৰ্জ।"

তেওঁ মিচিকিয়াই উত্তৰ দিলে।

কামালৰ মুখলৈ পানী আহিল; বঙ্গলা কওঁতে কওঁতে তেওঁৰ অৱস্থা শোচনীয় হৈ পৰিছিল। "গৌতম নীলাম্বৰ", ল'ৰাটোৱে নিজৰ পৰিচয় দিলে।

"কামাল ৰজা'। উত্তৰ পালে, দুয়ো হাত মেলিলে, দুয়োৰো একে সাজকাপোৰ আছিল—টান পাইজামা, কুৰ্তা জৱহৰ কোট আৰু গাত কাশ্মীৰী শ্বাল, এই সাজ দলৰ প্ৰায় সকলো যুৱকৰে আছিল।

"মিঞা, ক'ত সোমালোঁহি? এই বঙ্গালীবোৰে বঙ্গালী কৈ কৈ আমাৰ উশাহ বন্ধ কৰি পেলাইছে। আহাঁ, চৌৰঙ্গীৰ ফালে এপাক মাৰি আহোঁ।" "ব'লা, তোমাক মোৰ ছবি দেখুৱাওঁ।" গৌতমে অৰুণা বাইদেউৰ চিত্ৰাশালাত সোমাই ক'লে, "বন্ধু, তুমি হৰিশঙ্কৰক লগ পোৱা নাই?" কামালে ক'লে।

"হৰিশঙ্কৰ! তেওঁ কোন?" গৌতমে সুধিলে আৰু বিখ্যাত শিল্পীৰ দৰে ওঁঠত চিগাৰেট কামুৰি ছবিখন শেষ কৰিবলৈ ধৰিলে।

"হৰিশঙ্কৰ মোৰ বন্ধু, অতি আমোদ প্ৰিয় লোক।"

"ক'ত আছে মাতা," গৌতমে নবাবৰ দৰে ক'লে।

"তেওঁ ইয়াত নাই। লক্ষ্ণৌত আছে।

"তোমালোক আটাইবোৰ লক্ষ্ণৌত কিয় আছা?" বুৰুজটো একাষত থৈ গৌতমে সুধিলে।

"নহ'লে ক'ত থাকিম ?"

"এৰা, সিও সঁচা।"

"তুমি ইয়াৰ নাকটো বেয়া কৰিলা।"

"ওঁঠ আঁকিবলৈ বৰ টান।"

"বাঃ! বাঃ! কি উত্তৰ দিলা!"

"দাঙিলোঁ আঁঠু, ফুটিল চকু।"

"চিগাৰেট নিয়া।"

"তুমি আৰ্টিষ্ট নেকি ?

"কেলেই, তুমি মালী বুলি ভাবিছিলা নেকি? অ' ভিনদেৱে চিঠিত তোমাৰ কথাকে লিখিছে।"

"ভিনদেউ! তেওঁ কোন সিদ্ধ পুৰুষ?"

"আমাৰ লাজৰ স্বামী।"

"তোমাৰ লাজ নো কোন ?"

"আচৰিত কথা! ভিনদেৱে যে তোমাক চিনি পায়।"

"মোক বহুত মানুহে চিনে।"

"বাবু, তুমি এই ভ্ৰান্ত ধাৰণাও পোষণ কৰিছা।"

"এৰা তুমি এনেকুৱা কোনো ভ্ৰান্ত ধাৰণা পোষণ কৰা নাই নেকি ?"

"পোষণ কৰিছোঁ সঁচা।"

"বাবু," গৌতম ছবিত ব্যস্ত হৈ পৰিল। "শান্তি নিকেতনত যদি চাৰি-পাঁচ বছৰ থাকা, তেন্তে ঘূৰি আহি আৰ্টিষ্ট হৈ পৰিবা। এতিয়া যে ইয়াৰ কোনো আশা দেখা নাই।"

কামালে ছবি খন মনোযোগেৰে চাই নিজৰ অভিমত ব্যক্ত কৰিলে।

"কেৱল আৰ্টিষ্ট—এতিয়া মোৰ যে বাঙ্গালোৰলৈ গৈ ৰাম গোপালৰ পৰা ভাৰত নাট্যম শিকাৰ ইচ্ছা!" গৌতমে অন্তিম প্ৰস্তাৱ দিলে।

"এই ইচ্ছা এসময়ত এই নিঃকিনৰো আছিল। কিন্তু যেতিয়া এই কথা ঘৰত কলোঁ, তেতিয়া মোৰ ভনীহঁতে হাঁহি হাঁহি বাগৰি পৰিল। সিহঁতে মোক ঠাট্টা কৰিবলৈ ধৰিলে। আচলতে ছোৱালীবোৰ বৰ কৃত্ৰিম হয়। কলা কি বস্তু চিনিবলৈ, সিহঁতৰ যোগ্যতা নাই।"

"তোমাৰ ভনীয়েৰাও আছে ?"

"আছে। তোমাৰ নাই ?"

"নাই।"

"এইটো বৰ দুখৰ কথা। ভনীয়েক বোৰে মানুহৰ জীৱনত এক প্ৰশান্তি আৰু মৃদু ভাৱ স্থায়ী কৰি ৰাখে।"

"অ,' পিছত কি হ'ল ?"

"কি ?"

"তুমি কৈছিলা যে কি।"

"তুমি পাৰ্টিত আছা ?"

"পাৰ্টিত ? নহয়, এতিয়া মই ইয়াৰ যোগ্য হোৱা নাই। ইয়াৰ কাৰণে সাহসৰ প্ৰয়োজন।"

"এৰা, ঠিকেই কৈছা। এনেয়ে তোমাক তেনেকুৱা কোনো বিপ্লৱী যেন নালাগে"—কামালে ক'লে।

গৌতমে খঙেৰে তেওঁলৈ চালে।

"ক'ব পাৰা, মহাত্মা গান্ধীয়ে তোমাৰ গুৰুদেৱক কি কৈছিল? কৈছিল যে ঘৰত জুই লাগিছে আৰু আপুনি বহি চৰাইৰ গীত শুনিছে।" কামালে ক'লে।

গৌতমে বুৰুজটো ঘপ কৰে থৈ দিলে।

"মূৰ্খৰ দৰে কথা নকবা। তোমাৰ হৰিশঙ্কৰো তোমাৰ দৰে কেঁচুৱা নেকি ?"

"তুমি ভাই চাহাবকো লগ পাবা।" কামালে তেওঁৰ কথা নুশুনাৰ দৰে ক'লে।

"তেওঁ কোন ?"

"মোৰ খুৰাৰ ল'ৰা।"

"তেৰোঁ বৰ যোগ্য ব্যক্তি নেকি ?"

"এৰা"

"ক'ত থাকে ? লক্ষ্ণৌত ?"

"ওঁ পিছে তেওঁ যুদ্ধলৈ গৈছে।" "লক্ষ্ণৌত বহুত মানুহ আছে। কিন্তু তাৰ অৰ্থ এই নহয়......বলা, গ্ৰেণ্ড হোটেললৈ গৈ খাই লওঁ।" গৌতমে উঠি ছবিখনত কাপোৰ দি ক'লে।

"গ্ৰেণ্ড হোটেল ! তুমি দেখিছোঁ, পাক্কা বুৰ্জোৱা।"কামালে প্ৰতিবাদ কৰিলে।

"বাজে কথা নকবা ! খোলা মন লৈ মই সকলো কথা চিন্তা কৰোঁ বুজিছা।"

"হয় নেকি ?"

"শ্ৰেণী বিভাগ সম্বন্ধে তোমাৰ বাবু কি মতামত? অনাগত যুগটো হ'ল প্ৰলেতাৰিয়তৰ যুগ—তুমি এই কথা স্বীকাৰ কৰা তো ?"

"কৰোঁ।"

"হাত মিলোৱা।" তেওঁলোকে হাত মিলালে।

"তুমি কি ভাবিছা ? ফিউডেল সমাজে নিজৰ মৃত্যু নিজেই মাতি আনিব?"

"এৰা।"

তেওঁ লোকে পুনৰ হাত মিলালে?

"তোমাৰ দৃঢ় বিশ্বাস মধ্যযুগীয় সমাজক তুমি ঘৃণা কৰা আৰু তাক শিপাৰে সৈতে উঘালি পেলোৱা তোমাৰ কৰ্তব্য?"

"মই মোৰ কৰ্তব্য সম্বন্ধে সচেতন, কিন্তু তুমি যে স্বয়ং পৰাধীন সমাজত বাস কৰিছা।"

"তুমি কেনেকৈ জানিলা?" কামালে ভয়েৰে সুধিলে, যেন তেওঁ ধৰা পৰিছে। "কিছু পৰ আগতে কোনোবাই যেন হলঘৰত আলোচনা কৰিছিল, তুমি মটিয়া বুৰ্জৰ নবাবৰ আত্মীয় আৰু তুমি দত্ত হাউচ'ৰ নবাব চাহাবৰ...।"

"এৰা, হয়, কি কৰিবা আৰু। ইতিহাসৰ ওপৰত নো মোৰ কি হাত আছে। এতিয়া মই সম্পূৰ্ণ চেষ্টা কৰিছোঁ যাতে নিজক সম্পূৰ্ণভাৱে 'স্বাধীন' কৰিব পাৰোঁ।"

"তোমাৰ হৰিশঙ্কৰো মধ্যযুগৰ?

"এৰা, কিন্তু বেচেৰাৰ কোনো দোষ নাই।"

"বঢ়িয়া।" গৌতমে মিচিকিয়াই হাঁহিলে—"মই কিন্তু মধ্যবিত্ত শ্ৰেণীৰ লোক।"

"চিন্তা কৰিব নেলাগে।" কামালে তেওঁক ভৰসা দিলে। "দৰাচলতে আমিও সেই নতুন সমাজৰ অংশ, যি সমাজ—জনসাধাৰণৰ।" এইদৰে নানা কথা আলোচনা কৰি কৰি তেওঁলোক বাহিৰলৈ ওলাই গ'ল।

লক্ষ্ণৌৰ পৰা ঘূৰি গৈ কামালে ভিনিহীয়েকলৈ চিঠি লিখিলে, চিঠিত গৌতম নীলাম্বৰৰ কথা। গৌতমৰ প্ৰশংসাত সি পঞ্চমুখ।

এই বছৰ গৰমত গৌতম লক্ষ্ণৌলৈ আহিল, নিজৰ থকা ঠাইৰ পৰা তেওঁ 'গুলফিচা'লৈ ফোন কৰিলে। জানিব পাৰিলে যে সকলো মানুহ ৰেডিঅ' ষ্টেচনলৈ গৈছে। ৰেডিঅ' ষ্টেচনৰ পৰা বাতৰি পালে যে এইমাত্ৰ তেওঁলোক শিঙ্গাঁৰ ভৱনলৈ গ'ল।

শিঙ্গাঁৰ ভৱন.....কি যে বাজে নাম......। আজি-কালি সকলোৱে ঘৰবোৰৰ অসাধাৰণ নাম ৰাখে, যেনে 'খৰবুজৱালা মহল', তৰমুজৱালা দুৰ্গ'—বা 'গাজৰ মঞ্জিল। আৰু মুলা হাউচ। তেওঁৰ বৰ হাঁহি উঠিল। হয়তো তেওঁলোকে খুব শিঙ্গাঁৰ খাইছিল নহ'লে নো কি হ'ব।

তেওঁ শিঙ্গাঁৰ ভৱনলৈ ফোন কৰিলে। চম্পাই ৰিচিভাৰ দাঙিলে।

'হেল্লো," চম্পাই ক'লে।

"হেল্লো" আদাব অৰ্জ—' শুনক, মোৰ নাম গৌতম—গৌতম নীলাম্বৰ। যদি আপোনালোক এতিয়া তাতে থাকে—তেন্তে মইও তালৈ যাম"।

"নিশ্চয় আহক", চম্পাই উত্তৰ দিলে।

শিঙ্গীৰ ভৱনত তেওঁলোক গৈ নৈৰ সন্মুখৰ বাৰান্দাত বহিল। গৌতমে প্ৰশ্ন কৰিলে, "তালাত আৰা বেগম আপোনালোকৰ ভিতৰত কোন ?"

"ময়েই, কওক"।

"চাওক মিচ চাহিবা, কোনোবাই যদি লিখিবলৈ বহে, তেন্তে তেওঁৰ কলম জানো কাঢ়ি লব পাৰি? কিন্তু আপুনি যদি লিখা বন্ধ কৰিলেহেঁতেন তেনেহ'লে কিমান ভাল হ'লহেঁতেন।"

"আই পি টি এ' তৰফৰ হৈ আপুনি কলিকতাত যিমান বাজে নাটক প্ৰযোজনা কৰিছে, তাৰ বাতৰি মই কামালৰ পৰা শুনিছোঁ। আপোনাক পোন্ধৰ মিনিট সময় দিয়া হ'ল আপোনাৰ ব্যক্তিত্বৰ প্ৰভাৱ আমাৰ ওপৰত পেলাওক। আমিও মাত্ৰ পোন্ধৰ মিনিট সময় লম নিজক জাহিৰ কৰিবলৈ। ইয়াৰ পাছত আপুনি সহজ হৈ যাব, কিয়নো সহজ হোৱাটো স্বাস্থ্যৰ বাবে বৰ ভাল কথা। বাৰু আৰম্ভ কৰক। শুনিছোঁ আজি-কালি আপুনি বিশ্বভাৰতীৰ শোভা বঢ়াইছে। ইয়াতো অনেক ডাঙৰ কলাকাৰ আছে, সকালা ধৰণৰ। এই সকলোৱে ভাগে ভাগে এজন এজনকৈ আৰু তাৰ পাছত সকলো গোট খাই আপোনাক ইমপ্ৰেচ কৰিবলৈ চেষ্টা কৰিব। পোনতে আপুনি আপোনাৰ ৰাজনৈতিক মতামত দাঙি ধৰক। আপুনি বিএকছনাৰী নহয় তো? নাইবা মহাসভাৰ সমৰ্থক? ' আপুনি মুছলিম লীগৰ নেকি? গৌতমে প্ৰশ্ন কৰিলে। "কামালে কৈছে যে আপুনি এক প্ৰকাৰৰ সৰু সুৰা গুৰুদেৱ হ'ব খুজিছে।"

"আপুনি শিষ্য কৰে নেকি ?" নিৰ্মলাই সুধিলে।

"সাধাৰণতে নকৰোঁ। কিন্তু কেতিয়াবা কেতিয়াবা কৰিও পেলাওঁ।"

"গৌতম আপোনাৰ উপনাম ?" তালাতে প্ৰশ্ন কৰিলে।

"নহয়! পণ্ডিতসকলে যি ৰহস্যপূৰ্ণ কথা জনাৰ দাবী কৰে, তেওঁলোকে মোৰ এইটো নাম ৰাখিছিল।"

"ভাই চাহাব পোৱাহি নাই।" কামালে ক'লে, "তেওঁ ফোন কৰিছিল। ইয়াতে চাহ খাব।"

"ভাই চাহাব," তালাতে ঘড়ী চাই বেগাই জাননী দিলে, "ঘোঁৰাত উঠিবলৈ গৈছে। এতিয়া সাঁতুৰি উলটি আহিব পায়।" সকলোৱে অলপ অপ্ৰস্তুত হৈ পৰিল।

"হে ঈশ্বৰ! এয়া কোন চাহাব—কোনোবা ফিল্মষ্টাৰ—অশোক কুমাৰ বা অন্য কোনো নহয় তো?—গৌতমে প্ৰশ্ন কৰিলে।

"ভাই চাহাব—মই তোমাক কৈছিলোঁ নহয়—তেওঁক দেখা কৰিবলৈ।" কামালে ক'লে।

"অৱধৰ জমিদাৰীৰ বিষয়ে মই খুব কম জানো। আপোনালোক সকলোৱে ঘোঁৰাত উঠা আৰু সাঁতোৰা আদি কৰে নেকি? মই মধ্যবিত্ত সমাজৰ প্ৰতিনিধি।

সকলো মধ্যবিত্তৰ দৰে মইও ধনী মানুহক সমীহ কৰোঁ। যুদ্ধৰ আগতে বিলাতলৈ গৈছিলোঁ মোৰ দেউতাৰ সৈতে, তেতিয়া ব্ৰিটিছ লৰ্ডক চোৱাৰ আকাঙ্ক্ষাত ঘূৰি ফুৰিছিলোঁ। ক'ৰবাত দূৰৈত কোনো লৰ্ডক দেখিলে মই উত্তেজিত হৈ পৰোঁ। পাছত জানিব পাৰিলোঁ যে তাৰ ভাৰপ্ৰাপ্ত বিষয়ায়ো সেই লৰ্ডৰ সাজ পিন্ধে।"

"আমিও ভাৰপ্ৰাপ্ত বিষয়াই," কামালে ক'লে। অতীতৰ সমাধিৰ পুৰোহিত।" হৰিশঙ্কৰে যোগ দিলে।

"কিন্তু তুমি আমাক ভাল পাব লাগিব।" কামালে আকৌ ক'লে।

"কিয়নো আমি নিজৰ হৃদয় লৈ জীয়াই আছোঁ।"

"মই তোমাক নিশ্চয় ভাল পাম। মোৰ অন্তৰ বৰ উদাৰ।" গৌতমে অতি গৰ্ব্বেৰে উত্তৰ দিলে।

চম্পা এতিয়া দলভুক্ত। এওঁ দলৰ নিয়মৰ সৈতে বুজাপৰা কৰি লৈছিল। দলেও তেওঁৰ প্ৰতি সহানুভূতি ৰাখে. কাৰণ তেওঁ অকলশৰীয়া। এই আশ্ৰয় বিচৰা ভাবটো কিমান কৰুণ! দল এক কল্পনাৰ সাকাৰ ৰূপ যি পৰিৱেশৰ দৰে কেৱল একেটা বস্তুৱেই। মানৱীয় সম্বন্ধ ক্ষণস্থায়ী অত্যন্ত সূক্ষ্ম। বহুত ভঙা-গঢ়াৰ মাজেদি এই সম্বন্ধে গঢ়ি উঠে। সেইবাবে মীৰ আনীচে কৈছিল ঃ

খেয়ালে-খাতিৰে এহসব চাহিয়ে হৰদম অনীস ঠৈস না লগজায়ে আব-গীনোঁকা।" মনত ৰাখিবা বন্ধুত্বৰ খাতিৰত যেন অনীচৰ আচীত কেতিয়াও আঘাত নালাগে) আৰু মীৰ তকীমীৰে কৈছিল—

"লে সাঁস ভী ধীভৰ সে কি মুস্কিল হ্যায়ে বহুত কমি, আফাক, কী ইস কাৰ গহে শীগাগৰী কা (জীৱন প্ৰায় আইনাৰ ঘৰ—বৰ কঠিন ঠাই—নিশ্বাস ধীৰে ধীৰে লোৱা যি কোনো মুহূৰ্তত এই আইনাৰ ঘৰ ভাঙি যাব পাৰে। কামালে চম্পাক ক'লে।

"চম্পা চাহেবা, চাৰিওফালৰ মানসিক মজিয়াত প্ৰবেশ কৰক, আপুনি আমাৰ ঘৰলৈ আহক আমি আপোনাৰ ঘৰলৈ যাম। আমি কেতিয়াও আপোনাক অকল-শৰে এৰি নিদিওঁ। নিজৰ মনলৈ অলপ শৃঙ্খলা আনক, সেইটোৱেই আচল বস্তু! কিন্তু আপুনি যে ভাব প্ৰৱণ।"

জীৱনত শৃঙ্খলাৰ অৱকাশ ক'ত? জীৱনটোত ইমান অন্তৰ্দ্বন্দ্ব, ইমান বিশৃঙ্খলা। কামালে ক'লে, "আপুনি যদি শিল্পী হ'লহেঁতেন, ভাল আছিল তেতিয়াহলে এই আহুকালবোৰক শব্দৰে সজাব পাৰিলেহেঁতেন। কিন্তু আপুনি নিলিখে আৰু আন কোনো ধৰণে নিজক প্ৰকাশো নকৰে। এই কাৰণেই আপোনাৰ শৃঙ্খলাৰ বৰ প্ৰয়োজন।"

"এই লেখক সকল বৰ সংযমী নেকি?" চম্পাই সুধিলে।

"সংযমী নহ'লেও তেওঁলোকে নিজৰ সুৰ...বিচাৰি লয়।.....চম্পা চাহেবা, আপুনি ছবি আঁকিবলৈ লওক।"

"তুমি দেখিছোঁ মোক একেবাৰে ভিক্টোৰিয়া যুগৰ ৰোমাণ্টিক বুলি ভাবিছা নহয় কামাল? মই ভালে আছোঁ। তোমালোক সকলোৰে সঙ্গ মোৰ কাম্য। মই তহমীনাৰ লগতো থাকিম।"

"লগতে এইটোও স্থিৰ কৰি লওক যে মন আৰু বুদ্ধিৰ মাজত কি পাৰ্থক্য হোৱা উচিত। এইটো বুজিব পাৰিলে। কোনো দিন কোনো অসুবিধা নহয়।"

"আকৌ সেই কথা?"

"বাবু তেন্তে আপুনি সকলো প্ৰমাণ কৰিব খুজিছে নেকি? চম্পা চাহেবা, পৃথিৱীখন বৰ নিষ্ঠুৰ। পৃথিৱীয় আপোনাক এনেকুৱা শিক্ষা দিব যে।"

এইদৰেই লনত বহি বা বাটত ফুৰি এওঁলোকে দীঘলীয়া বাদ বিবাদ কৰে, এদিন তহমীনাই চম্পাক ক'লে, "শুনা, আহাঁ,......আমি এডাল্ট হিচাপে সমস্যাৰ সমাধান কৰেঁা।" ভাই চাহাব ডিচেম্বৰত মাদ্ৰাজৰ পৰা আহিব। এই বছৰ তুমি এম, এ পাছ কৰিবা আবেগ দুখ, স্পষ্ট, ত্যাগ ইত্যাদিক এপিনে ৰাখি তুমি ভাই চাহেবক বিয়া কৰোৱা।"

"কি বাজে কথা?"

"তুমি নিজেই—তেওঁক বিয়া নকৰোৱা কিয়?"

"মই তোমাৰ ছাঁ হৈ জীয়াই থাকিব নোখোজোঁ।"

"বাজে কথা।" চম্পাই ক'লে।

আকৌ অলপ পাছত তহমীনাই ক'লে, "ইয়াৰ বাহিৰে ভাই চাহাবেই জীৱনৰ একমাত্ৰ উদ্দেশ্য হোৱা উচিত নহয়। পুৰুষক মূৰৰ ওপৰত লৈ নচাৰো কোনো মানে নহয়।"

"বুজিছোঁ।"

"তোমাৰ জীৱনৰ আদৰ্শ কমিউনিষ্ট পাৰ্টী হয় বুলি কোৱা,"

"এৰা," চম্পাই অলপ ৰৈ উত্তৰ দিলে। তালাত আন এটা কোঠালিত বহি আছিল। এই কথা-বতৰা তেওঁৰ কাণত পৰাত তেওঁ বৰ সুখী হ'ল। "খোদাক ধন্যবাদ। এওঁলোক দুয়ো কথাটো বুজিব পাৰিছে।" তেওঁ নিৰ্ম্মলাক ফোন কৰি ক'লে। নিৰ্ম্মলায়ো খোদাক ধন্যবাদ দিলে।

ভাইচাহাব ডিচেম্বৰত লক্ষ্ণৌলৈ আহিলত চম্পাৰ মন সলনি হৈ গ'ল। তেওঁ গোটেই দিন আনন্দত কটালে। ইয়াৰ মাজত গৌতম নীলাম্বৰো আহিল। এখন ইংৰাজী বাতৰি-কাকতত তেওঁ চাকৰি পালে। এইখিনি সময়—যি এওঁ-লোকৰ জীৱনৰ সৰ্ব্বশ্ৰেষ্ঠ সময় আছিল, এওঁলোকে একেলগে কটালে। এনে সময় এবাৰ গুচি গ'লে আৰু কেতিয়াও উলটি নাহে।

"শান্তা, এই ঠাইখন বৰ শান্ত। গছৰ ডালত কুলিয়ে মাতিছে। আমৰ বাগিচা আছে, ইয়াৰ মাজেদি এজনী মালিনী জুনুকা পিন্ধি গৈ আছিল। ইয়াত অতি প্ৰতিষ্ঠিত অৱসৰ প্ৰাপ্ত কালেকটাৰ, জমিদাৰ আৰু বেৰিষ্টাৰৰ ঘৰ। ছায়াঘন পথ। দীঘল দীঘল হালধীয়া ফুলৰে গছৰ তলবোৰ ভৰা। ৰবিবাৰৰ ৰাতিপুৱা ছোৱালীবোৰে বৰ্মা ছাতি লৈ এজনী আনজনীৰ ঘৰলৈ যায়—আৰু ঘাঁহত বহি নিটিং কৰে আৰু তেওঁলোকৰ মাজত অতি ইণ্টেলেকচুৱেল কথা প্ৰসঙ্গ হয়। জীৱনটোক এওঁলোকে কায়দা, নিয়ম আৰু ৰুটিনেৰে বান্ধি পেলাইছে।

ঘৰ বিলাকত ওখ ওখ দুপতীয়া দুৱাৰ। এই দুৱাৰবোৰ জালিকটা। বহল খটখটী, ওখ চকী, দীঘল দীঘল ঘাঁহৰ মাজত এই ঘৰটো যেন পোত খাই গৈছিল। চালখন বাঁহৰ। গোটেই ঠাইখনত এনেকুৱা ধৰণৰ ঘৰ ভৰি আছে। ইয়াৰ ভেটি পকী আৰু মজবুত। বাৰান্দাৰ খটখটীত কেতিয়াবা পাঙ্খা টনা মানুহে টোপনিয়াই আছিল। বহৰাইচত য'ত মোৰ জন্ম হৈছিল, তাত মোৰ ঘৰো প্ৰায় এনেকুৱাই আছিল। মই ঘৰৰ প্ৰসঙ্গ লৈ বহি গলোঁ দেখিছা শান্তা। কোনো এটা ঘটনা বা বিষয় লৈ সবিস্তাৰে আলোচনা কৰাটো মোৰ বদ অভ্যাস। বাৰু এতিয়া ঘৰবোৰৰ নাম শুনা।

নামো বৰ আচৰিত বস্তু। উদাহৰণ স্বৰূপে চম্পাবেগম—ভাল নাম—হয় নে নহয় কোৱাঁচোন শান্তা? চোৱাঁ, তুমি ইমান দূৰত আছা, মোৰ মন গৈছে যেন তুমি প্ৰত্যেকটো বস্তু মোৰ চকুৰে চোৱা। শান্তা বহুতদিন তুমি মোক খং কৰা নাই। তোমাৰ অন্তৰত লুকাই থকা মাতৃত্বই মোক দেখোন নামাতে। শান্তা! আঃ! তুমি যদি ইয়াত থাকিলা হে'তেন। আৰু এওঁলোকক লগ পালাহে'তেন। স'চাই বঢ়িয়া হ'লহে'তেন। মই ইয়ালৈ আন অফিছিয়েলি কইনা চাবলৈ আহিছোঁ—।

নিৰ্ম্মলাৰাণীৰ বাহিৰে আন ছোৱালী বোৰে অলপ লাজ কৰিছিল আৰু হাৰমনিয়মত তেওঁলোকক গীত শুনাইছিল! হয়তো তেওঁলোকে এইটো জানিছিল যে তেওঁলোকৰ মাক-বাপেকে মোৰ সৈতে সম্বন্ধ স্থিৰ কৰিব খুজিছে। কোনো সময়তে তেওঁলোক মোৰ সৈতে একো আমোদ কৰা নাছিল। তেওঁলোকৰ কথা পাতিবলৈ সময় নাই। তেওঁলোকৰ বৰ গধুৰ আঁচনি আছে—কেম্ব্ৰিজলৈ যাব, ডক্টৰেট কৰিব। নিৰ্ম্মলা আৰু তালাত দুয়ো অতি তীক্ষ্ণবুদ্ধিসম্পন্ন ছোৱালী। খোদাই মঙ্গলে ৰাখক। সকলো সময়তে চঞ্চল হৈ থাকে।" "ভাষণ লিখিলে?" নিৰ্ম্মলাই বাৰান্দাৰ বননিখনৰ তলেদি ভূমুকিয়াই সুধিলে।

"লিখি আছোঁ।"

"দেখুৱাওকচোন।"

"দুখৰ কথা হে, আচলতে মই ভাষণ লিখা নাই। এখন প্রয়োজনীয় চিঠি লিখিব লগীয়া আছিল—সেইখন আৰম্ভ কৰিছোঁ।"

"এইটো চিঠি লিখাৰ সময় নেকি ?" সকলোৱে গোট খাই কোঠালিত এটা কাৱালী আৰম্ভ কৰি দিছিল।

"ব'লক, কাৱালী গাওকগৈ।" নির্ম্মলাই দ্বিতীয়বাৰ আদেশ দিলে।

"শিঙ্গীৰি ভৱনলৈ আহি কাৱালী গোৱা এটা প্রয়োজনীয় কাম আছিল। তেওঁ উদাস ভাৱে নির্ম্মলালৈ চালে—মূর্খ ছোৱালী, কিমান সুখী!

তেনেতে তেওঁ মূৰ দাঙি দেখিলে গাড়ী বাৰান্দাৰ খটখটীত ভাই চাহাব থিয় হৈ আছে। তেওঁ ব্রস্ত হৈছে আৰু মিচিকিয়াই আছে। তেওঁক আদৰণি জনাবলৈ আটাইবোৰ বাৰান্দালৈ আহিল।

"বৰ দুর্ব্বল প্রকৃতিৰ মানুহ যেন লাগিছে।" গৌতমে লাহেকৈ ক'লে।

"ছোৱালী দেখিলে ভয় খায় বেচেৰাই। বৰ সাধু মানুহ।" নির্ম্মলাই উত্তৰ দিলে।

"সাধু মানুহ, তেন্তে আমি সকলো লম্পট নেকি ? বাহ! বাহ! হৰিশঙ্কৰে আপত্তি কৰিলে।

"তেওঁৰ অচেতন মনত কোনো ৰহস্য আছে।" গৌতমে দ্বিতীয় ঘোষণা কৰিলে। হৰিশঙ্কৰে তেওঁলৈ কিল দেখুৱালে। ভাই চাহাবে ওপৰ ফালে চাই চম্পাৰ পিনে গুচি গ'ল। চম্পাই চকীখন এৰি দিলে আৰু মজিয়াত বহি তেওঁৰ কাৰণে চাহ কৰিবলৈ ধৰিলে। "এইটো ব্যৱস্থাও আছে।" গৌতমে হঠাৎ প্রথমবাৰ অলপ বিৰক্ত হৈ গম্ভীৰ ভাৱে ক'লে।

"ভাই চাহাবে বৰ ভাল নাচে।" নির্ম্মলাই সুযোগৰ সংব্যৱহাৰ কৰিব খুজিলে। এওঁলোক তিনিও আন মানুহবোৰৰ পৰা আঁতৰত বাৰান্দাৰ খটখটীত বহিল গৈ।

"লোক নৃত্য নে শাস্ত্রীয় নৃত্য ?" গৌতমে আমোদেৰে সুধিলে, "এওঁ পুৰণি পৃথিৱীৰ গুৰু," নির্ম্মলাই আর্দ্রস্বৰত ক'লে।

ভিতৰত আন কোনো তর্ক লাগি আছিল। হৰিশঙ্কৰে চিঞৰি চিঞৰি কথা কৈছিল।

"উস! তোমালোকে কেনেকৈ তর্ক কৰিব পাৰা," গৌতমে ক'লে। "জীৱন অনেক যুগত ভাগ হৈছে," কামালে উত্তৰ দিলে। "বাহ! হয় নেকি ?"

"এইটো কেৱল কথাৰ যুগ।"

"আৰু কিবা কৰি দেখুৱাৰ, কিবা হোৱাৰ যুগ কেতিয়া আহিব ?"

"মিঞা, যেতিয়াৰে পৰা পৃথিৱী হৈছে—তেতিয়াৰে পৰা পৈগম্বৰ, দার্শনিক

আৰু চিন্তা নায়ক সকলে যদি কিবা নক'লেহে'তেন, তেন্তে আজি পৃথিৱীৰ পুথিভঁৰাল বোৰত গাধা চৰিলহে'তেন।

ধন্যবাদ দিয়া যে আমি কথা কৈছোঁ আৰু তুমি শুনিবলৈ পাইছা এনেকুৱা এটা সময় আহিব, যেতিয়া তোমাৰ কাণে আমাৰ মাত শুনিবলৈ ব্যাকুল হৈ পৰিব।" কামালে ক'লে, "সময়ে সকলো নষ্ট কৰি দিয়ে, তুমি সেইটো বিশ্বাস কৰা?" গৌতমে সুধিলে।

"হয়।" কামালে ক'লে।

বেলিটো নৈত বুৰ গৈছে, আৰু ওখ চালৰ সোণালী গম্বুজ পোহৰত সুমথিৰা বৰণৰ হৈ উঠিছে। সন্মুখৰ সোঁতেদি এখন নাও ধীৰ গতিৰে আগ বাঢ়ি গ'ল।

"তুমি এইটো বিশ্বাস কৰা নেকি যে সঙ্কেত ৰহস্যৰে পূৰ্ণ হৈ থাকে," গৌতমে কামালক সুধিলে।

"হয়।"

"সন্মুখত যে নাওখন গৈ আছে—এই সঙ্কেতৰ বৰ ৰহস্য আছে। গৌতমে সাধাৰণ কথাতো অত্যন্ত নাটকীয় আৰু দাৰ্শনিক ৰহণ সানে। আৰু তেওঁৰ এই অনুমান মানুহৰ বৰ ভাল লাগে। হৰিশঙ্কৰো আহি তেওঁৰ কাষত বহিল।

তেওঁলোক খটখটীত থিয় হ'ল। খটখটীবোৰ নৈৰ ফালে নামি গৈছিল।

নদী হৈছে প্ৰৱাহিত সময় আৰু শিল অনন্তৰ প্ৰতীক। শিল সময়ৰ সঘন ৰূপ আৰু এই সমগ্ৰ পৃথিৱীৰ অন্ত, নিৰ্গনিৰ মৃত্যুৰ দৰেই অটল আৰু তেনেকুৱাই মহত্বহীন। বেদান্তত লিখিছে যে—

"এই নৈ আমাৰ জীৱনৰ প্ৰতীক"—হৰিশঙ্কৰে নিজে নিজেই ক'লে। "মোৰ নৈৰ সৈতে প্ৰেম আছে। তোমাৰ নৈৰ সৈতে প্ৰেম আছে নে?" তেওঁ মূৰ ঘূৰাই অত্যন্ত গম্ভীৰতাৰ সৈতে কামালক সুধিলে।

"আছে।"

"মই নৈৰ পানীত বুৰি মৰিম," গৌতমে দ্বিতীয় ঘোষণা কৰিলে।

"গৌতম! তুমি ৰোমাঞ্চৰ পূজক হ'বলৈ ওলাইছা?"

তেওঁৰ ওচৰলৈ আহি আঁঠু কাঢ়ি বহি তালাতে ব্যাকুলতাৰে সুধিলে।

"নহয়।" তেওঁ চমকি উঠিল, "ই সময়ৰ যাদু, তালাত আৰা বেগম।" সেতুৰ পাৰত বহুত দূৰৈৰ পৰা 'চানাই'ৰ শব্দ ভাহি আহিল। গধূলিৰ নীৰৱতাত তেওঁ মনে মনে সেই শব্দ শুনিবলৈ ধৰিলে।

"আহঁা, ভূত বিচাৰো।"

"ব'লা।"

তেওঁলোক চাৰিও 'লন'লৈ ঘূৰি গ'ল।

"চম্পা বেগম! ভাইচাহাব! অপ্পী," গৌতমে অতি শিষ্টতাৰে তলমূৰ কৰি

তেওঁলোকক সম্বোধন কৰিলে, 'আহক, আমি সকলোৱে গোট খাই ভূত বিচাৰোঁ''। তেওঁলোক মনে মনে মটৰৰ ফালে আগ বাঢ়িল।

মুনিচুনি সময় আছিল, মটৰখন কাঠৰ দলঙেদি গৈ আছিল।

''বাটত এনেকুৱা এডোখৰ ঘূৰা ঠাই আছে, য'ৰ পৰা মানুহ কেতিয়াও উলটি নাহে।'' আমিৰ ৰজাই আপোনমনে ক'লে। কামালে মটৰ ৰখালে। আহক, অলপ ঢৌ লেখোঁ। তেওঁ দলঙৰ ওচৰৰ বননিলৈ সোমাই গ'ল। তাৰ তলত নৈৰ ঢৌত বাৰে বৰণীয়া নাৱৰ শোভাযাত্ৰা গৈছিল। তাত যি সকল বহি আছিল, তেওঁলোকে আচৰিত ধৰণৰ কাপোৰ পিন্ধিছিল।

মুন্দেল, জৱাহিৰাত (ৰত্নমণি) মালা, মলমলৰ দুপট্টা, পাইজামা আৰু ৰত্নমণিৰ পোহৰত নৈৰ পানী তিৰবিৰাই উঠিল। তেওঁলোকে হাত দাঙি এওঁলোকক মাতিবলৈ ধৰিলে। তেওঁলোকৰ কথাবোৰ এওঁলোকে বুজি নেপালো চৰাইৰ কলৰৱৰ দৰেই সুললিত, অস্পষ্ট, চাৰেঙ্গীৰ স্বৰৰ দৰে তীক্ষ্ণ, ভয়াবহ। পাৰত কুকুৰ আৰু শিয়ালে চিঞৰি আছিল, শ্মশান ঘাটৰ কাঠবোৰ খৰখৰাই আছিল। কবৰ-বাকচৰ কাঠবোৰ ফলা হৈছিল।

''ইয়াৰ পৰা পলোৱা, ব'লা আগলৈ যাওঁ।'' চম্পাই ক'লে। তেওঁৰ এনে লাগিল যেন তেওঁৰ মাতটো গভীৰ পানীৰ মাজৰ পৰা আহিছে।

''এই শব্দৰ পৰা পলাই ক'লৈ যাবা ? ই শেষ শব্দ''। গৌতমে উত্তৰ দিলে, কাঠবোৰ মৰমৰাই উঠিল।

''মোৰ মূৰটো ঘূৰাই গৈছে, মোক ভূতৰ হাতৰ পৰা ৰক্ষা কৰা।'' আমিৰ ৰজাই দলঙৰ হাবিত মূৰ থলে। চম্পা তেওঁৰ কাষত থিয় হৈ আছিল।

''সুন্দৰ মানৱ, হায় ! যদি মই তোমাৰ অন্তৰ জানিব পাৰিলো হেঁতেন।''

''তুমি নাজানা। মোক কোনেও নাজানে।'' আমিৰ ৰজাই উত্তৰ দিলে। মটৰখন আকৌ এটা ঠেলাত ষ্টাৰ্ট হ'ল। কামালে গীত আৰম্ভ কৰিলে। জোনৰ পোহৰ তীব্ৰ হৈ পৰিল। ইয়াত তেওঁলোক সকলোৰে চেহেৰা যেন ধূলিৰে বগা হ'ল।

''দলং। চাৰিওফালে দলং সাজি গৈছে !'' গৌতমে খঙত ভোৰভোৰালে। তেওঁলোক চিকন্দৰ বাগৰ আলিলৈ আহিল। দাঁতিয়েদি এটা হাতী গা জোকাৰি গুচি গ'ল। তাত ছাহে অৱধ গাজীউদ্দীন হায়দৰ বহি আছিল। চম্পাই তেওঁক ভালকৈ চালে। তেওঁক পৰিহাস প্ৰিয় যেন লাগিল। ''তেওঁৰে সৈতে অন্ততঃ হাউদু, ইউ'দু কৰি লোৱাচোন।''

''এওঁ বৰ ইংৰাজ প্ৰিয়, চোৱাঁ, বিলাতী বাদছাহৰ সাজ পিন্ধি আছে।'' কামালে ক'লে।

ছাহে জমনে সৰোবৰৰ ফালে তলমূৰ কৰিবহি ৰ'ল। মটৰ খন আকৌ আগ বাঢ়ি গ'ল। সকলো নীৰৱ আছিল। গৌতমে তেওঁৰ পাইপটো জোকাৰি

বজাবলৈ ধৰিলে। ‘যদি কোনোবাই মোক এইটো ক’ব পাৰে যে এওঁলোকে কি ভাবিছে, তেন্তে মই তেওঁলোকক এটা ডাঙৰ পুৰস্কাৰ দিম।” চম্পাই আপোন মনে ক’লে। “মই কেইবা ঘণ্টাও তেওঁলোকৰ সৈতে তৰ্ক বিতৰ্ক কৰিলোঁ তথাপি কেতিয়াও বুজিব নোৱাৰিলোঁ যে তেওঁলোকে কি বিচাৰে। দলৰ সৈতে থকা নিৰৰ্থক। একান্তই প্ৰকৃত সত্য।”

কামালে হঠাৎ গাড়ী ৰখালে। সন্মুখত লামাৰ্টিনেয়ৰ কলেজ আছিল।”

“ইয়াত তেওঁলোকে আমাক কি কি পঢ়োৱা নাছিল?” কামাল, আমিৰ বজা আৰু হৰিশঙ্কৰে আঙুলিয়াই একে সুৰত ক’লে। “তুমি ইমান পঢ়া কিয়?” তেওঁ ঘপ্‌কৰে গৌতমক প্ৰশ্ন কৰিলে।

“এওঁ অদ্ভুত ভগ্ন হৃদয়ৰ, এওঁক বুজোৱা বৃথা”। তালাতে ক’লে।

গৌতম মনে মনে থাকিল।

তেওঁলোক আটাইবোৰ নামি কলেজৰ ওচৰলৈ গ’ল। আৰু খিড়িকীয়েদি ভিতৰলৈ চাবলৈ ধৰিলে। ভিতৰৰ কোঠালিবোৰ এন্ধাৰত শূন্য হৈ পৰি আছিল। ৰাতিপুৱা ইয়াত আকৌ পঢ়োৱা হ’ব। বেৰত জোফনীয় অংকা জেনেৰেল মাৰ্টিনৰ ভাৰতীয় বেগমৰ ছবি ওলমি আছিল। তালাতে খিড়িকীৰ আইনাত নাক ঘঁহি থিয় হৈ ৰ’ল। বাকীবোৰ মানুহ তলমূৰ কৰি সৰোবৰৰ ফালে গুচি গ’ল।

“আঁহা, এইফালে মোৰ ওচৰলৈ আঁহা”। তালাতে ঘূৰি চালে। জেনেৰেল মাৰ্টিনৰ ভাৰতীয় বেগম সৰোবৰৰ পাৰত থিয় হৈ আছে। তেওঁ ইঙ্গিতেৰে তেওঁক আকৌ মাতিলে।

“মোৰে সৈতে কথা পাতা।” তেওঁ ক’লে।

“মোৰে সৈতে কোনেও কথা নাপাতে। গোটেই দিন ইয়াত ইমান হুলস্থূল হয়। কিতাপ পঢ়ে, লেকচাৰ দিয়ে। কিন্তু মোৰ ফালে কোনেও ঘূৰি নাচায় তেওঁ হুক্‌ হুক্‌ কৰি কান্দিবলৈ ধৰিলে। তালাতে বৰ ভয় খালে। তেওঁক কিদৰে শান্ত কৰা যায়। “মোৰ কথা শুনা,” তালাতে বুজাবলৈ চেষ্টা কৰিলে। “তুমি অনন্তৰ বিন্দুত নিজক মগ্ন কৰি থোৱা। প্ৰকৃততে সময়ৰ বিভিন্ন ভাগ...”

“প্ৰতিজ্ঞা কৰা যে কেতিয়াও নপঢ়া।” কামালে উচ্চ কণ্ঠেৰে গৌতমক কৈছিল।

“ইয়াৰ পৰা আমাৰ এজন ইংৰাজ অধ্যাপক কিতাপ পত্ৰ পেলাই হিমালয়লৈ গুচি গৈছিল। কোনে জানে তেওঁ এতিয়াও তাত জীয়াই আছে নে তেওঁক বাঘে খাই পেলাইছে! নহ’লে চৰায়ে তেওঁৰ ডাঢ়িৰে বাহ বান্ধিছে নাইবা তেওঁ কোনো গুহাত বহি নাৰদ মুনিৰ সঙ্গীত শুনাইছে।” হৰিশঙ্কৰে ক’লে।

“ওম্’...ওম্’...ওম্” এই শব্দ চাৰিওফালে মুখৰিত হৈ উঠিল। পৰিৱেশত কিবা হিল্লোল...“হৰি ! হৰি!” তেওঁ সৰোবৰক পাছ পেলাই ৰঙা শিলগুটি

দিয়া বাটেদি যাবলৈ ধৰিলে। চম্পাই হাত মেলি ফুলৰ এটা ডাল ছুলে। এখিলা পাত ছিগি বাটত পৰি গ'ল।

"বিষ্ণু, পাতব মাজত লুকাই আছে। হৰি! হৰি!" চম্পাই আঁওৰালে। তলব কোঠাত জেনেৰেল মাৰ্টিন শুই আছে, তেওঁৰ ওপৰেদি পৃথিৱী আগ বাঢ়ি গৈ আছে।

পুথিভঁৰালৰ চালৰ পৰা এটা অকলশৰীয়া...কপৌচৰাই উৰি গ'ল, কিতাপ-বোবৰ শব্দ শোভাযাত্ৰাব দৰে চাৰিওফালে বিয়পি পৰিল—লেটিন, ফ্ৰান্স, ইংৰাজী অৰ্থহীন শব্দ, এইবোবৰ অৰ্থই বিক্ৰমাদিত্যৰ বেতালৰ দৰে মুখ ওফোন্দাই আছিল। বহুতো শব্দ ওপৰত থোৱা বৰটোপত উঠি বহি গ'ল। আৰু নিজৰ লাহী, ক'লা ভৰিবোব জোকাৰিবলৈ ধৰিলে।

বৰটোপে গৰজি সূচনা দিলে, "মোৰ নাম লৰ্ড কৰ্ণৱালিচ থৈছিল আৰু মোক শ্ৰীৰঙ্গপট্টমৰ পৰা অনা হৈছিল।" বাবান্দাত বহি থকা শিলৰ সিংহ আৰু বেৰৰ ওপৰত থোৱা মূৰ্তিবোৰে জোৰেৰে অট্টহাস কৰিবলৈ ধৰিলে। আকৌ তালাতে কোনো কথা শুনি খিলখিলাই হাঁহিলে, "আহাঁ দিলকুচালৈ যাওঁ।" সুপ্ত সুগন্ধিত বাটেদি ওলাই তেওঁলোক দিলকুচাৰ ফালে গ'ল।

কিছুপৰৰ পাছত কামাল যি বাটৰ পৰা অন্তৰ্দ্ধান হৈছিল, তাৰপৰা আকৌ তেওঁলোকৰ লগলৈ ঘূৰি আহিল। তেওঁলোক সকলো দিলকুচাৰ দুৱাৰমুখত উপস্থিত হ'ল।

"তুমি ক'লৈ গৈছিলা?" গৌতমে খঙেৰে সুধিলে।

"মই শুনিছিলোঁ যে বাদছাহ গাজীউদ্দীন হায়দৰৰ তাত অতি আড়ম্বৰেৰে বসন্ত উৎসৱ পালন কৰা হয়। তাকে চাবলৈ গৈছিলোঁ, তাত আনন্দৰ সোঁত বৈছে।

কোঠালিৰ এচুকত এজন ইংৰাজে টিপয়ত বহি 'বেগপাইপ' বজাই আছিল। ৰজব আলী ফজল আলী কৱালে বসন্তৰ খেয়াল আৰম্ভ কৰিছিল। বাৰান্দাত ইংৰাজী বেণ্ড বাজি আছিল, আকৌ লণ্ডনৰ বাদছাহৰ স্বাস্থ্যৰ কামনা কৰি মদ খোৱা হ'ল। বাদছাহ গাজীউদ্দীন হায়দৰ ইঞ্জিনিয়াৰিঙৰ ভক্ত আছিল আৰু সমগ্ৰ পৃথিৱীৰ পৰ্বত সমান যন্ত্ৰ-পাতিবোৰ গোটাই থৈছিল। তেওঁ টমচ্ ডেনহমত এটা সূতা নেচা কৰা যন্ত্ৰ বহুৱাইছিল। এখন জাহাজ গোমতীত মেলি দিছিল। ৰবাৰ্ট হোম আৰ্টিষ্টে বহি ছবি আঁকি আছিল। বিশ্বপ হেবৰো তাত উপস্থিত আছিল মোক দেখাৰ লগে লগে ধৰ্মোপদেশ দিবলৈ ধৰিলে।

আসনৰ এমূৰত থিয় হৈ বাদছাহে ইংৰাজ অতিথিক অভ্যৰ্থনা কৰিছিল। তাৰ পাছত তেওঁ সকলোকে লৈ পিকচাৰ গেলেৰীলৈ গ'ল। মেজত বিশুদ্ধ ইংৰাজী ধৰণেৰে আহাৰ সজাই থোৱা আছিল। দৰবাৰত বৰ ইংৰাজী ভাব দেখিলোঁ। মোৰ উশাহ বন্ধ হৈ গ'ল। যেতিয়া মই তাৰ পৰা উলটি আহিছিলোঁ, বাটেদি চাহাব ৰেছীডেণ্ট বাহাদুৰ এক ধৰণৰ পাগুৰি, কাণত ৰত্নখচিত কুণ্ডল,

একেবাৰে ভাৰতীয়ৰ দৰে ঘোঁৰাবাগীত বহি গুচি যোৱা দেখিলোঁ। মই সুধিলোঁ "ক'লৈ যায় ?" ক'লে, "বাদছাহ শোভাযাত্ৰা আছে, "অভিষেক," মই সুধিলোঁ "কোন বাদছাহৰ ? এজনৰ দৰবাৰৰ পৰা মই এইমাত্ৰ আহিছোঁ।" ক'লে তেওঁৰ মৃত্যু হ'ল, তেওঁৰ পুতেক নচীৰুদ্দীন হায়দৰে এতিয়া সিংহাসনত বহিছে। আচৰিত কাণ্ড, ভাই হৰিশঙ্কৰ, এই বাদছাহ সকলৰো মৃত্যু হয়, তেওঁ নীৰৱ হৈ পৰিল।

এতিয়া তেওঁলোক সকলো 'দিলকুচাৰ' বাগিচালৈ আহিল। চাৰিওফালে পূৰ্ণিমাৰ পোহৰ উজলি উঠিছিল। এটা হালধীয়া বৰণৰ ঘৰৰ পাছফালে সেই ইংৰাজ চিপাহীবোৰৰ কবৰ আছিল, তেওঁলোক সাতাৱন চনৰ যুদ্ধত জয়ী হৈছিল। গছৰ জোপোহাৰ মাজত সোমাই তেওঁ তাত থকা শিলালিপিবোৰ পঢ়িলে, "লেফটেনেণ্ট পল ফ'ৰ্থ পঞ্জাব ৰায়ফলচ্" কেপ্তেইন মেক্‌ডনেল, 93 হাই লেণ্ডৰ্জ, লেফটেনেণ্ট চালী ডেচবুথ।"

"হেল্লো, হাউ দু ইউ দু," তেওঁলোক তিনিও সন্মুখলৈ আহি প্ৰসন্নতাৰে সৈতে হাত বঢ়ালে।

'হেল্লো চালী! নিয়া পাইপ খোৱা।" গৌতমে তেওঁক ধ'পাত দিলে। তাৰ পাছত নবাব কুদচিয়া মহলে চম্পা ফুলৰ জোপোহাৰ পৰা ওলাই ক'লে, "কোনোবাই যদি মোক অন্তৰত শান্তি দিব পাৰে, তেন্তে মই তেওঁক মোৰ সম্পূৰ্ণ ৰাজ্য দান কৰিম।"

'মই প্ৰায়েই ভাবোঁ যে তুমিনো কিয় বিহ খাইছিলা।" চম্পাই নবাব কুদচিয়া মহলৰ সৈতে এইদৰে নিঃসঙ্কোচেৰে কথা ক'লে যেন তেওঁ কলেজৰ সহপাঠিনীহে, সকলোবোৰ ছোৱালীয়েই এজনীয়ে আনজনীক চিনি পায়। চৌবিচ বছৰৰ সুন্দৰী মালিকা অ' অৱধে মৃদুভাৱে নিজৰ পাইজামাৰ মুৰটো সামৰি এছটা শিলত বহি পৰিল। বাকীবোৰ মানুহে ঘূৰি ঘূৰি দিলকুচা মহলৰ ধ্বংসাৱশেষৰ ফালে গুচি গ'ল।

এদিন ইয়াত এজন ফৰাচীয়ে নিজৰ বেলুন উৰাবলৈ আহিছিল। সকলো মানুহ গোট খালে। মোৰ শহুৰ ছাহেজমনো এই মনোৰঞ্জক দৃশ্য চাবলৈ আহিছিল। চোৱাঁ, ইমান মজা লাগিছিল, এই ফৰাচীটোৱে বেলুনত বহি উৰি গৈছিল আৰু নগৰৰ পৰা বাৰ মাইল আঁতৰত কপোৰ বাহত গৈ নামিছিল।

"তুমি কেতিয়াবা বেলুনত উৰিছা নে ?" বেগমে চম্পাক সুধিলে।

"নাই, কিন্তু তুমিনো বিহ খাইছিলা কিয় ?" চম্পাই আগ্ৰহ কৰিবলৈ ধৰিলে। বেগমে কথাটো পাহৰাব খুজিছে। তেওঁ নিজৰ আঁচলৈ খন মনোযোগেৰে চালে। "তুমি অতি উদাৰ বুলি প্ৰখ্যাত আছিলা। তোমাতকৈ অধিক উদাৰ আৰু দানী বেগম লক্ষ্ণৌৰ সিংহাসনত বহা নাই। তুমি দুখীয়া মানুহক লাখ লাখ

টকা ৰেহাই দিছিলা। তুমি মোক কোৱাঁ, এই সকলো দান আৰু প্ৰেমৰ বিনিময়ত পৃথিৱীয়ে তোমাক কি দিলে ? হে আল্লা ! কোৱাঁচোন বাবু"—চম্পাই সুধিলে।

"যি ফালেই চাওঁ, সেইফালেই তুমিময়", বেগমে অন্যমনস্ক হৈ গুণগুণাই আছিল।

"এইটো মোৰ বাদছাহৰ কবিতাৰ কলি," তেওঁ চম্পাক সম্বোধন কৰিলে। বসন্ত বাগত সকলোবোৰ ফুলৰ সৌৰভ বিয়পি আছিল যিদৰে আতৰ বেচোঁতাই আতৰৰ হেজাৰ হেজাৰ বটল ঢালি দিছিল।

"বৰ্ষা ঋতু আছিল আৰু বাদছাহ তোমাৰ প্ৰতি প্ৰসন্ন নাছিল যদিও তুমি আমোদ কৰিবলৈ দিলকুচা মহললৈ আহিলা, তুমি বিহ খালা আৰু তাৰ পাছত ফল খালা, বাবু, কোৱাঁচোন ইয়াৰ অৰ্থ কি ? পুৰুষনো ইমানৰ যোগ্য নে যে তেওঁৰ কাৰণে মানুহে প্ৰাণ বলি দিয়ে। তেওঁলোকক বিন্দুমাত্ৰও গ্ৰাহ্য কৰিব নালাগে, বিন্দুমাত্ৰ...।" চম্পাই আঙুলিৰ ওপৰত আঙুলি থৈ ক'লে।

কুদচিয়া মহলে কোনো উত্তৰ নিদিলে !

"সোৱা চোৱাঁ। ৰজা গালিবেজঙ্গ আহিছে। আজি পূৰ্ণিমা নহয়—বাদছাহে ইয়ালৈ আনন্দ কৰিবলৈ আহিছে, মোক দেখিলে ৰুষ্ট হৈ পৰিব। মই এতিয়া যাওঁ।"

"ক'লৈ যোৱাঁ ?" চম্পাই ভয়েৰে সুধিলে।

"ক'লৈকো নহয়, আমি সকলো ইয়াতে আছোঁ। আমি আৰু তুমি নিলগ ক'ত ? বৰং এতিয়া তুমিও গুচি যোৱা, তোমাৰ লগৰীয়াই তোমাক মাতিছে।"

"চম্পা ! চম্পা !" নিশাৰ নিস্তব্ধতাত কামালৰ মাত শুনা গ'ল। তেওঁ শিলৰ পৰা উঠি দিলকুচা মহলৰ ফালে গুচি গ'ল। সকলোবোৰ মানুহ ধ্বংসাৱশেষৰ আটাইতকৈ ওখ খটখটীত বহিছিল। ভিতৰৰ ধ্বংসাৱশেষৰ কোঠালিবোৰত বাদছাহ অ'-অৱধ নচীৰুদ্দীন হায়দৰৰ ইংৰাজ বেগমে দীঘল ওলমি থকা চেমিজ পিন্ধি আঁঠুত ভৰ দি বহি তন্ময় হৈ গীটাৰ শুনি আছিল। আকৌ সেই বেগমহঁতে গোট খাই 'পোলকা' নৃত্য আৰম্ভ কৰিলে। তেওঁলোক সকলো খটখটীৰ পৰা নামি বাগিচাৰ ফালে গুচি গ'ল। চম্পা আকৌ অকলশৰীয়া হ'ল।

"মাদমোজেল. বুজেত তৰীচাৰমা ! মাদ্‌মোজেল !!" তেওঁ ঘূৰি চালে, বাদছাহ নচীৰুদ্দীন হায়দৰৰ ফৰাছী নাপিতে সম্মুখত থিয় হৈ মিচিকিয়াই হাঁহি তেওঁক মাতিছে। অতি বিনয়েৰে তেওঁ নিজৰ ফুলবচা ৰুমালখন উলিয়াই শিলত পাৰিছে। তেওঁক আঁঠু কাঢ়ি কৈছে, "বহক"। চম্পাই একেদৃষ্টিত চাই ৰ'ল।

"মাদ্‌মোজেল, আপুনি নিজৰ সৌন্দৰ্য্যক প্ৰাণ ভৰি উপভোগ কৰক। হিয়া ভৰাই সুখী হওক। দুখ কৰা বৃথা। আহক, মই আপোনাক মৃতা তিৰোতা-

বোৰৰ গীত শুনাওঁ। "তেওঁ এটা ঝঙ্কাৰৰ সৈতে গীটাৰ বজাবলৈ আৰম্ভ কৰিলে। মৃতা তিৰোতাবোৰৰ বেলেড ঃ

মোক কোৱা লেডী ফ্লোৰা, ৰূপহী হাই পেশৰা আৰু তাইচ ক'ত অদৃশ্য হ'ল? জীন ক'লৈ গ'ল, যাক ইংৰাজে জ্বলাই দিছিল! এইবোৰৰ কি হ'ল? হেৰোৱা অতীতৰ ব্যথা কোনোবাই দেখিছে? মাদমোজেল! মনত ৰাখিব সুন্দৰ তিৰোতাবোৰ দুবাৰ মৰে। নিজৰ সৌন্দৰ্য্যক লৈ গৰ্ব্ব কৰক। সম্পদ, সুখ্যাতি আৰু সন্মানৰ কাৰণে গৰ্ব্ব কৰক। সময় নিচেই কম। অতি সোনকালে এই সকলো আপোনাৰ ওচৰৰ পৰা আঁতৰি যাব। মোৰ কথা শুনক—মই পেৰিচৰ নাপিত। মই বাদছাহৰ এনেকুৱা চুলি কাটিছিলোঁ যে পূৰা চৌবিছ লাখ টকাৰে মোৰ ঘৰ ভৰাই দিছিলোঁ। সমগ্ৰ লক্ষ্ণৌত মোৰ আধিপত্য আছিল। বাদছাহো মোৰ ইঙ্গিতত চলিছিল। দেশৰ আচল শাসক মই আছিলোঁ এতিয়া কাৰো মোৰ নামো মনত নাই।" তেওঁ উদাসভাৱে জোতাযোৰ চালে।

চম্পা খটখটীৰে নামিবলৈ ধৰিলে।

"এতিয়া মই আনফালে যাওঁ। আদেশ দিয়ক মাদ্‌মোজেল।" তেওঁ মূৰ দোঁৱাই ক'লে। তেওঁলোক মটৰৰ ফালে আগ বাঢ়ি গ'ল।

"আহাঁ, বাৰান্দাৰ ওপৰলৈ গৈ নাচোঁ," কামালে প্ৰস্তাৱ দিলে। তেওঁলোক গেটৰ পৰা ওলাই কাচলচ্ ৰোডলৈ আহিল। কিং গাজীউদ্দীন হায়দৰৰ খালৰ পৰা ঘূৰি হজৰতগঞ্জত উপস্থিত হ'ল। আকৌ কেচৰবাগৰ ফালে গ'ল।

সন্মুখত ৰূপালী বৈঠকখানা পোহৰেৰে জকমকাই আছিল।

"বাঃ! আজি দেখোন ইয়াত বাসন্তী মেলা হৈছে", তালাতে আনন্দেৰে ক'লে। "এনে লাগিছে যেন চুলতান আলমে অপেৰা কৰিছে।" নিৰ্ম্মলাই ক'লে—"ভিতৰলৈ যাব?"

"কেনেকৈ যাম? আমি নিমন্ত্ৰণ পোৱা নাই নহয়?" কামালে দ্বিধাৰে ক'লে।

"ব'লা, ব'লা, দুৱৰীৰ পাছত লুকাই থিয় হৈ থাকিম,'' শঙ্কৰে উত্তৰ দিলে।

তেওঁলোক মনে মনে মহলত উপস্থিত হ'ল। মঞ্চত ৰজা ইন্দ্ৰৰ ৰাজসভাৰ খুটাত ৰূপ খটোৱা আছিল। সকলো ফালে আইনা জিলমিলাই আছিল। তেওঁলোক সকলো নিঃশব্দে আহি পাছফালে থিয় হ'ল। আকৌ পৰিৱেশ সলনি হৈ পৰিল। এইবাৰ পুষ্পৰাজ পৰীয়ে গজল আৰম্ভ কৰিলে—অপৰূপ দেহাৰে আহে বাসন্তী, সাজ যি পিন্ধিছে মোৰ প্ৰিয় বাসন্তী!

বসন্ত ঋতুৰ ই সূচনা নেকি?

প্ৰেমিকো উন্মাদ হৈ ফুৰে বাসন্তী।

হলঘৰত বাঃ বাঃ ধ্বনি হ'বলৈ ধৰিলে।

তেওঁলোক সকলোৱে মনে মনে সেইফালৰ পৰা ওলাই এখন দুৱাৰৰ মুখলৈ আহিল, পুষ্পৰাজ পৰীয়ে গাই গৈছিল।

মুক্তা কাণত নহয়, প্ৰিয়ৰ ওলোমা চুলিত।

লহৰ ভাদত সঁচা, ডাৱৰ এই শাওণ মাহত।

'ইন্দ্ৰ সভা'ত অপেৰা হৈছিল।

ভিৰৰ হেঁচাত এওঁলোক ইফালৰ পৰা সিফাললৈ যাবলৈ ধৰিলে, এওঁলোক সকলোকে খিড়িকীয়েদি ভুমুকিওৱা দেখি প্ৰসাধন কক্ষত থিয় হৈ মঞ্চলৈ সাজু হোৱা 'সুন্দৰী পৰী'য়ে ভয়ত কলাদেৱক ক'লে, "এইফালে চোৱা, ভৱিষ্যতৰ সময়ৰ ভূতে আমাক আৰৰি ধৰিছে।" কলাদেৱে জোৰেৰে হাঁহিলে, "তুমি দুৰ্ব্বল হৈছা নেকি?" কামালে এটা প্ৰহৰীক সুধিলে, 'সুন্দৰী পৰী' কোন?"

"বাঃ! তেওঁক নিচিনা? হে প্ৰভু!"

চম্পাবাই! তেওঁ চাহেজমন গাজীউদ্দীন হায়দৰৰ যুগৰ পৰাই আছে। চল্লিছৰ ডেওনা পাইছে, কিন্তু এতিয়াও তেওঁৰ সাজ-সজ্জা, ৰূপ-লাৱণ্য ম্লান হোৱা নাই। কি মাদকতাসনা সৌন্দৰ্য্য! হে দয়াময়, তেওঁৰ দৰে অকৃত্ৰিম সুন্দৰী পৰীৰ অভিনয় আৰু কোনেও কৰিব নোৱাৰে। আল্লাই তেওঁৰ কণ্ঠত শক্তি দিছে। কি যে গায়! আপুনি লক্ষ্ণৌত নাথাকে নেকি?"

কামাল বেগাই তাৰপৰা আঁতৰি গ'ল। এনেতে 'কলাদেৱ'ৰ গম্ভীৰ কণ্ঠস্বৰ শুনা গ'ল:

আনিছো ছাহজাদাক মই গৈ হিন্দুস্থান,
তই নিজৰ প্ৰেমিকাক সুন্দৰী পৰী বুলি জান।
তই নিজৰ প্ৰেমিকাক...............

এইবাৰ ছাহাজাদা সুন্দৰ গোলাপী মঞ্চলৈ আহিল আৰু তেওঁ গালে—

মহলত থাকোঁ মই, আৰাম মোৰ কাম
ছাহজাদা মই ভাৰতৰ, নাম মোৰ গুলফাম।

আকৌ তেওঁ সুৰ মিলাই ক'লে—

প্ৰভাত হয় মোৰ সোণ, কোনো আশাৰ মাজত
ভৈৰৱী মোক শুনাই দিয়া পৰীস্থানৰ মাজত।

এওঁলোক বৈঠকখানাৰ বাহিৰলৈ আহিল। ভিতৰৰ পৰা ছাহজাদাৰ কণ্ঠস্বৰ শুনা গ'ল।

উঁড়ি তুমি যাবা এক পলকত পৰীস্থানৰ মাজত,
হাত বঢ়াই মই ৰৈ যাম অভিলাষৰ মাজত।

বাহিৰত জলপৰীৰ দুৱাৰত চীনা বাগিচা, জুলুখানা, সকলো বোৰ ঠাই পোহৰত জিলিকি আছিল। কুঞ্জত শ্ৰীকৃষ্ণৰ ৰাস হৈছিল, জানে আলমে গেৰুৱা কাপোৰ

পিন্ধি ভাং খাই এজোপা গছৰ তলত বহি আছিল। মেলাৰ মানুহ, নগৰৰ অধিবাসী সকলোৱে গেৰুৱা সাজ পিন্ধিছিল। দুৰ্গা প্ৰসাদ কথকে বকুল গছৰ ছাঁত ফুলৰ ডালৰ দাঁতিত নাচি নাচি ভাব বুজাই আছিল। ফোৱাৰাৰ পৰা সুগন্ধিত পানীবোৰ ওফন্দি উঠিছিল, চৌদিশে ফুলেই ফুল আছিল।

বৈঠকৰ পৰা যোগীৰ ভৈৰৱীৰ তান শুনা গৈছিল।

লাহে লাহে যোগীৰ স্বৰ জোনাকত বুৰ গ'ল। আৰু এওঁলোক মেলাৰ ভিৰৰ পৰা ওলাই আকৌ বাটলৈ আহিল।

মহলৰ একাংশ এন্ধাৰত বুৰ গৈ আছিল। ভিতৰৰ পৰা শব্দ আহিছিল। শাৰী শাৰী মটৰ বোৰ ৰৈ আছিল। গেটৰ ভিতৰলৈ গৈ তেওঁ গাড়ী ৰখালে।

বাহিৰত খটখটীৰ তলত গোমতী মৃদু গতিত বৈ আছিল। চোতালখন শূন্য হৈ পৰিছিল। খটখটীত নচাৰুদ্দীন হায়দৰ ছাহ বাদছাহ শুদা ভাৰিৰে বহি আছিল। তেওঁ নিজৰ এপাট জোতা ঢৌত পেলাই দিলে। ই দূৰলৈ উটি গ'ল, চাপৰি বজাই তেওঁ প্ৰহৰীক মাতিলে। যেতিয়া কোনো প্ৰহৰী নাহিল, নাচঘৰৰ পৰা অট্টহাঁহিৰ শব্দ শুনা গ'ল, তেতিয়া নিজেই তেওঁ পানীত নামি জোতা পাট তুলি আনিলে। আকৌ অলপ সময়ৰ পাছত আনপাট জোতাও পানীত পেলাই দিলে। এইদৰে বহি বহি তেওঁ নিজৰ মনটো ভাল লগাবলৈ ধৰিলে। ভালেমান সময়লৈকে এই ধেমালি চলিল। শেহত গৌতমে আগ বাঢ়ি গৈ তেওঁকো চিগাৰেট দিলে।

"নালাগে—নাখাওঁ—"

কোনোবা আছে নে ?"

"ক্ষমা কৰিব—আমি আছোঁ।" গৌতমে ভয়েৰে ক'লে।

"তোমালোক কোন ?" তেওঁ বিৰক্ত হৈ সুধিলে।

"এৰা আমি।"

তেওঁ মনে মনে থাকিল।

"এওঁক ইয়াতে এৰি দিয়া—কি কৰিম আমি এওঁক লৈ, ইয়াৰ পৰা যাওঁ!" কামালে লাহেকৈ গৌতমক ক'লে। "আহাঁ প্ৰফেচাৰ বানাৰ্জীৰ ওচৰলৈ যাওঁ," তেওঁ চিঞৰিলে। তেওঁলোক বাদছাহবাগৰ বাদছাহী দুৱাৰলৈ আহিল। বাগিচাখন এতিয়াও সৌৰভময় হৈ আছিল। খালৰ মূৰত ৰঙা বৈঠকখানাটো জোনাকত জিকমিকাই থিয় হৈ আছিল। ঠাকুৰ লাইব্ৰেৰীৰ ঘৰটো শান্ত আৰু গম্ভীৰ হৈ পৰিছিল।" শব্দৰ বৰ শক্তি আছে।" ঘৰটোৱে ক'লে, "মোৰ ভিতৰলৈ আহাঁ, মই তোমাৰ দুখ পাহৰাই দিম।"

"শব্দই দুখ পাহৰাব নোৱাৰে, দুখক আৰু গভীৰ কৰি তোলে।" গৌতমে উত্তৰ দিলে।

"মৌনতা সকলোতকৈ ভাল বন্ধু, সেই কাৰণে মানুহ মুনি হৈ যায়। মৌন

হৈ থাকে।” হৰিশঙ্কৰে ক'লে, “মৌনতাই মানুহক কিমান কষ্ট দিয়ে সেইটো তুমি অনুমান কৰিবা কেনেকৈ ? মৌনতাই মাৰি পেলালে।” কামালে হৰিশঙ্কৰক ক'লে। তেওঁলোক খালটোৰ দলঙত বহিল। বিশ্ববিদ্যালয়ৰ ঘৰবোৰত জোনাকৰ মেলা বহিছিল। নচীৰুদ্দীন হায়দৰৰ বাদছাহ বাগ—বেচেৰা নচীৰুদ্দীন হায়দৰ !

তেওঁলোকে আকৌ অধ্যাপক সকলৰ কোঠালিবোৰৰ ফালে যাবলৈ ধৰিলে। দুৰৈত গছৰ আঁৰত নিজৰ লনত প্ৰফেচাৰ বানাৰ্জ্জী নীৰৱে ফুৰি আছিল।

“এওঁলোকে ইমানবোৰ সমস্যাৰ সমাধান যে কেনেকৈ কৰে! কামালে মুখ ঘূৰাই ক'লে।

বিশ্ববিদ্যালয়ৰ দূৰত্ব অতিক্ৰম কৰি তেওঁলোক সেইটো বাট পালেহি, যি বিশ্ব বিদ্যালয়েদি আহি মতিমহল ব্ৰিজ ওলাইছেহি। আকৌ শিঙ্গাৰ ভৱনৰ ফালে যোৱা কেঁচা আলিত নামিল।

মাজনিশাৰ ঘণ্টা বাজিল। গৌতমে এটা চকু মেলি নৈৰ পানীলৈ চালে। তেওঁ শিঙ্গাৰ ভৱনৰ খটখটীৰ বাৰান্দাৰ খুটাত আঁউজি বহি আছিল। চম্পা, তালাত, নিৰ্মলা আৰু তহমীনা আন খটখটীত বহিছিল। কামাল, হৰিশঙ্কৰ আৰু আমিৰ পানীত ভৰি দি আছিল। নৈ বৈ গৈছিল। নৈৰ আনটো পাৰত নজফ অচৰফ, 'মতিমহল' আৰু ছত্ৰমহল' গুৰুগম্ভীৰ ভাৱে থিয় হৈ আছিল। নাও বোৰ সন্মুখেদি গুচি গৈছিল। সময়ৰ যাদু শেষ হ'ল।

“প্ৰভাত হয় মোৰ সোণ কোনো আশাৰ মাজত<br>ভৈৰৱী মোক শুনাই যোৱা পৰীস্থানৰ মাজত।

গৌতমে লাহে লাহে আওঁৰালে।

“উস্ ! গৌতম ! তুমি যে ইন্দ্ৰ সভাৰ বাঘৰ ওচৰৰ পৰা আহিলা। তুমি কিদৰে ধ্বংস হ'ব খুজিছিলা ?” তালাতে ক'লে।

তেওঁ গা এঙ্গামুৰি দি থিয় হ'ল।

“ব'লা বন্ধু, এতিয়া সভা ভঙ্গ কৰা হওক, গোটেই নিশা ইয়াত বহি বহি কটাই দিলোহঁক।” কামালৰ কণ্ঠস্বৰ শুনা গ'ল। তেওঁলোক সকলো নিজা নিজা ঠাইত শুবলৈ গুচি গ'ল।

মই শান্তাৰ চিঠিখনো শেষ কৰিব নোৱাৰিলোঁ। গৌতমে নিজৰ থকা ঠাইলৈ যাওঁতে উদাস ভাৱে ভাবিলে।

## ৩১

অধ্যাপক বানাৰ্জ্জী আন্তঃৰাষ্ট্ৰীয় খ্যাতি সম্পন্ন লোক আৰু অৰ্থ শাস্ত্ৰৰ বিদ্বান। তৃতীয় প্ৰহৰত ল'ৰা আৰু ছোৱালীবোৰ প্ৰায়ে চাইকেল লৈ তেওঁৰ ঘৰলৈ আহে।

প্ৰফেচাৰক শিমলু গছৰ তলত চকী পাৰি বহি থকা দেখা যায়, নহ'লে ভিতৰত চাহৰ মেজত বহে। সেই সময়ত নিজৰ শিষ্যৰ লগত তেওঁ অতি উদাস কণ্ঠত কথা কয়। প্ৰফেচাৰৰ ঘৰৰ বৈঠকত গৌতম নীলাম্বৰে বিশেষ মহত্ব প্ৰাপ্ত কৰিছে।

"প্ৰফেচাৰ!" এদিন চম্পাই সুধিলে, "মন আৰু ভাবনাৰ দ্বন্দৰ পৰা কিদৰে মুক্তি পাম? চাৰিওফালে ইয়াৰ ছাঁ বিয়পি আছে। যিদৰে হাবিত ধুমুহা উঠে আৰু গছৰ ছাঁবোৰ নিজৰ ভিতৰত পাক খাই পৰে, এইদৰেই এই দ্বন্দ্ব সকলোৰে ওপৰতে স্থিত হৈ থাকে। জাতি, ৰাষ্ট্ৰ, শাসন, মনুষ্য, সম্প্ৰদায় সকলোফালে এটাই আনটোক গ্ৰাস কৰিব খুজিছে। মোৰ দাঁতিকাষৰত চাৰিওফালে ভয়ৰ ৰাজত্ব, অবিশ্বাস, ঘৃণা আৰু বলপ্ৰয়োগ, শঙ্কা আৰু কৰ্ত্তব্যপালনৰ দ্বন্দ্ব। নিজৰ মন আৰু বুদ্ধিৰে সৈতে মই অতি গম্ভীৰ সংঘৰ্ষৰ সম্মুখীন হ'ব লগা হৈছে। যেতিয়া মই বেনাৰচত পঢ়িছিলোঁ তেতিয়া দুই জাতিৰ দৃষ্টিকোণৰ সম্বন্ধে কেতিয়াও ভবা নাছিলোঁ। কাশীৰ চুবুৰি, শিৱালয় আৰু তাৰ ঘাট, মোৰ বান্ধৱী লীলা ভাৰ্গৱৰ কাৰণে যি আছিল মোৰ বাবেও সেয়েই আছিল। কিন্তু যেতিয়া মই ডাঙৰ হলোঁ তেতিয়া বুজিব পাৰিলোঁ যে এই শিৱালয়ৰ ওপৰত মোৰ কোনো অধিকাৰ নাই, কিয়নো মই কপালত ফোট নলওঁ আৰু মোৰ আয়ে মহাদেৱৰ 'আৰতি' কৰাৰ সলনি 'নমাজ' পঢ়ে। মোৰ সংস্কৃতি সুকীয়া, মোৰ কৰ্ত্তব্য ভিন্ন। মই বসন্ত কলেজত ত্ৰিৰঙ্গ পতাকাৰ তলত থিয় হৈ 'জন গন মন' গাইছিলোঁ, কিন্তু মোৰ এনে লাগিছিল, মই যে এই দেশৰে অধিবাসী, মোৰ কাৰণে আন এখন দেশ ক'ব পৰা আনো? মোৰ মনলৈ নিজৰ দেশ ত্যাগ কৰাৰ কথা কেতিয়াও অহা নাই, ইউৰোপত যেতিয়া যুদ্ধ লাগিল, মোৰ সম্মুখত এক নতুন চিন্তাধাৰা উপস্থিত হ'ল। আক্ৰমণকাৰী জাতিয়ে একে দেশত থকা লোক সকলক উলিয়াই বাহিৰ কৰি দিয়ে। তেওঁলোক ৰাজনৈতিক শৰণাৰ্থী হৈ পৰে আৰু আকৌ সমগ্ৰ পৃথিৱীত ডলাৰ বৰ্গাৰিৰ দৰে বাগৰি ফুৰে। ইয়াত দুইধৰণৰ শৰণাৰ্থী থাকে। এবিধ সেই সকল—যি সকলে স্ব-ইচ্ছাৰে দেশ ত্যাগ কৰিলে, আনবিধ নিৰুপায় হৈ ওলাবলগীয়া হয়।

মুছলিম ৰাজনীতিত এক নতুন সুৰ শুনা গ'ল। মই দেখিলোঁ যে মোৰ লগৰ মুছলমান সকলে অতি আনন্দেৰে নিজৰ দেশ ত্যাগ কৰিবলৈ সাজু হৈ আছে! আৰু এখন নতুন দেশ পাতিব খুজিছে। এইটো কথা মোৰ বৰ ভাল লাগে, মায়াবাদী মানুহৰ নিজৰ বুদ্ধিমত্তা আছে। যদি এনেকুৱা নহ'লহেঁতেন, তেন্তে পৃথিৱীত কোনো নতুন ভাবধাৰা প্ৰয়োগ কৰিব নোৱাৰিলে হে'তেন। নতুন সপোনো নেদেখিলে হে'তেন, কিন্তু এই নতুন সপোনে আনৰ সপোনৰ সৈতে খুন্দা খালে, মই আকৌ দ্বন্দ্ব আৰু আঘাতৰ সম্মুখীন হ'ব লগা হলোঁ।

যুদ্ধ আৰু শান্তিৰ উদাহৰণ বৰ কঠিন। কিন্তু শান্তিৰ অৰ্থ কি?

বিশ্বাসযোগ্য অৰ্থ নিৰ্ণয় কৰিব কোনে? মোৰ মনেৰে জাতি বিচাৰ বৰ ঘাতক বস্তু! এবাৰ যদি আমি হেৰাই যাওঁ, তেন্তে কেতিয়াও ঘূৰি নাহোঁ।

"তুমি কেতিয়াবা ভাবিছিলা নে?" প্ৰফেচাৰে গছৰ ডালত বহি থকা এটা কুলি চৰাইলৈ চাই ক্ষীণ কণ্ঠেৰে ক'লে, "ইংৰাজৰ আগতে এই দেশত কেতিয়াও হিন্দু-মুছলমানৰ মাজত যুদ্ধ লগা নাছিল? যুদ্ধ লাগিছিল। আৰু এই যুদ্ধ ৰাজনৈতিক আছিল। মুছলমানৰ কাৰণে হিন্দুৱে যুঁজিছিল। ই ৰাজনীতিৰ মেৰপাক আছিল। যুগৰ পৰিৱৰ্ত্তন হ'ল। আৰু ইংৰাজে লিখা ইতিহাসৰ দ্বাৰা আমাৰ মাজত ঘৃণাৰ বীজ ৰোপণ কৰা হ'ল। কিন্তু আমাৰ আজিৰ ধাৰ্মিক আৰু সাম্প্ৰদায়িক বাতুলতা......আপোনাৰ মনেৰে ধৰ্ম্ম বৃথা নেকি? আপুনি যে স্বয়ং উগ্ৰ ধৰণৰ বৈষ্ণৱ।" "বৈষ্ণৱ ধৰ্ম্ম ভক্তিৰ ধৰ্ম্ম। বিশুদ্ধ প্ৰেমেই তাৰ ভেঁটি"। "চাৰ, প্ৰত্যেক ধৰ্ম্মৰ ভেটিতে বিশুদ্ধ প্ৰেম আছে, এইটো কোনো কথাৰ কথা নহয়।"

"তুমি বৰ কটু কথা ক'বলৈ ধৰিছা; এনেকুৱা নকৰিবা। "চাৰ, আমাৰ চাৰিওফালে তিক্ততা আছে। মই কি কৰিম, আমি অতীত যুগৰ সম্বন্ধে সময়ৰ সমস্যাৱলীৰ ওপৰত চিন্তা কৰি আছোঁ! কালি ঘৰলৈ ঘূৰি আহি মই বহুত সময়লৈকে সাৰে থাকিলোঁ। এইদৰেই ৰাতি পুৱাল। তেতিয়া মই ভাবিছিলোঁ পৰম্পৰৰ কি সম্বন্ধ আছে, আৰু কি হোৱা উচিত? আজি এতিয়ালৈকে কি হ'ল? তাৰ প্ৰভাৱ মোৰ ওপৰত পৰিছে। মই যি ভাবিছোঁ, তাৰ প্ৰায়শ্চিত্ত অনাগত যুগে কৰিব। মোৰ কাৰণে এই পৃথিৱী ধ্বংস হ'ব, নহ'লে সুখী আৰু সম্পন্ন, ঘৃণা আৰু ধাৰ্মিক অন্ধবিশ্বাসৰ ইতিহাসৰ সম্বন্ধে মই যিমানে ভাবোঁ সিমানেই মোৰ ভয় লাগে। কোনো হিন্দুৰ প্ৰতি মোৰ ব্যক্তিগত ঘৃণা নাই। কিন্তু সাম্প্ৰদায়িক পৰম্পৰাই মোক ঘিণ কৰিবলৈ বাধ্য কৰে।"

"এইখন তোমাৰ আধ্যাত্মিক ভাৰত, য'ত নিতৌ ৰাজনৈতিক আৰু আৰ্থিক অসন্তোষে ধাৰ্ম্মিক কাঁজিয়াৰ ৰূপ ধাৰণ কৰিছে। বঙ্গদেশৰ ওঠৰ শতিকাৰ সন্ন্যাসী আন্দোলন, অৱধ আৰু বঙ্গৰ ৱহাবী জেহাদ (আবদুল ৱহাব নজদীকে চলোৱা সম্প্ৰদায়ৰ ধৰ্ম্ম যুদ্ধ)। এই সকলোবোৰ আধ্যাত্মিক নেতাই এজনে আনজনৰ ডিঙি কাটি ফুৰে—ছিঃ!" কমালে ক'লে।

প্ৰফেচৰ বানাৰ্জ্জী চকু মুদি নিজৰ চিন্তাত মগ্ন হৈ আছিল। চম্পা আৰু কামাল উঠি 'লন'ত ফুৰিবলৈ ধৰিলে।

"এইটো তুমি মানিবই লাগিব কামাল, যে ভাৰতবৰ্ষত সংখ্যালঘুৰ সমস্যা আছে।" চম্পাই খন্তেক নীৰৱে থকাৰ পাছত ক'লে।

"নিশ্চয়!" কামালে ডিঙি পৰিষ্কাৰ কৰিলে, "ইয়াত জানো ৰাছিয়াৰ দৰে বহুলোকৰ ৰাজ্য হ'ব পাৰিব? শুনা চম্পা, মোক ধৰ্ম্ম নালাগে। এই সময়ত মোৰ সন্মুখত আন সমস্যা আছে। মানুহক প্ৰথমতে শান্তি লাগে, আৰু

ৰুটী! এৰা, তাৰ পাছত তেওঁ নিশ্চয় ইমামৰ গজল-দৰ্শনৰ সম্বন্ধে চিন্তা কৰিব পাৰিব।" এতিয়া তেওঁ আকৌ পাৰ্টীৰ ফলীয়া হ'ল।

কামাল নতুন যুগক প্ৰতিনিধিত্ব কৰা ল'ৰা। বুদ্ধিবাদৰ উপাসক, বিশ্বাস-যোগ্য আৰু কল্পনাশীল। চম্পাই তেওঁক মনোযোগ দি চাবলৈ ধৰিলে।

"আৰু এটা কথা...", কামালে ক'লে "তোমাৰ সন্মুখত মাথোঁ নগৰৰ ৰাজনীতি আছে। তুমি গাঁৱৰ সৈতে পৰিচিত নহয়। নগৰত ধনী, পুঁজিপতি আছে, যি নিজৰ সমাজক প্ৰতিষ্ঠিত কৰি ৰাখিবলৈ অত্যাচাৰী ৰাজনীতিত জঁপিয়াই পৰিছে। আমাৰ সমগ্ৰ ৰাজনীতিৰ আচল ভেঁটি হৈছে বিশেষ অধিকাৰ আৰু হেৰোৱা দাবী স্থাপন কৰাৰ প্ৰতিযোগিতা। মুছলমানে ইমান চাকৰি পাব লাগে, শিখে ইমান আৰু হিন্দুৱে ইমান! মধ্যম শ্ৰেণীৰ ৰাজনীতি।

"মোৰ দেউতা খান বাহাদুৰ নবাব তকীৰজা বাহাদুৰে কল্যাণপুৰ মুছলিম লীগত যোগ দিছিল। দেউতাই ভাবিছিল কংগ্ৰেছে জমিদাৰী শেষ কৰিব খুজিছে। তেওঁ পৰাধীন আদৰ্শৰ শেষ সমৰ্থক আছিল। তেওঁৰ প্ৰতি মোৰ সম্পূৰ্ণ সহানুভূতি আছে। মই ঘৰলৈ গৈ তেওঁৰে সৈতে তৰ্ক নকৰোঁ।"

"কামাল, যদি তেওঁ ভাবে যে মুছলমানসকল পাকিস্তানত থকা উচিত, তেন্তে তুমি আপত্তি কৰোঁতা কোন? তুমি প্ৰত্যেকৰে স্বাধীন চিন্তা ধাৰাক সমৰ্থন নকৰা জানো?"

তালাতে আহি তেওঁলোকক মাতিলে।

"আহক, প্ৰফেচাৰে চাহ খাবলৈ মাতিছে।" গৌতম প্ৰফেচাৰৰ ওচৰত ঘাঁহনিত বহিল। তেওঁ উঠি চম্পাক নমস্কাৰ কৰিলে।

চম্পাৰ মুছলিম লীগ ডাঙৰ দল হৈ গ'ল। আজিৰ বাতৰিৰ কাকতত জিন্না চাহাবৰ বক্তব্য ছপা হৈছে—যে হিন্দুসকলক সামাজিক বহিষ্কাৰ কৰা হওক ...সেইকাৰণে কাইলৈৰ পৰা আমাৰ সভালৈ নাহিবা।" কামালে কটুতাৰে ক'লে।

আবেলিৰ পাতল নীলা পোহৰত তেওঁলোক গছৰ গুৰিত বহিল। আৰু হঠাৎ তাৰ পৰিৱেশ উদাসীনতাত গধুৰ হৈ পৰিল।

## ৩২

কৈলাস হোষ্টেলত বাৰ্ষিক নাটক 'অনাৰকলি' হৈছিল। আঁৰ কাপোৰ পৰিল আৰু মানুহবোৰ কথা পাতি পাতি বাহিৰলৈ ওলাল। কামালে ক'লে, "চম্পা! তুমি কেৱল বহুৰূপী হৈ থাকা। 'অনাৰকলি'তকৈ অধিক সুন্দৰ প্লট

আৰু নাপালা ? কল্পনাৰো সীমা থাকা উচিত।" আকৌ তেওঁ ভিৰত অদৃশ্য হৈ গ'ল।

গৌতমে ওচৰলৈ আহি ক'লে "মিচ্ আহমদ, কামালৰ ওপৰত আপুনি অসন্তুষ্ট হৈ আছে নেকি ? সেইদিনা প্ৰফেচাৰৰ ঘৰত কামালে আপোনাক যথেষ্ট টান কথা কৈছিল। তাৰ ফালৰ পৰা মই আপোনাৰ ওচৰত ক্ষমা বিচাৰিছোঁ।"

"নহয় গৌতম, মই কামালৰ ওপৰত অসন্তুষ্ট নহয়। মোৰ কাৰো ওপৰত অসন্তুষ্ট হোৱাৰ অধিকাৰ নাই।"

"আপুনি শ্বহীদৰ শাৰীলৈ যাব খুজিছে। দুখীৰ নিচিনা সুৰ কিয় ?"

"তুমি—তোমালোক বৰ নীচ।" তেওঁ কটুতাৰে ক'লে।

"আমি অতি উদাৰ। হয়তো উদাৰসকলৰ মাজত এনে ধৰণৰ লোক আছে, য'ত ভাইচাহাব বিদ্যমান হৈ আছে।"

"তুমি—তুমি এনেকুৱা কথা কিয় কৈছা ?" মোৰ এনে লাগিছে যেন মই এটা দীঘলীয়া চাফ-চিকুণ গেলেৰীত থিয় হৈ আছোঁ আৰু মোৰ আগেদি এখন এখনকৈ তীব্ৰ বেগেৰে পৰ্দ্দা দঙা হৈছে। এতিয়া শেষত মাত্ৰ এখন ক'লা পৰ্দ্দা বাকী আছে।"

"আপোনাৰ সমস্যা সম্পূৰ্ণ আপোনাৰ, ভাইচাহাবক আপুনি বৰ ভাল পায়, আচল কথা এইটোৱেই বাকী সকলো নিৰৰ্থক।" গৌতমে নিজৰ অভ্যাস অনুসৰি এজন প্ৰধান লোকৰ দৰে ক'লে।

"তালাতে ঠিকেই কৈছিল, তুমিও 'ভেম' কৰিছা। তোমাৰ সৈতে কথা পাতিলে এনে লাগে যেন খলীল জিব্ৰানৰ 'অলমুস্তাফাৰ' সৈতে কথা পতা হৈছে," চম্পাই ক'লে। 'তেওঁ ভয় খালে," খোদাৰ শপত। খং নকৰিব। মিচ্ আহমদ। ব'লক ; মোক আপোনাৰ ঘৰলৈ নি কফি খুৱাওক। তাত আমি এই বিষয়ে চিন্তা কৰিম। খোদাৰ কাৰণে আপুনি উদাস নহ'ব। মানুহে মাত্ৰ এবাৰ জন্ম লয়।......আহক।"

চম্পা, চাঁদবাগৰ এগৰাকী লেকচাৰাৰ সীতা দীক্ষিতৰ সৈতে কলেজৰ পাছ-ফালে এটা সৰু ঘৰত থাকে। তালৈ আহি দুয়ো বাৰান্দাত বহিল। সন্মুখত মধুৰী আমৰ এন্ধাৰ বাগিচাত ৰখীয়াই মইনা চৰাই খেদিবৰ কাৰণে চিঞৰি আছে।

গৌতমে বেতৰ চকীত বহি শাৰী শাৰী কল গছবোৰ চাই আছে। চম্পাই কফি কৰি আনিলে আৰু তেওঁৰ সন্মুখত চোফাত বহিল।

"মিচ্ আহমদ্! আপুনি বৰ ডাঙৰ মানুহ, খোদাৰ শপত।"

"সঁচাকৈয়ে!"

"এৰা। এটা কথা কওক।"

"সোধক।"

"আপুনি ভাইচাহাবক কিমান দিনৰ পৰা জানে?"

"কেইবছৰ মানৰ পৰা।"

"আৰু ইমানদিনে আপুনি কি কৰিলে?"

"পঢ়িলোঁ আৰু কি কৰিম!"

"তাৰ পাছত?"

"আৰু পঢ়িলোঁ।"

"তাৰ পাছত?"

"পঢ়ি আছিলোঁ", চম্পাই বিৰক্ত হৈ উত্তৰ দিলে।

"ভাইচাহাবক ইমান দিনৰ পৰা সহ্য কৰি আহিছে। আপুনি যেতিয়া তেওঁক প্ৰথম দেখিছিল, তেতিয়া চাগে সোতৰ ওঠৰ বছৰৰ আছিল। তেওঁৰ চিন্তা—আপোনাৰ কাৰণে এক বিৰাট পুঁজি আছিল, যদিও আপুনি নিজে ধনী নহয়। মই আপোনাক এটা কথা কওঁ, আপুনি যদি অলপ ভালকৈ চিন্তা কৰে, তেন্তে বুজিব আপোনাৰ প্ৰেম......... ।"

"অৰ্থহীন কথা নক'ব।"

"অৰ্থহীন? বাঃ!"

আপুনি দেখোন অতি ৰক্ষণশীল 'ব্লু ষ্টকিংচ্' হ'ল। হোৱৰ, প্ৰেমত কি দোষ আছে? ই অতি সুন্দৰ বস্তু। মই প্ৰায়ে ইয়াত পৰিব খোজোঁ. কিন্তু মধ্যবিত্ত শ্ৰেণীৰ ছোৱালীবোৰে এনেকুৱা ফোপোলা শব্দসমূহক বৰ বেয়া বুলি ভাবে। মই দুঃখিত। ইমান সুন্দৰ সময় আপোনাৰ বাজনা......শুনা উচিত আছিল, চেতাৰত বাগেশ্বৰী গৎ তিনিতাল। আৰু এতিয়া মই আপোনাক সমস্যাৰ চিন্তা-ভাবনাত পেলাইছোঁ।"

"আনৰ সমস্যাৰ চিন্তা ভাবনাও বৰ শক্তিশালী ৰেকেট। আৰু তুমি পাহৰি গৈছা যে তোমাৰ নিচিনা ছাত্ৰক মই দিনো কলেজত পঢ়াওঁ।"

"মই জানিছিলোঁ যে আপুনি ইয়াকে ক'ব। আমাৰ গোটেই জীৱন এইবোৰ আওঁৰাওঁতেই পাৰ হৈ যায়।" তেওঁ মুখ ঘূৰাই বাহিৰলৈ চাবলৈ ধৰিলে।

"মই এইটোও জানো যে ৰোমাণ্টিক হৈ থাকিবৰ কাৰণে ভাইচাহাবে কোন ধৰণৰ সাহিত্য প্ৰয়োগ কৰে, কি বাক্যবোৰ আওঁৰায়! শুনিছোঁ তেওঁ হেনো ফাৰ্ষ্ট ক্লাচ ফৰাছী ভাষা কয়?" "কিন্তু তুমি ভাইচাহাবৰ ওপৰত ইমান অসন্তুষ্ট কিয়?" চম্পাই ক'লে। তেওঁ তৎক্ষণাৎ সঙ্কুচিত হৈ পৰিল। ইমান সঙ্কুচিত হ'ল যে তেওঁৰ চেহেৰা ৰঙা পৰি গ'ল।

"মোক অসন্তুষ্ট হ'বলৈ দিয়ক, এইটো সোধাৰ আপোনাৰ উদ্দেশ্য কি?" ইমান সবল মানুহ অথচ ইমান দুৰ্বল হৈ পৰিল—চম্পা আচৰিত হ'ল।

"উদ্দেশ্য এইটো", চম্পাই ক'লে, "আমাৰ দলৰ সকলো মানুহে ভাইচাহাবক বৰককায়েক বুলি ভাবি তেওঁক সন্মান কৰে। অন্ততঃ তুমি এইটো কথা চিন্তা

কৰা উচিত। ইয়ালৈ আহিছা যেতিয়া অলপ নিয়ম কানুন শিকা। সকলো সময়তে কোলাহল কাঁজিয়া মাৰপিট! এইবোৰ কি! এই কানীয়া হালনো কি কম আছিল যে ওপৰৰ পৰা তুমিও আহি পৰিলা।''

''আৰু এটা কথা যে আপুনি যদি তেওঁক বিয়া কৰায় তেন্তে অদ্ভুত পৰিহাসৰ সৃষ্টি হ'ব। অপ্পীৰ কথা সুকীয়া। তাই এই কাৰণেই জন্ম লৈছিল। কিন্তু আপুনি......আচৰিত।'' এইবাৰ চম্পাই লাজ পালে, 'মই তোমাৰ অভিমত ল'ব খোজা নাই'' তেওঁ তৎক্ষণাত গহীনাই ক'লে।

''মইনো অভিমত দিছোঁ কেতিয়া? আপোনাৰ যদি ইমান বুদ্ধি থাকিল-হেঁতেন যে মোৰ মতামত ল'ব, তেন্তে এই অৱস্থা কিয় হ'লহেঁতেন। কিন্তু আপুনি.........

আঃ! তেওঁ ইফালে সিফালে ঘূৰি অভিনেতাৰ দৰে ক'বলৈ ধৰিলে ''অৰ্থনীতিৰ গুৰু, শিক্ষা বিষয়ত পাৰঙ্গত বেচেৰীয়ে ইমান বছৰৰ পৰা কি কষ্টত বন্দী হৈ আছে!'' কোঠালিৰ মাজত থিয় হৈ তেওঁ চিঞৰি উঠিল। ''গৌতম! তুমি একেবাৰে বলিয়া।'' চম্পাই হাঁহি ক'লে। ''খোদাৰ কৃপা! যি মানুহে জোৰেৰে সৈতে ক্লাবলৈ গৈ 'ওল্ড ব্ললটজ্' নাচে, পিকনিক আৰু পাৰ্টিত কলেজৰ ল'ৰাবোৰৰ চলন্ত ছবি তোলে, স্বয়ং ল'ৰাবোৰৰ দৰেই সুন্দৰ হয় আৰু নিজৰ সৌন্দৰ্য্যৰ কাৰণে গৰ্ব্ব কৰে আপুনি তেওঁক পছন্দ কৰে। আপুনি যদি প্ৰেম কৰিবই খুজিছে তেন্তে মোৰে সৈতে কৰক। নহ'লে কামাল আৰু হৰিশঙ্কৰনো কি বেয়া? এওঁলোকৰ বাহিৰে আৰু হেজাৰ বিজাৰ আছে। অৱশ্যে মোৰ কথা অলপ বেলেগ, মোৰ জীৱন এওঁলোকতকৈ অলপ সুকীয়া।''

ক্ষন্তেক পাছতে তেওঁ গম্ভীৰভাৱে ক'বলৈ আৰম্ভ কৰিলে, ''নহয়। আপোনা-লোকে ৰিবায়ৎ (পৰম্পৰা)ৰ কাৰণে প্ৰাণ দিয়ে। মাত্ৰ এডাল দেৱমালাৰ প্ৰয়োজন। আপোনাৰ পৰম্পৰা, ভাইচাহাবৰ মোহনীয় পৰম্পৰা গুলফিচাঁ, শিঙ্গাৰ ভৱন আৰু দিলকুচাৰ পৰম্পৰা। কিবা নতুন কাম কৰিছে?'' ''পঢ়াওঁ যে।'' চম্পাৰ নিজক বৰ অসহায় যেন লাগিল, তেওঁক এনেকুৱা অপ্ৰত্যাশিত আৰু নিৰ্দ্দয় আক্ৰমণ কৰা হ'ল যে তেওঁৰ কলিজা ভাগি টুকুৰা টুকুৰ হৈ গ'ল। কেইবা বছৰেৰে পৰা তেওঁ নিজক, নিজৰ ভাৱনাক আৰু অনুভূতিক অতিশয় অসাৰ বুলি ভাবি আহিছিল। সেই মুহূৰ্ত্ততে অতি দয়নীয় যেন লাগিল! ''প্ৰত্যেক জনেই কলাকাৰ হ'ব নোৱাৰে নহয়,'' তেওঁ উচ্চ কণ্ঠেৰে ক'লে।

''কলাকাৰ নহ'ব। আজিকালি কলাকাৰৰ দল চাৰিওফালে ঘূৰি ফুৰিছে। কোনো বুনিয়াদী কাম কৰক। কৰিবলৈ কিমান কাম আছে।'' তেওঁ চাৰিও-ফালে চাই ক্লান্ত ভাৱে উশাহ সলালে। ''আপুনি দেখা নাই?''

চম্পাই ক'লে "দেখিছোঁ।" কিন্তু জীয়াই থাকিব লাগিব নহয়। চাকৰি কৰি মাহেকত তিনিশ টকা পাওঁ। মোৰ দেউতা অতি সাধাৰণ উকীল। মই তোমালোকৰ ধনী মানুহ বোৰৰ দৰে মাথোন দুখীয়াৰ তথ্য নাজানো। মই দুখীয়াৰ প্ৰকৃত পৰিচয়ো জানো।"

"যদি ভাইচাহাবৰ সৈতে বিয়া হৈ যায়, তেতিয়া আপুনিও ক্লাবলৈ গৈ 'ওলড পলটজ' নাচিব আৰু ঘোঁৰাত উঠিবলৈ যাব?" তেওঁ অকপট ভাৱে সুধিলে।

"নহ'লে মই ৰঙা পতাকা লৈ বাটত লৰিম নেকি?"

"তেন্তে আপোনাৰ বিয়াখন অৰ্থনীতি বিষয়ৰ সমাধান। চম্পা বেগম। মই আপোনাক আনতকৈ অলপ ভিন্ন বুলি ভাবিছিলোঁ। কওকচোন বাৰু, আপোনাৰনো এই চাহেব জাদাক ইমান পছন্দ কিয়?"

"নাজানো," তেওঁ সৰু ছোৱালীৰ দৰে লাজেৰে ক'লে আৰু তেওঁৰ বৰ দুখ লাগিল।

"বাৰু আপুনি ধুনীয়া চেহেৰা পছন্দ কৰে? কবি প্ৰকৃতি আপোনাৰ।"

তেওঁ আকৌ ইফালে সিফালে ঘূৰি হেটৰেকৰ আৰ্চীখনৰ ফালে গ'ল আৰু চেলাউৰিৰ যোৰ কোঁচাই মনোযোগেৰে নিজৰ চেহেৰা চাবলৈ ধৰিলে। "মোকো কোনোবা ছোৱালীয়ে ইমান গভীৰ ভাবে ভাল পাব পাৰিব নে? প্ৰকৃততে যদি দেখা যায়, তেন্তে মই ইমান কুৰূপ।"

'শান্তাই তোমাক নিবিড়ভাৱে ভাল নেপায় জানো?"

গৌতম নিজৰ ঠাইত স্তব্ধ হৈ থিয় হ'ল। চম্পাৰ ভাল লাগিল যে এইবাৰ তেওঁৰো কলিজা ক'লা পৰি গৈছে।

"গৌতম বীৰ! তুমিও আইনাৰ ঘৰত থাকা। আনলৈ শিল দলিওৱাৰ আগতে এইটো কথা মনত ৰাখিবলৈ চাবা।"

"আপুনি শান্তাৰ সম্বন্ধে কি জানে?"

"তুমি জানো তেওঁক নিবিচাৰা? তেওঁ যিয়েই নহওক তোমাৰ ককায়েৰাৰ তিৰোতা আৰু তোমাতকৈ পাঁচ বছৰৰ ডাঙৰ। আমি কাক উপদেশক বুলি ভাবিম আৰু স্বয়ং কাক উপদেশ দিম। এতিয়া তুমি তোমাৰ সেই শান্তা নীলাম্বৰক পাহৰি পেলাইছা। বহুতদিন তুমি তেওঁলৈ চিঠি লিখি ইয়াৰ ৰিপোৰ্ট পঠোৱা নাই? তেওঁ তোমাৰ বুদ্ধিবাদৰ লগৰী, তুমি তেওঁক বিয়া কৰাব নোৱাৰা। নিৰ্ম্মলাকো নকৰোৱা। গৌতম বীৰ; ই বৰ কঠিন কথা, ইয়াত তোমাৰ সিদ্ধান্ত নাখাটে। মই ভাইচাহাবক ভাল পাওঁ। তেওঁৰ সৈতে মোৰ কোনো বুদ্ধিবাদৰ প্ৰশ্ন নাই। কিন্তু গৌতম, মই তোমাকো ভাল পাওঁ। কোৱা ইয়াত কি কৰা যায়? মানুহৰ সম্বন্ধ অতি বিচিত্ৰ ধৰণৰ হয়। মোৰ লাহে লাহে তোমাকো ভাল লাগিছে। তেন্তে মই চঞ্চল নেকি? কেতিয়াও

নহয়। মানুহক ভাল পাই মোৰ ভাল লাগে! এতিয়া ইমান ডাঙৰ কথা এটা মই এই কাৰণেই স্বীকাৰ কৰিলোঁ যে তোমাৰো আইনাৰ ঘৰ ভাগি গৈছে, দুখৰ কথা তাক তুমি নিজেই ভাঙি পেলালা। আৰু কিছুদিন যদি দৃঢ় কৰি ৰাখিলাহেঁতেন তাক!" তেওঁ উদাস ভাৱে কথা শেষ কৰিলে।

এন্ধাৰত তেওঁ যিখন নাৱত উঠি আহিল, সি বতাহ ধুমুহাৰ সৈতে ক'ৰ পৰা ক'লৈ আহিল। তেওঁ মনে মনে থিয় হৈ থাকিল।

চম্পাৰ তেওঁলৈ বৰ দয়া হ'ল—তেনেকুৱা মৰমলগা ল'ৰা। তেওঁৰ হৰিশঙ্কৰ আৰু কামালৰ সৈতে কিমান সাদৃশ্য আছে—তেওঁলোকৰ নিচিনা গভীৰ আৰু দুষ্ট। তেওঁলোক দুয়োৱে যে ক'ৰ পৰা বিচাৰি বিচাৰি নিজৰ নিচিনা 'হিংসুক' উলিয়াই লয়। এওঁক চোৱা; নাজানো ক'ৰ পৰা বাগৰি আহি এইখিনি পালেহি।

"আপুনি শান্তাৰ বিষয়ে কি জানে?" গৌতমে কঠোৰ স্বৰেৰে সুধিলে। তেওঁ তেওঁৰে সৈতে যুঁজিব খুজিছে। অৰ্থাৎ ইমান ওচৰ চাপি আহিল যে তেওঁক খং কৰে, ভাল বেয়া বোলে, তেওঁৰে সৈতে যুঁজে, তেওঁৰ আলোচনা কৰে। এই অনুভূতিয়ে চম্পাক আৰু উদাস কৰিলে।

তেওঁ ক'লে "গৌতম", এই অসঙ্গত কথাবোৰ ক্ষমা কৰা। আমি সকলো একোখন মুকলি কিতাপ। আমাৰ ভিতৰত কোনো ৰহস্য নাই। তুমিনো মোৰ সকলোবোৰ কথাৰ সৈতে কিমান পৰিচিত। প্ৰত্যেক মানুহেই অত্যন্ত উন্মুক্ত ধৰণৰ। তীব্ৰ পোহৰত থাকে। সেই- পাতল এন্ধাৰ, সেই অস্পষ্টতা তুমি ক'তো বিচাৰি নোপোৱা, য'ত গৈ তুমি নিজক লুকাই ৰাখিবা।...... যেতিয়া মই তোমাক দেখোঁ; মোৰ এনে লাগে যেন ময়ো সেই উজ্জ্বল পোহৰত থিয় হৈ আছোঁ, আৰু তুমি মোক সিপাৰৰ পৰা চাই আছা! আৰু ময়ো তোমাক স্বয়ং সিপাৰৰ পৰা চাই আছোঁ। এই কাৰণে মই ভাবোঁ তুমি মোক......।"

"সিপাৰৰ পৰা চাওঁ—কথাটো শেষ কৰি দিয়ক নহ'লে শব্দই আমাক গ্ৰাস কৰিব।"

"শব্দবোৰ শেষ কৰা, নহ'লে ইয়াৰ অৰ্থ যে বৈ যাব। কোৱা, আমি কি কৰিব পাৰোঁ?" চম্পাই অতি বিৱশতাৰে ক'লে।

"আৰু অলপ শুনা—আমাৰ ভাইচাহাব মহোদয় গৌতমৰ ওপৰত খঙত জ্বলি আছে।"

তালাতে এদিন শিঙ্গৰি ভৱনৰ নিৰ্ম্মলাক বতৰা দিলে। "গৌতমৰ ওপৰত? ই যে বৰ চমৎকাৰ কথা। সেই বেচেৰাকনো কোনে খং কৰিব তেওঁ যে এনেয়ে অসহায়।"

"এৰা, কিন্তু সকলোৰে যে এটা সীমা আছে।" "চম্পাই কি ক'ৰবাত—?" নির্ম্মলাই হঠাৎ ভাবি ক'লে, "আঃ। এনেকুৱা লৰালি কথা নকবা।"

"ইয়াত লৰালিৰ কি আছে? সময়ৰ কথা হৈছে।" নির্ম্মলাই প্রৌঢ়াৰ দৰে ক'লে।

"ভুল।" তালাতে জোৰেৰে প্রতিবাদ কৰিলে।" চম্পা এতিয়া তেনেকুৱা অপ্রাপ্ত বয়সৰ নহয়। বাবু, তুমি জানো গৌতমৰ সৈতে প্রেম কৰিব পাৰিবা?"

তেওঁ বেছ কায়দাৰে সুধিলে।

"গৌতমৰ সৈতে? খুব কৈছা।"

"ইমান চিনাকি হোৱাৰ পাছত এতিয়া এইটো প্রশ্নই নুঠে। প্রেম কৰিবৰ কাৰণে মোৰ সোণ, অলপ ৰহস্য থাকিব লাগে।" নির্ম্মলাই ক'লে।

"এই ৰহস্য আৰু অস্পষ্টতাৰ বিৰুদ্ধে আমি যুদ্ধ কৰিব খুজিছোঁ।" তালাতে ক'লে।

"আৰুনো কি?" নির্ম্মলাই সমর্থন কৰিলে।

"প্রকৃততে চম্পাৰ এই অবিৰাম প্রেমে আমাৰ আটাইৰে মনোবিজ্ঞান নষ্ট কৰি পেলালে! আচৰিত খোদা! যেতিয়া তেওঁ ইয়ালৈ আহিছিল, আমি ফাৰ্ষ্ট ইয়েৰত আছিলোঁ, তেতিয়াৰ পৰা এই পৰম্পৰা চলি আছে। কিমান বেয়া কথা।"

"বৰ বেয়া।" নির্ম্মলাই আকৌ সমর্থন কৰিলে।

"আৰু এইটোও বুজিব নোৱাৰোঁ ভাইচাহাবে ইমান জোৰ দিছে যেতিয়া তেওঁক বিয়া নকৰায় কিয়?" এনেতে এখন চাইকেল আহি ৰ'ল। গৌতম নীলাম্বৰ উপস্থিত হ'ল।

"আপোনালোকক এইটো জনাবলৈ আহিলোঁ যে ইয়াৰ পৰা এই নিঃকিনৰ জীৱিকা গ'ল।"

"এতিয়া ক'লৈ যাবা?" তালাতে সুধিলে।

"বিলাতৰ ফালে অলপ কাকত পঠিয়াইছোঁ।"

"বিলাতৰ ফালে।" তালাতে নকল কৰিলে। "এনে অহঙ্কাৰ দেখুৱাইছে যেন আমি কেতিয়াও বিলাতলৈ যাবই নোৱাৰোঁ। তুমি ব'লা, আমিও পিছে পিছে গৈছোঁ।"

"বন্ধু, তুমি যাবা বুলি শুনি বৰ দুখ পাইছোঁ।" হৰিশঙ্কৰে ক'লে।

"এৰা, দুখ হোৱাই উচিত। মই ইমান শুৱনি মানুহ আছিলোঁ।" গৌতমে উত্তৰ দিলে।

তালাতে এওঁলোক দুয়োকো কথা পাতিবলৈ দি ভিতৰলৈ নির্ম্মলাৰ ওচৰলৈ গ'ল।

"গুৰু যাব খুজিছে।" তেওঁ ক'লে।

"মই এতিয়াই শুনিছোঁ।" তেওঁ কান্দি আছিল। তালাত বিমোৰ হৈ পৰিল।

"কি ধৰণৰ আঁকৰী ছোৱালী। কান্দিছা কিয়? বিয়া কৰাই তুমিও লগত গুচি যোৱা। তেওঁৰ কাৰণে যে তোমাৰ কেতিয়াবাই নিমন্ত্ৰণ আহিছে।"

"তেওঁ জানো মোক বিয়া কৰাব? তেওঁ চম্পাৰ......চিন্তা কৰে গোটেই জীৱন তেওঁৰে সৈতে মোৰ তুলনা কৰিব। মই চম্পাৰ ছাঁ হৈ জীয়াই থাকিম?" নিৰ্ম্মলাই কান্দি কান্দি ক'লে।

"চম্পা, চম্পা, তোমাতকৈ বেয়া আৰু কোন হ'ব পাৰে? নাজানো এতিয়া তুমি আৰু কাৰ কাৰ ভাগ্য নষ্ট কৰিবা।"

তালাত দুৱাৰ ডলিত আঁঠু কাঢ়ি বহি পৰিল—"নাকান্দিবা, আঁকৰী ক'ৰবাৰ।" তেওঁ বৃদ্ধ কণ্ঠেৰে ক'ব খুজিলে। বাৰান্দাৰ পৰা গৌতম আৰু শঙ্কৰৰ হাঁহিৰ শব্দ আহিছিল।

তালাতৰ চম্পালৈ কেতিয়াও ইমান ঘৃণা ওপজা নাছিল।

চম্পাই খিৰিকীৰ মুখলৈ গৈ গধূলিৰ আকাশখন চাবলৈ ধৰিলে!

"বনত বনাউঁ বন নাহী আৰে হৰিকে বিনা! হৰিকে বিনা!" ওচৰৰ কোঠালিত কোনোবা ছোৱালীয়ে পুৰাৱ খেয়াল গাই আছিল। হঠাৎ তেওঁ ইয়াৰ অৰ্থ বুজিব পাৰিলে। বাস্তৱিকতে বিৰহক প্ৰেম বোলে। ঘাঁহনিত ছোৱালীবোৰ ঘূৰি ফুৰিছিল। 'কমন ৰুম'ত পিয়ানো বজোৱা হৈছিল। চাৰিও-ফালে গোপীৰ অন্তৰ দেখা গৈছিল।

তেওঁ তললৈ নামি আহিল। আৰু বাদছাহ বাগলৈ গুচি গ'ল। প্ৰফেচাৰৰ ঘৰত বিৰাট সমাৰোহ হৈছিল, তেওঁ অলপ অপ্ৰস্তুত হ'ল।

"ডাইৰেক্ট একচন! কলিকতা—কলিকতা—দুহেজাৰৰ মৃত্যু।" এইবোৰ কি হৈছে? সপোনত তেওঁক কোনোবাই জোকাৰি দিলে। সম্মুখত গৌতমো আছিল। আৰু তলমূৰ কৰি কাগজত বেগাই কিবা লিখি আছিল।

"কি হ'ল?" তেওঁ ভয়ত সুধিলে।

"অলপ তোমাৰ নেতাবোৰক গৈ সোধা চম্পা বেগম।" আন কোনোবাই তেওঁৰ ওচৰলৈ আহি ক'লে।

চম্পাই চমকি চাৰিওফালে চালে—

"মোৰ নেতা!" তেওঁৰ ডিঙি শুকাই গ'ল।

"এৰা—তোমাৰ নেতা। বৰ জোৰেৰে ভোট দিবলৈ গৈছিলা নহয়?" কোনোবাই ক'লে।

তেওঁ গৌতমলৈ চালে। কিন্তু গৌতমে আনফালে মুখ ঘূৰালে। মানুবোৰে তেওঁক ঘূৰি চালে।

আৰু এজন মানুহ হৰিশঙ্কৰৰ ফালে আহিল, "তোমাৰ কমিউনিষ্ট পাৰ্টিয়ে কি ব্যায়াম দেখুৱাইছে? পাকিস্তানৰ দাবী, জনতাৰ দাবী।"

"আমি শান্তি বিচাৰো", গৌতমে আঁওৰালে।

"শান্তি! উস্! গান্ধীবাদীতকৈ অধিক প্ৰবঞ্চক আৰু ক'তো দেখা নাই।" তৃতীয়জন ক'লে।

তেওঁ আকৌ ঘূৰি আহিল। কৈলাস হোটেলত ইউনিয়নৰ সঙ্কট কালীন অধিৱেশন হৈছে। তেওঁ আগ বাঢ়িল। চাঁদবাগৰ চোতালৰ পৰা অৰ্গেনৰ শব্দ শুনা গৈছে।

বিহাৰীলাল ৰায় ৰোডৰ পৰা ওলাই তেওঁ ঘৰলৈ চালে। তেওঁক স্বাগত কৰিবলৈ দুৱাৰমুখত কোনো নাছিল।

পাছদিনা ৰাতিপুৱা তেওঁ জানিব পাৰিলে তেওঁলোকৰ দলটো হাতত প্ৰাণ লৈ কলিকতালৈ গুচি গ'ল।

নিৰ্ম্মলা, তালাত, তহমীনা সকলো গ'ল। মাথোঁ তেওঁ অকলে থাকিল।

কেইবামাহো পাৰ লৈ গ'ল। এই দলটো কলিকতাৰ পাছত বঙ্গৰ আন ঠাইত আৰু বিহাৰত 'শান্তি'ৰ ধ্বনি কৰি ঘূৰি ফুৰিছিল। নিশা গান্ধীজীৰ লগত বহি 'ৰঘুপতি ৰাঘব ৰাজা ৰাম' গাই, দিনত আহত সকলৰ শুশ্ৰূষা কৰে।

ছোৱালীবোৰ ঘূৰি আহিল। লক্ষ্ণৌৰ জীৱন প্ৰতিদিনৰ দৰে অতিবাহিত হ'ল। এদিন চম্পাই কাকতত পঢ়িলে বিহাৰৰ ফল্গু নৈৰ পাৰত বিদ্ৰোহীহঁতে কিছুমান কৰ্মীক আক্ৰমণ কৰিলে। যিসকল আহত হ'ল তাত কামাল, শঙ্কৰ আৰু গৌতমো আছিল। চম্পাই ভয়ত চাইকেলখন উলিয়ালে আৰু গুলফিচাঁৰ ফালে গ'ল। গেটৰ মুখত তেওঁ দেখিলে 'ষ্টেচন ৱেগনত' বস্তু বোজাই কৰা হৈছে। তহমীনা, তালাত আৰু নিৰ্ম্মলা যাত্ৰাৰ কাৰণে সাজু হৈ বৈ আছে। তহমীনাই তেওঁক ক'লে তেওঁলোকৰ ভাগ্য ভাল যে সেই সময়ত শঙ্কৰৰ খুৰাক গয়াত আছিল।

এওঁলোক তিনিওকে মটৰত ভৰাই গোৰখপুৰলৈ লৈ গ'ল। তেওঁ তাৰ চিভিল চাৰ্জ্জন। এতিয়া আমি তিনিও গোৰখপুৰলৈ ওলাইছোঁ।

"চম্পা, তুমিও ব'লা।" তহমীনাই ক'লে। "তুমি আগৰে পৰা ইমান আঁতৰত আছা যে আমি তুমি কামৰ পৰা আজৰি পোৱা নাই বুলি ভাবিছোঁ, কলেজ বন্ধ নহয় তোমাৰ! ব'লা, আমাৰ লগত, ঘূৰি আহোঁতে আমি তোমাক বেনাৰচত থৈ আহিম।"

চম্পাক আকৌ দলে মাতি ল'লে।

তিনিওজনে ল'ৰাই চিভিল চাৰ্জ্জনৰ বঙ্গলাৰ পাছফালৰ বহল বাৰান্দাত

বাগৰি টেঁটুফালি গীত গাই আছিল। তিনিওজন বৰ বেছি ৰকমে আহত হৈছিল। আৰু গোটেই দিন পৰি পৰি সমগ্ৰ পৃথিৱীৰ গীত গাইছিল।

গৌতমে প্ৰতি দিনৰ বাৰ্তাৰ লগে লগে নিজৰ ভৱিষ্যত কাৰ্য্যক্ৰম সলাই থাকে। তেওঁৰ বাঁওহাতৰ আঙুলিত এতিয়াও প্লাষ্টাৰ লগোৱা আছিল। "ক'ব নোৱাৰোঁ মই মোৰ এই আঙুলি তিনিটাক কেতিয়াবা কামত লগাব পাৰিম নে নোৱাৰিম।" তেওঁ উদাস ভাৱে ক'লে।

এদিন তেওঁ চিঞৰি ক'লে, "চম্পা! তুমি ভাবিব পাৰা নে যে মই আৰু কেতিয়াও পিয়ানো বজাব নোৱাৰিম।"

"কিয় বজাব নোৱাৰিবা বন্ধু? হতাশ নহবা। কি নাটক কৰিছা?" কামালে ক'লে। তেওঁৰ ভৰিৰ হাড়ত আঘাত লাগিছিল।

তেওঁলোক তিনিও যেতিয়া ফুৰা চকা কৰিব পৰা হ'ল, তেতিয়া উলটিবৰ কাৰণে সাজু হ'ল।

"ব'লা, প্ৰথমতে অলপ আমি ফুৰি লওঁ। ক'ব নোৱাৰি আকৌ কেতিয়া এইফালে অহা হয়।" কামালে ক'লে। তেওঁ বহি বহি ভাবে আৰু গৌতমক নিৰাশ নহ'বৰ কাৰণে উপদেশ দিয়ে।

আমি ইয়াৰ গাঁৱৰ অৱস্থা চোৱা উচিত। আমি মিৰ্জ্জাপুৰলৈকো যাম, য'ত আমাৰ কমবুনব ঘৰ আছে।"

তেওঁলোক হাতীত উঠি কপিলবস্তু পালেহি। গাঁৱৰ মানুহবোৰে তেওঁলোকক আচৰিত হৈ চাবলৈ ধৰিলে। কামালে অতি তন্ময়তাৰে এটা শিল ৰুমালেৰে চাফ কৰিবলৈ লাগিল। ইয়াত পদুমৰ পুখুৰী, সোণালী হৰিণাৰ জাক, বৃক্ষকুঞ্জ আৰু চম্পা ফুলেৰে আবৰি থকা বৈঠকখানা ক'ত? চম্পাই নিজক সুধিলে।

"বন্ধু, বৰ নীৰৱতা।" হঠাৎ কামালে ভয়েৰে ক'লে "গভীৰ নীৰৱতা।" হৰিশঙ্কৰে উত্তৰ দিলে—"ব'লা, এতিয়া উলটি যাওঁ। হাতী আমাৰ কাৰণে অপেক্ষা কৰি আছে।" কামাল মুখ ঘূৰাই বহি থাকিল।

"শঙ্কৰ, বন্ধু, ইতিহাস অতি ডাঙৰ প্ৰবঞ্চক। ইতিহাসে সদায় আমাক প্ৰবঞ্চনা কৰে," তেওঁ ক'লে।

"এৰা, ঠিক কৈছা," শঙ্কৰে আনদিনৰ দৰে তেওঁৰ কথা সমৰ্থন কৰিলে। তেওঁলোক লাহে লাহে হাতীবোৰৰ ফালে আহিল। তেওঁলোকৰ ছাঁবোৰ বৰ বিচিত্ৰ যেন লাগিছিল।

## ৩৩

ঘূৰি আহোঁতে চম্পা বেনাৰচত নামি গ'ল। কেণ্টনমেণ্টৰ ষ্টেচন পাই

তেওঁ বান্ধৱীহঁতক 'খোদা হাফিজ' বুলি ক'লে আৰু টঙ্গাত বহি ঘৰৰ ফালে গুচি গ'ল।

ৰামলীলাৰ হুলস্থূল আৰম্ভ হৈছিল। চুবুৰি পাই তেওঁ দূৰৈৰ পৰা নিজৰ ঘৰৰ সবু গেটখন দেখিলে। জাৰৰ নিশা আছিল। তেওঁৰ ঘৰত এইদৰে পোহৰ হৈছিল, যিদৰে অন্ধকাৰ সাগৰৰ বুকুত জাহাজৰ পোহৰ জিলিকি উঠে। তেওঁ ভিতৰলৈ গ'ল। এজনী সম্বন্ধীয়া ভনীয়েকৰ বিয়াৰ হুলস্থূল। চাৰিওফালে হাই-উৰুমি। বাৰান্দাত কপাহী পৰ্দা লগোৱা আছিল। ভিতৰৰ চালপীৰাত মীৰাচিন* গাওঁতীহঁত বহি আছিল। তেওঁ ঘৰৰ এচুকৰ এটা অন্ধাৰ কোঠাত বাগৰি পৰিল। পালেঙ্গখন ভগা আছিল। মূৰ শিতানত কোনো অভ্যাগতা তিৰোতাই তেওঁৰ শিশুটিক পাতল কম্বলেৰে মেৰিয়াই লৈ শুই আছিল। বাৰান্দাৰ পৰা ঢুচেন দাসী পেহীৰ উচ্চৈ স্বৰ আহিছিল—

'তেওঁ ক'লে, তই কোন?

মই ক'লোঁ, প্ৰেমী তোৰ!

তেওঁ কলে, কৰিছা কি?

মই কলোঁ প্ৰেম তোক!'

চোতালৰ দুৱাৰ মুখত তিৰোতাবোৰৰ ছাঁবোৰ কঁপিবলৈ ধৰিলে। কোনোবাই জোৰেৰে লোটাটো চকীত থলে, কোনো কেঁচুৱাই টোপনিত কান্দিলে। মীৰাচিন হতেঁ গালে—

'তেওঁ ক'লে কৰিছ কি?

মই কলোঁ প্ৰেম তোক!'

তেওঁ চকু মুদি শুনিবলৈ ধৰিলে। বাবুৰ্চি খানাত তেলৰ চাকি জ্বলি আছিল। চাৰিওফালে ধোঁৱাৰ এলান্ধু আৰু পাঁচ ফোৰনৰ গোন্ধ!

ঘৰ! ঘৰ!! নিজৰ ঘৰ............!!!

নিশাৰ নীৰৱতা বিয়পি পৰিল। এখন গৰুগাড়ী খিড়িকীৰ তলৰ আলিয়েদি কেৰ কেৰাই গৈ আছিল। তাৰ চকাৰ পৰা এক বিচিত্ৰ কৰ্কশ ধ্বনি শুনা গৈছিল। চম্পাৰ মনত পৰিল, এবাৰ বচুলৰ দাসীয়ে কৈছিল, "জানা, যেতিয়া গাড়ীৰ শব্দ হয়, তেতিয়া দুৰ্গা আই অসন্তুষ্ট হয়, বেয়া লক্ষণ, এইটো বৰ বেয়া লক্ষণ........."

হঠাৎ তেওঁৰ বুক কঁপি উঠিল—কি হ'ব! কি হ'ব লগা আছে। তেওঁৰ তাৰ্কিক অস্তিত্বই তেওঁক বুজালে—একো নহয় সকলো ঠিক হৈ যাব। এতিয়াও তেনেকুৱা এন্ধাৰ হোৱা নাই। কিন্তু কামালৰ বিশ্লেষণ যে এইটো, উস্, কামালৰ কথা এৰা। তেওঁৰ বিশ্লেষণ ঠিক হ'ব পাৰে নেকি! এই কমিউনিষ্ট

* মীৰাচিন—এটা মুছলমান জাতি, যি গান বাজনাৰ ব্যৱসায় কৰে।

কি ক'ব? উস্, এওঁলোকৰ কথা এৰা, ভাবোঁতে ভাবোঁতে গৌতম নীলাম্বৰ আৰু কামালৰ উত্তেজনা, তালাতৰ প্ৰগলভতা—তহমীনাৰ গম্ভীৰ ব্যক্তিত্ব, সকলো এটা এটাকৈ তেওঁৰ মনলৈ আহিল। তেওঁ স্বয়ং কোন আছিল—কি আছিল, তেওঁক মানুহে কি বুলি ভাবে, গৌতমে তেওঁক কি ভাবে? ৰসাতললৈ গ'ল তেওঁ, আৰু আমীৰ ৰজা—আমীৰ ৰজা—। ৰাতিপুৱা বেলি ওলোৱালৈকে, তেওঁ শুই থাকিল। দিনবোৰ বাগৰি গ'ল। শূৰ্পনখাৰ নাক কাটিল, ৰাৱণ জ্বলিল, ভৰত মিলন হ'ল. নিশকতীয়া ল'ৰাই মুখত পাউডাব আৰু সুগন্ধি ঘঁহিলে, পান্নাৰ নকল মুকুট পিন্ধি ৰাম আৰু লক্ষ্মণ সাজিলে, অতি গৰ্ব্বৰে সৈতে গতিময় সিংহাসনত বহি পৰিল। তেওঁলোকৰ মাজত মানুহে ঈশ্বৰক দৰ্শন কৰিলে। ছুটী শেষ হোৱাৰ পাছত তেওঁ লক্ষ্ণৌলৈ উলটি আহিল। কাতি মাহৰ আঁউসীৰ নিশা দীপশিখাত উজ্জ্বল হৈ উঠিল। আৰু অতি আড়ম্বৰেৰে দীপান্বিতা পালন কৰা হ'ল।

"আজি লোনা মুচিয়নীৰ শাসনৰ দিন।"

'গুলফিচা'ৰ বাৰান্দাত বহি বেগম মাহীয়ে ক'লে।

"ল'ৰাহঁত! বাহিৰত ঘূৰি নুফুৰিবা। নাজানো আজি নিশা কিমান যাদু মন্ত্ৰ হ'ব।" সন্মুখৰ চাৰি আলিৰ এটা পাচিত বহুত মিঠাই থোৱা আছিল আৰু চাকি জ্বলি আছিল। "মনত আছে? এবাৰ যাদুৰ হাত উৰি আহিছিল আৰু আমাৰ চোতালত পৰিছিল।" তালাতে ক'লে তেওঁ ঘাঁহনিলৈ আহি আকাশখন চাবলৈ ধৰিলে।" আজি নিশা লক্ষ্মীয়ে নিজৰ বাহন ফেঁচাত বহি গোটেই পৃথিৱীখন উৰি ফুৰে। ক'ব নোৱাৰোঁ তেওঁ কাৰ কাৰ দুৱাৰত প্ৰৱেশ কৰিব।......বাহিৰৰ ঘাঁহনিলৈ নাযাবা ল'ৰাহঁত।"

বেগম মাহীয়ে আকৌ মাতিলে।

"বাৰিষাৰ সাপবোৰ দীপাৱলীৰ চাকি চেলেকি বিললৈ যায়গৈ।" ঠায়ে ঠায়ে চাৰি আলি আৰু বাটত জুৱা চলিছিল। ৰাম অৱতাৰ আৰু কাদীৰ জুৱা খেলিবলৈ গৈছিল (হেৰা, আজি যদি জুৱা নেখেলা, তেন্তে অহা জন্মত এন্দুৰৰ পেটত জন্ম লবা", ৰাম অৱতাৰে ক'লে)। আকৌ ভ্ৰাতৃ দ্বিতীয়া উৎসৱ আহিল। আঘোণ আৰু পুহমাহৰ নিয়ৰবোৰে গছবোৰত বৃপৰ পাত ছটিয়াই দিলে। গাঁওবোৰত ব্ৰজ নাটকৰ গীত মুখৰিত হৈ উঠিল। বগা, ঠেক সাড়ী পিন্ধি খৃষ্টান তিৰোতাহঁতে গাবলৈ ধৰিলে "যীশু আহিল স্বৰ্গৰ পৰা, স্বৰ্গৰ পৰা।"

খিচুড়ীৰ উৎসৱ আহিল—মানুহে মাঘ মেলাত স্নান কৰিবলৈ ত্ৰিবেণীলৈ গ'ল। বসন্ত পঞ্চমীত ঘৰে ঘৰে সৰস্বতী পূজা কৰা হ'ল। মানুহে নিজৰ কল্পনাত দেখিলে শ্বেত বৰ্ণা দেৱীয়ে বগা সাড়ী পিন্ধি বগা পদুমত বহি স্বচ্ছ দৈৱিক পানীত সাঁতুৰি আছে। কুমাৰে গঢ়া মাটিৰ মূৰ্ত্তিটোত তেওঁলোকে দেৱতাৰ দৰ্শন কৰিলে। আকৌ ফাগুন ঋতু আহিল। শিৱৰাত্ৰিৰ আয়োজন হ'ল।

মহৰমৰ হুলস্থূল লাগিল। ঘৰে ঘৰে ঘাঁহ, মম আৰু কাগজৰ 'তাজিয়া' তৈয়াৰ কৰা হ'ল। মানুহে নিজৰ সকলো কলা তাত নিঃশেষ কৰি দিলে। কাগজ, টিন আৰু পাটৰ দোলনা, হুচেনৰ 'মকবৰা'ৰ প্ৰতিকৃতি আৰু তাজিয়াতো তেওঁলোকে খোদাৰ স্বৰূপ দেখিলে। ইমামবাড়াত চাকি জ্বলোৱা হ'ল। বাটে-ঘাটে পীলু আৰু দুৰ্গাৰ শোক গীতৰ সুৰ নিনাদিত হৈ উঠিল। মাৰ্চ্চ মাহত সমগ্ৰ পৰিৱেশ ফাঁকু আৰু আবীৰেৰে সেন্দূৰীয়া হৈ পৰিল। মানুহবোৰে বাটত অশ্লীল গীত গাই ফুৰিলে।

এই সকলো বুদ্ধিৰ ভ্ৰম আছিল। মনৰ ছলনা. দৃষ্টিৰ দোষ। কোনো বস্তুৰ অৰ্থ নাই। কেৱল ব্যক্তিগত আনন্দই মূল বস্তু আছিল। য'ত পোৱা যায়, যি মূল্যত পোৱা যায়, প্ৰকৃত আনন্দ প্ৰাপ্ত কৰা, তোমাৰ সিদ্ধান্ত, তোমাৰ জেল-যাত্ৰা, তোমাৰ কংগ্ৰেছ, তোমাৰ মুছলিম লীগ, সকলো বৃথা। তোমালোকে মানৱৰ ভাগ্য নিৰ্ণয় কৰাবলৈ ওলাইছা, আৰু মাৰ-পিটত মানুহৰ তেজ যে মোনে মোনে বৈ গৈছে।

নহয়—মোক মাথোঁ ব্যক্তিগত আনন্দ লাগে—ব্যক্তিগত আনন্দ! ঘৰ, শান্তি, সন্তান, পতি-প্ৰেম।

"তুমি কিয় দুখৰ কথা ভাবিছা চম্পা বেগম। লাজ কৰা! লাজ কৰা!" খিড়িকীত ভৰি ওলোমাই বহা তেওঁৰ তাঁকিক অস্তিত্বই মুখ ঘূৰাই তেওঁক ক'লে "লাজ কৰা! লাজ কৰা!" বতাহত শব্দৰ প্ৰতিধ্বনি হ'ল—। ভাদৰ এন্ধাৰে তেওঁক তাকে শুনালে যেন লাগিল। ক'লা মেঘে তেওঁক চাৰিওফালে আৱৰি নিজৰ ভিতৰত সামৰি ল'লে। ইমান বৰষুণ আহিল যে আকাশ আৰু পৃথিৱী এক হৈ গ'ল। নৈ, নলাবোৰ পানীৰে উপচি পৰিল। গৌড়-মল্লাৰ ৰাগত সমগ্ৰ পৃথিৱীৰ বেদনা একাকাৰ হৈ গ'ল। পূবৰ বতাহত অন্তৰ খণ্ড খণ্ড হৈ পৰিল।

তেওঁ গছৰ ডালবোৰ সন্মুখৰ পৰা আঁতৰাই বাটলৈ আহিল। আগত প্ৰফেচৰ বানাৰ্জীৰ ঘৰ। তেওঁৰ ড্ৰইং ৰুমত আজি আকৌ বৰ আড়ম্বৰ হৈছে। আজিৰ দিনটো পৃথিৱীত অতি মহত্বপূৰ্ণ ৰূপে নিৰ্ণয় কৰা হৈছিল। (তেওঁলোকে নিৰ্ণয় কৰাৰ সময়ত মোৰ সম্বন্ধে কিয় নাভাবিলে? মই চম্পা আহমদ, যি ইয়াত অকলে থিয় হৈ আছোঁ)। ড্ৰইং ৰুমৰ পৰ্দাৰ পাছফালে তেওঁলোক সকলো গোট খাই আছিল। তেওঁ লাহে লাহে চম্পাফুলৰ তিতা জোপোহাইদি খিড়িকীৰ তললৈ আহি থিয় হৈ ভিতৰলৈ চালে। প্ৰফেচাৰে বগা চুৰিয়া আৰু কামিজ পিন্ধি আসনত মনে মনে বহি আছিল। গৌতমো আছিল আৰু কামালো। গৌতম নতুন ভাৰতীয় দূতাবাসৰ সৈতে মস্কোলৈ যাব।

'দিল্লী, চিমলা, ১০ নম্বৰ ঔৰঙ্গজেব ৰোড, ভাইচৰয় লজ, ভঙ্গী কলনী—এই শব্দবোৰ চম্পাৰ কাণলৈ আহিবলৈ ধৰিলে। তেওঁ খিড়িকীৰ পৰা আঁতৰি

আকৌ বাটলৈ নামি আহিল। তেওঁৰ সন্মুখত দুখন পৃথিৱী আছিল। এফালে আছিল এওঁলোক। এওঁলোকৰ চিন্তা, এওঁলোকৰ আদৰ্শ, এওঁলোকৰ সংঘৰ্ষ। ইয়াৰ ভৱিষ্যত অতি অস্পষ্ট আছিল। আনফালে শান্তি আছিল আৰু আছিল সুৰক্ষা, ব্যক্তিগত আনন্দ। আমীৰ ৰজা পাকিস্তানলৈ গৈছে। নাযাব কিয়? তেওঁ জানো কামালৰ নিচিনা নিৰ্বোধ? ইয়াত তেওঁৰ ভৱিষ্যত কি? নতুন দেশত উন্নতি কৰি তেওঁ ক'ৰপৰা কোনখিনি পাবগৈ। ব্যক্তিগত আনন্দ, ব্যক্তিগত উন্নতি, ব্যক্তিগত উদ্দেশ্য—নাথাকিব কিয়? ৰাজনীতিয়েই সম্পূৰ্ণ জীৱন নহয়। আনৰ কাৰণে মই কিয় ভাবিম? আনেনো মোক এতিয়ালৈকে কি দিলে?—তেওঁ দকৈ ভাবিবলৈ ধৰিলে—মই আমীৰ ৰজাক বিয়া কৰাই পাকিস্তানলৈ গুচি যাম—কিমান সহজ কথা।......হঠাৎ এনেকুৱা লাগিল যেন হুলস্থূল শেষ হৈ গ'ল। সকলো ফালে শান্তি বিৰাজমান হ'ল। তেওঁ কল্পনাত নিজৰ নাম পঢ়িলে—বেগম আমীৰ ৰজা—কৰাচী। বাঃ! এই দুৰ্ভগীয়াবোৰলৈ খুব মনত পৰিব। তেওঁ বাদছাহৰ দুৱাৰ পালেহি। তেওঁৰ পাছে পাছে গৌতম আহিছিল।

"চম্পা, খোদা হাফিজ।" তেওঁ ক'লে।

"মস্কোলৈ ওলাইছা?"

"এবা।" কামাল জুলাইত গুচি যাব। তালাত আৰু নিৰ্ম্মলাও যাব। তেওঁলোক সকলোৱে কেম্ব্ৰিজত ভৰ্তিৰ অনুমতি পাইছে। তেওঁ বাদছাহ-বাগৰ গেটৰ পূৰ্বাণ খুটাটোত আঁউজি থিয় হ'ল। "তুমিনো মোক নোকোৱা কিয় মই কি কৰা উচিত।" তেওঁ প্ৰায় চিঞৰি ক'লে।

"আপুনিনো কেতিয়া মোৰ মতামত লৈছে? আপুনিয়েই কৈছিল নহয় যে—কোনে কাক মত দিব? আৰু কোন কাৰ উপদেশক হ'ব পাৰিব? মই নীচ নহওঁ, মিচ আহমদ। মাত্ৰ যথাৰ্থবাদী।"

"মোলৈ তোমাৰ মাথোঁ এয়েই উত্তৰ নেকি?"

"আপুনি যে উত্তৰ শুনিব নোখোজে। মই যি কওঁ, সি অনুচিত হ'ব। খোদা হাফিজ। গুলফিচাঁলৈ গলে অপ্পীক কৈ দিব। মই ৰাতিপুৱা দিল্লীলৈ যাম," তেওঁ আগ বাঢ়ি গ'ল। এইবাৰ কামাল কাষ চাপি আহিল।

"চম্পা! অভিনন্দন! তোমাৰ পাকিস্তান হৈ গ'ল।" তেওঁৰ স্বৰত কিমান কটুতা, ঘৃণা আৰু নিৰাশা লুকাই আছিল, তাৰ কল্পনা কৰি চম্পা শিয়ৰি উঠিল। তেওঁ ভাবিছিল কামালে এতিয়া আকৌ এটা বক্তৃতা দিব, ভাল বেয়া ক'ব। কিন্তু ই কি হ'ল, কামাল একেবাৰে মৌন।

এতিয়া আৰু কিবা কোৱাৰ বুষ্ট হোৱাৰ, তৰ্ক কৰাৰ সময় পাৰ হৈ গ'ল। কথাৰ সময় শেষ হ'ল। সন্মুখত এখন সবল পৃথিৱী আছিল—নিৰ্ণয় আৰু

প্ৰয়োগৰ প্ৰতীক্ষাত। কামালে ক্ষন্তেকৰ কাৰণে মৌন হৈ গেটৰ ফালে চাবলৈ ধৰিলে। ইয়াৰ পাছত তেৰোঁ মনে মনে গুচি গ'ল।

তেওঁ অকলশৰে ফুলৰ অস্পষ্ট এন্ধাৰত থিয় হৈ ৰ'ল। তেওঁক এৰি এওঁলোকে নিজৰ নিজৰ পথত গুচি গ'ল।

তেওঁ বাটলৈ আহিল। চাৰিওফালে নিস্তব্ধতা বিৰাজ কৰিছিল। গছৰ দাঁতিত 'গুলফিচাঁ' থিয় হৈ আছিল। কিন্তু তাত তেওঁ আছিল যি তেওঁৰ হাত ধৰিব। তেওঁ তেওঁৰ বাটেদি যাব। জীৱনত প্ৰেম আৰু গোলাপৰ কলিবোৰৰ অস্তিত্ব আছে নে নাই? মানুহে কিমান দূৰলৈকে ছাঁবোৰৰ অনুসৰণ কৰিব? তেওঁ তেওঁক কব, চোঁৱা, মই ইয়াত আছোঁ। হুলস্থুল শেষ হ'ল। এতিয়া সুখৰ সময় আহিল। এওঁলোকক সংঘৰ্ষ আৰু কষ্টৰ প্ৰমাণ স্বৰূপে বলিয়াৰ দৰে নিজৰ চুলি আজুৰিবলৈ আৰু ধূলি চালিবলৈ দিয়া। এটা সময় আহিব, যেতিয়া তেৰোঁ ভাগৰি যাব আৰু মুখ ঘূৰাই ক'ৰবাত আশ্ৰয় ল'বলৈ ঠাই বিচাৰিব। চোৱাঁ, মই আহিলোঁ। বিশুদ্ধৰ অৰ্থ মই ভালকৈ বুজিব নোৱাৰিলোঁ, যাৰ তুমি প্ৰতীক (ইয়াত প্ৰত্যেক বস্তুৰ প্ৰতীক আছে। এওঁলোকে গোটেই জীৱনটো প্ৰতীকত ভগাই লৈছে) এতিয়া মই তোমাৰ ফালে আহিছোঁ।

গেটত তেওঁ ৰাম অৱতাৰ মালীক দেখিলে। "ভাই চাহাব আছে?" হঠাৎ তেওঁ অনুভৱ কৰিলে তেওঁৰ মাতটো কঁপি উঠিছে। তেওঁ চোৰৰ দৰে ভয় খাইছে। তেওঁ যেন' গুলাফিচাঁ ত সিন্ধি খান্দিবলৈ আহিছে।

"ভাই চাহাব এই মাত্ৰ গ'ল।"

"ক'লৈ"?

বাগিচাৰ এন্ধাৰৰ পৰা ওলাই গঙ্গাদীনো আগলৈ আহিল।

"ক'লৈ গ'ল ভাই চাহাব?" চম্পাই আকৌ সুধিলে।

"ভালৈ"। ৰাম অৱতাৰে কটুতাৰে উত্তৰ দিলে। "মুছলমানৰ পাকিস্তানলৈ। এতিয়া আপুনিও গুচি যাওক—আটাইবোৰ গুচি যাব? আমি ইয়াত অকলে থাকিম। ভাই চাহাব বম্বেলৈ গ'ল। জাহাজৰ ভাগ হৈছে। নিজৰ মুছলমানী জাহাজ লৈ কৰাচীলৈ যাব, কাদীৰে কৈছে।"

"বাঃ! সোণাই! সি মইনা চৰাইটো খেদাবৰ কাৰণে ফলৰ গছলৈ এটা শিল দলিয়ালে।

গঙ্গাদীন আৰু ৰাম অৱতাৰক নিজৰ নিজৰ চিন্তাত মগ্ন হৈ থাকিবলৈ দি তেওঁ ঘূৰি গ'ল। ভাই চাহাব গুচি গ'ল কিয়নো, ঘোঁৰা, মটৰ আৰু ছোৱালীৰ বাহিৰেও তেওঁৰ জীৱনত এতিয়া এক নতুন আকৰ্ষণে ঠাই পাইছে। নতুন দেশ নতুন পদ আৰু উন্নতি! ভৱিষ্যত পুৰুষৰ পৃথিৱী সম্পূৰ্ণ পৃথক হয়।

"এই মানুহটোৰ কাৰণে মই ইমানবোৰ সময় নষ্ট কৰিলোঁ। আহ! মই কিমান মূৰ্খ আছিলোঁ।" তেওঁ আকৌ অনুভৱ কৰিলে, ভাই চাহাব অত্যন্ত ৰূপবান

আছিল আৰু তেওঁ ভাই চাহাবৰে সৈতে জীৱনৰ মূল্যবান সময়খিনি কটাইছিল। স্মৃতিৰ ভাণ্ডাৰত এনেকুৱা সময়ৰো প্ৰয়োজন আছে। মোৰ তেওঁৰ প্ৰতি প্ৰেম নাছিল, কেতিয়াও নাই। সম্মুখত ভাই চাহাবৰ ৰহস্যপূৰ্ণ পৃথিৱীখন পৰি আছিল। 'গুলফিচাঁৰ ঘাইঁনিডৰাব চুকত ইউকেলিপ্‌টাচ্‌ৰ গছবোৰে মূৰ দাঙি আছিল—। কামাল গঙ্গাদীন, তেওঁৰ বংশ পৰিয়াল, তেওঁৰ ভনীয়েক তহমীনা, গুলফিচাঁত বহি আছে। তায়ো তেওঁৰ কাৰণে জীৱন দিয়ে। ভাইচাহাব সুন্দৰ আছিল আৰু অহঙ্কাৰী। তেওঁৰ অহঙ্কাৰ বাৰু কিহৰ কাৰণে আছিল—ভাবি চম্পাৰ হাঁহি উঠিল। তেওঁৰ খুব ডাঙৰকৈ হাঁহিবৰ মন গ'ল। মানুহৰনো বাৰু কিহৰ কাৰণে অহঙ্কাৰ হয়? নিজৰ ব্যক্তিত্ব? ব্যক্তিত্ব! গৌতম নীলাম্বৰৰ নিজৰ বুদ্ধি লৈ গৰ্ব আছে। কামালৰ নিজৰ সিদ্ধান্তত অটল হৈ থকাৰ অহঙ্কাৰ! তহমীনাই তেওঁৰ কোমল মনৰ কাৰণে অহঙ্কাৰ কৰে। মানুহ ইমান অহঙ্কাৰী হয় কিয়? চম্পাই যাওঁতে যাওঁতে আকাশলৈ চালে। বৰষুণ দিছে। বতাহত স্বাধীনতা আছে। পাতৰ খংখৰণিত আচৰিত ধৰণৰ কিবা এটা তৃপ্তি লুকাই আছে। কেৱল মইহে এইটো অনুভৱ কৰিছোঁ নে আন মানুহেও এই স্বাধীনতা অনুভৱ কৰিব পাৰে। উদাহৰণ স্বৰূপে তহমীনা আৰু গৌতম। গৌতমে তেওঁৰ ককায়েকৰ ঘৈণীয়েক শান্তাক ভাল পায়...।

"কেনে ধৰণৰ কথা" (How Funny)" তেওঁ মনে মনে ভাবিলে। তেওঁ আকৌ লৰিবলৈ ধৰিলে। দূৰ দিগন্তলৈকে সিক্ত সুগন্ধিত ধৰিত্ৰী ব্যাপ্ত হৈ আছিল। আমৰ গছত আকাশীবৰণৰ মেঘবোৰ ওলমি আছিল।

'গুলফিচাঁৰ বাৰান্দাইদি তেওঁ পাছফালৰ আলিলৈ আহিল। তাৰপৰা এটা কেঁচা আলি শিঙৰিৰ ভৰনেদি নৈৰ ফালে গৈছিল। সন্মুখত কুশবনৰ জেওৰা আছিল। চাৰিওফালে ফুলৰ লতাবোৰ ওলমি পৰিছিল। সন্মুখৰ লাওগছৰ লতাৰ মাজেদি কমৰুণৰ আঁচলটো তেওঁৰ চকুত পৰিল।

"কি হ'ল মাই?" কমৰুণে হঠাৎ আগলৈ আহি সুধিলে।

"একো হোৱা নাই ড্ৰাইভাৰৰ বিবি..." তেওঁ ক'লে।

কমৰুণে মনে মনে থিয় হৈ তেওঁক চাবলৈ ধৰিলে।

"আমি ইয়াত বহোঁ আহাঁ, ড্ৰাইভাৰৰ বিবি।"

"এৰা, আহক—পিছে বৰষুণ আহিছে মাই—ভিতৰলৈ আহক।"

তেওঁ বনুৱা ঘৰৰ বাৰান্দালৈ আহিল। বাৰান্দাৰ মাটিবোৰ জেকা হৈ আছিল। চোতালত থকা কাঁহী-বাটিবোৰ জকমকাই উঠিছিল। চাদৰত পাপৰ মেলি শুকোৱা হৈছিল।

"পাপৰ শুকুৱাবলৈ অকণমানো ৰ'দ নিদিয়ে।" কমৰুণে কথা আৰম্ভ কৰিলে। তাই বুজিছিল নিশ্চয় কিবা কথা আছে। ভিতৰৰ ঘৰটো নীৰৱ হৈ আছিল। "মাই, আপোনালোকে মতা মানুহৰ কথা নাজানে। আমি লগত

আছোঁ কাৰণে জানো। যেতিয়ালৈকে আপুনি তেওঁৰ কাৰণে কৰিব পাৰিব, তেওঁৰ বাবে জীৱন দিব পাৰিব, তেতিয়ালৈকে তেওঁ সুখী। নহ'লে মতা মানুহবোৰ বৰ স্বাৰ্থপৰ, মাই। এইবোৰ কথানো মই তহমীনা মাইক কেনেকৈ বুজাম? তেওঁক এষাৰ কথা নোকোৱাকৈ ভাই চাহাব পাকিস্তানলৈ গুচি গৈছে। এতিয়া তহমীনা মায়ে কান্দি আছে।

'ভাই চাহাব নহয়, আন কোনোবাই হওক। সকলো মানুহ জানো একে হয় ড্ৰাইভাৰৰ বিবি।" চম্পাই অলপ ভয়েৰে ক'লে।

"সকলো মানুহ একেই হয়, মাই! তামোল আনো?" কমৰুণে সুধিলে। "নালাগে কমৰুণ, এতিয়া মই যাওঁ।" চম্পাই পীৰাৰ পৰা উঠি থিয় হ'ল। আৰু ছাতিটো মেলি সৰু বাটেদি গছৰ মাজত অদৃশ্য হৈ গ'ল!

কমৰুণে উদাস ভাৱে তেওঁলৈ চাই ৰ'ল। "এই ছোৱালীজনীয়ে কথাবোৰ নুবুজে কিয়?" তাই ৰাম অৱতাৰৰ ঘৈণীয়েক ছুটকী ৰামদৈয়াক ক'লে।

"ছোৱালীজনীৰ সাহ নাই, ভয় কৰে। ভাবিছে অকণমান ইংৰাজী পঢ়ি গোটেই পৃথিৱীখন চিনি পালোঁ, ছোৱালীজনীৰ সাহস নাই।" ছুটকীয়ে মূৰ জোকাৰি সঁহাৰি দিলে।

## ৩৪

তানপুৰাখন তুলি লৈ তালাত বাৰান্দাত বহিল। তেওঁ "অবকে শাৱণ ঘৰ আজা" আলাপ কৰিবলৈ ধৰিলে; কিন্তু তেওঁৰ কণ্ঠ ৰুদ্ধ হৈ গ'ল। তহমীনাই কোঠালিত বহি মেচিনত ব্লাউজ চিলাই আছিল। বৰষুণ বন্ধ হৈ যোৱাত গুপ গুপ কৰে গৰম উঠিছিল। তালাত উঠি কোঠালিলৈ আহিল।

তহমীনাই মূৰ দাঙি তেওঁলৈ চালে যেন তেওঁ বৰ ৰহস্যময়ী ছোৱালী। ফেনখন ঘোঁ ঘোঁ কৰি চলি আছিল! বাহিৰৰ গছত এটা কুলিয়ে অবিৰাম 'কু' কু' কৰি মাতি আছিল। বহুত দূৰৈৰ পৰা ৰাম অৱতাৰৰ মাত শুনা গৈছিল। হঠাৎ তালাতৰ বিশ্বাস ঘূৰি আহিল!

"অপ্পী! আন্তৰিক সহানুভূতি আৰু মমতা এইসকলোবোৰ অনুভূতিৰ কথা।" তেওঁ বিজ্ঞৰ দৰে ক'লে। ইমান বছৰ গৌতম আদিৰ সঙ্গত থাকি তেওঁৰ এই শব্দৰ প্ৰতি বিশ্বাস হৈছে।

"এতিয়া তুমিও এই চাৰিশ বিছ আৰম্ভ কৰিলা।" তহমীনাই বিৰক্তিৰে ক'লে।

"চাৰিশ বিছ মানে? তালাতে ভয়েৰে সুধিলে।

"অপ্পী! কেতিয়াবা কেতিয়াবা সমস্যাবোৰ ত্ৰিকোণ হৈ যায়। তোমাৰ সমস্যা, ভাইচাহাব বা চম্পাৰ সমস্যা, আৰু এই সকলোৰে ঘাত প্ৰতিঘাত......।

তহমীনাই মনোযোগেৰে তেওঁলৈ চালে।

"তুমি কেম্ব্ৰিজলৈ যাবা নহয় ?"

তালাতে বেয়া পালে। অপ্পীয়ে মোক মূৰ্খ বুলি ভাবে। খোদাৰ শপত অপ্পীয়ে মোক মূৰ্খ বুলি ভাবে। "তুমিও মোক মূৰ্খ বুলি ভাবা নেকি ?" তেওঁ দুখমনেৰে সুধিলে।

"নহয়, তুমি বৰ বুধিয়ক নাৰী।"

"অপ্পী!" তালাতে আৰ্ত্তনাদ কৰিলে", অপ্পী, তুমি মোক আচৰিত কৰিলা 'তুমি ইমান লিখা-পঢ়া কৰিও প্ৰাচীন হৈ পৰিলা। তেওঁৰ এনে লাগিল যে অপ্পীৰ মনোবৃত্তিত হিয়াধুনি কান্দিব। "হায় অপ্পী!" অপ্পীয়ে আলমাৰীৰ পৰা ৰঙীণ সূতাৰ গুলি উলিওৱা দেখি তেওঁ ক'লে, "বাঃ! তুমি দেখোন আন্দোলনত যোগ দিছিলা। ইউনিয়নত কি কি কাম কৰিলা? চম্পাৰ নিচিনা প্ৰতিগামীক তুমি শিক্ষা দিবলৈ চেষ্টা কৰিছিলা। আৰু এতিয়া তুমি নাৰীৰ স্বভাৱক লুকাই সন্তুষ্ট হৈ পৰিলা। যুঁজা, কাম কৰা। ভাই চাহাব গুচি গলে কি হ'ব। য'ত কুকুৰা নাই, তাত জানো ৰাতি নুপুৱায়? এই ৰহস্য মই বুজিব নোৱাৰোঁ। তেওঁক বিয়া কৰাবলৈ আপত্তি কৰিলা আৰু এতিয়া কান্দিছা। ৰসাতললৈ যাওক ভাইচাহাব! তেওঁৰ মূৰটো তুমিয়েই নষ্ট কৰিলা। নিৰ্ম্মলাই একেবাৰে ঠিক কথা কয়। পুৰুষক ইমান আসৈ দিব নাপায়, কাৰণ তেওঁলোকৰ মূৰ বেয়া হ'বলৈ বেছি সময় নালাগে। পূৰা ছবছৰ তোমাৰ সন্মুখত চম্পাৰ লগত তেওঁ খেলি আছিল, এতিয়া যেতিয়া তেওঁ গুচি গ'ল, তুমি বহি বহি উচুপি উচুপি কান্দিবলৈ ধৰিলা। যদি ভাই চাহাবৰ নাকত এপাত জোতা মাৰি দিলা হেঁতেন।'

"তালাত, তেওঁ তোমাৰ বৰ ককায়েৰ, খং নকৰিবা।"

"এৰা, আৰু কি, এতিয়া এইখিনি বাকী থাকিল যে তুমিও তেওঁৰ পক্ষ লোৱা।" ইয়াকে কৈ দুখ আৰু খঙত তালাত কন্দনামুৱা হৈ পৰিল। ভাইচাহাবৰ উপৰিও তেওঁৰ অপ্পীৰ ওপৰতো খং উঠিছিল। যদি বয়সত ডাঙৰ নহ'লহেঁতেন তেন্তে তেওঁক ইমান মাৰিলেহেঁতেন যে সকলো বিশ্বাস, প্ৰেম আৰু পৰম্পৰা ধূলি হৈ গ'লহেঁতেন হায়! হায়!! শেহত তেওঁ উঠি কোঠালিৰ পৰা ওলাই গ'ল। চাইকেলখন লৈ নিৰ্ম্মলাৰ ঘৰ পালগৈ। তালৈ গৈ তেওঁ গাজৰৰ ভুজিয়া খাই পানী খালে, নিৰ্ম্মলা, মালতী আৰু হৰিশঙ্কৰৰ সৈতে বহি "তুৰূপ" খেলিলে, তেতিয়াহে তেওঁৰ খং কিছু শাম কাটিল।

তালাত যোৱাৰ পাছত তহমীনা মোচনৰ পৰা উঠিল আৰু খিড়িকীৰ মুখলৈ গৈ থিয় হ'ল। প্ৰথম অঙ্ক শেষ হ'ল। তেওঁ মনে মনে ভাবিলে, বতাহ ধুমুহা হ'ল আৰু 'গুলফিচাঁৰ ভেটি লৰি উঠিল। আমাৰ সকলোৰে নিজা ধুমুহা আছে। যদি নাটক লিখা হয় তেন্তে মোৰ চৰিত্ৰ স্পষ্ট হৈ পৰিব।

' নবাবপুত্ৰী, তহমীনা বেগম, বয়স প'চিছ বছৰ। প্ৰথম শ্ৰেণীৰ এম, এ, মিঠা বৰণীয়া, পাতল, আলসুৱা। ভিতৰে ভিতৰে দুখী হৈ থাকে। ঘৰত অপ্পী নামেৰে মতা হয়। শান্ত আৰু অহঙ্কাৰী।'

ইমানখিনি বিবৰণৰ পাছত আৰু কি বাকী থাকিব ?

ছিঃ! ছিঃ! তেওঁ বাৰান্দালৈ আহিল, বৰষুণ বন্ধ হ'ল। চোতালত বহুতো সম্বন্ধীয়া ল'ৰাই 'জমাল চাহী' খেলি আছিল।

কামালে বাৰান্দাইদি ভুমুকিয়ালে। তহমীনাই তেওঁক খিড়কীয়েদি দেখিলে। এই সকলো বোৰ অভিনেতা, সপোনত বিচৰণ কৰি ফুৰিছে। মঞ্চ এন্ধাৰ হৈ পৰিল। তেৰোঁ বাহিৰলৈ আহিল। কামালে ল'ৰা-ছোৱালীবোৰক 'জমালচাহী' খেলাবলৈ আৰম্ভ কৰিলে।

"জমালচাহী,—পাছলৈ চালে মাৰ খাবি—পাছলৈ—হেল্লো অপ্পী", তেওঁ লৰি লৰি ক'লে।

তহমীনাই বাৰান্দাৰ খুটিত ধৰি থিয় হৈ ৰ'ল আৰু তেওঁক চাবলৈ ধৰিলে।

"জমালচাহী,—অপ্পী, চম্পা গুচি গ'ল, গুচি গ'ল, পাছলৈ চালে মাব খাবি।"

"কি হ'ল—ক'লৈ ?" তহমীনাই চমকি সুধিলে।

"ফ্ৰান্স—জমালচাহী।" 'তেওঁ জোৰেৰে এজনী সৰু ছোৱালীক দুপট্টাৰে মাৰিলে। তাই খিল্‌খিল্ কৰে হাঁহি দিলে আৰু তেওঁৰ পাছত লৰিবলৈ ধৰিলে।

"কেনেকৈ ?" তহমীনাই সুধিলে।

"ইউনিভাৰ্চিটিৰ স্কলাৰ্শিপ পালে". কামালে ক'লে। ল'ৰা-ছোৱালীবোৰে জোৰেৰে ঘূৰিবলৈ আৰম্ভ কৰিলে আৰু কামালে দুপট্টাখন পকাই ঘাঁহনিত পেলাই বাহিৰলৈ ওলাই আহিল। বাটলৈ আহি কামালে 'গুলফিচাঁ' লৈ এবাৰ চালে তাৰ পিছত জেপত হাত ভৰাই 'শিঙ্গীৰ ভৱনৰ' ফালে গুচি গ'ল।

আগষ্ট মাহত ইমান বৰষুণ দিবলৈ ধৰিলে যে সকলোবোৰ বুৰি গ'ল। 'শিঙ্গীৰ ভৱনৰ' বাৰান্দাত শীতল পাটী পাৰি তেওঁলোক সকলোৱে বহি ডাৱৰ চাবলৈ ধৰিলে। অনুকূল পৰিৱেশ পাই তালাতে আকৌ তানপুৰাৰ টিউন কৰি 'মল্লাৰ' আৰম্ভ কৰিব খুজিছিল, কিন্তু সকলো যেন হেৰাই গ'ল।

বৰষুণৰ পানী—যি চাফ আৰু স্বচ্ছ আছিল আৰু য'ত শাওণৰ অলৌকিক প্ৰভাৱ পৰিছিল—তাত তেজৰ বৰ্ষা ঋতু, তেজৰ বোকা পানী আৰু তেজ বৰষা ডাৱৰ মিহলি হৈ আছিল। তেজৰ এই আধিক্যত তালাত ক্লান্ত হৈ পৰিল। গোমতী হত্যাকাৰী নৈ। ফুলতো যেন তেজ আছিল। মানুহৰ চকুলৈ তেজ আহিছিল। তেওঁ সঙ্কোচেৰে নিৰ্মলা আৰু হৰিশঙ্কৰলৈ চালে।

## ৩৫

দুই পক্ষৰ ককাই ভাইৰ ভিতৰত যেতিয়া গৃহযুদ্ধ আৰম্ভ হ'ল, তেতিয়া অৰ্জ্জুনে ধেনু দাঙি শ্ৰীকৃষ্ণক ক'লে ঃ "হে জনাৰ্দ্দন ! মোৰ ৰথখন দুয়ো সেনাৰ মাজত থিয় কৰোৱা, যাতে মই কোন পক্ষত যোগ দিয়া উচিত চাব পাৰোঁ।"

শ্ৰীকৃষ্ণই ৰথখন তাৰপৰা নি থিয় কৰাই দিলে। অৰ্জ্জুনে দেখিলে যে দুয়ো সেনাৰ মাজত এজন আন জনৰ ককাক, বাপেক, ককায়েক, দদায়েক, ভায়েক, ভতিজাক, পুতেক, বন্ধু, গুৰু, লগৰীয়া ; এজনে আনজনৰ বিৰুদ্ধে দল বান্ধি থিয় হৈ আছে। 'তেতিয়া কুন্তীৰ পুতেকে দুখত ম্ৰিয়মান হৈ ক'লে—হে কৃষ্ণ! এই দৃশ্য দেখি মোৰ হাত ভৰি অৱশ হৈ পৰিছে। মোৰ ডিঙি শুকাই গৈছে। মোৰ শৰীৰ থৰ্ থৰ্ কৰে কঁপিছে। মোৰ মূৰৰ চুলি থিয় হৈ গৈছে। মোৰ ধেনু মোৰ হাতৰ পৰা খহি পৰিছে। মোৰ শৰীৰ জ্বলি গৈছে। হে কেশৱ, মই পোন হৈ থিয় হ'ব নোৱাৰোঁ। মোৰ মূৰ ঘূৰি গৈছে। মই অমঙ্গলৰ লক্ষণ দেখিছোঁ। হে মাধৱ, মই মোৰ নিজৰ আত্মীয়, নিজৰ বন্ধু আৰু মোৰ গুৰুজনক মাৰিব নোখোজোঁ।

কিয়নো, আত্মীয়তা নষ্ট হৈ গলে প্ৰাচীন পৰম্পৰা শেষ হৈ যাব আৰু অধ্যাত্মৰ অন্তৰ লগে লগে আত্মীয়তা নষ্ট হৈ যাব। নাৰীজাতি সংচৰিত্ৰৰ হৈ নাথাকিব আৰু পূৰ্ব্বপুৰুষৰ প্ৰতিষ্ঠা ধূলিত মিহলি হৈ যাব—ইয়াৰ আদৰ আৰু অনুকৰণ কৰিবলৈ কোনো নাথাকিব। হে মধুসূদন, মই নাজানো আমাৰ দুয়োৰো ভিতৰত কোন শ্ৰেষ্ঠ—মই নে মোৰ শত্ৰু, আমি তেওঁক পৰাজিত কৰা উচিত নে—তেওঁ আমাক।

হে গোবিন্দ !

## ৩৬

## ভাৰতবৰ্ষ—১৯৪৭ চন

## ৩৭

স্ত্রিল ডেৰিক এডৱিন হাৰ্বড এচলেই আকৌ সময়ৰ ওপৰত চকু দিলে। পিকাডেলীৰ টিউব ষ্টেচনত সমগ্ৰ পৃথিৱীৰ সময় সূচোৱা ঘড়ীৰ তলত ঘূৰি ফুৰিবলৈ ধৰিলে, তেওঁ বৰ অসহ্য বোধ কৰিলে। এনেকুৱা ধৰণৰ মিলনত তেওঁৰ সদায় আপত্তি আছিল, তেওঁ চম্পা আহমদক থিয়েটাৰলৈ নিম বুলি কথা

দিছিল আৰু নিজৰ বচন পালন কৰা উচিত আছিল। বিৰক্ত হৈ তেওঁ নিউ ষ্টেটচ্‌মেন এণ্ড নেচন' দুবাৰ পঢ়িবলৈ আৰম্ভ কৰিলে। তাত গৌতম নীলাম্বৰ নামৰ এজন ভাৰতীয়ৰ চিঠি ছপা হৈছিল ভাৰত বিভাজনৰ, যুদ্ধৰ আৰু শান্তি-সমস্যাৰ সম্বন্ধে। সুৰেখা আহুজাৰ ঘৰলৈ গৈ এই বিষয়ে বন্ধু সকলৰে সৈতে কথা পাতিবলৈ স্মিল ব্যাকুল হৈ পৰিছিল।

স্মিল দ্বিতীয় লৰ্ড বাৰ্নফীল্ডৰ সৰু পুতেক! তেওঁৰ ককাক প্ৰথম লৰ্ড স্মিল ডেৰিক এডৱিন এচলেই এই সম্ভ্ৰান্ত বংশৰ ভোঁট স্থাপন কৰিছিল। স্মিলৰ প্ৰপিতামহ চাৰ স্মিল হাৱৰ্ড এচলে এজন দুখীয়া পাদুৰীৰ পুতেক আছিল আৰু ওঠৰশ শতিকাৰ শেষত কেৰেনী কামত বঙ্গদেশলৈ গৈছিল। তাত তেওঁ ইষ্ট ইণ্ডিয়া কোম্পানীৰ কামৰ বাহিৰেও নীলৰ বেপাৰত লাখ লাখ টকা ঘটিলে। কোৱা হয় যে অৱধৰ বাদছাহৰ দৰবাৰতো তেওঁ অনুচিত উপায়েৰে খুব ধন আৰ্জিলে। মৃত্যুৰ আগতে তেওঁ কোনো ৰাজ্যৰ শাসক হ'ল আৰু তেওঁৰ একমাত্ৰ পুতেকে ডাঙৰ হৈ ইংলেণ্ডত ৰবৰৰ বেপাৰ আৰম্ভ কৰিলে। গাঁও আৰু মহল কিনিলে। লৰ্ডৰ উপাধি পালে। লোক সভাত সোমাল আৰু বিধি সন্মত ভাবে অভিজাত বংশত সন্মিলিত হৈ পৰিল। এওঁ প্ৰথম লৰ্ড বাৰ্নফীল্ড আছিল। তেওঁৰ পুতেক দ্বিতীয় লৰ্ড বাৰ্ণফীল্ড দেশ মাতৃৰ অধিক যোগ্য আৰু গৌৰৱ পূৰ্ণ সন্তানৰূপে প্ৰতিষ্ঠিত হ'ল। তেওঁ বৃটেইনৰ বিদেশ বিভাগত ডাঙৰ ডাঙৰ কাম কৰিলে। তুৰ্কী আৰু আফগানক শেষ কৰি পেলালে। ভাৰতবৰ্ষৰ স্বাধীনতা আন্দোলনৰ বিৰুদ্ধে লোকসভাত আইন প্ৰণয়ন কৰিলে, 'ৰিফৰ্ম বিল'ৰ বিৰোধী দলৰ প্ৰকৃত সদস্য ৰূপে। তেওঁ ক'লা বিশেষকৈ অৰ্দ্ধসভ্য ভাৰতীয়ক অন্তৰৰ পৰা ঘিণ কৰিছিল। তেওঁৰ ককাক 'নবাব' স্মিল এচলে বাস্তৱিকতে অতি আচৰিত ধৰণৰ মানুহ আছিল। তেওঁ কুকুৰা নচুৱাইছিল আৰু 'ধোঁৱা-খোৱা'-খাইছিল। তেওঁৰ এখন ছবি 'ৰয়েল-একাডেমীৰ' শিল্পী জুফ্‌নীয়ে আঁকিছিল। ছবি খনত বিৰাট খুটা থকা বাৰান্দাৰ এখন আৰামী চকীত বহি তেওঁ ডাঙৰ 'ধোঁৱা-খোৱা' হুঁপি আছিল। ক'লা সাপৰ নিচিনা এটা দেশী সেবকে পাছফালে থিয় হৈ মৰা পাখিৰ বিচনীৰে বা দি আছিল। এই ছবিখন 'মনৰো'ৰ মাজৰ হলত লগোৱা আছিল।

দ্বিতীয় লৰ্ড বাৰ্নফীল্ড দ্বিতীয় মহাযুদ্ধত জাৰ্মানহঁতৰ বোমাৰ লক্ষ্য হ'ল। তেওঁৰ দুটা ল'ৰা আছিল। বৰ ল'ৰা তৃতীয় লৰ্ড বাৰ্নফীল্ড এতিয়া পৈতৃক ব্যৱসায় আৰু সম্পত্তিৰ অধিকাৰী। স্মিল সৰু পুতেক আছিল।

বাৰ্নফীল্ড পৰিয়ালৰ ভাগ্য এতিয়া বিপত্তিৰ গৰাহত। মালয়ত তেওঁলোকৰ ৰবৰৰ হাবিত কমিউনিষ্ট সোমাই আছে। কেনিয়াত মাও মাৱে উৎপাত আৰম্ভ কৰিছে। ভাৰতবৰ্ষই স্বাধীনতা পালে। ৰবিবাৰৰ দিনা নিজৰ পৈতৃক ভৱন বাৰ্নফীল্ড হলত টিকেট লগাই জনতাৰ কাৰণে মুকলি কৰা হয়। সেই হলত

অনেক বহুমূলীয়া প্ৰাচীন বস্তুৰে ভৰি আছিল। আৰু তাৰ চাৰিওফালে শ শ একৰৰ পাৰ্ক পৰি আছিল। লৰ্ড বাৰ্নফীল্ডক বেপাৰ, জমিদাৰীৰ চিন্তা আৰু আৰ্থিক কষ্টই সময়ৰ আগতে বুঢ়া কৰিলে।

কিন্তু স্নিলে এই সকলো ভৌতিক সংঘৰ্ষৰ পৰা নিশ্চিন্ত হৈ কেম্বিজত দৰ্শন পঢ়ি আছিল। সৰু পুতেক হোৱাৰ কাৰণে তেওঁ সকলো সময়তে নিজৰ জীৱিকা নিজেই অৰ্জ্জন কৰিছিল। তেওঁৰ মাথোঁ এটা অসুবিধা আছিল ; যেতিয়াই তেওঁ ৰোজমেৰীক বিয়া কৰালে, বৰ ককায়েক লৰ্ড বাৰ্নফীল্ডে তেওঁৰে সৈতে সম্বন্ধ বিচ্ছেদ কৰিলে। তেওঁ ভাবিছিল যে লেডী চিনথ্যাৰ সৈতে তেওঁৰ বিয়া পাতিব। ৰাজঘৰীয়া মানুহ তাত সন্মিলিত হ'ব। স্নিল এজন ডিউকৰ জোৱাঁয়েক হ'ব। এই সন্ধিক্ষণত ইংলেণ্ডৰ সম্ভ্ৰান্ত বংশৰ অৱশিষ্ট লোক সকলে এজনে আনজনক এৰা উচিত নহয়। কিন্তু স্নিল—এই বলিয়া ল'ৰাটোৱে সৰ্বনাশ কৰিলে। প্ৰথমতে তেওঁ ভাবিছিল যে ই কমিউনিষ্ট হ'ল, কিন্তু ককায়েকৰ ধাৰণা ভুল আছিল। ৰাজনীতিৰ সৈতে তেওঁৰ কোনো সম্বন্ধ নাই। ঈশ্বৰৰ অনুগ্ৰহত তেওঁ দাৰ্শনিক আছিল। তেওঁৰ স্ত্ৰী ৰোজমেৰী মধ্যবিত্ত শ্ৰেণীৰ ছোৱালী, যাৰ সৈতে তেওঁৰ এটা আৰ্টিষ্টৰ পাৰ্টিত চিনাকি হ'ল। সেই আৰ্টিষ্ট সকলে সমগ্ৰ নিশা উৎসৱ কৰিছিল। এই ছোৱালীজনী ধুনীয়া নাছিল। তেওঁ মূৰ্ত্তি সাজিছিল। বেচেৰী সফল মূৰ্ত্তিকাৰো নহয়, সেই কাৰণে স্নিলৰ বৰ ভাল লাগিল। সম্পূৰ্ণ কুশল কলাকাৰ ছোৱালীবোৰ অতি আচৰিত ধৰণৰ হয়। তেওঁ ৰোজমেৰীক বিয়া কৰালে। লণ্ডনলৈ ফোন কৰি তেওঁৰ ককায়েক আৰু নবৌয়েকক বাতৰিটো দিলে। এফালে ৰোজমেৰী অজ্ঞাত আৰু দৰিদ্ৰ, ইফালে ৰোমান কেথোলিক। লৰ্ড বাৰ্নফীল্ড খঙত জ্বলি উঠিল। কিন্তু স্নিলে ভ্ৰূক্ষেপ নকৰিলে। তেওঁ হেগেল আৰু কাণ্টৰ অধ্যয়নত ৰত হৈ ৰ'ল।

স্নিল কেম্বিজত পঢ়ি আছিল। তেওঁৰ স্ত্ৰীয়ে ষ্টেফৰ্ডচায়াৰৰ এটা চীনা মাটিৰ কাৰখানাত চাকৰি কৰিছিল। কেতিয়াবা কেতিয়াবা নিজৰ আঙুলিত বিয়াৰ আঙঠি দেখি স্নিলৰ অতি আচৰিত লাগে। তেতিয়া তেওঁৰ হঠাৎ মনত পৰে যে তেওঁ বিবাহিত। আৰু তেওঁৰ এজনী তিৰোতাও আছে। ছোৱালীজনী বৰ মৰমিয়াল।

মাহেকত দুই এদিন তেওঁ ৰোজমেৰীক লগ পায়। এদিন তেওঁৰ বৰ আনন্দ হ'ল। কেইজনমান বন্ধুৰ সৈতে এক চিলিঙৰ টিকেট কিনি তেওঁ স্বয়ং নিজৰ ৰাজসিক গৃহত ফুৰিবলৈ গ'ল। তেওঁৰ ককায়েক আৰু নবৌয়েক দক্ষিণ ফ্ৰান্সলৈ গৈছিল। 'হাউচ কিপাৰ' আৰু কাম কৰা মানুহে মহল দেখুৱাই আছিল। তেওঁলোক নতুন মানুহ। স্নিলক কোনেও চিনি নাপালে। তেওঁ সকলো ফালে চালে, আচৰিত কথা যে এইটো ঘৰতেই তেওঁৰ জন্ম হৈছিল।

স্নিলৰ মহল নগৰৰ শেষ সীমাত। চাৰি-পাঁচশ বছৰৰ আগতে ইয়াক সজা,

হৈছিল। বাগিচাত পানীৰ কুণ্ড, 'ৰক গাৰ্ডেন' আৰু 'ডাচ্ ষ্টাইল'ৰ সেউজীয়া ফুলনি। ইটালিয়ান মাৰ্বলৰ মূৰ্তিবোৰ ফুলৰ মাজত থিয় হৈ আছিল, একালত তেওঁ এই বাগিচাত বিশিষ্ট ব্যক্তিৰ দৰে 'টুইড' চুট পিন্ধি ফুৰি ফুৰিছিল আৰু ফুৰি ফুৰি মহলৰ পশ্চিমফালে গৈছিল। তাত বাৰ শতিকাৰ দুগৰাকী সন্ন্যাসিনীৰ কবৰ আছিল কবৰ দুটা এতিয়া খালী হৈ পৰি আছে। তাত শ বথা চন্দুকৰ ঠাইত পকা গাঁত আছিল। আৰু সেই গাঁতত প্ৰায়ে বাৰিষাৰ পানী গোট খাইছিল। লৰালি কালত ষ্টিলে এই কবৰ দুটাৰ কাষত বহি ঘণ্টাৰ পাছত ঘণ্টা জীৱন আৰু মৃত্যুৰ সমস্যাৰ কথা ভাবিছিল।

বাহিৰৰ মানুহৰ কাৰণে এই মহলৰ সৰু সৰু ভাগবোৰতো অলেখ কাহিনী আছিল। কিন্তু ষ্টিলৰ ইয়াত কোনো বিশেষ কাহিনী চকুত পৰা নাছিল।

ধনী শ্ৰেণীয়ে ইমান ডাঙৰ দ্বন্দ্বৰ সৃষ্টি কৰি থৈছিল যে ই অতি হাস্যাস্পদ আছিল। তেওঁ আজোককাক 'নবাব' ষ্টিল হাৱৰ্ড এচলেৰ ব্যক্তিত্বত কোনো বিশেষত্ব নেদেখিলে। কোনে জানে কিমান দুখীয়া ভাৰতীয়ৰ তেজ শুহি তেওঁ এই ধন গোটাইছিল। এনেকুৱা ধৰণৰ বিচাৰ তেওঁৰ মনলৈ কমিউনিজমৰ প্ৰভাৱত নাহে, বৰং এই কাৰণে আহে যে তেওঁ অলপ চুফী প্ৰকৃতিৰ আছিল, সেই কাৰণে যেতিয়া তেওঁ নিজৰ মহলত নিজেই অপৰিচিত দৰ্শক হৈ সোমাল, তেতিয়া এক বিচিত্ৰ শান্তি আৰু সন্তোষ অনুভৱ কৰিলে। তেওঁৰ ভয় আছিল যে তেওঁ যেন ক'ৰবাত আন আধুনিক বুদ্ধবাদীৰ দৰে ৰোমান কেথোলিক হৈ নাযায়। অস্তিত্ববাদৰ পূজাৰীক এই স্বাধীনতাৰ পৰিভাষাৰ অতি গভীৰ অৰ্থ বুজোৱা হয়। ইয়ালৈ আহি উপনিষদৰ অৰ্থও বুজিব পৰা যায়।

ষ্টিল এচলে বাস্তৱিকতে আধুনিক মানুহ আছিল—এই যুগৰ সকলো মানসিক দ্বন্দ্ব, আধ্যাত্মিক অতৃপ্তি আৰু ভাৱনাত্মক অসন্তোষ আৰু সন্দেহৰ বাহক।

ৰোৰিং টুৱেনটিজ ( roaring twenties )-ৰ যুগ তেওঁৰ বাল্যকাল আছিল। ৩০ ৰ পৰা ৩৯ চনত তেওঁ বুজন হ'ল। লণ্ডনত তেওঁলোকৰ 'টাউন হাউচ'ত প্ৰায়ে কলাকাৰ আদিৰ সমাৱেশ হয়। কলাকাৰ সকল তেওঁৰ মাহীমাক লেডী এলনক লগ পাবলৈ আহে। এই ৰক্ষণশীল পৰিয়ালত বিয়া হৈও মাহীমাক আধুনিক আন্দোলনৰ পক্ষপাতী আছিল। এইটো বৰ বিচিত্ৰ যুগ—ডেলী ৱাৰ্কাৰচ আৰু বাঁওপন্থী সকলৰ যুগ। ব্লুমজবৰীইঁত ফাচিস্ত বিৰোধী আছিল। ওডন ডে লুইচ আৰু স্পেণ্ডৰ প্ৰগতিশীল গুৰু হৈ পৰিছিল। এইটো ক্ৰিষ্টাফৰ বুড, চেড্ৰিক, মাৰিচ আৰু বেল নিকলচনৰ চিত্ৰকলাৰ যুগ আছিল। কলা, সাহিত্য, নাটক, সঙ্গীত, বেলে নৃত্য, ইণ্টীৰিয়ৰ ডেকৰেচন, সকলো বস্তুতে নৱীনতাৰ আন্দোলন চলোৱা হৈছিল। ষ্টিলক ৰেণ্টেষ্টৰৰ পৰা ( মই কেতিয়াও ইটনলৈ যোৱা নাই। ৰেণ্টেষ্টৰো সিমান ভয়ানক আছিল ) কেম্ব্ৰিজলৈ পঠোৱা

হ'ল, আৰু তাত তেওঁক চিডনী চচেক্স কলেজত ভৰ্ত্তি কৰোৱা হ'ল। আকৌ অবিৰাম মনোৰঞ্জন, অহৰহ মানসিক দ্বন্দ্ব আৰু কল্পনা বিচৰণৰ ক্ষণ উপস্থিত হ'ল। সোনকালে যুদ্ধ আৰম্ভ হ'ল আৰু বোমাৰু পাইলট হৈ তেওঁ সুন্দৰ জাৰ্মান নগৰক নষ্ট ভ্ৰষ্ট কৰি পেলালে। য'ত তেওঁৰ প্ৰিয় দাৰ্শনিক, কবি আৰু সঙ্গীতজ্ঞৰ জন্ম হৈছিল।

ইয়াৰ পাছত তেওঁ আকৌ কলেজলৈ উলটি আহিল। এইখন যুদ্ধৰ পাছৰ পৃথিৱী আছিল। কালিৰ শত্ৰু আজিৰ মিত্ৰ হ'ল আৰু কালিৰ বন্ধু আজিৰ ভয়ানক শত্ৰু হৈ পৰিল। এচিয়াৰ নক্সা দ্ৰুতগতিত পৰিৱৰ্ত্তন হ'ল। শান্তিৰ জয় ঘোষণা কৰা হ'ল। তৃতীয় মহাযুদ্ধৰ আয়োজন হ'ল। কালিৰ প্ৰগতিশীল মানুহ আজিৰ অন্ধবিশ্বাসী প্ৰতিগামী হৈ পৰিল। কোনো ক্ষেত্ৰতে কোনো স্থিৰতা অৱশিষ্ট নাথাকিল, সময় অবাস্তৱিক আছিল। সকলো সময়েই অবাস্তৱিক। কেম নৈৰ পাৰে পাৰে ফুৰি তেওঁ ভাবে। মানসিক দ্বন্দ্বৰ প্ৰতিযোগিতা আকৌ আৰম্ভ হ'ল। যুদ্ধৰ ভয়াবহতা আৰু মানুহৰ ধূৰ্ত্ততা দেখাৰ পাছত স্ত্ৰিল অধিক কঠোৰ হৈ পৰিল। মাইকেল আৰু ডেনিচ তেওঁৰ লগৰীয়া আছিল। মাইকেল আছিল ইহুদী। ডেনিচো মাইকেলৰ দৰে মধ্যবিত্ত শ্ৰেণীৰ। ডেনিচৰ কবিতাৰ প্ৰতি অনুৰাগ আছিল।

ইয়াৰ বাহিৰে আৰু বহুতো ল'ৰা আছিল, ক'লা ল'ৰা, ইউৰোপীয়ান ল'ৰা আৰু ছোৱালী, নিজৰ দেশৰ ছোৱালীবোৰে কেতিয়াও স্ত্ৰিলক আকৰ্ষিত কৰা নাছিল! কিয়নো, তেওঁলোক সকলো একেধৰণৰ আছিল। দ্বিতীয় মহাযুদ্ধৰ পাছত এনেকুৱা এক মহান যুগ আহিল য'ত সমগ্ৰ পৃথিৱীয়ে "আন্তঃৰাষ্ট্ৰীয় মৈত্ৰী, ভ্ৰাতৃ প্ৰেম আৰু সাংস্কৃতিক সমন্বয়" (এই সকলো আড়ম্বৰপূৰ্ব প্ৰবঞ্চনা আছিল)ৰ যুগত প্ৰৱেশ কৰিলে। ইংলেণ্ডত শিক্ষা ল'বলৈ পৃথিৱীৰ চাৰিওফালৰ পৰা নানাধৰণৰ ছোৱালীবোৰ আহিছিল—ক'লাছোৱালী, হালধীয়া অৰ্থাৎ সুদূৰ পূবৰ ছোৱালী আৰু নিগ্ৰো ছোৱালী।

নিজৰ দেশৰ ছোৱালীৰ ভিতৰত ৰোজমেৰী আছিল। তেওঁক স্ত্ৰিলে বিয়া কৰাইছিল। এতিয়া বিভিন্ন দেশৰ "সাংস্কৃতিক সন্ধিয়া"ৰ ক্ৰম আৰম্ভ হ'ল, এচিয়াৰ বিভিন্ন বিদ্যাৰ্থী গোট খাই অতি যত্নেৰে বগা বিদ্যাৰ্থী সকলক নিজৰ নিজৰ সাংস্কৃতিক প্ৰাচীনতাৰ প্ৰমাণ দিলে।

'প্ৰাচ্য নৃত্য' হ'ল, কবিতা আবৃত্তি কৰা হ'ল, বেসুৰা বাদ্য বজোৱা হ'ল। সুদূৰ পূৰ্ব আৰু মধ্য পূৰ্বৰ খেল চাই তেওঁৰ সোনকালে আমনি লাগিল। আৰু তেওঁ নিজৰ কোঠালৈ ঘূৰি আহিল। কোনোবাই তেওঁক ক'লে যে থাইলেণ্ড বাসীয়ে আৰু ইণ্ডোনেচিয়া বাসীয়ে সাংস্কৃতিক সন্ধিয়া কৰিছে। তেওঁৰ এনে লাগিল যেন খিড়িকীয়েদি জপিয়াই বাহিৰলৈ ওলাই যাব! "জানা নে স্ত্ৰিলে এচিয়াৰ পৰা আত্মৰক্ষাৰ পথ উলিয়াই লৈছে?"

ডেনিচে এদিন বৰ ভয়ানক ধৰণে ৰহস্য উদ্ঘাটন কৰিলে।

এতিয়া এটা নতুন দল কেম্ব্রিজলৈ আহিল। এওঁলোক ভাৰতীয়। এওঁলোক লক্ষ্ণৌৰ পৰা আহিছিল, নকৈ অহা এই ক'লা মানুহবোৰৰ সৈতে তেওঁৰ ভালেমান দিন দেখা নহ'ল, যদিও তেওঁ শুনিছিল যে এওঁলোক বৰ স্পষ্টবাদী আছিল।

সপ্তাহৰ শেহত তেওঁ লণ্ডনলৈ গৈছিল। তাত তেওঁ কেইজনমান বন্ধুৰ সৈতে সাংস্কৃতিক সন্ধিয়া হৈ থকা এনেকুৱা এখন ঠাইলৈ গ'ল। এই সন্ধিয়াৰ আয়োজন ভাৰতীয় সকলে কৰিছিল। অতি শিষ্টাচাৰ আৰু সম্ভ্ৰমৰ সৈতে তেওঁলোক জোতা খুলি মজিয়াত বহি পৰিল। হয়তো ঠাকুৰ জয়ন্তী পতা হৈছে। ডেনিচ তৎক্ষণাৎ ধ্যানস্থ হ'ল। মানুহৰ মাজত তীব্ৰ আধ্যাত্মিক বাৰ্তাৰ বিয়পি পৰিল। স্মিলে তেওঁৰ পটলুনৰ ভাজৰ চিন্তাত ব্যস্ত আছিল। ইয়াৰে ভালকৈ আঁঠু কাঢ়ি বহিব নোৱাৰি। তেওঁ উদাস ভাৱে সেই ইংৰাজ জনক চালে। ইংৰাজজনে এক প্ৰশান্তিৰ ভাব লৈ সাধুৰ দৰে মজিয়াত বহি আছে। তেওঁলোক নো কোন—তেওঁ ভাবিলে।

এনেতে এজনী ক্ষীণ ছোৱালী মঞ্চলৈ আহিল আৰু কিবা ঘোষণা কৰিলে।

স্মিলে একো নুশুনিলে, কিয়নো বৰ জোৰেৰে হাত চাপৰি বাজিল। হলটো তেনেকুৱা ছোৱালীৰে ঠাহ খাই আছিল। নানা ধৰণৰ ল'ৰাই নিজৰ নিজৰ বন্ধু সকলৰ সৈতে এক পৰিয়ালৰ দৰে একেলগে মজিয়াত বহি কথা-বতৰা পাতি আছিল।

এই ছোৱালীবোৰৰ ভিতৰত স্মিলে কোনো নবীনতা নেদেখিলে। এওঁলোক যদি ৰোম আদি ঠাইলৈ গুচি যায় তেন্তে বেছি ভাল হয়। ইটালী আৰু ফ্ৰান্সত এওঁলোকৰ কাৰণে অধিক সুযোগ আছে। তেওঁ ইয়াকে ভাবিলে, কিয়নো তেতিয়া তেওঁৰ মনলৈ আৰু আন কোনো চিন্তা অহা নাছিল। ঠাকুৰৰ সম্বন্ধেও তেওঁ একো ভাবিব খোজা নাছিল। মধ্যবিত্ত শ্ৰেণীৰ ভাবুক যোগী। তেওঁ অতি বিষয়ী লোকৰ দৰে ভাবিলে। (এই সময়ত তেওঁ পশ্চিমী খৃষ্টান আৰু পশ্চিমী ইউৰোপীয়ান সভ্যতাৰ পক্ষপাতী হৈছিল।)

এনেতে ক'লা সাড়ী পিন্ধা এগৰাকী শকত মহিলা মঞ্চলৈ আহিল। এই মহিলাই অতি দৰদী কণ্ঠত ঠাকুৰৰ এটা গীত গাবলৈ আৰম্ভ কৰিলে।

"এওঁ কোন জানা নে?" ডেনিচে অতি গৰ্বেৰে স্মিলক সুধিলে।

"নাজানিলেও নো তাত ক্ষতি কি? এওঁ ভাৰতীয় সংস্কৃতিৰ প্ৰতিনিধি হ'ব— তেওঁ ক'ব, আণৱিক তথ্যক সৰ্বপ্ৰথম শঙ্কৰাচাৰ্য্যই দাঙি ধৰিছিল।" স্মিলে বিৰক্তিৰে ক'লে।

"এওঁ মিছেচ সুজাতা মুখাৰ্জী।" ডেনিচে অতি ৰহস্যময় ভঙ্গিত ক'লে।

"ইয়াৰ সাংবাদিক সকলৰ ওপৰত এওঁৰ বৰ প্ৰভাৱ। তুমি যদি

'অবজাৰভাৰ'ৰ প্ৰতিনিধি হৈ ভাৰতলৈ যাব খোজা, তেন্তে এওঁক প্ৰভাৱিত কৰা।"

স্ত্ৰিলৰ সন্মুখত যি সমস্যা আছিল তাৰ ভিতৰত আজীৱিকাও অন্যতম। শিক্ষা শেষ কৰাৰ পাছত তেওঁ কি কৰিব? বি বি চি? তেওঁৰ নিচিনা চিন্তাশীল ইংৰাজলোকেৰে ই আগতেই ভৰি আছে। কোনো বোলছবিৰ কোম্পানীত কাহিনী ৰচনা, ইয়াতো সম্ভাৱনা কম। কিয়নো ইংৰাজ প্ৰযোজকে আমেৰিকাৰ সহযোগত চিনেমা কৰিছে। আৰু প্ৰতিজন খাটি ইংৰাজৰ দৰে আমেৰিকানৰ প্ৰতি স্ত্ৰিলৰ আন্তৰিক ঘৃণা আছে! শিক্ষা বিভাগ? তেওঁ কেতিয়াও কলেজৰ ল'ৰাবোৰ নপঢ়ায়। ঔপনিৱেশিক চাকৰি? নহয়, সিও নহয়। কেৱল সাংবাদিকতাই একমাত্ৰ উপায়, য'ত আশ্ৰয় পোৱা যায়, কিন্তু ইয়াতো বৰ প্ৰতিযোগিতা।

প্ৰগ্ৰেম শেষ হোৱাৰ পাছত ডেনিচ উঠি শ্ৰীমতী সুজাতা দেৱীৰ ওচৰলৈ গ'ল, যি 'অবজাৰ ভাৰ'ৰ বিলক্ৰেগৰ সৈতে কথা পাতি আছে।

"হেল্লো ডেনিচ", তেওঁ মিচিকিয়াই ক'লে।

"মিছেচ মুখাৰ্জ্জী, আমাক আপোনাৰ ঘৰলৈ নি কফি নুখুৱায়?" ডেনিচে ক'লে।

"নিশ্চয়, সকলোবোৰ আহক।"

এটা বৰ ডাঙৰ দল তেওঁৰ লগত যাবলৈ সাজু হ'ল। তেওঁলোক সকলোৱে কাজী নজৰুল ইচলামৰ জয়ন্তী পালনৰ সম্বন্ধে কথা-বতৰা পাতিছে। স্ত্ৰিলৰ এই ভিৰ বৰ ভাল লাগিল। এওঁলোকে এখন বিশেষ পৃথিৱী সৃষ্টি কৰিছে। তেওঁলোকৰ নিজা বৈশিষ্ট্য আছিল—নিজৰ ব্যস্ততা। তেওঁলোকৰ মাজত বিয়া-বাৰুও হৈছিল। অৰ্থাৎ এই লণ্ডনৰ এচুকত ভাৰতীয় লণ্ডন জীপ পাই উঠিছিল। "ব'লা, ব'লা"! তেওঁলোক সকলো চিঞৰ-বাখৰ কৰি বাহিৰলৈ আহিল।

শ্ৰীমতী মুখাৰ্জ্জীৰ ফ্লেট 'টেলচী'ৰ এটা অতি আড়ম্বৰপূৰ্ণ ঘৰ। তেওঁলোক তালৈ গ'ল। ছোৱালীবোৰে স্ত্ৰিলৰ সৈতে কোনো শিষ্টাচাৰ নকৰাকৈ কথা পাতিবলৈ আৰম্ভ কৰি দিলে। এওঁলোকৰ ভিতৰত এজনীৰ নাম তালাত আছিল, আনজনীৰ নাম নিৰ্ম্মলা। ল'ৰাবোৰৰ নাম তেওঁৰ মনত নাই। এই ছোৱালী দুজনী এইবাৰ কেম্ব্ৰিজত ভৰ্ত্তি হৈছে বুলি জানিব পাৰিলে।

শ্ৰীমতী মুখাৰ্জ্জী পূৰ্ববঙ্গৰ ফৰিদপুৰৰ আছিল। তেওঁ সংস্কৃতিৰ পূজাৰিণী আছিল। কিন্তু বিয়াৰ পাছত স্বামীৰ সৈতে মনোমালিন্য হ'ল। শ্ৰীমতী মুখাৰ্জ্জী বহুত দিনৰ পৰা লণ্ডনত আছে। তেওঁৰ পুতেক পেৰিচৰ কলাকাৰ আছিল।

আগৰ বাৰ স্ত্ৰিল যেতিয়া লণ্ডনলৈ গ'ল, তেতিয়া শ্ৰীমতী মুখাৰ্জ্জীৰ ঘৰৰ পোৰ্টৰে তেওঁ জেনেভালৈ গৈছে বুলি ক'লে। তেওঁ বাহিৰলৈ ওলাইছিল, এনেতে এজনী ছোৱালী লগ পালে। তেওঁ চিনি পাই অকণমান মিচিকিয়ালে, "হেল্লো" বুলি তেওঁক ক'লে।

ম্রিলৰ মনত পৰিল—এওঁ সেইজনী ছোৱালী যি সেইদিনা ঠাকুৰ জয়ন্তীত মঞ্চত ঘোষণা কৰিছিল। এওঁ সেইজন ল'ৰা, যাক ডেনিচে কোনো লৰ্ডৰ ল'ৰা বুলি কৈছিল। চম্পাই মনত পেলালে, "ময়ো মিছেচ মুখাৰ্জীক লগ পাবলৈ আহিছিলোঁ। কিন্তু জেনেভালৈ গ'ল। আপুনি ইয়াত পঢ়ে?"

"নহয়, মই পেৰিচত থাকোঁ। আপুনি নিৰ্মলা শ্ৰীবাস্তৱক চিনে? তেওঁ গৰ্টন কলেজত আছে।"

"হয়, মই মিচ্ শ্ৰীবাস্তৱক ইয়াতে লগ পাইছিলোঁ।"

"আৰু কামাল ৰজা?"

"সুৰেখা দেৱীৰ মুখত তেওঁৰ বিষয়ে শুনিছোঁ। এতিয়াও লগ পোৱাৰ সুযোগ হোৱা নাই।"

প্ৰথমতে পোন্ধৰ-বিছ মিনিট প্ৰায়েই এনেকুৱা ধৰণে যায়—আপুনি অমুকক জানে নে, আপুনি তমুকক চিনে নে। "আপুনি নাগিচ কাৰচজীক জানে নে?" চম্পাই উচ্চ স্বৰত সুধিলে।

"ওহোঁ মই কাকো নিচিনো। কিয়নো মোৰ বন্ধুত্বৰ পৰিধি ডেনিচৰ দৰে বিশাল নহয়।"

চম্পাই খিল খিল কৰে হাঁহিলে। "মই ভাবিছিলোঁ যে আপুনি চাগৈ তৰুণ আশুতোষক লগ পাইছে।"

ৰেলচীৰ আণ্ডাৰ গ্ৰাউণ্ড পালেহি।

"বাৰু হয়তো আকৌ কেতিয়াবা আপোনাৰ লগত কেম্ব্ৰিজত সাক্ষাত হ'ব যদি আপুনি কেতিয়াবা তালৈ যায়।"

"গুড বাই।" তেওঁ দ্ৰুত পদেৰে বেগাই একচলেটৰলৈ নামি আহিল। আধা ঘণ্টাৰ পৰা তেওঁ পিকাডেলীৰ আণ্ডাৰ গ্ৰাউণ্ডত চম্পাৰ প্ৰতীক্ষাত ঘূৰি ফুৰিছিল। যোৱা দু বছৰত চম্পাৰ সৈতে তেওঁৰ কেবাবাৰো সাক্ষাৎ হৈছিল, আজি চম্পাই তেওঁক বতৰা দিলে যে তেওঁ পেৰিচৰ পৰা লণ্ডনলৈ আহিছে। আৰু সুৰেখাৰ ঘৰত সকলোৰে খোৱাৰ নিমন্ত্ৰণ আছে।

সুৰেখাৰ তালৈ গৈ তেওঁৰ স্বামী গুলচনৰ সৈতে তৰ্ক কৰিবলৈ ম্রিল অধীৰ হৈ আছিল। সাংবাদিক গৌতম নীলাম্বৰে ভাৰত বিভাজনৰ সকলো দোষ ইংৰাজৰ ওপৰত আৰোপ কৰিছে। সুৰেখাই কৈছিল যে এই গৌতম নীলাম্বৰ অতি স্পষ্টবাদী মানুহ, অলপতে মস্কোৰ পৰা বদলি হৈ ইয়ালৈ আহিছে। ম্রিলে ইণ্টাৰ নেচনেল টাইম"ৰ তলত ফুৰিবলৈ ধাবিলে।

কেম্ব্রিজৰ দোকানৰ পৰা ওলাই নির্ম্মলাই ফিট্‌ছ উইলিয়াম লাইব্রেৰীৰ ফালে গৈছিল, এনেতে তেওঁ গোতম নীলাম্বৰক দেখিলে।

"নির্ম্মল! মই যে তোমাক চাৰিওফালে বিচাৰি ফুৰিছোঁ", গোতমে জাঁপ মাৰি তেওঁৰ ফালে আহি ক'লে। "পিছে, কামালে ক'লে, হয়তো তুমি এতিয়া লাইব্রেৰীত আছা। কেনে আছা—কি খবৰ ?"

নির্ম্মলাই চকু জপালে। গোতমে সন্মুখত থিয় হৈ তেওঁৰে সৈতে কথা পাতিছিল।

"তুমি ইয়ালৈ কেনেকৈ আহিলা ?"

"লণ্ডনৰ পৰা আহিছোঁ তোমালোকক লগ পাবলৈ।" তুমি হেনো ফৰেন চাৰ্ভিচত আছা ? নির্ম্মলাই সুধলে। "হয়, ঠিকেই শুনিছা।"

"সুখী হৈছা ?"

"এৰা", গোতমে ক'লে।

কথা শেষ হ'ল, গোতমে দেখিলে নির্ম্মলাজনী ডাঙৰ হ'ল। ধীৰ, গম্ভীৰ। "লাইব্রেৰীৰ পৰা ব'লা। কামাল আৰু তালাতে কহিনুৰত লগ পাম বুলি কৈছে।"

নির্ম্মলা নীৰৱে তেওঁৰ লগত গ'ল, কাষেদি ক'লা গাউন পিন্ধা বিদ্যাৰ্থীৰ দল এটা গৈ আছিল। নির্ম্মলাই গোতমক কৈ গৈছিল যে সেইজন ষ্টিল এচ্‌লে, ইয়াৰ সোণালী চুলিৰ ল'ৰা। এৰোঁ এই সময়ৰ আচৰিত মানুহ। অপ্রতিদ্বন্দ্বী। এওঁ চম্পাৰ শিষ্য হৈছে।

"হয় নেকি ? চম্পাক তোমালোকে লগ পোৱা ?"

"প্রায়েই।"

"সুখী নে ?"

"কেনেকৈ কম—সুখ যে বৰ ৰিলেটিভ বস্তু।"

গোতম নীৰৱ হ'ল, তেওঁ কিং কলেজৰ সন্মুখেদি পাৰ হৈ গ'ল। পাতল নিয়ৰ পৰিছিল।

"মোৰ এনে লাগে", নির্ম্মলাই ক'লে, "কেই বছৰমান পাছত চম্পাও শ্রীমতী সুজাতা মুখাৰ্জ্জীৰ নিচিনা হ'ব। ই কিমান দুখৰ কথা হ'ব! তুমি মিচেছ্ মুখাৰ্জ্জীক জানা ?"

"সময়ে আঘাত দি নীৰৱে আঁতৰি যায়। কিমান দুখৰ কথা", নির্ম্মলাই আকৌ ক'লে, গোতম এতিয়াও মৌন হৈ ৰ'ল", পোন্ধৰ বিছ বছৰৰ আগতে চাগৈ সুজাতা দেবী কেনেকুৱা আছিল। মানুহে তেওঁৰে সৈতে দুই এষাৰ কথা পতাও সৌভাগ্য বুলি ভাবিছিল। এতিয়া বেচেৰীয়ে নিজৰ পুতেকৰ বয়সীয়া ল'ৰাক ধৰি লৈ যায়—নিজৰ ঘৰত কফি খুৱাবলৈ। কিতাপ লিখে—ফ্লীট ষ্ট্রীটত প্রসিদ্ধ হৈছে।

কিন্তু কেৱল জানো তেওঁৰ কিতাপ আৰু তেওঁৰ নামে তেওঁব জীৱন পূর্ণ কৰিব? চম্পাও এদিন এনেকুৱা হৈ যাব, যদিও দোষ তেওঁৰ নহয়। সময়ে তেওঁক আঘাত দিলে, তেওঁ আনক আঘাত দিবলৈ চেষ্টা কৰিছে। গৌতম চমকি উঠিল। তেওঁ নির্মলাক ভালকৈ চালে। নিৰ্ম্মলাৰ চকুত এটোপ বৰষুণ পৰিল, তেওঁ ৰুমালেৰে নিজৰ মুখ মচি ক'বলৈ ধৰিলে—

"এইটো স্লিলৰ মায়াজাল, কিয়নো তেওঁ লৰ্ড এচলেৰ পুতেক। যিদৰে তুমি চাৰ দীপ নাৰায়ণ আৰু ভাই চাহাব চাৰ জকী বাহাদুৰৰ পুত্ৰ।"

"নির্মল, তুমি চম্পাৰ সৈতে অতি অন্যায় আচৰণ কৰিছা।" গৌতমে লাহেকৈ ক'লে।

"নহয় গৌতম। প্ৰকৃততে ইয়াৰ বাহিৰেও চম্পা নিৰাশ হৈ পৰিছে আৰু আমাকো নিৰাশ কৰি তুলিছে। কালি কামালে কৈছিল যে কি হ'ল, লাহে লাহে দেখোন চম্পাৰ যাদু নাইকিয়া হৈ আহিছে। এই বিষয়ে তালাতেও ঠিক কথাই ক'লে। তেওঁ ক'লে যে চম্পা আগৰ দৰেই আছে, আমিহে ডাঙৰ হৈ গৈছোঁ।" গৌতমে উদাস হৈ তেওঁলৈ চালে। নিৰ্ম্মলাই কৈ যাবলৈ ধৰিলে।

"পেৰিচত আছিল, কিন্তু কাম শেষ নকৰাকৈ ইংলেণ্ডলৈ গুচি আহিল। এতিয়া শুনিছোঁ যে লণ্ডনৰ ক'ৰবাত চাকৰি পাইছে আৰু এতিয়া ইম্লাতো ভৰ্তি হ'ব খুজিছে। নিজৰ বিষয়ে কোনো সিদ্ধান্ত কৰিব নোৱাৰে। সীমা বুজিব নোৱাৰে। গৌতম, চম্পা সেই সকলৰ মাজৰ, যি সদায়েই কোনো নহয় কোনো অনুভূতিশীল সহায়ৰ সন্ধান কৰে।" জীজছ লেনৰ পৰা ট্ৰাম্পেটৰ শব্দ শুনা গৈছিল, গৌতম থমকি ৰ'ল।

"কোনে জানো প্ৰায়ে বৰ উদাস সুৰ বজায়।" নিৰ্ম্মলাই ক'লে।

"ভাইচাহাবো লণ্ডনত, পাকিস্তান হাউচত ৰাজনীতিবিদ হৈ আছে। সেই কাৰণে আমাক লগ নধৰে।"

এতিয়া তেওঁ 'কহিনুৰ' লৈকে আহিছে।

"গৌতম।" নিৰ্ম্মলাই ভাবি সুধিলে, "মানুহ ইমান অপদাৰ্থ হয় কিয়?"

তেওঁ মৌন হৈ ৰ'ল। বাটৰ কাষত অসংখ্য হালধীয়া ফুল ফুলি আছিল। বৰষুণৰ টোপালবোৰে কেমৰ পাৰত জলতৰঙ্গ বজাইছিল।

"নিৰ্ম্মলা।" গৌতমে বৈ মাতিলে।

"কোৱাঁ।"

"তুমি মোক বিয়া কৰাবা?"

"কেতিয়াও নকৰাওঁ।"

"কিয় নিৰ্ম্মল?" তেওঁৰ কণ্ঠ বুদ্ধ হ'ল।

"এই কাৰণে", নিৰ্ম্মলাই অতি স্পষ্ট আৰু গম্ভীৰ কণ্ঠেৰে ক'লে—

"তুমিও এক অপদাৰ্থ মানুহ। আহাঁ, ভিতৰলৈ ব'লা, বৰষুণত নিতিতিবা।" সঁচাকৈয়ে ডাঙৰ হৈ গৈছে। দুয়ো ভোজনালয়ৰ ভিতৰলৈ গ'ল।

# ৩৯

ৰাতিপুৱা ছয় বজাত চম্পা উঠি বহিল। নিশা দুই বজালৈকে তেওঁ সুৰেখাৰ ঘৰত গল্প কৰি আছিল। মানুহেনো বাবু ইমান কথা পাতে কিয়? বাথৰুমৰ পৰা জীন কাৰ্টৰে মূৰ উলিয়াই চালে, "আজি তোমাৰ চাকৰিৰ প্ৰথম দিন নহয়। সোনকালে ওলোৱা।" আকৌ জলপান খাই তেওঁ বাছত বহিল আৰু চেণ্ট জনচ্ বুড পালেহি। বিল ক্ৰেগৰ ফ্লেটলৈ গৈ তেওঁ ঘণ্টা বজালে। "কাম ইন" কোনোবাই ভিতৰৰ পৰা ক'লে। তেওঁ সাহসেৰে ভিতৰ সোমাল। কোঠালিত জুইৰ কাষত এটা এলচেচিয়ান কুকুৰ উদাস হৈ বহি আছিল। বিলে চোফাত বাগৰি কিবা পঢ়ি আছিল। "হেল্লো মাই ডিয়েৰ—কি খাবা?"

"একো নালাগে। ধন্যবাদ।" চম্পাই ক'লে।

"প্ৰুফ্ পঢ়িব পাৰা?" বিলে নিসঙ্কোচে তেওঁৰ সম্মুখত এটা টোপোলা দিলে। তাৰ পিছত ৰান্ধনি শাললৈ গৈ খুট্ খাট্ কৈ শব্দ কৰিবলৈ ধৰিলে।

শান্তা ক্ৰেগে কাশ্মীৰী পাটৰ সাড়ী আৰু ক'লা কাৰ্ডিগান পিন্ধি খটখটীৰ পৰা নামিল। খটখটীখন কোঠালিৰ এচুকত আছিল। চম্পাই দেখিলে শান্তা বৰ সুন্দৰ। ক্ষিপ্ৰগতিত তেওঁ টাইপ ৰাইটাৰত গৈ বহি পৰিল; নাজানো নিজৰ স্বামীক 'তালাক' দিয়াৰ পাছত গৌতমক বিয়া নকৰাই বিলক বিয়া কৰালে কিয়? জীৱনটো অতি শৃঙ্খলাহীন—চম্পাই আচৰিত হৈ ভাবিলে।.....গুড মৰ্ণিং মিছেচ ক্ৰেগ।" তেওঁ শিষ্টতাৰে ক'লে। "মই গৌতমৰ পৰা তোমাৰ বিষয়ে বহুত কথা শুনিছোঁ। এই পৃথিৱীখন বৰ সৰু," শান্তাই টাইপ কৰি ক'লে। বিলে কফিৰ ট্ৰেখন দাঙি ল'লে। চম্পাই অনুভৱ কৰিলে যে শান্তা যিমান অহঙ্কাৰী. বিল সিমান নম্ৰ। "ফ্ৰেঙ্ক বাচেও তোমাক খুব পছন্দ কৰিছে।" তেওঁ চম্পাক ক'লে।

"ফ্ৰেঙ্ক বাচে?" চম্পাই সুধিলে। বিলে এলচেচিয়ানৰ ফালে ইঙ্গিত কৰিলে। আকৌ তেওঁ কাগজৰ টোপোলাটো লৈ প্ৰেছলৈ যাবলৈ সাজু হ'ল। বিলৰ প্ৰকাশন ভৱনত প্ৰুফ ৰীডাৰৰ চাকৰিৰ চম্পাৰ এইটো প্ৰথম দিন।

"তোমাৰ জীৱনৰ আঁচনি কি?" বিলে 'লাঞ্চৰ ছুটীত তেওঁক সুধিলে। তেওঁ মানুহৰ প্ৰুফো পঢ়িছিল।

"এইটো বৰ কঠিন প্ৰশ্ন।"

"তুমি বৰ অশান্ত নেকি?"

"এৰা।"

"তুমিও ফান্দত পৰিছা নেকি?"

"হয়।"

বিলে মুখ ঘূৰাই মনে মনে থাকিল। সকলো জালত পৰিছিল, তেওঁ আৰু তেওঁৰ স্ত্ৰী শান্তা—যি পোনতে শ্ৰীমতী শান্তা নীলাম্বৰ আছিল। ইংৰাজী তথা মাৰাঠী উপন্যাস লিখিছিল। স্লিল এচলে আৰু আন সকলো লেখক সাহিত্যিক বুদ্ধিজীৱী, সমগ্ৰ পশ্চিমৰ মানুহ আৰু পশ্চিমী ইউৰোপীয়ান সভ্যতা আৰু নতুন এচিয়া।" যাৰ প্ৰতিনিধি ইয়াত উপস্থিত আছে; আৰু যি বিভিন্ন নৰকৰ মাজত শূন্যত ওলমি আছে। খৃষ্টান, মুছলমান, হিন্দু আৰু বৌদ্ধ আত্মাই ইয়াত বহুতো কষ্ট সহ্য কৰে। তেওঁলোক সেই সময়ৰ লোক যাৰ সম্বন্ধে টোয়েন্‌বীয়ে দহখন কিতাপ লিখি পেলাইছিল—তথাপিও আজিলৈকে কোনো সন্তোষজনক তত্ত্ব বিচাৰি পোৱা নাছিল।

নতুন ভাৰতে নিজৰ আধ্যাত্মিক শ্ৰেষ্ঠতা আৰু নিজা সাংস্কৃতিক উচ্চতাৰ পৰম্পৰা স্থায়ী কৰিছে। এইখন প্ৰচাৰৰ পৃথিৱী আছিল। কাকত, আলোচনী আৰু সাংস্কৃতিক বিষয়বোৰৰ প্ৰচাৰ পত্ৰ আৰু কিতাপত ছপা হোৱা কোটি কোটি শব্দৰ পৃথিৱী। বিল শব্দ ব্যৱসায়ী আছিল। তেওঁ শব্দৰ শক্তি আৰু শব্দৰ ৰিক্ততা বিশ্বাস কৰিছিল। তেৱোঁ জালত বান্ধ খাই আছিল। তাৰ পৰা ওলাবলৈ কোনো বাট নাছিল। এটা বাট আছিল, কিন্তু সি বৰ ভয়ানক। বিলে চম্পাক চালে। "তুমি কেতিয়াও কমিউনিষ্ট হোৱা নাই?" তেওঁ মনে মনে বহি আলু খাবলৈ ধৰিলে।

"তুমি গল্প লিখা। মই তোমাৰ ভৱিষ্যত গঢ়িম। এই সময়ত ভাৰতৰ সম্বন্ধে লিখা উপন্যাসৰ বৰ প্ৰয়োজন। আৰ, কে, নাৰায়নক চোৱা, তুমিও লিখা, বুজিছা?"

তেওঁ নিৰ্ণয়াত্মক ভঙ্গিৰে ক'লে।

"হয় নেকি? সেইটো কেনেকৈ সম্ভৱ? তোমাৰ দলত দেখোন বহুতো লেখক আছে।"

"মোক মোৰ দলৰ বোৰৰ দৰে বুলি নাভাবিবা।"

"বাৰু, তোমাৰ এইটোও এটা ধাৰণা আছে যে তুমি ব্যক্তিগত বিষয়ত স্বতন্ত্ৰ। এই ধাৰণা ভালেই।" বিলে উত্তৰ দিলে।

এইটো "চুজেকা চৰাই ঘৰ" আছিল, তাতে বহুতো পৰিচিত লোক দুপৰীয়া খাবলৈ আহি গোট খায়। ওচৰতে বি, বি, চিৰ ষ্টুডিঅ'। কেইজনীমান ভাৰতীয় ছোৱালী কোঠালিলৈ আহিল আৰু তেওঁলৈ নোচোৱাকৈয়ে 'কাউণ্টাৰলৈ গুচি গ'ল।

"এওঁ চম্পা আহমদ। আনৰ ভাবী স্বামীক ফান্দত পেলোৱা এওঁৰ স্বভাৱ'

তুমি যদি মোক লগনীয়া বুলি ভাবিছা, তেন্তে নিৰ্ম্মলা শ্ৰীবাস্তৱক সুধিবা, তেওঁৰ টি বি হৈছে," এজনী ছোৱালীয়ে কাউণ্টাৰৰ পৰা ট্ৰেখন দাঙি উদ্ধৃত ক'লে।

"নিৰ্ম্মলাৰ টি বি হৈছে ?"—আনজনীয়ে আচৰিত হৈ সুধিলে, "এৰা তেওঁ লিডহৰ্ষ্ট চেনেটৰিয়মলৈ যাব।" প্ৰথমজনী ছোৱালীয়ে উত্তৰ দিলে। দুয়োজনীয়ে কথা পাতি পাতি কোঠালিৰ আন এটা মূৰলৈ গুচি গ'ল।

চম্পাৰ এনে লাগিল—তেওঁ যেন লৰি গৈ সুধিব, নিৰ্ম্মলা কেনে আছে ? তেওঁৰ টি বি কেনেকৈ হ'ল ? কিন্তু তেওঁ সেইদৰেই তাত বহি থাকিল। বাটেদি ৰং-বেৰঙৰ মানুহবোৰ অহাযোৱা কৰিবলৈ ধৰিলে। তেওঁৰ সন্মুখেদি বহুতো পৰিচিত চেহেৰা যোৱা দেখিলে ! বহুতো বগা মুখ, যাৰ ওপৰত নিজৰ নাম লিখা আছিল। জেৰীনা হুচেইন, সুৰেখা আহুজা, অমলা ৰয়, ফিৰোজ জবীন... আমীৰ ৰজা আহিল। আজি ইমান বছৰৰ পাছত চম্পাই আমীৰ ৰজাক দেখিলে তেওঁৰ একো পৰিৱৰ্তন হোৱা নাই, মাত্ৰ আগতকৈ বেছি দামী চুট পিন্ধিছে, আৰু তেওঁৰ চাল-চলনত অধিক আত্ম বিশ্বাস প্ৰতিফলিত হৈছে। তেওঁ চম্পাক দেখিলে। অলপ থমকি অতি শিষ্টতাৰে নম্ৰ অভিবাদন জনালে। তেওঁ দূৰৈত কাষৰ মেজ এখনত বহি পৰিল। চম্পাই ঘড়ীলৈ চালে আৰু বেগ লৈ বিল ক্লেগৰ সৈতে অফিচৰ ফালে গুচি গ'ল।

## 80

তালাতে কেম্ব্ৰিজত পঢ়া শেষ কৰাৰ পাছত ফ্লীট ষ্ট্ৰীটৰ এখন বাতৰি কাকতত কাম কৰিছিল। সেইদিনা আবেলি তললৈ 'কপি' পঠোৱাৰ পাছত তেওঁ ভিক্টোৰিয়াৰ ফালে ওলাই গ'ল। তাত এটা আৰ্ট স্কুল আছিল। ই পৃথিৱীৰ সবাতোকৈ প্ৰাচীন আৰ্ট স্কুলৰ অন্যতম আছিল। প্ৰায়ে গৈ তেওঁ তাত মূৰ্তি কলা শিকে। আৰু এন্ধাৰ সেমেকা কোঠাত চকু জপাই ফুৰে। লাইফ ক্লাচৰ বিদ্যাৰ্থীয়ে এজনী উদাস নিগ্ৰো ছোৱালীক চাই চাই (যি আসনত উদাস ভাবেৰে উলঙ্গ হৈ বহি আছিল) অনেক ৰং মিহলাই 'ইজেলত' নিশ্চিন্ত মনেৰে ৰেখা টানিছিল। ওপৰত পোট্ৰেইট্-শ্ৰেণীত এটা ৰঙা নাকৰ বুঢ়া ভিক্ষাৰীয়ে হাতত বিয়েৰৰ পাত্ৰ লৈ ষ্টুলত বহি আছিল। কোনেও হঁহা নাছিল। দক্ষিণ আফ্ৰিকাৰ ৰঙা ডাঢ়িৰ শিল্পীয়ে এটা কোঠালিৰ চুকৰ মজিয়াত বহি মেণ্ডলীনৰ তাঁৰত সুৰ দিছিল। সি তালাতক বৰ ঘিণ কৰিছিল। সি খঙেৰে অভিবাদন কৰিলে, তালাতে তাক মিচিকিয়া হাঁহিৰে কৃতাৰ্থ কৰি আকৌ বাহিৰলৈ আহিল।

এইখনো এক প্ৰকাৰৰ পৃথিৱী আছিল ! ভিক্টোৰিয়াৰ যুগৰ পুৰণি আৰ্ট স্কুল

.........। এতিয়া তেওঁ ৰেষ্ট এণ্ড পালেহি আৰু দোকানৰ সন্মুখত ঘূৰি ফ্ৰিলে। তেওঁ পোহৰৰ অভাৱত ঘৰলৈ যাবলৈ বৰ ভয় কৰিছিল।

হে-মাৰ্কেটৰ খট্‌খটী উঠি তেওঁ ৰাইটাৰ্চ এণ্ড আৰ্টিষ্টচ্ ক্লাবৰ ভিতৰলৈ ভূমুকি মাৰিলে। আৰু তাত বিল ক্লেগক দেখিলে। তাত তেওঁ নিজৰ ব্যথা বেদনা বিয়েৰৰ গিলাচত বুৰাই থৈছিল। অতি উদাস ভাবেৰে এগৰাকী ফৰাছী উপন্যাস লেখিকাৰ সৈতে কথা পতাত মগ্ন হৈ আছিল। সেই মহিলা গৰাকীৰ মুখত সময় কালীন সহানুভূতি, বন্ধুত্ব আৰু সমবেদনা ফুটি উঠিছিল, অথচ শান্তাই নিজৰ স্বামীক চিনিব পৰা নাছিল। এইখনো এক ভিন্ন ধৰণৰ পৃথিৱী আছিল—হে-মাৰ্কেটৰ ৰাইটাৰ্চ এণ্ড আৰ্টিষ্ট ক্লাব্। তেওঁ আকৌ বেগাই তললৈ নামি বাটলৈ ঘূৰি আহিল।

তালাত আৰু কামাল চেণ্ট জনচ্ বুড়ত আছিল। কামালে এটা গৱেষণাগাৰত কাম কৰিছিল। এই ঠাইত শিল্পী, অভিনেতা আৰু নানা তৰহৰ বুদ্ধিজীৱী লোকসকল বাস কৰিছিল। ধূসৰ পথৰ দাঁতিত প্ৰাচীন গিৰ্জ্জাই আত্মগোপন কৰি আছিল। এটা ইটালীয়ান ৰেষ্টোৰাঁ আছিল, তাৰ এটা চুকত প্ৰায়ে এজন দুৰ্দ্দশা গ্ৰস্ত পোলিচ ইহুদী শিল্পী বহি থকা দেখা গৈছিল। তেওঁ অতি তন্ময় হৈ লাঞ্চ বা ডিনাৰ খোৱা মানুহবোৰৰ স্কেচ আঁকে, আৰু কোনোবাই তেওঁৰ পৰা স্কেচ কিনে বুলি আশা কৰি থাকে। কিন্তু কোনেও তেওঁৰ পৰা স্কেচ নিকিনে। চেণ্ট-জনচ বুড়ৰ এই ধুনীয়া ঘৰবোৰৰ পশ্চিমীয়া অধিবাসীবোৰৰ জীৱন অতি অশান্ত আছিল। প্ৰেম, 'তলাক' ( স্বামী-স্ত্ৰীৰ সম্বন্ধ বিচ্ছেদ ) মানসিক দ্বন্দ্ব এইবোৰ লৈ আৰু ক'লা কফি খাই এওঁলোকে জীৱন ধাৰণ কৰিছিল। এওঁলোকৰ কোঠালি-বোৰ কলা সুলভ ৰুচিৰে সজোৱা আছিল। ছোৱালীবোৰে চুলিবোৰ 'পনীটেল' বান্ধে, কাণত জিপচী ৰিং' ওলোমায় আৰু ক'লা পটলুন পিন্ধে। নিজৰ মাক বাপেকক ঘিণ কৰে আৰু মনোবৈজ্ঞানিক বিশ্লেষণ কৰে। প্ৰায় সোতৰ ওঠৰ বছৰৰ যুৱক আৰু যুৱতীয়ে যৌন আৰু বৈবাহিক বিষয়ত উপন্যাস লিখিবলৈ ধৰে। বহুতো প্ৰসিদ্ধ বুদ্ধিজীৱীয়ে অবিৰাম প্ৰাচীন এচিয়া আৰু 'বাইজণ্টিয়াম্' সংস্কৃতি, ৰোমান কেথলিক ধৰ্ম্ম, বেদান্ত, জৈন আৰু বুদ্ধ ধৰ্মৰ সম্বন্ধে চকু মুদি চিন্তন-মনন কৰাত অভ্যস্ত হৈ পৰিছিল। সকলোৱে অতি কঠোৰভাৱে তৰ্ক কৰিবলৈ আৰু বিবেকৰ হাতত দুখ সহিবলৈ সাজু হৈ আছিল।

সুৰেখা আলিৰ দাঁতিত থাকে। তেওঁৰ স্বামী গুলচন আহুজা লণ্ডন স্কুল অব্ ইকনমিক্সত পঢ়ে। সুৰেখাই ভাৰত-নাট্যমত বিশেষ সুখ্যাতি প্ৰাপ্ত কৰিছে। ৰয়েল একাডেমী অব ড্ৰেমেটিক আৰ্টত ক'ৰিয়গ্ৰাফী শিকিছে। চোপ্ৰা দম্পতি, সুৰেখা আৰু গুলচন প্ৰতিবেশী আছিল। আশা চোপ্ৰাই মূৰ্তি নিৰ্মাণ কৰে.

সতীশে বি বি চিৰ হিন্দী বিভাগত কাম কৰে। শান্তা আৰু উইলিয়াম ক্লেগো ওচৰতে থাকে।

অমলা ৰয় আৰু নাৰ্গিচ কাৰ্ডচজী 'চেলচী'ৰ এটা আধুনিক আৰু দামী ব্লকত থাকে। অমলা ৰয়, তালাত আৰু নিৰ্মলাৰ বাল্যকালৰ লগৰী আছিল ; তেওঁৰ ঘৰো লক্ষ্ণৌত "শিঙ্গৰি ভৱন" আৰু গুলফিচাঁৰ ওচৰত আছিল। এতিয়া তেওঁ ইণ্ডিয়ান ফৰেন চাৰ্ভিচ'ত আছে। ফিৰোজ 'চুইচ কটেজ'ত থাকে, আৰু উৰ্দু'ত পি, এইচ, ডি, কৰিছে। জোৰিনাই বিশ্ববিদ্যালয়ত ৰাচিয়ান, ফাৰছী আৰু উৰ্দু ভাষাত বি. এ.-ত অনাৰ্চ পঢ়িছে।

এওঁলোক সকলোৰে জীৱন অতি ব্যস্ততাপূৰ্ণ আৰু কোলাহল মুখৰ। আলোচনী সভা, নাটক, ৰাজনৈতিক সভা আৰু শোভাযাত্ৰা আদি লৈ এওঁলোক সদায় ব্যস্ত।

এইখনো এখন ভিন্ন পৃথিৱী। ইন্দো পাকিস্তানী, লণ্ডন, যি এংলো-চেকচন ৰাজধানীৰ ভিতৰত কেইবাটা স্তৰত, কেইবাটা খাপত জীয়াই আছিল আৰু এই সমগ্ৰ পৃথিৱীখন এটাই আনটোৰ অজ্ঞাতত এক বিশাল পৃথিৱীত স্থিত হৈ আছিল। অবান্তৰ নগৰী......।

## ৪১

চম্পাই নাৰ্গিচৰ কোঠালৈ আহি চাৰিওফালে চকু ফুৰালে। "মোৰ কাৰণে এখন সাড়ী উলিয়াই দিয়া।" নাৰ্গিচে স্নানাগাৰৰ পৰা চিঞৰিলে। আনটো কোঠালিত শান্তাই একেখন ৰেকৰ্ডকে বাৰে বাৰে বজাই আছিল। সেইদিনা তেওঁৰ এখন নতুন কিতাপ ছপা হৈ আহিছে। বিলে তলৰ বৰ্নিত গুলচনৰ সৈতে ফুৰিব আছে। চম্পাই আলমাৰী খুলিলে। 'ইভিনিং গাউন, সাড়ী, জোতা আৰু বেগ। এখন আসনত হাতীদাঁতৰ এটা সৰু মন্দিৰ আছিল, তা'ত এটা অকণমানি মূৰ্তি ৰখা হৈছিল। পাৰ্চীয়ে কাৰ মূৰ্তি পূজে তেওঁ ভাবিবলৈ ধৰিলে। হয়তো 'জৰথুস্ত্ৰ' ( ফৰাচী দেশৰ পাৰ্চী ধৰ্মৰ প্ৰতিষ্ঠিত আচাৰ্য্য ) বা ন'হলে কি। আমাৰ সকলোৰে হৃদয় মন্দিৰৰ এখন সৰু আসনত এটা অজ্ঞাত মূৰ্ত্তি আছে। সেই মূৰ্তিৰ নাম কি মই নাজানো। যীশু, কৃষ্ণ, জৰথুস্ত্ৰ! এই মূৰ্ত্তি শেষ সময়লৈকে অজ্ঞাত হৈ থাকিব। অন্তিম সময়ত যেতিয়া মানুহৰ চকু শেষ বাৰ চিৰদিনৰ কাৰণে জাপ খাব খোজে. সেই সময়ত তেওঁ কি দেখে? সেই অজ্ঞাত মূৰ্ত্তিয়ে কোন ৰূপ ধাৰণ কৰে, তাক কোনে জানে?

ভিতৰলৈ আহি শান্তাই নাৰ্গিচৰ কাৰণে এখন ৰঙা সাড়ী উলিয়ালে। "আলমাৰী বন্ধ কৰা, আলমাৰী বন্ধ কৰা।" চম্পাই উচ্চ কণ্ঠেৰে ক'লে।

"কি"? শান্তাই কোঠালিলৈ আহি সুধিলে "কাক কৈছা ?"

"কাকো নহয়। মই ভাবিছিলোঁ যে গোটেই দিনটো কিমান বাৰ নাৰ্গিচে এই আলমাৰীটো খোলে আৰু তাৰ পৰা কিমান বাৰ ৰং-বিৰঙৰ সাজ উলিয়ায়।"

"বুজিছোঁ, পিছে কি হ'ল ?" শান্তাই সুধিলে।

"একো হোৱা নাই। তেওঁৰ আলমাৰীত এটা মূৰ্তি আছে। তোমাৰ আলমাৰীত কিবা আছে নে ?"

"মোৰ আলমাৰীত সাঁচ আছে।" শান্তা আহি জুইৰ কাষত বহিল আৰু তেওঁক মনোযোগেৰে চাবলৈ ধৰিলে।

"হ'ব পাৰে," শান্তাই ক'লে।

সুৰেখাই বগা সাড়ী পিন্ধি, চুলিবোৰ তাৰেলেৰে মেৰিয়াই বাহিৰলৈ আহিল। খিড়িকী মুখত থিয় হৈ 'টেৰেচ গাৰ্ডেন' চাবলৈ ধৰিলে।

"জীৱন ! জীৱন !!" সুৰেখাই শান্তিৰ গভীৰ নিশ্বাস পেলাই বতাহলৈ হাত মেলিলে।

"সুৰেখা, মোৰ কাৰণে জীৱনৰ ৰূপ, সঙ্কেত, আনন্দ মগ্ন আৰু নাচি থকা। ......সঙ্কেতত যে ৰহস্য আছে—তুমি সেইটো বিশ্বাস কৰা।"

চম্পাই শান্তাৰ ফালে ঘূৰি ক'লে। "মোৰ সম্মুখত জীৱনটো সন্তৰ্পণে থিয় হৈ আছে। বগা সাড়ী পিন্ধি! হাঁহি, গুণগুণাই, ভীত হৈ, নিৰ্ভীক, সাহসী, শঙ্কিত, প্ৰতিটো শব্দৰ দুই এটা আন বিপৰীত অৰ্থ আছে। জীৱন.."তেওঁ শান্তালৈ চালে। মই এবাৰ গৌতমক কৈছিলোঁ, "মই আৰু তুমি সদায় ভিন্ন হৈ থাকিম।"

"গৌতম এতিয়াও প্ৰচাৰ বিভাগত আছে ?" শান্তাই চিঞৰি সুধিলে, "কি ?" তেওঁ চমকি উঠিল। "মই কৈছোঁ।" শান্তাই চিগাৰেট জ্বলাই এই দৰে সুধিলে যেন চম্পাক এখন মেলা কিতাপৰ দৰে আগত থোৱা হৈছে, যাক তেওঁ কেই মিনিটমানৰ আগৰ পৰা পঢ়ি আছে।" তেওঁ এতিয়াও প্ৰচাৰ বিভাগত আছে নে ? তেওঁক লাইব্ৰেৰীৰ 'বুকচেলফত্' ঘূৰাই থোৱা হ'ল ?"

"নাজানো"।

"তোমাৰ মেম্বাৰশ্বিপৰ সময় শেষ হ'ল ? শান্তাক্ৰেগ কেৱল অহঙ্কাৰীয়েই নহয়, নীচো আছিল।

"ময়ো তোমাক সেইটো প্ৰশ্ন কৰিব পাৰোঁ।" চম্পাই ক'লে। শান্তাই উদাস ভাবে মিচিকিয়ালে। তেওঁৰ অহঙ্কাৰপূৰ্ণ হাঁহি, তেওঁৰ অনুমান, তেওঁৰ বেশভূষা, আদিক চম্পাই আজিকালি কি দৰে অনুকৰণ কৰিবলৈ ধৰিছে। সুন্দৰ, জীৱনত সফল, লোকপ্ৰিয় চৰিত্ৰৰ তিৰোতা। তেৱোঁ শান্তা নীলাম্বৰৰ নিচিনা হ'ব নোৱাৰিব কিয় ? শান্তাই সন্তোষেৰে তেওঁলৈ চালে।

"মই তেওঁক মায়াত বান্ধিব নোখোজোঁ, কিয়নো তেওঁ যে কবি আছিল।"

"সাঁচ নেকি ? মই সেইটো নাজানিছিলোঁ।" চম্পাই ব্যঙ্গভাৱে ক'লে।

"তুমি সেইটো বুজিব নোৱাৰিবা। তুমি স্বয়ং নিজৰ ভাৱ ৰাজ্যত প্ৰয়োজনতকৈ অধিক সোমাই আছা, মানুহে ত্যাগ বিচাৰে। নিজক বলি নিদিয়াকৈ তুমি তেওঁক পাব নোৱাৰা। তুমি পেৰিচৰ পৰা ইয়ালৈ আহিলা কিয় ? নিজৰ শিক্ষাৰ বছৰ আধৰুৱা কৰি ? এই কাৰণেই যে তেওঁ ইয়াত আছে ?"

"নকবা। এইটো তোমাক কোনে ক'লে ?" চম্পাৰ বৰ খং উঠিল। এতিয়া তেওঁ অধিক অপমান সহিব নোৱাৰে।

"কিন্তু তুমি বনবীয়া হাঁহৰ পাছত লৰি ফুৰা", শান্তাই মিঠা মাতেৰে ক'বলৈ ধৰিলে !

"তুমি গল্প লিখা নহয়, সেই কাৰণে তুমি মোৰ সম্বন্ধেও কল্পনা কৰি থৈছা", চম্পাই ক'লে।

"এতিয়া বিলে তোমাক তৈয়াৰ কৰিব খুজিছে" শান্তাই নিজৰ মধুৰ কণ্ঠেৰে কথা শেষ কৰিলে। আৰু আকৌ সন্তোষ মনেৰে জুইৰ ওচৰত থোৱা ছবিবোৰ চাবলৈ ধৰিলে। তহমীনা ৰজা, নিৰ্ম্মলা শ্ৰীবাস্তৱ, শান্তা ক্ৰেগ।

"অ'- সেইটো কথা নেকি ?" শান্তাই নিজৰ কোট আৰু গ্লোভচ্ হাতত ললে......মোক ঘিণ কৰা উচিত......বাৰু এতিয়া মই যাওঁ। নাগিচ, সুৰেখা, শান্তা, 'খোদা হাফিজ' (ঈশ্বৰে তোমালোকক ৰক্ষা কৰক) মই বোধহয় কাইলৈ অফিচলৈ নাযাওঁ", দুৱাৰ মুখলৈ আহি তেওঁ আকৌ ঘূৰি চাই ক'লে "কাইলৈ কিয়' হয়তো মই কেতিয়াও তোমাৰ অফিচলৈ নাযাওঁ—গুড নাইট।"

চেলচীৰ বাটলৈ ওলাই আহি তেওঁ দেখিলে ঘৰৰ খিড়িকীবোৰ বাৰিষাৰ কোমল কুঁৱলীত তিতি গৈছিল। ঘৰৰ আগত ফুল বেচা বুঢ়ী তিৰোতাজনীয়ে বৰষুণৰ হাত সাৰিবৰ বাবে ছাতিটো মেলি দুৱাৰৰ ফালে মুখ কৰি চকীত বহি কিবা ভাবি আছিল। তেওঁ নিজৰ ঘৰ পালেগৈ। তেওঁৰ ঘৰ বহুত দূৰৈৰ উপনগৰত আছিল। নিজৰ কোঠাৰ দুৱাৰত তেওঁ স্বিলৰ চিঠি পালে। তেওঁ লিখিছে—"নিউহমত তুমি ভৰ্ত্তি হৈ গলা। চেপ্তেম্বৰত তুমি ইয়ালৈ আহিবা।"

"গৰমৰ এই কেইটামাহ তুমি কোনো উদাস আৰু কাল্পনিক ইটালীয়ান বা স্পেনিচ নগৰত কটাই আহাঁ। মই উত্তৰলৈ ওলাইছোঁ।......ৰোজমেৰী অসুস্থ।"

......ৰোজমেৰী ?

## ৪২

'কহিনুৰ'ৰ খিড়কীৰ মুখত থকা মেজত নিৰ্ম্মলাৰ কাষত বহি গৌতমে

বাহিৰৰ বৰষুণলৈ চাই আছিল। কামালে 'ক্ষমা কৰিবা' বুলি কৈ কোনো বন্ধুৰ সৈতে কথা পাতবলৈ আন এখন মেজলৈ গৈছিল।

"তুমি মোক চম্পাৰ সম্বন্ধে যি কথা কলা, শুনি মোৰ বৰ দুখ লাগিল।" গৌতমে ক'লে, তেওঁ এতিয়ালৈকে চম্পাৰ কথাকে ভাবি আছিল। নিৰ্ম্মলাই চকুপানী মচিবলৈ চেষ্টা কৰিলে। কিছু সময়ৰ আগতে এই মানুহটোৱে তেওঁক প্ৰস্তাৱ দিছিল। তেওঁ মনে মনে বহি ৰ'ল।

"তোমালোক সকলোৱে, আমি আটায়ে তেওঁৰ প্ৰতি ন্যায় নকৰিলোঁ। আমি তেওঁক সদায় ভুল বুজি আহিছোঁ—উদাহৰণ স্বৰূপে", গৌতমে অলপ আবেগেৰে নিৰ্ম্মলাক বুজাবলৈ চেষ্টা কৰিলে। তেওঁ কেতিয়াও ভাইচাহাবক অপ্পীৰ পৰা কাঢ়ি আনিব খোজা নাছিল।"

"যিয়েই নহওক, আমাৰ নিজৰ বিচাৰ-বুদ্ধি আছে। এতিয়া আৰু আমি চম্পাৰ সম্বন্ধে তৰ্ক নকৰোঁ!" নিৰ্ম্মলাই ক'লে আৰু ব্যস্ত হৈ বেগত কিবা বস্তু বিচাৰিবলৈ ধৰিলে। "তোমাৰ কাৰণে চম্পা নিখুঁত হ'ব পাৰে, কিন্তু তুমি বোধ-হয় পাহৰি গৈছা যে চম্পাক আমি সৰু কালৰে পৰা জানো।"

"সৰুকালৰে পৰা জনাৰ দাবী ভালেই", গৌতমে ক'লে "কিন্তু সকলো সময়তে তুমি লৰালিৰ ৰাগ কিয় গোৱা? যি মানুহে তোমাক বা চম্পা আহমদক সৰু কালৰে পৰা নাজানে, তেওঁলোক একেবাৰে মূৰ্খনেকি?"

গৌতমৰ গাত চাৰিও ফালৰ পৰা এটা তীব্ৰ পোহৰ পৰিল। তেওঁ নিজেও তীব্ৰ পোহৰত আছিল। গৌতমে হাত মেলি হঠাৎ 'চুইচ'টো বন্ধ কৰি দিলে।

গৌতম মানৱ চৰিত্ৰৰ নিৰ্দ্দয় আলোচক, চম্পাৰ নিচিনা প্ৰবঞ্চনাকাৰিণীক তেওঁ ভালকৈ জানে। ভগৱান তোমাৰ মহিমা অসীম নিৰ্মলাই ভাবিলে।

"নিৰ্মলা......মই তোমাৰ ভুল ধাৰণা দূৰ কৰিব খুজিছোঁ, চম্পাৰ লগত মোৰ কিহৰ সম্বন্ধ—মই বৰ অপদাৰ্থ, তুমি ঠিকেই কৈছা। কিন্তু মই তোমাক বিয়া কৰাব খুজিছোঁ", গৌতমে ক'লে।

"বিনিময়ত? নালাগে, দুখিত গৌতম।"

"নিৰ্মলা, মোক বুজিবলৈ চেষ্টা কৰা। অ' নিৰ্মল......"। তেওঁ আকৌ আন্ধাৰলৈ গুচি গ'ল। তেওঁৰ অৱস্থা বৰ দয়নীয় আছিল, স্কুলৰ ল'ৰাৰ নিচিনা। কোনে কয় পুৰুষ বুদ্ধিমান, বাঃ। এওঁলোকতকৈ অধিক মূৰ্খ কোন হ'ব! মেজত বহি বহি নিৰ্ম্মলাই অনুভৱ কৰিলে, তেওঁ বেলৰ দৰে, গছৰ দৰে, 'বেৰোমিটাৰৰ' পাৰাৰ দৰে ওখ হৈ গৈছে, তেওঁৰ জ্ঞান হৈছে। এতিয়া কৃত্ৰিম চাকি নুমাই তেৰোঁ সেই এন্ধাৰলৈ গুচি যাব, যি সকলো অনুভূতিতকৈ উত্তম। তাত বহি তেওঁ বাহিৰলৈ জুমি চাব। তেওঁ এতিয়া 'চুলেমানী' টুপী পিন্ধিব। চুলেমানৰ সাধু তেওঁক সৰুতে "গুলফিচাঁৰ লগুৱা কোঠাত কাদীৰ ড্ৰাইভাৰে শুনাইছিল।

এই ‘চুলেমানী’ টুপী সকলোৱে পোৱা অসম্ভৱ। মই তোমাৰ ওচৰত কৃতজ্ঞ শ্ৰীনীলাম্বৰ, তুমি মোক ডাঙৰ হ’বলৈ সহায় কৰিলা আৰু ‘চুলেমানী’ টুপী পিন্ধাৰ পথ দেখুৱালা। হায়! যদি মই তোমাক বিয়া কৰাব পাৰিলোহেঁতেন! কিন্তু মোৰ যথেষ্ট জ্ঞান হৈছে। চম্পা আহমদক পূজা কৰি যোৱা গৌতম! হয়তো তুমিও মুক্তিৰ মাৰ্গ পাবা। সেই নিশা নিৰ্মলাৰ এক্সৰে ৰিপোৰ্টত তেওঁৰ ক্ষয়ৰোগ হৈছে বুলি জানিব পৰা গ’ল।

## ৪৩

যি বছৰ চম্পা কেম্ব্ৰিজলৈ গ’ল, সেই বছৰ তালাত আৰু নিৰ্মলা তাৰপৰা গুচি গ’ল, এতিয়া তেওঁ উচ্চ খাপৰ ইংৰাজ ছোৱালীৰ দৰে কথা কয়। কেম্ব্ৰিজৰ কুপ্ৰভাৱো তেওঁ সম্পূৰ্ণভাবে আয়ত্ত কৰিলে। আৰ্চীৰ ওচৰত থিয় হৈ তেওঁ মাজে মাজে ভাবে, চম্পা আহমদ ক’ত থাকিল। চম্পা আহমদ, তেওঁ যে এক দেৱমালা, এক হিতোপদেশৰ সাধু হৈ পৰিল। বসন্ত কলেজৰ বেনাৰচৰ সেই ছোৱালীজনী ক’লৈ গ’ল? নহ’লে সেই ছোৱালী, যাক আমীৰ ৰজাই ‘গুলফিচাঁৰ দাঁতিৰ কোঠাত আঞ্জা ৰন্ধা দেখিছিল? আমীৰ ৰজাৰ চিন্তা এতিয়া তেওঁৰ বৰ হাস্যাস্পদ যেন লাগে। তেওঁ বোল ছবি জগতৰ আভূষণ, ৰাজনীতিজ্ঞ, যাৰ জীৱনৰ সকলোতকৈ উচ্চ অভিলাষ এইটো আছিল যে সন্ধিয়া তেওঁ কোনযোৰ চুট পিন্ধি, কোনজনী ছোৱালীক লৈ থিয়েটাৰ চাবলৈ যাব!

এদিন বস্তুত চম্পাই আন ল’ৰা-ছোৱালীবোৰৰ লগত এখন গাঁৱৰ চাহ-দোকানৰ বাগিচাত বহি আছিল। এজন ইটালীয়ান বিদ্যাৰ্থী এঞ্জেলোৱে নাচ-পতি গছৰ তলত গীটাৰ বজাই আছিল। দাঁতিৰ আৰামী চকীত মাইকেলে অতি উদাসভাবে নাচপতিৰ কলিবোৰ শুঙাত মগ্ন হৈ আছিল! সেইদিনা তেওঁ ঘোষণা কৰিলে যে তেওঁ এই দেশ ত্যাগ কৰি ইজৰাইললৈ যাব। ৰাষ্ট্ৰীয়তাৰ সমস্যাৰ ওপৰত কেবা ঘণ্টাও বাদ-বিবাদ কৰাৰ পাছত তেওঁ ভাগৰি পৰিল। আৰু শান্ত হৈ বহি চাহৰ কাৰণে অপেক্ষা কৰিলে, “মই—এই মৰমৰ, সুন্দৰ সেউজীয়া ইংলেণ্ড ত্যাগ কৰিম আৰু ইজৰাইলৰ মৰুভূমিত শিল কাটি বাট সাজিম।” তেওঁ ক’লে। স্ত্ৰিলে তেওঁলৈ চাই ক’লে—“এৰা, মাইকেল, তুমি নিশ্চয় এনে কৰিবা, মই জানো।” বিশ্ববিদ্যালয়ৰ কেইবাজনো ইহুদী অধ্যাপক, বৈজ্ঞানিক, সঙ্গীতজ্ঞই এই সময়ত ইজৰাইলত শিল কাটি আলি সাজিছে।”

“চকীৰৰ বৰ শক্তি” ডোনিচে ক’লে। “অলপ কবিৰ কাব্য কৰিলা চোৱাঁ।” “শক্তিৰ পৰা বিনাশৰ জন্ম হয়।” স্ত্ৰিলে মুখ ঘূৰাই ক’লে। সন্মুখৰ চাহদোকানৰ গেটত এখন মটৰ ৰ’ল। গৌতম নীলাম্বৰ, কামাল, তালাত আৰু

আন কেইজন মান মানুহ তাৰ পৰা নামি চাহদোকানৰ ফালে গ'ল। তেওঁলোকে বাট চ'ৰাত বহি থকা মানুহবোৰ দেখা নাছিল।

"নতুন বিচাৰ ধাৰাৰ ভিতৰত ৰাচিয়াৰ বিচাৰ ধাৰা সকলোতকৈ মাৰাত্মক।" ষ্ট্ৰিলে মাইকেলক ক'লে, "তোমাৰ 'জাই-নিজম্' পাকিস্তানৰ ইচলাম আৰু ভাৰতত দক্ষিণ প্ৰাচীন ভাৰতীয় সংস্কৃতিৰ পুনৰুদ্ধাৰ কৰোঁতা। আৰ্থিক উন্নতিৰ ফালৰ পৰা ধৰ্ম্মৰ কি সম্বন্ধ পাকিস্তানীয়ে সেই কথা বুজিব নোৱাৰে," গুলচনে ক'লে! "ঘৃণাৰ মনোবিজ্ঞান", ডেনিচে ক'বলৈ আৰম্ভ কৰিলে "আজিৰ পৃথিৱী ঘৃণাৰ দ্বন্দ্বৰ মাজত জীয়াই আছে। যীশুৱে একেবাৰে ভুল কৈছিল যে সংসাৰৰ আধাৰ প্ৰেম। প্ৰকৃততে এইটোহে সঁচা আমি সকলোৱে বনৰীয়া জীৱ-জন্তুৰ দৰে এজনে আনজনক খাই আছোঁ।"

"মই বনৰীয়া জন্তু নেকি?" মাইকেলে উদাসভাৱে সুধিলে। "মই মাথোঁ ইয়াৰ পৰা গৈ বাট সাজিব খুজিছোঁ।"

"যদি এদিনৰ কাৰণে সমগ্ৰ পৃথিৱীৰ প্ৰচাৰ যন্ত্ৰবোৰ বন্ধ হৈ যায়, তেন্তে কিমান শান্তি হয়," চম্পাই লাহেকৈ ক'লে।

"সেইটো কেনেকৈ হ'ব। আমি সকলোৱে যে ৰাতিপুৱা গধূলি গোয়েবেলচৰ ছবিত ফুল ছটিয়াব লাগে। তুমি গান্ধীৰ কথা কৈছা? আমাৰ যুগৰ সকলোতকৈ ডাঙৰ পৈগম্বৰ (ধৰ্ম্মাচাৰ্য্য) আছিল ডাক্তৰ গোয়েবেলচ। ডাক্তৰ গোয়েবেলচ অমৰ হওক," গুলচনে ক'লে।

"সঁচাকৈয়ে", ডেনিচে ক'বলৈ আৰম্ভ কৰিলে, আমি সকলো অচেতন মনৰ পৰা 'ফাচিষ্ট! আমি সকলোৱে ধ্বংস আৰু মৃত্যু বিচাৰোঁ! মই ৰোমান পুজকৰ "মৃত্যুৰ আকাঙ্ক্ষাৰ' অৰ্থ ভালকৈয়ে বুজোঁ।"

মই নিবিচাৰোঁ যে শুৱনি বাট চৰাটো ধ্বংস কৰা হওক।" চম্পাই ভয়েৰে ক'লে।

"গুপ্তভাৱে আমি সকলো ফাচিষ্ট, আমাৰ সকলোৰে হাতত অদৃশ্য মেচিনগান আছে, সেইবোৰ আমি আনৰ ফালে টোঁৱাই থৈছোঁ—বিচাৰৰ মেচিনগান! মাত্ৰ বৃদ্ধানাৰীয়ে শান্তি বিচাৰে। কিন্তু পৃথিৱীক বৃদ্ধা নাৰীৰ প্ৰয়োজন নাই।" ডেনিচে চম্পালৈ চালে। তেওঁ চম্পাক এজনী বুঢ়ী আৰু দুখী মাকৰ নিচিনা দেখিলে।

"মোক অহেতুক নষ্ট কৰা হৈছে" মাইকেলে মূৰ তুলি ক'লে। "কিন্তু মই মোৰ বন্ধুবোৰৰ মৰা শৱ দ'মৰ ওপৰত বহি তোমাৰ কাৰণে সঙ্গীত ৰচনা কৰিছিলোঁ আৰু বিচাৰৰ বন্তি জ্বলাইছিলোঁ। মই বনৰীয়া পশুনেকি, মই মাথোঁ বাট সাজিব খুজিছা" ডেনিচে শেষ কৰিলে। "আমি তোমাক অনুমতি দিছোঁ মাইকেল, তুমি নিজৰ লক্ষ্য পথেদি যোৱা। আনৰ লক্ষ্যপথত হস্তক্ষেপ কৰি তেওঁক নষ্ট কৰাৰ ইচ্ছা সকলোতকৈ ডাঙৰ অপৰাধ। 'মুচা' (ইহুদীৰ

মূল পয়গম্বৰ)ৰ দহোটা আদেশৰ ভিতৰত এই অপৰাধৰ ক'তো ব্যাখ্যা নাই।"
ষ্ট্রিলে ক'লে, "এই কাৰণে মই তোমাক ইয়াৰ অনুমতি দিছোঁ!"

এঞ্জেলোৱে গীটাৰখন একাষত থৈ দিলে, "মাইকেল, তুমি ইহুদী, কিন্তু তুমি ইংৰাজো। তুমি তোমাৰ বোমাৰু বিমানত উঠি মোৰ ধুনীয়ানগৰখন ধ্বংস কৰিলা, মই তোমাক ক্ষমা কৰিছোঁ।"

"মাইকেল!" সুৰেখাই ক'লে "তুমি ইহুদী, কিন্তু তুমি ইংৰাজো, সেই কাৰণে নিজক আমাতকৈ ওখ বুলি ভাবা। এতিয়া তুমি অতি আশা আৰু উৎসাহেৰে এচিয়াবাসী হ'ব খুজিছা, কিয়নো তোমাৰ বিশ্বাস যে তোমাৰ গুৰি ফিলিস্তীনত যদিও বাস্তৱিকতে তোমাৰ গুৰি গোল্ডৰ্জগ্ৰীনতহে আছে। আমি তোমাক ক্ষমা কৰিছোঁ।"

আকৌ অতি উদাস নিস্তব্ধতা, বিয়পি পৰিল। গছৰ জোপোহাত পখিলা-বোৰ উৰি ফুৰিবলৈ ধৰিলে। সন্মুখৰ নৈয়েদি এখন নাও গুচি গ'ল, এঞ্জেলোৱে আকৌ গীটাৰ বজাবলৈ আৰম্ভ কৰিলে।

## 88

গৌতম নীলাম্বৰ আৰু তেওঁৰ লগৰীয়া হঁত গাড়ীৰ পৰা নামি চাহ দোকানলৈ গ'ল। লাউঞ্জত বহি তেওঁলোকে চাহ অনালে আৰু গৌতমে পৰিচাৰকক কেইখনমান চিঠি ডাকত দিবলৈ দিলে। তেওঁ লণ্ডনৰ পৰা লিডৰ্হ্স্টলৈ যাবলৈ আহিছে। তেওঁৰ লগত বিল আছিল, আছিল শান্তা, তালাত আৰু নাৰ্গিচ। এওঁলোকেও কোনো বিশ্বব্যাপী সমস্যা সমাধান কৰাত ব্যস্ত হৈ আছিল। কামালে খিড়িকীয়েদি, বাহিৰলৈ চালে। তাৰ পৰা বাগিচাৰ দৃশ্য দেখা যায়। তলত নৈ বৈ আছিল, বেঁত আৰু 'প্ৰিমৰোজৰ' পাতেদি এখন বগা লাঞ্চ দেখা গৈছিল।

"বাহিৰত চম্পা আৰু ষ্ট্রিল হঁত বহি আছে।" তালাতে খিড়িকীলৈ আহি ক'লে।

এওঁলোক নিৰ্মলাক চাবলৈ গৈছিল। চেনেটৰিয়ামত তেওঁৰ এইটো তৃতীয় বছৰ। তেওঁৰ এটা কলিজাৰ অপাৰেচন কৰা হ'ল। তেওঁৰ চিকিৎসক চাৰ ৰোনল্ড গ্ৰেৰ মতে এইবাৰ তেওঁ সম্পূৰ্ণ সুস্থ হৈ উঠিব। শনিবাৰৰ দিনা তেওঁৰ বন্ধুহঁতে লণ্ডনৰ পৰা তেওঁক চাবলৈ আহে। আজিৰ পালে প্ৰায়েই গৌতমেও কামাল আৰু তালাতৰ সৈতে তেওঁক চাবলৈ যায়। তেওঁৰ অপাৰেচনৰ সময়ত হৰিশঙ্কৰো ৱাচিংটনৰ পৰা তালৈ আহিছিল। গৌতমে অতি স্নেহেৰে নিৰ্মলাৰ প্ৰতি চকু ৰাখে। তেওঁ আৰু নিৰ্মলাই কেতিয়াও চম্পাৰ কথা আলোচনা নকৰে। জীৱনটো ইমান গতিহীন, আৰু ব্যস্ত, আছিল যে মানুহে সকলোবোৰ পৰিচিত লোকৰে সৈতে বাস কৰিব নোৱাৰিছিল, ইমান সময়ো নাছিল।

গৌতম বৰ প্ৰসিদ্ধ হৈ পৰিল। তেওঁ ভাৰতৰ বৈদেশিক নীতি আৰু আৰ্থিক সমস্যাৰ ওপৰত দুখন কিতাপ লিখিলে, চৌদিশে ইয়াৰ সুখ্যাতি বিয়পি পৰিল। এতিয়া তেওঁ এজন বিখ্যাত ব্যক্তি।

নিৰ্মলাৰ বেমাৰে গৌতমৰ জীৱনলৈ এক অৱসাদ আনিছিল। "গৌতম নীলাম্বৰ" বুলি বোৰ্ড লগাই থোৱা সেই কোঠালিটোত কিমান বা-মাৰলিৰ সৃষ্টি হৈছিল, কোনেও নাজানিব। সেই খন ঘৰত (যেনেকৈ প্ৰত্যেক যুৱকৰ অন্তৰথলীত থাকে) কোনজনী ছোৱালী বহি আছে। সেই ঘৰৰ দুৱাৰ খন খুলি মাত্ৰ এবাৰ কোনোবা যুৱকে তেওঁৰ শিৰত সেন্দূৰ পিন্ধাই দিয়ে। কিন্তু সেই গৌতম নীলাম্বৰ নামৰ যুৱকজনৰ ৰহস্য কোনে বুজিব? সেইখন অন্তৰ দৰাচলতে কোনে দখল কৰি আছে, সম্ভৱতঃ তায়ো নাজানে তাই জানিলেও, আন জানোতা কোন নো আছে? চুলিতকৈয়ো অধিক মিহি সেতু যাক জীৱন বুলি কয়, তাত নিৰ্মলা থিয় হৈ আছিল! জীৱনৰ সৈতে ধেমালি কৰিব নোৱাৰি। হৃদয় যি অতি মহান বস্তু, তাৰ লগতো ধেমালি কৰা অসম্ভৱ। মাথোঁ এক গোপীৰ হৃদয়—যি সমগ্ৰ সংসাৰৰ কেন্দ্ৰস্বৰূপ।

"চম্পা, বাগিচাত বহি আছে।" তালাতে খিড়িকীলৈ গৈ আকৌ ক'লে।

"ব'লা, তেওঁক লগ পাই আহোঁ। বহুদিন তেওঁক দেখা নাই।"

গৌতমে ঘড়ী চালে, "নহয়। এতিয়া পোনেই লিডহস্তলৈ ব'লা, নহলে আমি উলটি আহোঁতে পলম হৈ যাব।"

তেওঁলোক সকলো চাহ দোকানব লাউঞ্জৰ পৰা ওলাই গাড়ীত বহিল আৰু লিড্‌হস্ত অভিমুখে গুচি গ'ল।

চম্পাই দেখিলে গাড়ীখন চাহ দোকানৰ গেটৰ পৰা বাহিৰলৈ ওলাই গ'ল — এঞ্জেলোৱে গছৰ তলত বহি গীটাব বজাই আছিল। মাইকেল, ডোনিচ, সুৰেখা আৰু গুলচন ফুৰি ফুৰি নৈব ফালে গৈছিল। চম্পাই আৰামী চকীৰ পৰা ওলমি ঘাঁহ পাত এটা ছিঙিলে।

"কি ভাবিছা?" স্মিলে সুধিলে। তেওঁ ৰ'দৰ পৰা হাত সাৰিবলৈ এখন আলোচনীৰে মুখ ঢাকি সন্মুখৰ আৰামী চকীত বহি আছিল।

"একো ভবা নাই।"

"সেয়া তোমাৰ বন্ধুহঁত গাড়ীত গৈছে।"

"ওঁ"।

"মই দেখিছোঁ যে তুমি 'ক্লাউড'ৰ ওচৰলৈ যাব নিবিচাৰা অথচ তুমি 'ক্লাউডক' খুব কামনা কৰা। কিয়নো তোমাৰ আৰু তেওঁৰ অতীত একেই আছিল। তুমি অদ্ভুত বিৰোধী কথাৰ সংগ্ৰহ। স্মিলে দুখিত কণ্ঠেৰে ক'লে। "মই তোমালৈ চালে তুমি বৰ উদাস হৈ যোৱা।"

"ইটালীয়ানৰ নিচিনা কথা নকবা।" চম্পাই ক'লে।

"তোমাৰ লগত এইটোও এটা বিপদ। ওচৰ চাপিলেই তুমি জোৰেৰে দুৱাৰ বন্ধ কৰি দিয়া। ভীৰু—। তুমি নিজৰ ভীৰুতা আৰু দুৰ্বলতা জানানে?" তেওঁ চকীৰ পৰা উঠিল আৰু গছৰ গাত ভেজাদি বহি পৰিল। "প্ৰায়ে মিছা কোৱা। ঈৰ্ষা কৰা। আনৰ আনন্দত জ্বলি মৰা। সকলো সময়তে আনক প্ৰভাৱিত কৰাৰ চেষ্টাত থাকা। নিজতকৈ আনৰ ভাল হোৱাটো সহ্য কৰিব নোৱাৰা।" তেওঁ ক'বলৈ ধৰিলে—

"চম্পা, সময়ৰ সকলোতকৈ ডাঙৰ প্ৰভাৱ যে আমি কেতিয়াও এটা বস্তুৰ কাৰণে সাজু হ'ব নোৱাৰোঁ। আমি যদিও জানো যে আমাৰ যুগ পাৰ হৈ গৈছে। চম্পা, ঈশ্বৰে নকৰক তুমি যেন কেতিয়াও সুজাতা মুখাৰ্জ্জী নোহোৱা। মই তোমাক এটা সংস্থাৰ ৰূপত পৰিবৰ্ত্তন হোৱাটো নোখোজোঁ। আজিৰ পৰা দহ বছৰৰ পাচত চম্পা আহমদ চেলচীৰ এটা ষ্টুডিও' ফ্লেটৰ শিল্পী আৰু বুদ্ধিবাদী সকলৰ দাতা আৰু গুৰু হ'ব। হে ঈশ্বৰ! এইটো চিন্তা কৰিলে মোৰ বৰ ভয় লাগে।"

"মই ইমান দয়াৰ পাত্ৰী?"

"নহয়, আমি সকলোৱেই দয়াৰ পাত্ৰ। ইয়াৰ বাহিৰেও তুমি বৰ মৰমলগা। তুমি সৰল! আৰু সম্ভৱ তোমাৰ আনক ক্ষমা কৰাৰ ক্ষমতাও আছে নহয় জানো?

"এৰা, সম্ভৱ!"

তেওঁ মৌন হৈ পৰিল। পাতল কুঁৱলী পৰিবলৈ ধৰিলে। তেওঁলোক চাহ দোকানৰ লাউঞ্জলৈ উঠি আহিল। মাইকেল আৰু তেওঁৰ লগৰীয়াক দূৰৈৰ লাণ্ডত বহি থকা দেখা গৈছিল। লাউঞ্জৰ এখন চোফাত কিছুমান কাগজ আৰু কাকত থোৱা আছিল, যি বোৰ গৌতম নীলাম্বৰে পাহৰি গৈছিল।

"তুমি বন্ধুত্ব কৰিব পাৰা," স্ত্ৰিলে ক'বলৈ ধৰিলে, "নহ'লে তুমি কাগজৰ এই টুকুৰা বোৰৰ দৰে টুকুৰা-টুকুৰ হৈ সিঁচৰতি হৈ পৰিবা, তেওঁ অন্যমনস্ক হৈ খালী লেফাফাটো ললে। তাত গৌতমৰ ঠিকনা লিখা আছিল। তেওঁ লেফাফাটো মোহাৰি সাৰ্মৰি জুইত পেলাই দিলে।

"স্ত্ৰিল, মই ইমান পোহৰত আছোঁ?" তেওঁ চোফাৰ পৰা এখন আলোচনী দাঙি ললে।

"তুমি এওঁক খুব বিচাৰা নহয়?" এটা সময় আছিল যেতিয়া স্বয়ং গৌতমেও তেওঁক আমিৰ ৰজাৰ সম্বন্ধে এনেকুৱা পৰীক্ষা লোৱা ধৰণৰ প্ৰশ্ন কৰিছিল!

"কিন্তু তেওঁ তোমাক লগ নধৰে কিয়?" তেওঁ আকৌ ক'লে।

"নাজানো, তেওঁক লগ ধৰিবলৈ মোৰ সময় ক'ত?'

"তুমি আকৌ মিছা কথা কৈছা।" তেওঁ এটা ওখ টিলাৰ ওপৰত থিয় হৈ আছিল আৰু সমগ্ৰ পৃথিৱী তেওঁৰ ক্ষুদ্ৰ ক্ষুদ্ৰ বিষয়ৰ সৈতে পৰিচিত আছিল।

মই নিজক এইদৰে ধ্বংস কৰিলোঁ কিয় ? এতিয়া বৰ পলম হৈ গ'ল। এতিয়া ...এতিয়া কি হ'ব ? সমগ্ৰ যুগ পাৰ হৈ গ'ল ; সমগ্ৰ যুগ...

বাহিৰৰ বৰষুণত কেইখনমান মটৰ ৰ'ল। কেইজনমান প্ৰসিদ্ধ চেক্সপীয়েৰিয়ান অভিনেতা লাউঞ্জত উপস্থিত হ'ল। তাৰ এজন অভিনেতাই স্নিলক চিনি পায়। তেওঁলোক সকলো বিলাক জুইৰ ওচৰত বহিল আৰু আন কথা-বতৰা আৰম্ভ হ'ল।

লিড্‌হুৰ্স্ট'ৰ আটক ধুনীয়া 'চেনিটৰিয়াম'টো এশ একৰ মাটি জুৰি থকা সুগন্ধিত হাবিৰ মাজত বৰষুণত বুৰি আছিল। এই হৃদয়হাৰী স্বৰ্গত মানুহে আৰামেৰে 'টেলিভিছন' চাই চাই নিজৰ অন্তিম কালৰ প্ৰতীক্ষা কৰে, নাইবা আন কোনো ধৰণৰ সমাপ্তিৰ অৱকাশৰ কাৰণে আকৌ বাহ্য জগতলৈ উলটি যায়। ঘৰৰ এচুকত নিৰ্মলাৰ কোঠালি আছিল। নিৰ্মলাই গাৰুৰ সহায়ত আউজি প্ৰসন্নতাৰে সকলো চাই আছিল। কামাল আৰু বিলৰ সৈতে নিৰ্মলাৰ পালেঙৰ আনফালে শান্তা বহি আছিল। গৌতমে এথোপা মুকলি ফুলৰ কাষত বহি বাৰ্ণাডৰ সৈতে কথা পাতিছিল।

"গৌতম", নিৰ্মলাই তেওঁক মাতিলে। "এতিয়া নতুন বাতৰি শুনোৱা হওক।" তেওঁ উঠি সন্মুখৰ খিড়িকীত গৈ বহিল।

'মৰ্জালিচ মেলাৰ আয়োজন হৈছে ?" নিৰ্মলাই তালাতক প্ৰশ্নভৰা কণ্ঠেৰে সুধিলে।

"মহা পয়োভৰেৰে।" তালাতে ক'লে, আকৌ ক্ষন্তেকৰ কাৰণে তেওঁলোক মৌন হৈ পৰিল। প্ৰত্যেক বছৰ মৰ্জালিচৰ বছৰেকীয়া মেলাৰ আয়োজনত নিৰ্মলাই আগ ভাগ লয়। মেলাত তেওঁৰ অনুপস্থিতিৰ এইটো তৃতীয় বছৰ। "এৰা, মাত্ৰ এই আগষ্টত তুমি আমাৰ লগত থাকিব নোৱাৰিবা।" কামালে ক'লে, "অহাবছৰ ঈশ্বৰৰ ইচ্ছা হ'লে তুমি আকৌ মেলাত আগ ভাগ লবা।

"ঈশ্বৰৰ ইচ্ছা হ'লে।" নিৰ্মলাই মিচিকিয়াই ক'লে।

"কালি ভাহ্ চাহাবক, লগ পাইছিলোঁ। "হয়তো আজি তেওঁ তোমাৰ ওচৰলৈ আহিব।" গৌতমে ক'লে।

"তেওঁ মোক চাবলৈ কেইবাবাৰো আহিছে, বেচেৰা।" নিৰ্মলাই ক'লে।

"ছোৱালীৰ ক্ষেত্ৰত তেওঁৰ ভাগ্য কেনে চলিছে ?"

"ভালেই চলিছে।" তালাতে ক'লে।

"আকৌ আনৰ নিন্দা আৰম্ভ কৰিলা।" কামালে খং কৰিলে।

"নহয়, ইয়াৰ পাছত মই প্ৰফেচাৰ টোয়েনবীৰ কথা ক'ব খুজিছিলোঁ। তালাতে অলপ সঙ্কোচেৰে ক'লে।

"তুমি তেওঁক মেলালৈ মাতিছা ?" গৌতমে সুধিলে।

"মাতিছোঁ। আমি ষ্টীফেন স্পেণ্ডৰকো মাতিছোঁ।" তালাতে মুখ ঘূৰাই ক'লে।

"এইটো বেচা কিনাৰ বুদ্ধিবাদী যুগ।" গৌতমে ক'লে, "এই যুগত অতি

চৰা দামত আর্টিষ্টক নিযুক্ত কৰা হৈছে। কোনে ক'ব যে পৃথিৱীত আর্টিষ্টৰ আদৰ নাই। চোৱাঁ, এচিয়াৰ কলাকাৰ সকলে কিদৰে নানা ধৰণৰ স্কলাৰশ্বিপ লৈ ধুমধাম আমেৰিকালৈ গুচি গৈছে।"

"এচিয়াৰ কলাকাৰ সকল ধুমধাম চোভিয়েত ইউনিয়ন আৰু চীনলৈকো গৈছে।" বিলে ক'লে। তেওঁ অতি কঠোৰ ভাবে নিৰপেক্ষ আছিল। বাহিৰৰ দেৱদাৰু হাবিত অৰুণিমাৰ প্ৰকাশ বিৰিঙি উঠিছিল।

"এতিয়া যাওঁ, লণ্ডন পাওঁতে বহুত নিশা হৈ যাব।" গৌতমে ক'লে।

"তোমালোক আটাইবোৰ গুচি যাবা ?" নির্মলাই হঠাৎ ভয়তে সুধিলে। "মই আকৌ অকলে থাকিম।"

"তুমি অকলশৰীয়া নহয় নির্মল !" কামালে তেওঁৰ পালেঙৰ ফালে মূৰ দোঁৱাই ক'লে।

"আমি সকলোবোৰ সকলো সময়তে তোমাৰ লগত আছোঁ।" "নির্মলা, হয়তো মই অহা সপ্তাহত আহিব নোৱাৰোঁ।

"কিবা অধিবেশনৰ কাৰণে পণ্ডিতজী দিল্লীৰ পৰা আহিব।" গৌতমে কোমল কণ্ঠেৰে ক'লে।

"এৰা, গৌতম, তুমি মোৰ কাৰণে নিজৰ কামত হেলা নকৰিবা।" নির্মলাই লাহেকৈ ক'লে।

তেওঁলোক সকলো গেলেৰী পাৰ হৈ বাহিৰলৈ আহিল। দূৰৈত পোহৰ হৈ থকা খিড়িকীয়েদি নির্মলাই তেওঁলোকক দেৱদাৰুৰ ছাঁত অদৃশ্য হৈ যোৱা চাই থাকিল।

## ৪৫

বৰষুণ এৰাৰ পাছত চম্পা আৰু স্ত্রিল গাঁৱৰ চাহৰ দোকানখনৰ পৰা বাহিৰলৈ ওলাল। লাঞ্চৰ পাছত তেওঁলোক আকৌ কেম্ব্রিজলৈ উলটি আহিল, নৈ খন সেউজীয়া ফুলনিৰ পৰা ওলাই আহিছিল আৰু গছৰ ডাঠ শাখাবোৰে পানীত ছাঁলি সজাই থৈছিল। কাইলৈৰ পৰা ছুটী আৰম্ভ হ'ব। চম্পাই স্ত্রিললৈ চালে। প্ৰত্যেকটো বস্তুৱেই ক'ৰবালৈ গৈছে ! এতিয়া ক'বলৈ কি বাকী আছে? সকলো কথাতে প্ৰাচীনতা আহিছে, স্ত্রিল এচলেৰ মাজতো, যাক তেওঁ ভালকৈ জানে আৰু যাৰে তেওঁৰ ভাল পৰিচয় আছিল, কিমান দুখৰ কথা ! এতিয়া তেওঁ কোনখন হাবিত গৈ লুকাব? 'বন উপবনত, চঞ্চল ম'ৰা, কুঞ্জে কুঞ্জে ফুৰে শ্যাম?' তেওঁ ৰেলিঙত ভৰ দি এটা অতি পুৰণি গীত গুণগুণাই আছিল।

পাছদিনা তেওঁলোক আকৌ কেমৰ দাঁতিত কাঠৰ 'বোট হাউচ'ৰ তলত আহি বহি পৰিল, ষ্ট্ৰিলৰ সোণালী চুলি বতাহত উৰি আছিল, তেওঁক চম্পাৰ ইমান সহজ, পৰিচিত যেন লাগিল যেন তেওঁ তেওঁৰ স্বামীহে, তেওঁ ৰোমাঞ্চিত হৈ পৰিল। তেওঁ তেওঁৰ নহয়, আন কোনো ছোৱালীৰ স্বামী। সেই ছোৱালী জনীক চম্পাই আজিলৈকে দেখা নাই। দৃশ্যাৱলীত ছাঁ পৰিল। নাওবোৰ দাঁতিত বান্ধি থিয় কৰাই থোৱা হৈছিল। গৰুবোৰে আহি পানীত নিজৰ ছাঁ চাই সন্তুষ্ট হ'ল।

"চম্পা!" ষ্ট্ৰিলে এখন বিপৰীত নাৱত বহি ক'লে, "তুমি মোক তোমাৰ নিজৰ অতীতৰ কাহিনী কোৱা।" তেওঁ দেখিলে, দূৰ দেশৰ পৰা অহা এই ছোৱালীজনী তেওঁৰ সহায়ত তাত বহি আছে। তেওঁ সম্পূৰ্ণ অৰক্ষিত—হয়তো অতীতত তেওঁ সুৰক্ষিত আছিল।' এই ছোৱালীজনী তেওঁৰ অত্যন্ত পৰিচিত যেন লাগিল। তেওঁৰ কাৰণে ৰোজমেৰী অপৰিচিত আছিল। হঠাৎ তেওঁ বৰ ভয় খালে। তেওঁৰ এনে লাগিল যেন সেই ছোৱালীজনী—চম্পা আহমদৰ সৈতে এক অদৃশ্য বন্ধনত বান্ধ খাই আছে। নিজৰ ওপৰত আৰু তেওঁৰ ওপৰত তেওঁৰ দয়া উপজিল।

"তুমিও মোৰ সম্বন্ধে উপন্যাস লিখিবা নেকি?" চম্পাই ক'লে।

"নহয়! আৰু কোনোবা লিখোঁতা আছে নেকি?"

"বিল—উইলিয়াম ক্ৰেগ।"

"নহয়, মই উপন্যাস নিলিখোঁ।"

"কিন্তু মোক বৰ আচৰিত যেন লাগে নেকি?"

"তুমি আচৰিত নোহোৱা। তোমাৰ দৰে অসংখ্য ছোৱালী পৰি আছে, বুধিয়ক, সৰল আৰু ৰাংঢালী।"

"এই তিনিটা শব্দত মোৰ সম্বন্ধে সকলো কথা জ্ঞাত হৈছে।" চম্পাই মনে মনে ক'লে। তেওঁ চকু মুদি নিজৰ অতীতক মনত পেলালে। বেনাৰচৰ জুপুৰি ঘৰ। চোতালত খুৰাভগা চালপীৰা পৰা আছিল, দেউতাকে ধোঁৱা খোৱা খাই আছে আৰু লগে লগে মোকৰ্দ্দমাৰ নথি-পত্ৰ চাইছে। ষ্ট্ৰিলক সেই দৃশ্য দেখুৱাবলৈ তেওঁৰ ভাল নালাগিল। তেওঁ জপিয়াই আগ বাঢ়িল। লক্ষ্ণৌ, আই, টী কলেজ, কৈলাস হোষ্টেল, গুলফি'চা—কিন্তু গুলফিচা তেওঁৰ ঘৰ নহয় (হ'ব পাৰিলেহে'তেন!)

"এয়া চোৱাঁ, কোন আহিছে, তোমাৰ অতীতৰ পৰা ওলাই!" ষ্ট্ৰিলে ক'লে।

চম্পাই মূৰ তুলি চালে। পাৰত দূৰ দিগন্তলৈকে বিয়পি থকা ছুটী উপভোগ কৰা সকলৰ দলৰ পৰা ওলাই কামাল 'বোট হাউচ'ৰ ফালে আগ বাঢ়িছিল।

"হেল্লো চম্পা! হেল্লো ষ্ট্ৰিল", তেওঁ ওচৰলৈ আহি ক'লে।

"হেল্লো!"

"কালি ৰাতিপুৱা আমি আপোনাক এটা 'বোট-হাউচ'ত দেখিছিলোঁ।"

"এৰা।"

"কিন্তু আমাৰ অলপ......বেগা বেগি আছিল।"

"বাৰু, কোনো কথা নাই, বহঁ।"

তেৱোঁ এখন বিপৰীত নাৱত বহিল।

"মই স্ত্রিলক লক্ষ্ণৌৰ সম্বন্ধে কৈছোঁ।" চম্পাই ক'লে।

"হয় নেকি?" কামালে শিষ্টাচাৰৰ আনন্দ প্রকাশ কৰিলে।

এওঁ এতিয়াও তাতে বহি আছে। পৃথিৱীখন ক'ৰপৰা ক'লৈ গৈছে। কামালে দুখেৰে সৈতে ভাবিলে।

চম্পাই কামালৰ কথাৰ সুৰত বেদনা বোধ কৰিলে, "তুমি মোক কেতিয়াও বুজিব নোৱাৰিবা কামাল," তেওঁ ক'লে, "তুমি সদায় মোক বস্তুপূজক বুলি দোষাৰোপ কৰা, কিন্তু জহকালি দুপৰীয়া স্তূপাকাৰ হৈ থকা তুহঁ গুড়িৰ গোন্ধ, ঘোঁৰাৰ হিঁ হিঁহিয়নিৰ শব্দ আৰু নিজান আলিয়েদি যোৱা গৰু গাড়ী মোতকৈ সম্ভৱ বেছি বুধিয়ক নহয়। অৱশ্যে এই সকলোবোৰ বস্তু মই অনুভৱ কৰিবলৈ আৰু নিজৰে ওচৰত ৰাখিবলৈ বিচাৰোঁ। যদি মই অতিশয় বুদ্ধিমতী হলোঁহেঁতেন তেন্তে তোমাৰ দৰ্শন শাস্ত্র পঢ়িলোহেঁতেন আৰু মই সন্তুষ্ট হৈ গলোহেঁতেন।

"স্ত্রিল, যদি তুমি বৰষুণৰ পাছত চাঁদ বাগৰ ফ্লেনিত চাৰিওফালে সিঁচৰতি হৈ থকা ৰংবোৰ দেখিলাহেঁতেন—নহ'লে ৰাম নগৰৰ সেই ধূলিধূসৰ পথ, য'ত দুপৰীয়াৰ নীৰৱতাত এটা সৰু উদাস হিন্দু ল'ৰাই দীঘল টিকনি বান্ধি এখন চোতালত অকলে বহি কোনো অঙ্ক আওৰাইছে। নহয়, স্ত্রিল মই তোমাক মোৰ অতীতৰ কথা ক'ব নোৱাৰোঁ, বৰ টান আৰু তুমি বুজিব নোৱাৰিবা।"

"মই তোমাক কম", কামালে আগ ফালে গাটো হলাই দি ক'বলৈ আৰম্ভ কৰিলে, তেওঁ তৎক্ষণাত সেইখন পৃথিৱীলৈ গুচি গ'ল, যি ইয়াৰ পৰা বহুত দূৰৈত, যাৰ প্রতি তেওঁৰ আসক্তি আছিল। এই দৃশ্যৰ আত্মাক কামালতকৈ বেছি কোনে জানিব! সেইখন তেওঁৰ মৰমৰ ভাৰতবৰ্ষ আছিল।

"বাৰু শুনা!" জ্ঞানৱতীয়ে কান্ধত চুলি পেলাই ইমনৰ খেয়াল গাইছিল।

'আলে নবী, ঔলাদে অলী পৰ বাৰী বাৰী জাঁউ!

জেহৰা কে ফৰজন্দ, হুচন হুচেন।'

এতিয়ানো মই ইয়াৰ অনুবাদ কেনেকৈ কৰিম! বিয়াৰ সময়ত কল্যাণপুৰৰ বাৰান্দাত পৰ্দা পেলাই দিয়া হয় আৰু কাঠৰ চকীত বহি নামতী ইঁতে গাবলৈ ধৰে—

'বৰৰ ওপৰত সখীৰ প্রভাৱ পৰিছে!

আমাৰ শ্যাম সুন্দৰ বৰ!'

পশ্চিমৰ কোন সমাজ নীতি বিদে এই দৃশ্যৰ সৌন্দৰ্য্য পান কৰিব পাৰে! 'মোৰ শ্যাম সুন্দৰ বৰ।'

"আৰু", চম্পাই ক'লে, "আমাৰ ঘৰৰ তিৰোতাইঁতে গাইছিল 'মঙ্গল গীত গোৱা, সজোৱা, চম্পাৰ গেজেৰা আনা হে! চম্পাৰ গেজেৰা জানো তুমি দেখিছা। স্থিল?" আৰু সৰযু নৈৰ পাৰত আমাৰ গাঁৱৰ খেতিয়ক হঁতে পথাৰৰ চোতালত বহি জোনাক নিশা আল্লা উদলৰ গীত জোৰে, 'সখী সখী বুলি চৈয়দ লবে, আল্লাই টানে তৰোৱাল!'

আৰু কাদীৰৰ ভতিজাকে ভাওনা, নৌটঙ্কী (ব্ৰজত হোৱা এক প্ৰকাৰৰ প্ৰসিদ্ধ নাটক) মুখত গেৰুৱা মাটি লেপি গীত গায়।

"চম্পা! এই ভাওনাৰ কথা তোমাৰ মনত আছে? যেতিয়া আমি বৰ্ষাদিনৰ সময়ত তোমাক আমাৰ গাঁৱলৈ লৈ গৈছিলোঁ আৰু গোটেই নিশা গাত কম্বল মেৰিয়াই লয়লা মজনু চাইছিলোঁ।"

তেৰোঁ কল্যাণপুৰত বহি আছিল। এওঁলোক সকলোৱে ভাওনাৰ মণ্ডপৰ তলত শ্বাল আৰু কম্বল লৈ বহিছিল, জৰাজীৰ্ণ মঞ্চত মাথোঁ ঢিমিক্ ঢামাক্‌কৈ গেচৰ লেম্প জ্বলি আছিল। কাদীৰৰ ভাগিন 'মাষ্টাৰ' ফৰীদ যাক নিজৰ তেজস্বী মিহিমাতৰ কাৰণে 'ঝিলী' বোলা হৈছিল, লয়লাৰ ওচৰত থিয় হৈ তেওঁ বিলাপ কৰি আছিল। গাঁৱৰ অৰ্কেষ্ট্ৰাৰ দলে জোৰে জোৰে তবলা, আৰু হাৰমোনিয়ম বজোৱাত লাগি গৈছিল। গৌতম নীলাম্বৰ মূঢ়াত প্ৰতিদিনৰ দৰে বহি আছিল। তেওঁৰ সম্মুখত হৰি শঙ্কৰ আৰু নগৰ আটাইবোৰ ছোৱালী। গৌতমে আগ বাঢ়ি মূৰ নমাই অতি গম্ভীৰভাৱে চম্পাৰ সম্মুখত লোক-সংস্কৃতিৰ সমস্যাৰ ব্যাখ্যা দাঙি ধৰিছিল! তেওঁলোক ৰাতিপুৱা চাৰি বজালৈকে ভাওনাৰ মণ্ডপত বহি আছিল। তেওঁলোকে মাটিৰ মলাত কুঁহিয়াৰৰ ৰস আৰু আদা দিয়া চাহ খাইছিল। এইখন কামালৰ দেউতাক নবাব তকী ৰজা বাহাদুৰৰ পৈতৃক গাঁও আছিল। মঞ্চত মাষ্টাৰ মুৰাৰী লালে গাবলৈ ধৰিলে। এওঁ কলিকতালৈকে থিয়েটাৰ কোম্পানীৰ সৈতে ফুৰিবলৈ আহিছিল।

এওঁলোক আটায়ে মূঢ়াত বহি ভাওনা চাই আছিল, বাহিৰত আমৰ জোপোহাত পুহৰ বতাহ সোঁ সোৱাঁই আছিল। তেওঁ মণ্ডপত বহি তবলাত 'কহৰৱা' শুনিছিল। হঠাৎ এখন মটৰলাঞ্চ, ইংৰাজী ৰেকৰ্ড বজাই বজাই বেগাই কেমৰ লহৰৰ পৰা ওলাই গ'ল, চম্পা আৰু কামাল উলটি আহিল।

"আমাৰ গাঁৱৰ ভাওনাত নল-দময়ন্তী আৰু 'ইন্দ্ৰসভা'ও প্ৰথম শ্ৰেণীৰ হয়।" কামালৰ দুখী আৰু উদাস স্বৰ শুনা গ'ল। তেওঁ তলমূৰ কৰি স্থিলৰ চিগাৰেট জ্বলাই আছিল।

"তোমাৰ যুথিকা ৰায়লৈ মনত আছে কামাল?" চম্পাই লাহে লাহে ক'লে, "বাসন্তীৰ সেই গীত—'যোগিনীয়ে তেওঁক বিচাৰি ওলায়?"

"হয়"। কামালে তেওঁৰে সৈতে সহযোগ কৰিলে। "আৰু জাৰকালি ৰ'দত বহি হৰিশঙ্কৰে গায়—'যদি মোক স্বৰ্গৰ অপেশ্বৰী দিয়ে তেন্তে ইয়াতে দিয়ক।' "তুমি কি জানা? তেওঁ খঙেৰে স্নিলক সম্বোধন কৰিলে, "পঙ্কজ মল্লিকনো কোন? পাহাড়ী সান্যাল আৰু আৰ্জু লখনবী, নাৰায়ণ ৰাও ভাস আৰু কানন দেবী আমাৰ জীৱনত এওঁলোকৰ কি স্থান আছে।

"তুমি কি জানা"—চম্পাই কামালৰ ৰোষ অনুসৰণ কৰি ক'বলৈ আৰম্ভ কৰিলে প্যাৰু কৰবালৰ কিমান শক্তি, ফৈয়াজ খাঁ, দীপালী তালুকদাৰ আৰু "আৰু তুমি কি জানিবা লক্ষ্ণৌ আৰু আলীগড়ৰ উৰ্দ্দু কবি সন্মিলন (মুশায়ৰা) কি বস্তু, আমাৰ কাৰণে জিগৰ চাহাবৰ কি গৌৰৱ, ফিৰাক চাহাব আৰু আনন্দ নাৰায়ণ মুল্লাৰ। নহয় স্নিল, তোমাক বুজোৱা বৰ কঠিন কাম", কামালে ক'লে।

এতিয়া কামালে বৰ্তমানলৈ আহি অতীতক পিঠি দি যাব খুজিছে। তেওঁৰ সম্মুখত চম্পা সময়ৰ অন্তঃকৰণৰ দৰে বহি আছে।

হঠাৎ কামালৰ এনে লাগিল যেন চম্পা সময়ৰ সোঁতত গছ পাতৰ দৰে ইফালে সিফালে নাচি আছে; উৰি গৈছে আৰু তেওঁ চম্পাক নিজৰ মুঠিত লব পৰা নাই। তেওঁ ভয় খাই থিয় হ'ল।

"আৰু কি ক'ম? কামালে দুখেৰে সৈতে উত্তৰ দি বোট হাউচৰ খটখটীত থিয় হ'ল। তেওঁ নৈখন চাবলৈ ধৰিলে। কেম নৈ গোমতীলৈ সলনি হৈ পৰিল।

"কামাল, শুনা," চম্পাই কিবা সুঁৱৰি ক'বলৈ ধৰিলে, "নিজান নিশা, কুকুৰে ভুকি আছিল। গোটেই বজাৰখন নিস্তব্ধ হৈ আছিল। চৰাই-চিৰিকতি-বোৰো শুই নিহপালী দিছিল। চকীদাৰে তৰমুজৰ খেতি ৰখি আছিল।

"আমি বেছিভাগ সময় হৰিশঙ্কৰৰ কোঠালিত গোট খাওঁ; যিটো প্ৰকৃততে আমাৰ কাৰণে এটা লাইখুটা আছিল।" কামালেও লাহে লাহে ক'বলৈ ধৰিলে, "তলত নৈ বৈ আছিল সেই কোঠালিত বহি আমি পৃথিৱীৰ সমস্যা সমাধান কৰিছিলোঁ। এই কোঠালি আৰু এই দল গোটেই পৃথিৱীত ব্যাপ্ত হৈ আছিল। জীৱনৰ ছবি এতিয়াও সিমান নিকা হোৱা নাই। বহুতো পৰ্দ্দা উঠে আৰু নামে। কেতিয়াবা ভিতৰত পোহৰৰ ৰেঙণি পৰে। আৰু কেতিয়াবা অস্পষ্ট এন্ধাৰে আবৰি ধৰে। মানসিক অন্তৰ্দ্বন্দ্বৰ সময় উকলি গ'ল। আমাৰ এনে লাগিছিল যেন সমগ্ৰ মানৱতাৰ তেজেৰে আমাৰ হাত ৰাঙলী হৈ আছে। আমি এই তেজ ধুব লাগিব। তেওঁ হাত দুখন মেলি দিলে। এদিন ৰাতিপুৱা শুই উঠি আমি দেখিলোঁ যে সচাঁকৈয়ে আমাৰ হাত তেজেৰে ৰাঙলী হৈ আছে। ই সমগ্ৰ ভাৰতৰ প্ৰাচীন সংস্কৃতি-ৰাগ। তেওঁলোকক আমি দেখিছোঁ। যি তেজত লুতুৰি পুতুৰি হৈ আছে। কিন্তু আমাৰ ভিতৰত এনেকুৱা অনেক লোক আছিল যি সেই তেজৰে প্ৰায়শ্চিত্ত কৰিবলৈ সাজু নহয়। তেওঁলোকে মানৱতাৰ মূল্য আৰু ধৰ্ম্মৰ

উচ্চতাৰ বিষয়ে আলোচনা কৰি ইফালে সিফালে পলাই গ'ল, ইয়াৰ বাহিৰে আৰু মানুহ আছিল। খাটি, প্ৰকৃত মানৱ''—তেওঁ চম্পালৈ চালে।

"কাদীৰ আৰু কমৰুন......?" চম্পাই ক'লে।

কামালে মৌনভাৱে অনুমতি বিচাৰিলে যেন সিহঁতৰ প্ৰসঙ্গ উলিয়াম্য়। সিহঁতক তেওঁৰ অতি পবিত্ৰ শক্তি যেন লাগিল। "এৰা, কাদীৰ আৰু কমৰুন, ৰাম অৱতাৰ আৰু ৰামদৈয়া আৰু আমাৰ গাঁৱৰ খেতিয়ক, ৰিক্সা চালক, তামোল-পাণ বেচোঁতা আৰু সূতাৰ কাপোৰত বুটা বাচোঁতে বাচোঁতে কাণী হৈ যোৱা, আমাৰ শাকনি বাৰীৰ শাক-পাচলি বেচোঁতা, দোলাভাৰী,—ইহঁত সকলোবোৰ আমাৰ পটভূমিত আছিল যাক তুমি কেতিয়াও জানিব নোৱাৰিবা।" তেওঁ কথা শেষ কৰিলে। চম্পা এতিয়াও উলটি অহা নাছিল। তেওঁ ক'বলৈ ধৰিলে। "এৰা, আৰু আমাৰ নৈ বোৰ। নৈবোৰো সদায় একে গতিত আছে, এইবোৰৰ নাম—অলপ এইবোৰৰ নাম শুনা। সৰযু, সাৰদা, মন্দাকিনী, মধুমতী, গোমতী......।"

হঠাৎ চম্পাৰ মাতত কামাল অলপ বিৰক্ত হ'ল। ছোৱালীবোৰৰ এইটো কি অভ্যাস. এফালে কথকী, আন ফালে কোনোবাই যদি কলাকাৰ বুলি তেওঁৰ অন্তৰত সাঁচ বহুৱাই দিয়ে তেন্তে বুজিবা তেওঁ আকৃষ্ট হৈ পৰিল।

তেওঁ সেই নৈৰ কথা কৈ আছিল আৰু কামাল পলাই যাব খুজিছিল। নৈৰ প্ৰকৃতি' ? মোতকৈ আৰু ইয়াৰ কথা কোনে বেছি জানে ? মোৰ সেই ঘৰ মনত আছে, সেই নৈ, সেই গছ—চম্পা স্বয়ং তুমি......।

"বাগিচাত অশোক গছ আছিল।" তেওঁ কৈ গৈছিল "এজোপা বেলো-আছিল। কামাল! গৌতমক সুধিবাচেনে তেওঁৰ সেই ধুপ্ ধুপকৈ গছৰ পৰা সৰা বেলৰ কথা মনত আছেনে ?" তেওঁ অসাৱধান হৈ প্ৰথমবাৰ গৌতমৰ নাম ললে।

কামালে ভাবিবলৈ ধৰিলে মই এওঁক কেনেকৈ বুজাওঁ যে গৌতমে তেওঁক পাহৰি পেলাইছে, কিন্তু পাহৰাৰ অৰ্থ কি ? জবুৰ মনত পৰিব ! যিদৰে তেওঁৰ নৈ মনত আছে, মনত আছে শিঙ্গৰি ভৱন আৰু অশোক গছ। এতিয়াও গৌতমে প্ৰায়েই অতি ভাবুকতাত বুৰ গৈ এই বস্তুবোৰৰ নাম লয়। কি বিপদ ! কামালে বিৰক্তিৰে চম্পাক চালে। এই ছোৱালীবোৰ মৰে কিয়—তেওঁ একান্ত মনেৰে ভৰিৰ ওপৰত ভৰি থৈ ভাবিবলৈ ধৰিলে। হেজাৰ বিজাৰ বছৰৰ পৰা এওঁলোক এই জটিলতাৰ মাজত সোমাই পৰিছে—শুনা যায় যে এজনী সতী আছিল—আকৌ সীতা ! গোপীসকলৰ চঞ্চলতা আহিল। পৃথিৱীত এওঁলোকৰ আন কোনো কাম নাই। কোনো মানুহক ধৰি তেওঁক পূজা কৰে, এৰা, তেওঁক পূজা !

"মই গৌতমক নিশ্চয় সুধিম," তেওঁ উচ্চ কণ্ঠেৰে ক'লে, "মোৰ মোজা যোৰো ৰিপু কৰাব লাগে", তেওঁ নিজৰ ভৰিটো চাই সেইদৰেই ক'লে।

"কাইলৈ যুৱ-উৎসৱ ( ইউথ্ ফেষ্টিভেল )ৰ কাৰণে জাৰ্মানিলৈ যাম। নিশা লণ্ডন পামগৈ। তালাতে মোৰ যাত্ৰাৰ সকলো ঠিক কৰি দিব।"

"ব'লা, আমিও তোমাৰ লগত যাওঁ।" স্ত্ৰিলে উঠি ক'লে, তেওঁলোক নগৰৰ ফালে গ'লগৈ।

চম্পাই কেম্ব্ৰিজলৈ ঘূৰি আহি নিজৰ হোষ্টেলৰ কোঠালিৰ খিড়কী মেলিলে। তলত শূন্যপথ চাকিৰ ক্ষীণ পোহৰত মৌন হৈ আছে। চেণ্টজনত এঘাৰৰ ঘণ্টা বাজিল।" দুৰৰ জীছচ্ লেনত কোনো লোকে 'ট্ৰেম্পেটত' নিজৰ দুখ এৰা গীতৰ সুৰ বজালে।

সময় নাই। সোনকালে কৰা, সোনকালে। মানুহবোৰ চোৱাঁ, সিহঁতৰ চেহেৰাবোৰ কিমান ঘিণ লগা। সিহঁত কিমান কুৰূপ—ইয়াৰ পৰা পলোৱা। এতিয়া মই কোনফালে যাম? মোৰ শত্ৰু, মোৰ মিত্ৰ, তেওঁলোকক মই বাটৰ কোন কাষত, কোন অজ্ঞাত ঠাইত আৰু হঠাৎ সীমাৰ সেই পাৰত এৰি দিলোঁ? তেওঁলোক কোনোবা চাৰি আলিত বহি থাকিল নেকি? চালৰ সিপাৰে, নৈৰ সিপাৰে, পিৰ্টানিৰ সেই পাৰে, কি আছে? এয়া মই—এয়া তুমি, বাকী-সকলো মোৰ অচিন, এয়া স্থায়ী ৰূপত "মই"। সন্মুখত ৰঙাচালৰ গিৰ্জ্জা আছে। আৰু তাত ঘণ্টা বাজিছে। হাবিতলীয়া বাটৰ পৰা ওলাই মই ঘণ্টাৰ মাত শুনিলোঁ। কুঁৱলী ভেদ কৰি মাতটো মোৰ ফালে আহিল। শীতল পৰ-দেশী পানীৰ ধাৰাত সাঁতুৰি মই তোমাক মনত পেলালোঁ।

সন্মুখত ৰঙা চালৰ গিৰ্জ্জা আছে। বসন্ত আহিছে, হাবিতলীয়া বাটত প্ৰভাতৰ তৰাবোৰে ফুলত আত্মগোপন কৰিছে। তেওঁলোক দুয়ো এতিয়াও অহা নাই—তেওঁলোক দুয়ো, যাৰ এই ৰঙা বৰণীয়া গিৰ্জ্জাত বিয়া হ'ব। সৰোবৰত বৰ্ষা নামিছে। মই চিৰদিন, চিৰদিন তোমাৰ সৈতে থাকিম!

I loved my love with a platform ticket
A jazz song.
A hand bag, a pair of stockings
of Paris sand......
I loved her longs
I loved her between the lines
and against the clock
Not until death
But life did us part.
I loved her with peacock's eyes,
And the wares of Carthage,
with blasphemy comaraderic,

and bravado and lots of other stuff.
I loved her with my office hours,
with flowers and sirens,
with my budget, my latchkey
and my daily bread,
And so to London and down the
ever morning slairs.*

Louis Me Neice.

চম্পাই খিড়িকীখন বন্ধ কৰি দিলে আৰু হোষ্টেলৰ বাহিৰলৈ ওলাই গ'ল। সকলোতে তৃতীয় প্ৰহৰৰ নীৰৱতা বিৰাজ কৰিছিল। কাইলৈৰ পৰা কলেজ বন্ধ হৈ যাব। এতিয়া মই ক'লৈ যাম ? কি কৰিম ?

( জীৱনে মুখ মেলি প্ৰতীক্ষা কৰে ) এই পৰীক্ষাত হয়তো তেওঁ অসফল হ'ল। তেওঁ মূৰ দাঙি দূৰ দূৰণিলৈকে বিয়পি থকা বাগিচা চালে। কেম্ব্ৰিজৰ সেউজী আকাশ নীলা ডাৱৰে ছাটি ধৰিছে। তেওঁ 'ৰেক্সৰ' পৰা ওলাই ফিটচ্ উইলিয়াম লাইব্ৰেৰীৰ ফালে যোৱা সেতুলৈ আহিল। "শালোম্ আলেখুম্",[১] এজন ইহুদী ছাত্ৰই সেতুত বহি থকা আন এজন ইহুদী ছাত্ৰক নমস্কাৰ কৰি চাইকেলত গুচি গ'ল।

"তোমাৰ প্ৰতি খোদাৰ দয়া হওক।"

"তোমালোক সকলোৰে প্ৰতি খোদাৰ দয়া হওক।" চম্পাই মনে মনে আওঁৰালে।

জীৱনটো ইমান কঠোৰ। তাৰ কাৰণে দৰ্শনৰ প্ৰয়োজন কি? সুখৰ সন্ধানত মানুহ কিমান হীন হৈ পৰে। সেতুত বহি ছবি অঁকা ইহুদী ছাত্ৰজনে তেওঁক দেখি আনন্দত অধীৰ হৈ পৰিল। "বহঁা", তেওঁ চম্পাক মিনতি কৰিলে। "মই তোমাৰ স্কেচ আঁকিম," তেওঁ বহি পৰিল, যাতে ছাত্ৰ জনৰ অন্তৰত আঘাত নালাগে। "আজি শেষ দিন। কাইলৈ তুমি নাজানো ক'লৈ গুচি যোৱা। তোমাৰ স্কেচ মই নিজৰ ওচৰত ৰাখিম," তেওঁ তৎপৰতাৰে পেনচিল চলাই ক'লে।

চম্পাই জুমি চালে। স্কেচ ভাল হোৱা নাছিল, তেওঁ অতি ধৈৰ্য্যৰে আৰু ভদ্ৰভাৱে বহি ৰ'ল।

হয়তো মোৰ এয়েই প্ৰকৃত ৰূপ। তেওঁ মনে মনে ভাবিলে। এই অসফল শিল্পীয়েহে চাগে মোৰ ছবি অকাঁত সফল হৈছে।

"ছবিখন তোমাৰ পছন্দ হৈছে নে ?" ইহুদী ল'ৰাজনে আনন্দেৰে ক'লে। "মই তোমাক সুখী হোৱাটো বিচাৰোঁ। তোমাক মই কিদৰে সুখী কৰিম ?" তেওঁক বৰ সৰল মনৰ যেন লাগিল।

---

১ শালোম আলেখ্‌ম—তোমাৰ প্ৰতি খোদাৰ দয়া হওক।

"তুমি মোক সুখী কৰিব নোৱাৰা।" হঠাৎ চম্পাই অতি কঠোৰ স্বৰত ক'লে। ( আমি সকলো নীচ। আনন্দৰ সন্ধান কৰোঁতে কৰোঁতে আমাৰ অৱস্থা চোৱা ! তেওঁ মনে মনে ভাবিলে )

"ল'ৰাটোৱে তৎক্ষণাত অতি ক্ষুণ্ন হৈ সুধিলে, "তেওঁ কোন ? যি তোমাক সুখ দিব ?"

"এইটো অতি নিষ্ঠুৰ আৰু নগণ্য প্ৰশ্ন।"

"ক্ষমা কৰিবা।"

ল'ৰাটোৱে উদাস স্বৰেৰ ক'লে।

"বাৰু, খোদা হাফিজ, শালোম্ আলেখুম।" চম্পাই মিচিকিয়াই ক'লে।

"শালোম্ আলেখুম"। ল'ৰাজনে উত্তৰ দিলে আৰু মাইকেল আৰু ডেনিচ থিয় হৈ থকাৰ ফালে তেওঁ গ'লগৈ।

"স্ত্রিলক এতিয়াও পোৱা নাই ?" ডেনিচে শ্ৰান্তভাৱে চিঞৰি সুধিলে।

"নাই পোৱা।"

"স্ত্রিল নো গ'ল ক'লৈ ?" ডেনিচে ক'লে, আৰু তেওঁলোক দুয়ো খঙেৰে চম্পালৈ চালে।

"মই স্ত্রিলৰ কাৰণে জগৰীয়া নহওঁ ডেনিচ।" চম্পাই লাহেকৈ ক'লে।

"আঃ ! চম্পা, মোক ক্ষমা কৰা। মই তোমাক টান কথা কৈছোঁ নেকি ?" মাইকেলে বিনীত হৈ ক'লে, "ব'লা, আজি 'কহিনুৰ' ত শেষ আহাৰ খাই লওঁ।"

"আজি শেষ......" সকলোৱে একে কথাকে আওঁৰালে। তেওঁ এই ভাৱপ্ৰৱণতাৰ পৰা হাত সাৰিব খুজিছিল, আনহাতে এইটোও সঁচা যে আজি কেম্ব্ৰিজত বিদ্যাৰ্থী জীৱনৰ অন্তিম দিন।

ৰেস্তোৰাঁত বহি তেওঁলোকে স্ত্রিলৰ সম্বন্ধে একো নক'লে। মানুহ ইমান দয়ালু হয় কিয় ? এজনে আনজনৰ প্ৰতি ইমান সহৃদয় হয় কিয় ! এওঁলোকো মোৰ অতিশয় শুভাকাঙ্খী, এতিয়া মই আকৌ সবু হৈ পৰিছোঁ।

কেইদিনমানৰ আগতে তেওঁ এনেয়ে কথাই কথাই ৰোজমেৰীৰ বাতৰি সুধিছিল ! "ভালে আছে"। স্ত্রিলে উত্তৰ দিছিল, "সেই দুখীয়া ছোৱালীজনীয়ে বেমাৰী গাৰে চাকৰি কৰিছে, যাতে মই কেম্ব্ৰিজত শিক্ষা সম্পূৰ্ণ কৰিব পাৰোঁ।"

"আৰু আন ছোৱালীৰে সৈতে তুমি প্ৰেম কৰা।" চম্পাই অন্যমনস্ক হৈ ক'লে : ইয়াকে শুনি স্ত্রিলে একে জাপে খিড়কীৰ বাহিৰলৈ ওলাই গ'ল। খণ্ডত তেওঁৰ মুখ ৰঙা হৈ পৰিল! আৰু সেই দিনাৰে পৰা স্ত্রিল নোহোৱা হ'ল।

হঠাৎ তেওঁক বাহিৰৰ বৰষুণত তিতি থকা দেখা গ'ল। ডেনিচে জাপ মাৰি তেওঁৰ ওচৰলৈ লৰি গ'ল। কিন্তু তেওঁ অচল হৈ ৰ'ল।

"ভিতৰলৈ ব'লা, এই বোৰ কি ল'ৰা ধেমালি কৰিছা ?" চম্পাই বাহিৰলৈ আহি তেওঁক খঙেৰে ক'লে।

"মোৰ হাতত পইচা নাই ; মই কেনেকৈ ভিতৰলৈ যাম?" তেওঁ লাহেকৈ ডেনিচক ক'লে।

চম্পাৰ কণ্ঠ বুদ্ধ হ'ল। এসপ্তাহৰ আগতে এই ঠাইতে তেওঁ স্মিলক কৈছিল যে তোমাৰ স্ত্ৰীয়ে এই কাৰণে চাকৰি কৰিছে যাতে তুমি আন ছোৱালীৰে সৈতে প্ৰেম কৰিব পাৰা।

তেওঁ চম্পাৰ ফালে চালে।

"তুমি শুনি নিশ্চয় সুখী হবা যে এই সপ্তাহত ৰোজমেৰীয়ে মোলৈ চেক পঠোৱা নাই, কিয়নো মই তেওঁক কৈছিলোঁ, যে মই, তেওঁক ত্যাগ কৰিবলৈ ঠিক কৰিছোঁ।"

"তোমাৰ,......তোমাৰ......বিবেক......একেবাৰে নাইকিয়া হ'ল !" চম্পাই আচৰিত হৈ ক'লে ! লগে লগে তেওঁ অনুভৱ কৰিলে মাইকেল আৰু ডেনিচে তেওঁক অতি ঘৃণাৰ চকুৰে চাইছে, এই ঘৃণা যি তেওঁ তহমীনা, নিৰ্মলা আৰু শান্তা, ক্লেগৰ দৃষ্টিত দেখিছিল।

"এৰা", স্মিলে সন্তোষেৰে উত্তৰ দিলে। আৰু পানীকোটৰ জেপত হাত সুমুৱাই চিগাৰেট বিচাৰিবলৈ ধৰিলে।

ডেনিচ আৰু মাইকেল মনে মনে ৰেস্তোৰাঁলৈ উলটি গ'ল ! চম্পা আৰু স্মিল বৰষুণত তিতিবলৈ ধৰিলে।

'ব'লা, ইয়াৰ পৰা যাওঁ। বৰষুণত তিতি কি লাভ ?"

"এনেয়েনো কোনটো কথাত লাভ আছে।" স্মিলে সেই দৰেই ক'লে।

"তোমাৰ বিবেচনা শক্তি নাইকিয়া হৈছে স্মিল।" চম্পাই আকৌ ক'লে।

"নিজৰ ক্ষেত্ৰত প্ৰত্যেকটো ঘটনাই ভিন্ন হয়। তাক পুনৰাবৃত্তি কৰিব নোৱাৰি। এইটো নাভাবিবা চম্পা, যে সময়ক ঘূৰাই আনিব পাৰিবা। তোমাৰ জীৱনৰ এই সকলো বস্তু, সময়ৰ শোকজনক ঘটনা দেখি তুমি হাঁহিব নোৱাৰা।"

"ব'লা, মই তোমাৰ ফালে যাওঁ।" তেওঁ লাহেকৈ ক'লে। ফুট পাথত দুয়ো এই ভাবে যাবলৈ ধৰিলে যেন তেওঁলোক কবৰখানাৰ পিনেহে গৈছে। চিনাকি ল'ৰা-ছোৱালীবোৰে বাটত লগ পালে স্মিলে অতি দুখেৰে তেওঁলোকক 'হেল্লো' বুলি যায় !

"তুমি সঁচাকৈয়ে মোৰ কাৰণে......মানে.....ইমান ভয়ানক কথা তেওঁৰ মুখৰ পৰা নোলাল। "মানে কি...?" তেওঁ আৰ্দ্ৰ কণ্ঠেৰে ক'ব খুজিলে. ......',যে তুমিনো বাবু শেহত ইমান ডাঙৰ সিদ্ধান্ত ললা কিয় ? "নহয়,...... তুমি কোৱাদৰে মোক তোমাৰ বলিয়া কুকুৰে কামুৰিছে, "স্মিলে সন্তোষেৰে

উত্তৰ দিলে। "মাজে মাজে মোৰ মূৰ ঘূৰায়, মগজ বেয়া হয়, সেই কাৰণেই এনেকুৱা কাম কৰি পেলাওঁ।"

চম্পা চাৰিআলিলৈ আহি হঠাৎ নিজৰ হোষ্টেলৰ ফালে ঘূৰিল।

"তোমাৰ মূল্যবান পৰামৰ্শৰে মোক উপকৃত কৰিবলৈ তুমি মোৰ হোষ্টেললৈ আহিবা নে?"

"তোমাৰ সৈতে মই কথা পাতিব নোখোজোঁ স্মিল। মই তোমাক একো সহায় কৰিব নোৱাৰোঁ।"

"এয়া তোমাৰ শেষ আৰু অন্তিম উত্তৰ?" স্মিলে শেঁতা হৈ ক'লে।

"এৰা শেষ আৰু অন্তিম। ইয়াত সন্দেহৰ কোনো অৱকাশেই নাই।"

"তুমি গৌতম নীলাম্বৰৰ পাছত আৰু কিমান দিন ঘূৰিবা?"

"মোক অপমান নকৰিবা স্মিল।" খণ্ডত যেন চম্পাৰ সমগ্ৰ শৰীৰত জুই জ্বলিল।

'বাবু, আবু," স্মিলে উশাহ বন্ধ কৰি ক'লে "বাটত নিচিগ্ৰিবা। চম্পা মই তোমাৰ ওচৰত ক্ষমা বিচাৰিছোঁ! ভুল মোৰ হৈছিল। খোদা হাফিজ।" বৰষুণৰ এনে এটা গধুৰ টোপাল পৰিল যে ঘৰৰ পৰ্দাবোৰ নাচি উঠিল। বতাহত স্নিগ্ধ আৰু সিক্ত গোলাপৰ আমেজ আছিল।

আবেলি কিবা অলপ কাগজ পত্ৰ লবৰ কাৰণে তেওঁ স্মিলৰ কলেজ চিৰদিনি ছাছেক্সলৈ গ'ল। নিশাৰ বেলত বহুতো লগৰীয়া নিজৰ নিজৰ দেশলৈ উভতি গৈছে। ল'ৰা আৰু ছোৱালীবোৰ বৰষুণত নিতিতিবলৈ গেটৰ ভিতৰত থিয় হৈ আছিল। পোন্ধৰ শতিকাৰ কাঠৰ গধুৰ গেটখন এতিয়া শেষবাৰ মেল খাই আকৌ বন্ধ হৈ যাব। ইয়াৰ পাছত ভৱিষ্যতলৈ কেতিয়াবা তেওঁ ইয়ালৈ আহিলে ইয়াৰ সকলোবোৰ সলনি হৈ যাব।

আকৌ জোৰেৰে বৰষুণ দিবলৈ ধৰিলে। তেওঁ গিৰ্জ্জালৈ গ'ল। মালীৰে সৈতে কথা পাতিলে এটা খানচামা ডাইনিং হলৰ ফালে ঢাপলি মেলিছিল, তেওঁ তাক খোদা হাফিজ বুলি ক'লে। যেন তেওঁ স্বয়ং যুদ্ধ ক্ষেত্ৰলৈ ওলাইছে আৰু পৃথিৱীখন শেষ হ'ব খুজিছে।

সম্পূৰ্ণ কলেজটোত পূৰ্ণ নিস্তব্ধতা বিৰাজ কৰিছিল, যাক কেৱল বৰষুণৰ শব্দ আৰু পাতৰ মৰ-মৰণিয়ে ভঙ্গ কৰিছিল। স্মিল এচলেই কমন ৰুমৰ খিড়িকীৰ কাষত ছামৰাৰ চোফাত বহি এটা সাঁথৰ চাই আছিল, চম্পা কোঠালিলৈ সোমাই আহিল। তেতিয়াও তেওঁ সাঁথৰৰ উত্তৰ বিচাৰিছিল। চম্পা এখন চকীত বহিল, তেওঁ মূৰ দাঙি এটা উত্তৰৰ সম্বন্ধে তেওঁৰ মত সুধিলে। চম্পাই মনোযোগেৰে তাৰ উত্তৰ দিলে।

"ঠিক আছে, হয়তো তুমি ভুল কৰা নাই।" তেওঁ বিশুদ্ধ অনুমোনেৰে ক'লে।

তেওঁ চমকি উঠিল। হঠাৎ তেওঁ দেখিলে তেওঁৰ সন্মুখৰ চোফাত সোণালী চুলিৰ এজন বৃটিচ লৰ্ডৰ ল'ৰা বহি আছে। অন্ধ বিশ্বাসী, অহঙ্কাৰী আৰু গম্ভীৰ।

এই ল'ৰাটোৰে সৈতে তেওঁ কেইবছৰমান এই বিশ্ববিদ্যালয়ত কটাইছে আৰু সহপাঠী হোৱাৰ কাৰণে তেওঁ তেওঁক 'খোদা হাফিজ' বুলি ক'বলৈ আহিছে। এইটোৱেই সেই ল'ৰাটো যিটো ল'ৰাৰে সৈতে ঘণ্টাৰ পাছত ঘণ্টা বিক্ষিপ্ত ধৰণৰ তৰ্ক কৰিছিল, কেমত নৌকা বিহাৰ কৰিছিল, পথাৰত লৰি-ঢাপৰিৰ গীত গাইছিল, যি চম্পাৰ মন আৰু আত্মাৰ চাকনৈয়াত নিৰ্ভয়েৰে জ'পিয়াবলৈ সাজু হৈছিল। যি ৰাতিপুৱা, বৰষুণত তিতি-বুৰি বলিয়াৰ দৰে আহি তেওঁৰ ওচৰত বিয়াৰ কাৰণে প্ৰাৰ্থনা কৰিছিল। এই ল'ৰা যে লৰ্ড বাৰ্নফীল্ডৰ সৰু পুতেক ষ্টিল ভেৰিক এডৱিন হাবৰ্ড এচলে। যি সাঁথৰৰ উত্তৰ উলিয়াই তেওঁক সুধিলে, "তুমি এতিয়াও যোৱা নাই? কোনখন ৰেলত যাবা?" "চাৰে ছয় বজাৰ ৰেলত," চম্পাই ঘড়ী চাই উত্তৰ দিলে "তুমি কেতিয়া লণ্ডনলৈ আহিবা?" "যেতিয়াই আহোঁ, কিন্তু মোৰ যিমানদূৰ বিশ্বাস তোমাৰ লগত আৰু দেখা নহ'ব, মই তোমাক জীৱনত কেতিয়াও লগ পাব নোখোজেঁা।"

তেওঁ মনে মনে থাকিল। বতাহৰ মিঠা সুবাস কোঠালিত বিয়পি পৰিল।

হঠাৎ চম্পাই অতি আনন্দেৰে কথা আৰম্ভ কৰিলে। বিশ্ববিদ্যালয় এৰাৰ পাছত দলৰ মানুহবোৰে যি আঁচনি তৈয়াৰ কৰিছিল তাৰ আলোচনা কৰিলে। "মই এতিয়া আইন পঢ়িম।

"অভিনন্দন! তাৰ পাছত কি কৰিবা?"

জ্যোতিষ-বিদ্যা মই নাজানো যাৰ দ্বাৰা ৬২ চনত কি কৰিম আৰু ৬৫ চনত মোৰ কি লক্ষ্য হ'ব, ক'ব পাৰিম।" তেওঁ নিজৰ কণ্ঠস্বৰত প্ৰফুল্লতা আনিবলৈ চেষ্টা কৰি ক'লে।

"সেইটো ঠিকেই।" তেওঁ আলোচনী খনত মূৰ থৈ ক'লে।

"তুমি নিশ্চয় ডক্টৰেট লোৱাৰ পাছত ইয়াত সমালোচনাৰ কাৰণে ডাঙৰ ডাঙৰ কিতাপ লিখিবা, পৃথিৱীয়ে প্ৰশংসা কৰিব।"

"হ'ব পাৰে।"

"নহ'লে তুমি ডক্টৰেটৰ পৰা বিৰক্ত হৈ 'বেঙ্ক অব ইংলেণ্ডত' চাকৰি কৰিবা।'

"সেইটোও সম্ভৱ হ'ব পাৰে।"

"বাৰু, এতিয়া যাব লাগে।" চম্পাই ঘড়ী চাই ক'লে।

"যদি মই তোমাৰ ঠাইত হলোহেঁতেন, তেন্তে মই বেছি পলম নকৰিলোহেঁতেন, ৰেলৰ সময় ওচৰ চাপিল।" ষ্টিলে ক'লে আৰু থিয় হ'ল।

দুৱাৰখন বৰ ঠেক আছিল আৰু কেইবা শ বছৰৰ পৰা তাত মাধৱী-লতাই আবৰি আছিল। কেইবা শ বছৰৰ পৰা অসংখ্য বিদ্যাৰ্থীয়ে এইদৰেই দুৱাৰেদি খোদা হাফিজ বুলি ওলাই গৈছিল। তেওঁলোকক বাহিৰৰ পৃথিৱীলৈ ঠেলি দিয়া হৈছিল।

ষ্টিলে তলমূৰ কৰি তেওঁক যাবলৈ বাট দিলে আৰু হাত আগ বঢ়ালে।"

ইমান দিন......তেওঁ এটা এটা শব্দ বেলেগে বেলেগে আৰু স্পষ্ট গম্ভীৰ কণ্ঠত উচ্চাৰণ কৰিলে, "তোমাক জানি আৰু তোমাৰে সৈতে চিনাকি হৈ মোৰ অত্যন্ত আনন্দ হ'ল—খোদা হাফিজ।"

তেওঁ মাধৱী লতাৰ তলেদি মূৰ নমাই বাহিৰলৈ ওলাই আহিল। "তুমি মোক গেটলৈকে থবলৈ নাহা?" তেওঁ নিজৰ অটল, অনন্ত শূন্যতা অনুভৱ কৰি ভয়ার্ত্ত কণ্ঠত ক'লে।

"নাযাওঁ।" স্নিলে উত্তৰ দিলে। "মই সাথ'ৰ শেষ কৰিব লাগে।" তেওঁ ভিতৰলৈ ঘূৰি গ'ল। স্নিলে একেবাৰে স'চা কথা কৈছিল। সেই দিনাৰ পাছত চম্পা আহমদৰ সৈতে স্নিল এচলেৰ কেতিয়াও দেখা হোৱা নাই।

## ৪৬

টিলাৰ ওপৰত চেনিটৰিয়ামৰ চাকিবোৰ দেখা গৈছিল, যেন এন্ধাৰত প্ৰকাশ স্তম্ভহে জিলিকি আছিল, নাইবা কোনো অদৃশ্য সেচ্ছাসেৱকে কোনো বিপদজনক পাহাৰত সঙ্কেতৰ কাৰণে জুই জ্বলাই দিছিল। দূৰৈৰ পৰা এন্ধাৰত চাকিবোৰ এইদৰে জিলমিলাই আছিল যেন জীৱন আলোকময় হয়, আকৌ নুমাই যায়...

গৌতম নীলাম্বৰে বাছৰপৰা নামি জকমকাই থকা ঘৰৰ খটখটীত উঠিল, বগা গোলেৰীবোৰ পাৰ হৈ নিৰ্ম'লাৰ কোঠালিলৈ সোমাল।

তেওঁক দেখি নিৰ্মলা অতিশয় প্ৰসন্ন হৈ পৰিল। তেওঁ অহাৰ আগতে তেওঁ বেৰৰ ফালে মূৰ কৰি শুই আছিল আৰু কিবা ভাবি আছিল।

"বিবি!" গোতমৰ মাতত হঠাৎ তেওঁৰ কণ্ঠ ৰুদ্ধ হৈ গ'ল, বাহিৰৰ অশান্ত আৰু স্বাৰ্থপৰ দুখী পৃথিৱীৰ পৰা আঁতৰি তেওঁ কেনেকুৱা শান্তিৰ প্ৰতীক্ষাত লীন গৈ আছিল?

তেওঁক দেখাৰ লগে লগে তেওঁ উঠি বহিল, বেগাবেগিকৈ আঙুলিৰে চুলি ঠিক কৰিলে আৰু মনে মনে বৰ ৰুষ্ট হৈ পৰিল—ওচৰত যে আইনা এখনো নাই তেওঁ লৰালৰিকৈ নিজৰ চেহেৰাটো চাই লবলৈ। "বাঃ! তোমাক যে বেছ সুস্থ যেন লাগিছে। একেবাৰে ৰাঙলী আৰু সুন্দৰী জনী!"

"কিয় অতিৰঞ্জিত কথা কৈছা? মোৰ টেম্পেৰেচাৰ চাৰ্টখন চোৱাঁচোন—তেতিয়া বুজিব পাৰিবা। আজিও মোৰ জ্বৰ এশ এক আছিল। এমাহৰ পৰা এইদৰেই আছে।" তেওঁ যেন অতি গৰ্বেৰে ক'লে।

গোতমে আহত হৃদয়েৰে তেওঁৰ কাষত বহি পৰিল, বাহিৰত বৰ প্ৰসন্ন যেন হৈ থাকিবলৈ চেষ্টা কৰিছিল।

নিৰ্ম'লা, মই কেতিয়াও তোলৈ লক্ষ্য কৰা নাই, এতিয়া তয়েই মোৰ আত্মাত

লীন হৈ আছে, কিন্তু তেওঁ দুজনী ছোৱালীক একেলগে কিদৰে বিচাৰিব পাৰে, সেইটো তেওঁ বুজিব নোৱাৰিলে। চম্পা আৰু এই ছোৱালীজনী...যাৰ চম্পাৰ নিচিনা কোনো বিপদ জনক বিশেষতা নাছিল। সৰল, সুশীল, প্ৰসন্ন চিত্তৰ, নিষ্কলঙ্ক, ছোৱালী।

চম্পা এতিয়া ৰমেন অৱ দি ৱৰ্ল্ড' হৈ পৰিছে। আৰু তেওঁ অহৰহ পুৰুষক নিজৰ বিপদজনক আকৰ্ষণেৰে ভোল নিয়াই আহিছে। তেওঁ অনেকে যুগৰ উত্থান দেখিছিল, তথাপিও তেওঁ দুৰ্বল আছিল। নিৰ্ম'লা যি মৃত্যু শয্যাত পৰি আছে তেওঁ চম্পাক একেবাৰে পাহৰি পেলাব। কিমান চেষ্টাৰ পাছত যোৱা পাঁচ বছৰ তেওঁ চম্পাক নিজৰ মনৰ পৰা উলিয়াব পাৰিছে। একেখন ঠাই আৰু একে বন্ধু মণ্ডলীৰ লগত থকা সত্বেও তেওঁ অতি সফলতাৰে চম্পাৰ পৰা আঁতৰি আছে। এতিয়া তেওঁ চম্পাৰ আহ্বানৰ সন্মুখীন হ'ব নোৱাৰে। এই আহ্বান মেড্ৰিড, ৰোম আৰু ভিয়েনাত বজা অৰ্কেষ্ট্ৰাত শুনা যায়। বৰষুণৰ টোপালবোৰত বজাৰ আৰু হোটেলৰ চঞ্চল মুখৰতাত, আটলান্তিকৰ লহৰত, নিউইয়ৰ্কৰ কোলাহলত, প্ৰত্যেক ঠাইত এই আহ্বানে তেওঁক অনুসৰণ কৰিছে। শব্দৰ অত্যাচাৰত তেওঁ বিৰক্ত হৈ পৰিছে। হয়তো তেওঁৰ ভাগ্যত নীৰৱতা নাই। চম্পা ধ্বনি আছিল আৰু নিৰ্ম'লা নীৰৱতা। চম্পাই তেওঁক নানা ধৰণৰ কথা কৈছিল। সেই সকলোবোৰ কথা তেওঁৰ মনত আছে, সেই সন্ধিয়াবোৰ, দুপৰীয়াৰ প্ৰতিটো মুহূৰ্ত। এই সকলো সুৰৰ এক পৰম্পৰা আছিল দৃঢ় আৰু অটল। যেতিয়া গীত শেষ হৈ যায়, তেতিয়াও সুৰ বায়ুমণ্ডলত ৰৈ যায়। নিৰ্মলা মৌন আছিল! গোমতী মৌন আছিল যেন বৰ্ষাকালৰ দুপৰীয়াৰ শান্তি, বৰষুণ দিয়াৰ পাছত মুক্ত, কুৰ'লীৰে ঢকা সৰিয়হ খেতিৰ নীৰৱতা। নিৰ্মলাই কেতিয়াও তেওঁক ব্যক্তিগত কথা কোৱা নাছিল। আৰু চম্পাৰ প্ৰতিটো শব্দ প্ৰতিটো আচৰণৰ দ্বাৰা আন ব্যক্তিৰ সৈতে এক পৰোক্ষ (মিষ্টিক) সম্বন্ধ স্থাপিত হৈ গৈছিল।

এতিয়া মোক অলপ শান্তি দিয়া। তেওঁ নিৰ্ম'লাৰ ওচৰত মূৰ দোঁৱাই মনে মনে ক'লে। লগে লগে তেওঁৰ মূৰত হাত থলে।

"গৌতম"।

"এৰা বিবি!"

"সুৰেখাৰ নতুন ঘৰটো কেনেকুৱা?"

তেওঁ সবিস্তাৰে সুৰেখাৰ ঘৰৰ ভূগোল বুজালে। "ভাল হৈ গলে নিজেই গৈ চাই আহিবা।"

"এৰা নিশ্চয়—।" নিৰ্ম্মলাই অতি উৎসাহেৰে উত্তৰ দিলে।

"সম্প্ৰতি এজন নতুন পুৰুষ আহিছে—'তুৰ্গিয়ান' ভাগলপুৰী"।

"বাহ! কিমান মজাৰ নাম। অলপ বলিয়া নেকি?"

"নহয়।"

"চন্দ্রা আছে ?"

"আছে।"

"নিশা বহুত হ'ল, গৌতম মাষ্টৰ", নিৰ্ম্মলাই নিজৰ অভ্যাস অনুসৰি কামাল আৰু হৰিশঙ্কৰৰ সুৰত ক'লে। "অ' এটা কথা শুনা।" হঠাৎ নিৰ্ম্মলাই উল্লাসেৰে ক'লে, "ইমান ডাঙৰ কথাটো সুধিবলৈ পাহৰি গৈছোঁ।"

"কি ?" গৌতমে লাহেকৈ সুধিলে।

" কালি তালাতে কৈছিল যে ফাইনেল পৰীক্ষা দিয়াৰ পাছত চম্পা কেম্ব্রিজৰ পৰা লণ্ডনলৈ আহিছে। তুমি জানা ?"

"নাজানো", গৌতমে ক'লে।

"বাৰু।" নিৰ্ম্মলাই সৰল ভাবে উত্তৰ দিলে। "মোৰ মনেৰে তালাতে তোমাক ক'ব পায়। তুমি বেচেৰীক নিশ্চয় লগ ধৰিবা," তেওঁ মুৰটো গাৰুত থলে।

"মোৰ আজিকালি ইমান সময় ক'ত নিৰ্মল যে মানুহৰ সৈতে সামাজিক ভাৱে সাক্ষাৎ কৰোঁ"। তেওঁ নিৰ্ম্মলাৰ চকুৰ পৰা হাত সাৰি ক'লে—

"বাৰু, বিবি! খোদা হাফিজ! তেওঁ বেগাই দুৱাৰেদি বাহিৰলৈ ওলাই গ'ল।

নিৰ্ম্মলা—যাৰ ছয়োটা ইন্দ্রিয় (চিক্স চেন্স) জাগৃত হৈ আছিল, বুজিব পাৰিলে যে গৌতমে তেওঁক মিছা কথা কৈছে। তেওঁ চম্পা অহাৰ কথা জানে আৰু তেওঁৰ সলনি হোৱা মুখৰ বৰণৰ পৰা নিৰ্ম্মলাই এইটোও বুজিব পাৰিছে যে তেওঁ চম্পাক লগ ধৰিব।

তেওঁ লাহেকৈ 'বেড চুইচ'টো টিপি চাকিটো নুমুৱালে। তাৰ পিছত আকৌ বেৰৰ ফালে মুৰ কৰি শুই থাকিল।

গৌতমে নিৰ্ম্মলাক মিছা কৈছিল। সেইদিনা লিড্‌হৰ্ষ্টৰ পৰা অহাৰ অলপ আগতে তেওঁৰ ফোনৰ ঘণ্টা বাজিছিল। তেওঁ ৰিচিভাৰ তুলি ললে।

তেওঁ মাত শুনিলে।

"গৌতম...হেল্লো...হেৰা, গৌতম!"

তেওঁ মনে মনে থাকিল।

"গৌতম নীলাম্বৰ!" আনটো মূৰৰ পৰা চম্পাই চিঞৰি ক'লে, "কথাটো কি ? মোৰ মাত শুনিছা ?"

"শুনিছোঁ।"

"লাজ লাগিছে!" চম্পাই অতি সহজ সুৰেৰ ক'লে, "ডুবি মৰা দেও। আচৰিত কথা, মই ইমান বছৰ ইয়াত আছোঁ আৰু তুমি মোক এদিনো লগ পাব নোখোজা। মই তোমাক খাই পেলালোহেঁতেন নেকি ?" তেওঁ আকৌ হাঁহিলে।

তেওঁ মনে মনে থাকিল।

ইমান ৰাজনীতিজ্ঞ, প্ৰত্যুৎপন্নমতি মানুহ হৈয়ো তেওঁ একো উত্তৰ দিব নোৱাৰিলে।

চম্পাই ক'লে, "মই কেম্ব্ৰিজৰ পৰা আহিলোঁ আৰু ইয়াত জন কাৰ্টাৰৰ ঘৰত আছোঁ। এদিন আহিবা লগ পাবলৈ।"

"বাৰু চম্পা, মই যাম।" গৌতমে হতভম্ব হৈ উত্তৰ দিলে। তেওঁ কেনেকৈ জানিব যে তেওঁৰ মাতটো শুনি আনটো মূৰৰ পৰা চম্পা ইমান প্ৰসন্ন হৈছে যেন সমগ্ৰ পৃথিৱীৰ সকলো ধন-সম্পত্তি তেওঁ প্ৰাপ্ত কৰিছে।

লিড্‌হস্তৰ পৰা উলটি আহোঁতে নিশা বাৰ বাজিল, নিজৰ কোঠাত সোমাই তেওঁ ভয়ে ভয়ে ফোন তুলিলে আৰু জন কাৰ্টাৰৰ নম্বৰ 'ডায়েল' কৰিলে। "হেল্লো, কোনে কৈছে? সিফালৰ পৰা জনৰ অস্পষ্ট মাত শুনা গ'ল।

"মিছ আহমদ আছে?"

"আপুনি কোনে কৈছে?"

"নীলাম্বৰ।"

"অ' হেল্লো, মিষ্টাৰ নীলাম্বৰ। মিছ আহমদ এতিয়া ক'ৰবালৈ গৈছে।"

"কিবা দৰ্কাৰী কথা আছিল নেকি?"

গৌতমৰ কণ্ঠ স্বৰৰ ব্যগ্ৰতা অনুভৱ কৰি নীলে ক'লে, "ফিৰোজ, সুৰেখা, জৰীনা, অমলা, তালাত এওঁলোকলৈ ফোন কৰক। হয়তো পাই যাব।"

"অশেষ, অশেষ ধন্যবাদ। তেনেকুৱা কোনো বিশেষ কথা নাই। গুড নাইট।" তেওঁ নিজৰ মূৰ্খতা অনুভৱ কৰিলে। তেওঁ ৰিচিভাৰটো থৈ দিলে আৰু চিগাৰেট জ্বলাই খিৰিকী মুখত থিয় হ'ল।

## ৪৭

"মই এখন কিতাপ লিখিব খুজিছোঁ যাৰ নাম হ'ব 'পোৰট্ৰেট অব দি আৰ্টিষ্ট ইজ এ ডন জুৱান!'

কামালে মুখ ঘূৰাই ক'লে। তেওঁলোক সুৰেখাৰ ড্ৰয়িং ৰুমৰ মজিয়াত ভৰি মেলি বহি আছিল, কোঠালিটোৰ ডাঙৰ দুৱাৰ খন মেলা আছিল। বসন্তকালৰ ৰ দালিৰে ভৰা এটা দিন। সুৰেখাই দুৱাৰ মুখত বহি মেচিনত পেটিকোটৰ লেচ চিলাই কৰিছিল।

ফিৰোজ বাবুৰ্চীখানাতে ৰন্ধা বঢ়াত ব্যস্ত আছিল। সেইদিনা হৰিশঙ্কৰো ৱাচিংটনৰ পৰা আহি কায়ৰোলৈ গৈছিল। "এয়া হৰিশঙ্কৰ আৰু গৌতমৰ কথা চোৱা। অতি ব্যস্ত লোক হৈ পৰিছে এওঁলোক আজি-কালি। ৰাতিপুৱাই

গৌতমৰ ফোন আহিছিল। আকৌ মস্কোলৈ গৈছে।" গুলচনে ক'লে, "গৌতম যেন হিউৱেনচাংহে।" কামালে ক'লে—"প্ৰায়েই চীনৰ পৰা আহি থাকে।"

ফ্লেটত চন্দ্ৰা মাথুৰে এটা গীত আৰম্ভ কৰিলে। চন্দ্ৰা তেওঁলোকৰ পুৰণি বান্ধৱী। নিউইয়ৰ্কৰ পৰা দিল্লীলৈ যাওঁতে জেৰীনাৰ ঘৰত লণ্ডনত থাকি গৈছিল। ড্ৰইং ৰুমৰ আনটো মূৰত, 'তুগিয়ান' চাহাবে সুৰেখাৰ স্বামী গুলচন আহুজাৰ সৈতে কথা-বতৰাত ব্যস্ত আছিল।

ৰবিবাৰৰ দিনটো বৰ মনোৰম আৰু শান্তিপূৰ্ণ আছিল, ৰাতিপুৱা যেতিয়া চম্পা জন কাৰ্টাৰৰ ঘৰৰ পৰা সুৰেখাৰ ঘৰলৈ আহিবলৈ বাচত উঠিছিল, বাচৰ বুঢ়া পৰিচালকে তেওঁক দেখি প্ৰসন্নভাৱে মিচিকিয়াই কৈছিল—"মাই ডিয়েৰ, তোমাক বৰ ধুনীয়া লাগিছে। তোমাৰ 'বয় ফ্ৰেণ্ড' তোমাক দেখি মুগ্ধ হ'ব।" তেওঁ বৰ সুখী হ'ল, কালি তেওঁ ফোন কৰি গৌতমৰ সৈতে কথা পাতিছিল। ইমান বছৰৰ পাছত তেওঁৰ মাত শুনিছিল। তেওঁ সুৰেখাৰ ঘৰলৈ আহিল। তাত সভা বহিছিল। অতি আনন্দেৰে তেওঁ সকলোৰে সৈতে কথা পাতিলে।

"হৰিশঙ্কৰ ডাঙৰীয়া! হেৰা হৰিশঙ্কৰ দেউ।" তালাতে বান্ধনি শালৰ পৰা মাত লগালে।

ফুলনিৰ দুৱাৰ মুখত থিয় হৈ থকা হৰিশঙ্কৰ জাঁপ মাৰি ভিতৰলৈ আহিল —নিয়া, এয়া, গৰম গৰম লুচি, চম্পা ক'ত? এই প্লেটখন তেওঁক দি আহাঁ।"

'গুলফিচাঁ'ৰ সেই ঘৰুৱা পৰিবেশ ইয়াতো বিদ্যমান আছিল! ঘৰ যি কেতিয়াও তেওঁক আকৰ্ষিত কৰিব নোৱাৰিব। খিড়িকী মুখত বহি বহি অজানিত ভাবে চম্পাৰ বুকু কঁপি উঠিল। হাতত প্লেট লৈ হৰিশঙ্কৰে কোঠালিৰ চাৰিওফালে চালে। চম্পা খিড়িকীৰ আনটো মূৰত বহি আছিল। তেওঁক দেখি তেওঁৰ সকলো কথা মনত পৰিল। পেৰিচৰ অস্পষ্ট পোহৰ, বোহেমিয়ান—এটা অলস মানসিক জীৱন। য'ত দৰ্শন আছিল আৰু নতুন ফৰাচী সাহিত্য। কেম্ব্ৰিজৰ চতুৰ্ভূজ ক্ষেত্ৰ আৰু কত কি? এনেকুৱা ধৰণৰ বস্তু! চম্পা, তুমি যে অতি সোনকালে একেবাৰে আনটো মূৰ পালাগৈ। নাজানো, এতিয়া তুমি প্ৰাণ খুলি হাহাঁনে নাহাঁহা। তুমি সদায় বিচাৰি আছিলা সেই প্ৰস্তুতি তুমি ৰাখিছানে নাই? সুৰেখা, তালাত, ফিৰোজ, এই ছোৱালীবোৰলৈ চোৱা, কিমান বুধিয়ক। "চম্পা, নিয়া লুচি খোৱা।" তেওঁ চিঞৰি ক'লে। চম্পাৰ ওচৰলৈ গৈ আঁঠুত ভৰ দি বহি পৰিল।

"এওঁলোকৰ কি হ'ল! সকলোবোৰ নীৰৱ হৈ গ'ল। "তুগিয়ান' চাহাবে কথা কৈ কৈ অলপ ৰৈ লাহেকৈ গুলচনক সুধিলে।

"এওঁলোক কিবা চিন্তা কৰিছে," গুলচনে নিৰ্ভয়েৰে উত্তৰ দিলে।

"বৰ আনন্দেৰে ভৰা সময়।" 'তুগিয়ান' চাহাবে ক'লে, 'সুৰেখা দেৱীয়ে যে,

কাপোৰ চিলাবও জানে, সেইটো মই নাজানিছিলোঁ। কামালদেৱে লুচি খাই আছে। চন্দ্ৰাদেৱীয়ে ফুলনিত কুকুৰা চৰাইছে। তালাতে লুচি ভাজিছে। এইটো একেবাৰে গুৰুদেৱ ঠাকুৰৰ উপন্যাসৰ নিচিনা পৰিৱেশ, শান্ত, কাব্যময়, মধুৰ।"

"হেৰি আপুনি জানো গুৰুদেৱ ঠাকুৰৰ উপন্যাস দেখিছে।" গুলচনে খঙেৰে ক'লে, "তালাত, তুমি আটাইবোৰ লুচি পুৰি পেলালা। চাহ পঠিয়াই দিয়া।"

'তুগিয়ান' চাহাব আকৌ ধ্যানস্থ হৈ পৰিল।

"হেল্লো চম্পা!" চম্পাই বাতৰি-কাকত পঢ়াৰ পৰা মূৰ দাঙি ক'লে, "কি হ'ল?"

"এতিয়া সুধিছা কি হ'ল। খোদাৰ শপত, এওঁৰ স্বেচ্ছাচাৰিতাৰ সীমা নাই।"

"একো হোৱা নাই। চম্পা, চাহ খাবা?"

"কৰি দিয়া।"

তেওঁ পিয়লাটো দাঙি লোৱাৰ লগে লগে চামুচখন তলত পৰি গ'ল। আমি এজনে আনজনৰ জীৱনত জীয়াই আছোঁ আৰু অবিৰাম এজনে আনজনক মাৰি জী আছোঁ।

"চম্পা!" হৰিশঙ্কৰে ক'লে, "আমাৰ সকলোৰে ভিতৰত তুমিয়েই 'গ্ৰেট'। কিয়নো, তোমাৰ অন্তৰত অগাধ ভালপোৱা আৰু অপাৰ আশ্ৰয় আছে।" তেওঁ হঠাৎ লাহেকৈ ক'লে, "শুনা ইউ. এন. অ'ত এখন বৰ ভাল ঠাই ওলাইছে। ভাৰতৰ ওচৰত, তোমাৰ কাৰণে চেষ্টা কৰোঁ?"

"তোমাৰ উদ্দেশ্য কি? মই গোটেই জীৱন এই দৰে অনাই বনাই ঘূৰি ফুৰিম?"

"ইয়াৰ বাহিৰেনো আৰু তুমি কি কৰিবা?" হৰিশঙ্কৰে ক'লে। হঠাৎ তেওঁ নিজৰ এই সুস্পষ্ট ভুল বুজিব পাৰিলে। কিন্তু এওঁ যে বৰ সাহসী আৰু উদাৰ হৃদয়ৰ। এওঁনো কি বেয়া পাব।

"মোৰ উদ্দেশ্য!" তেওঁ থত্‌মত্ খাই কথা সলালে। "তোমাৰ ইমান আত্মবিশ্বাস আছে যে তুমি জানো এই ছোৱালীবোৰৰ দৰে ক'ৰবাত ভাতৰ চৰু লৈ বহি থাকিবা।" তেওঁ ৰান্ধনি শালত সোমাই থকা ছোৱালীবোৰৰ ফালে চাই ক'লে, "হেৰা, তুমি যে এভাৰেষ্ট পৰ্য্যন্ত আৰামত উঠিব পাৰিবা। তুমি বৰ গ্ৰেট চম্পা।" এইবাৰ তেওঁৰ কণ্ঠ বুদ্ধ হ'ল। হঠাৎ তেওঁৰ চম্পাৰ প্ৰতি বৰ দয়া উপজিল। তেওঁ মনে মনে বহি ফুলনিলৈ চাই ৰ'ল। কোঠালিটোৰ সিমূৰত আকৌ ডাঙৰ ডাঙৰকৈ কথা-বতৰা আৰম্ভ হ'ল। হঠাৎ চম্পাৰ এনে লাগিল যেন তেওঁৰ অন্তিম সময় উপস্থিত হ'ল।

কোঠালিটো জোৰেৰে নাচিবলৈ ধৰিলে। ফুলনিত ফুৰি ফুৰা চন্দ্ৰাক তেওঁৰ মাটিৰ চাকিবোৰৰ দৰে ঘূৰি ফুৰা যেন লাগিল।

কোঠালিত বহি থকা মানুহবোৰে কাঠৰ পুতলাৰ দৰে আচৰিত শব্দ উলিয়াই

আছে। 'তুগিয়ান' চাহাবক তেওঁৰ এটা বৰ ডাঙৰ হাঁহ যেন লাগিল, যি তলত টেকটেকাই আছে।

"মই বলিয়া হৈ যাম।" তেওঁ লাহেকৈ ক'লে আৰু তেওঁৰ চকুযুৰি পানীৰে উপচি পৰিল। ইয়াৰ আগতে হৰিশঙ্কৰে কেতিয়াও তেওঁৰ চকুত পানী দেখা নাছিল।

"চম্পা! খোদাৰ শপত প্ৰেমক ভাব প্ৰৱণতালৈ পৰিৱৰ্ত্তন নকৰিবা!"

"কি বাজ মিস্ত্ৰীৰ নিচিনা কথা কৈছা?" চম্পাই বলেৰে হাঁহিলে।

' মই প্ৰেম কৰিছোঁনে কোনো ঘৰৰ নক্সা তৈয়াৰ কৰিবলৈ ওলাইছোঁ?"

"চম্পা"! হৰিশঙ্কৰে সেই দৰেই বিৰোধ কৰি ক'লে।

"তোমাৰ মনোবৃত্তি কাল্পনিক আছিল আগৰে পৰা। তোমাৰ চিন্তাত ৰাগনেৰৰ বোজা আছে। আগতেও আছিল আৰু এতিয়া অধিক হৈ পৰিছে। তুমি নিজৰ নিৰ্ম্মল আত্মাৰ সৰ্বনাশ কৰি পেলাইছা। দহবছৰ বাগৰি গ'ল, কিন্তু তোমাৰ একো পৰিৱৰ্তন নহ'ল।"

"হৰিশঙ্কৰ!" চম্পাই তলমূৰ কৰি ক'লে, "মোৰ কাৰণে দুখ নকৰিবা। মোৰ আজিলৈকে পৰাজয়ৰ অনুভূতি হোৱা নাই। মই এইটো জানিব খুজিছোঁ যে পৰাজয় কি দৰে হয়।"

'ডাইনিং টেবুলত' তুগিয়ান চাহাবৰ কণ্ঠস্বৰ উচ্চ হৈ পৰিল, "আমি সকলো হৈছোঁ ছাঁ! ছাঁ—।"

"এৰা, ঠিক কৈছে। "গুলচনে বিৰক্ত হৈ চিগাৰেট জ্বলালে আৰু অমনোযোগেৰে চম্পাক চাবলৈ ধৰিলে।

"কমিউনিষ্টে মাৰ্ক্সিজমক ধ্বংস কৰিলে।" তুগিয়ান চাহাবে আন প্ৰসঙ্গ আৰম্ভ কৰিলে। এওঁ বৰ শক্তিশালী সমাজবাদী আছিল।

চুফীজিম্ এওঁৰ বাহ্যিক চিন্তা আছিল। তেওঁ হিন্দীত অনেক উপন্যাস লিখিছে। এতিয়া ইংৰাজীত লিখিবলৈ স্থিৰ কৰিছে। তেওঁৰ সম্পূৰ্ণ নাম ৰায় হৰবন্স ৰায় 'তুগিয়ান' ভাগলপুৰী।

"মোৰ গুৰুৱে মোক কৈছিল......", তেওঁ ক'বলৈ আৰম্ভ কৰিলে।

"এওঁৰ এজন মুছলমান গুৰু শ্ৰীনগৰত থাকে।" হৰিশঙ্কৰে লাহেকৈ চম্পাক ক'লে!

"মোৰ গুৰুৱে মোক কৈছিল—বোপাই, তই ৰাছিয়ালৈ যা।"

"আৰু এই নাস্তিকহঁতক সঁচা সমাজবাদৰ উদাহৰণ দেখুৱাই পোন বাটলৈ নে।" তালাতে ৰান্ধনিশালৰ পৰা বাক্যটো পূৰা কৰিলে।

"এওঁ যে নিজৰ গুৰুকো হাত কৰিলে।" চন্দ্ৰাই ফুলনিৰ দুৱাৰ মুখলৈ আহি ক'লে। তুগিয়ান চাহাবে তেওঁক আচৰিতভাৱে চালে।

"এওঁ কোন মহিলা?" তেওঁ সুৰেখাক সুধিলে।

"এই মহিলাও প্ৰগতিবাদী চিন্তাধাৰাৰ গৰাকী। কিন্তু ডলাৰ ঘটাৰ উদ্দেশ্যেৰে এওঁ নিউইয়ৰ্কৰ আকাশবাণীৰ পৰা হিন্দীত বাৰ্তাৰ দিয়ে। এওঁৰ আকাশী জাহাজ এতিয়া ইয়ালৈ আহিছে।" কামালে উত্তৰ দিলে।

"এৰা, মই কৈছোঁ নহয় যে আমি সকলো ছাঁ। মই, তুমি, আৰু তোমাৰ গৌতম নীলাম্বৰো। মোৰ গুৰুৱে কৈছিল......"

"এতিয়া মৰো এটা বাতৰি শুনাওঁ। শান্তা আৰু বিলৰ মাজত খকা-খুন্দা লাগি আছে।" তালাতে ক'লে, "আৰু বিলে তেওঁক এৰিব খুজিছে।"

"প্ৰায় ভাগ বুদ্ধি জীৱী মানুহে নিজৰ তিৰোতাক বুদ্ধিজীৱী হ'লেও ত্যাগ কৰে। কামালে নিসঙ্কোচেৰে ক'লে। "আজি-কালি এওঁৰ কি খবৰ ?" সুৰেখাই লাহেকৈ সুধিলে। "হেৰা, সেই যে স্লিল এচলে, কালি মই তেওঁক দেখিছিলোঁ, সুজাতা মুখাৰ্জীৰ ঘৰত, সশৰীৰে আছে। তেৰেঁা মনৰ শান্তিৰ কাৰণে...... ?" তালাতে সুধিলে।

"ফিৰোজে মজিয়াত বহি ক'লে, "মধ্যম শ্ৰেণীৰ ছোৱালীবোৰ ইমান কল্পনা-বিলাসী হয় কিয় ?"

"মানে এতিয়াও হয়। তুমি যিদৰেহে কৈছা যেন এইটো বিপ্লৱৰ পাছৰ সময়। অনাগত যুগৰ বিশুদ্ধ ঐতিহাসিকৰ অনুমানত আমি তৰ্ক কৰি আছোহঁক।"

"মই তাকেই ভাবিছোঁ"—কোঠালিটোৰ আন এটা মূৰৰ পৰা হৰিশঙ্কৰে কামালক ক'লে।" ছোৱালীবোৰৰ সমস্যা বৰ আওপকীয়া হয়। অলপ এওঁ-লোকক চোৱাচোন, কিমান তন্ময় হৈ আছে, এই সময়ত। এজনীয়ে নতুন ব্লাউজ চিলাই কৰিছে কাৰণে আনন্দত অধীৰ হৈ পৰিছে। আনজনীয়ে ইফাল সিফাললৈ গৈ গল্প কৰিয়েই সুখী হৈছে। কিন্তু দৰাচলতে এওঁলোকে কিমান গধুৰ দুখৰ বোজা বহন কৰিব লাগে। এটা সন্তান জন্ম দি তাৰ দ্বাৰা সমগ্ৰ সংসাৰৰ দায়িত্ব লব লাগে। বেচেৰীহঁত, নিজক আন এটা মানুহৰ হাতত সঁপি দিয়ে। এওঁলোকক সুখী কৰা কিমান সহজ কথা ! কিমান সৰু সৰু বস্তু পাই সুখী হৈ যায় এওঁলোক। এওঁলোকক দেৱী কৰি ৰখা উচিত। এওঁলোকৰ মনত কষ্ট দিয়া সকলোতকৈ ডাঙৰ পাপ।"

তালাত হৰিশঙ্কৰৰ ফালে আহিল। হৰিশঙ্কৰে আকৌ অতিশয়োক্তিৰে কাম লৈছে। এই অতিশয়োক্তি তালাতৰ সদায় সকলো ক্ষেত্ৰতে চকুত পৰিছিল ; গৌতম নীলাম্বৰৰ চৰিত্ৰত, চম্পাৰ, অম্পীৰ ! এওঁলোক যেন মানুহৰ ডাঙৰ কৰি ৰখা ছবি আছিল, এই ভয়ত কেতিয়াবা তেওঁ কেন্দ্ৰ স্থানৰ বাহিৰ হৈ গৈছিল।

"ডাঙৰীয়া, কি অলাগতিয়াল কথা কৈছা। তেওঁ গম্ভীৰ কণ্ঠেৰে ক'লে, "এই শলাগনি আন কাবোবাক দিবা। ক'ৰ দেৱী আৰু কেনেকুৱা দেৱতা— এই কবিতা থোৱা। আৰ্থিক স্বাধীনতাই মূল কথা।"

“এই কথাটো যে তুমি বুজি নোপোৱা। আৰ্থিক স্বাধীনতা যদি আচল বস্তু হয়, তেন্তে এই সময়ত চম্পা বেগম ফুলনিত ঘূৰি নুফুৰিলেহেঁতেন।” শঙ্কৰে উত্তৰ দিলে।

“উস্......তেওঁৰ মগজ বেয়া হৈছে”, তালাতে ক'লে। “এইবাৰ শুনক, ইমান উপযুক্ত ছোৱালী, কেম্ব্রিজত সকলোকে প্ৰভাৱিত কৰি আহিছে। যাকে লগ পায়, তেৱেঁই মুগ্ধ হৈ যায়। আৰু আপুনি তেওঁৰ মগজ বেয়া হৈছে বুলি কৈছে।”

“কিয়হে, কমিউনিষ্ট মানুহে প্ৰেম নকৰে?” তুগিয়ান চাহাবে গুলচনক সুধিলে।

“বাবু, ঈশ্বৰে আপোনাক ৰক্ষা কৰক।” খণ্ডত জ্বলি পাক তালাত উলটি গুচি গ'ল।

“বিবি!” হৰিশঙ্কৰে তেওঁক অতি মৰমেৰে মাতিলে। এতিয়া তুমি আৰু পঢ়া। এইবাৰ লাগিলে তুমি পি, এইচ, ডি কৰি লোৱা।”

“কোন মূৰ্খই কৈছে যে আৰ্থিক স্বাধীনতাৰ প্ৰয়োজন নাই। নিজৰ মনক সৰু নকৰিবা।”

“পি, এইচ, ডি কৰিলে এনেহে লাড়ু পাম। তিনিশ টকীয়া চাকৰি.. ... মাত্ৰ তিনিশ টকাৰ—” তেওঁ হৰিশঙ্কৰৰ নাকৰ আগত তিনিটা আঙুলি ধৰি দেখুৱালে।

“হেৰা, টকাই সকলো নহয়। এইখন নতুন ভাৰত। আমি সকলোৱে ইয়াৰ কাৰণে কাম কৰিব লাগিব।”

চম্পাই ঘূৰি পাক আহি এবাৰ কোঠালিটোত ভুমুকিয়ালে। এওঁলোক সকলোকে কথা বতৰাত ব্যস্ত হৈ থকা দেখি ফুলনিৰ পৰা ওলাই বাহিৰৰ বাটলৈ আহিল।

## 8৮

বৰফ বেগেৰে পৰিবলৈ ধৰিলে। সুজাতা দেৱীয়ে খিড়িকী বন্ধ কৰি দিলে।

স্বামী দেবিকানন্দই গীতাৰ পাত লুটিয়াই জন-সমূহক চালে। এওঁ কামাল আৰু হৰিশঙ্কৰৰ সেই ইংৰাজ অধ্যাপক আছিল, যি তেৰ চৈধ্য বছৰৰ আগতে এদিন লক্ষ্ণৌৰ লামৰ্টিনেয়ৰ কলেজৰ পৰা হঠাৎ অদৃশ্য হৈ পৰিছিল। কামাল আৰু হৰিশঙ্কৰে হৰিদ্বাৰত তেওঁক চাৰিও ফালে বিচাৰি ফুৰিছিল। এতিয়া তেওঁ গেৰুৱা কাপোৰ পিন্ধি, দাড়ি ৰাখি ইউৰোপ আৰু আমেৰিকাত ভাষণ দি

ফ্ৰিছে। গৌতমে সুজাতা মুখাৰ্জ্জীৰ ঘৰলৈ গৈ খিড়িকীয়েদি জুমি চাই দেখিলে যে স্বামীজী ইংৰাজ ছোৱালী কিছুমানৰ মাজত বহি আছে। এফালে কীৰ্ত্তন হৈ আছে, সুজাতা মুখাৰ্জ্জীয়ে সকলোকে কফি দিয়াত ব্যস্ত হৈ পৰিছে। কেইবা মাহৰ পাছত সেইদিনা ৰাতিপুৱা গৌতম মস্কোৰ পৰা ঘূৰি আহিছে। কামালে তেওঁৰ দ্বাৰা ভাৰতৰ বিভিন্ন ঠাইলৈ যি প্ৰাৰ্থনা পত্ৰ পঠিয়াইছিল, তাৰ উত্তৰত 'ইণ্ডিয়া হাউচ'ত গৌতমৰ মেজলৈ বহুত লেফাফা আহিছে। তেওঁ এইবোৰ নোখোলাকৈ আনন্দত উত্রাৱল হৈ কামালক চাৰিওফালে বিচাৰি ফুৰিছিল। সুৰেখাৰ ঘৰত জানিব পাৰিলে যে কামাল আৰু হৰিশঙ্কৰে নিজৰ পুৰণি অধ্যাপকক লগ পাবলৈ সুজাতা মুখাৰ্জ্জীৰ ঘৰলৈ গৈছে। তেওঁলোক তাতো নাছিল। ভিতৰলৈ আহি গৌতম এচুকত মাইকেলৰ ওচৰত বহিল।

"তোমাৰ এই স্বামীজীক একেবাৰে ভণ্ড যেন লাগিছে।" মাইকেলে ক'লে। "মই জানিব পাৰিছোঁ যে ধৰ্ম্ম প্ৰচাৰ কৰিবলৈ আমেৰিকাই এওঁক বহুত টকা দিছে। আৰু এওঁ কংগ্ৰেছ অৱ কালচাৰেল ফ্ৰিডমৰ ফালৰ পৰা এই ভ্ৰমণত ওলাইছে।"

"তুমি এতিয়াও ইজৰাইললৈ যোৱা নাই?" গৌতমে সুধিলে। "নাই যোৱা। অলপতে যাম বুলি ভাবিছোঁ।"

মাইকেলৰ মাত শুনি সুজাতা দেবী ওচৰ চাপি আহিল।

"নমস্কাৰ মিঃ নীলাম্বৰ!" তেওঁ ক'লে।

"নমস্কাৰ, সুজাতা বাইদেউ।"

ভালেমান ফুল তুলি নাগিচ কোঠালিলৈ আহিল। "মই এই ফুলবোৰ হালধীয়া হ'ব বুলি ভাবিছিলোঁ। পিছে পোহৰলৈ আহি দেখিলোঁ, সকলো ৰঙা হ'ল।" তওঁ স্বামীজীৰ ওচৰত ফুল বোৰ থৈ ক'লে।

"নাগিচ!" গৌতমে দুঃখিত হৈ লাহে লাহে ক'লে, "এইবোৰ কি ভেশচন কৰিছা?"

"গৌতম, সংস্কৃতিৰ কাৰণে, সকলোবোৰ সংস্কৃতিৰ কাৰণে।" তেওঁ গৌতমে শুনাকৈ উত্তৰ দিলে।

"কামাল ক'ত?"

"হয়তো তেওঁলোক লিড্ হুষ্টৰ পৰা উলটি অহা নাই।"

"লিড্ হুষ্ট"। গৌতমৰ মনটো গধুৰ হৈ পৰিল। "কিন্তু আজি যে ৰবিবাৰ নহয়।"

"নিৰ্ম্মলাৰ আনটো কলিজাৰ অস্ত্ৰোপচাৰ কৰা হ'ল। তুমি নাজানা? অ', তুমি আজিহে বাহিৰৰ পৰা আহিছা।"

"সকলো গৈছে, সকলো নিজৰ নিজৰ লক্ষ্য পথৰ পিনে গৈ আছে।"

সুজাতা মুখাৰ্জীয়ে আধা মেলা চকুৰে গৌতমক চাই ক'লে, "তোমালোকৰ গোটেইটো পাৰ্টী ভাৰতলৈ ঘূৰি যাব, আজি নাগিচে ক'লে। মাইকেলো যাব।"

"সুজাতা দেৱী, এইটো পৃথিৱীৰ নিয়মেই। মানুহ আহে আৰু যায়।"

"সেইটো মই জানো। মানুহ অহা যোৱা কৰি থাকে। কিন্তু যি এবাৰ যায় সি আৰু কেতিয়াও ঘূৰি নাহে।"

এতিয়া তেওঁ আকৌ গুৰুদেৱ ঠাকুৰৰ দৃষ্টান্ত দাঙি ধৰিব খুজিছিল। গৌতম উঠিল।

"নাগিচ।" তেওঁ ঘূৰি ক'লে, "মই কামালক ভালকৈ বিচাৰিব লাগে। তেওঁৰ নামত বৰ জৰুৰী চিঠি এখন আহিছে।"

"বি, বি, চিৰ কেন্‌টিনত চাই লোৱা। নহ'লে 'চুজেকা চৰাই' ত আছে তেওঁলোক। স্বামীজীক লগ পাই যোৱা।"

গৌতমে আকৌ তলমূৰ কৰিলে। সকলোকে নমস্কাৰ কৰি বাহিৰলৈ ওলাই গ'ল।

এই সময়ত 'চুজেকা চৰাই' নীৰৱ হৈ আছিল। মাত্ৰ এজনী ছোৱালী দুৱাৰৰ ফালে পিঠি দি এখন ওখ টুলত বহি কফি খাই আছিল। গৌতমে পৰিচাৰিকাক সুধিবলৈ কাউণ্টাৰৰ ফালে গ'ল। বি, বি, চিৰ মানুহবোৰ এতিয়াও এইফালে অহা নাই নহয়। টুলত বহি থকা ছোৱালীজনীয়ে তেওঁলৈ ঘূৰি চালে। তেওঁ চম্পা আহমদ।

"হেল্লো। তুমি ইয়াত আছা।" গৌতমে আচৰিত হৈ ক'লে।

তেওঁ নিজৰ ঠাইৰ পৰা নামি আহি দাঁতিৰ টুলত বহিল। "তুমিয়েই কৈছিলা নহয় যে পৃথিৱীখন বৰ সৰু, আমাৰ আকৌ ক'ৰবাত নহয় ক'ৰবাত নিশ্চয় দেখা হ'ব।"

"এতিয়া ইমান সৰুও নহয়।" গৌতমে অলপ ক্ষুণ্ণ হৈ ক'লে, "প্ৰত্যেকটো কথাকে সঠিক বুলি ধৰি লোৱাটো উচিত নহয়।" "সকলো কথাক সঠিক বুলি তুমিয়েই কোৱা।"

"কেনেকৈ ?" গৌতমে আকৌ কামালক বিচাৰি চাৰিওফালে চকু ফুৰাই সুধিলে।

"মই তোমাক এবাৰ কৈছিলোঁ, তোমাক মোৰ বৰ ভাল লাগে। বৰ সংক্ষিপ্ত কথা আছিল। তুমি ইয়াক বাস্তৱৰ ফালে লৈ গলা। এইটো তোমাৰ দোষ।" তেওঁ আঙুলি দাঙি ক'লে।" সংক্ষিপ্ত কথাৰ প্ৰসঙ্গ নুলিয়াবা।" গৌতমে অতি বিৰক্তিৰে ক'লে। "মই এতিয়া সুজাতা দেৱীৰ ঘৰত স্বামী দেৱিকানন্দক লগ পাই আহিছোঁ। তুমি কামালক দেখা নাই ?"

"নাই।" চম্পাই বুদ্ধ স্বৰেৰে উত্তৰ দিলে। এই মানুহটোৱে ক্ষণে ক্ষণে

কিদৰে ৰং সলাই থাকে। "তুমি মোক সেইদিনা ফোন কৰিছিলা নহয়? জন কাৰ্টৰৰ ঘৰলৈ ? ইউৰোপলৈ যোৱাৰ আগতে ?"

"কৰিছিলোঁ হয়।" গৌতমে নিজক এইদৰে ধৰা দি একেবাৰে ভাল পোৱা নাছিল।

"কিয়নো তুমি মোলৈ ফোন কৰিছিলা, কেম্ব্ৰিজৰ পৰা আহি? গৌতম! তুমি এইদৰে কথাই কথাই মোক আহত কৰিব খোজা কিয়? আগতেতো তুমি এনেকুৱা নাছিল। প্ৰায় সাত বছৰৰ পাছত মই তোমাক লগ পাইছোঁ। অলপ ভদ্ৰভাৱে কথা কোৱাচোঁন।"

"চম্পা।" গৌতম ক'লে, "মই এতিয়া বৰ ক্লান্ত। কামালৰ কেইবাখনো জুৰুৰী চিঠি আছে। হয়তো তেওঁ দুই তিনি দিনৰ ভিতৰত ইণ্টাৰ্বিভিউৰ কাৰণে দিল্লীলৈ যাব লাগিব। নিৰ্মলাৰ আৰু এটা অস্ত্ৰোপচাৰ হ'ল। তুমি চৌব্বিছ ঘণ্টা সপোনৰ ৰাজ্যত বুৰ গৈ থাকা। পৃথিৱীখনে নো প্ৰতিটো ক্ষণতে কেনেকৈ তোমাৰ সপোনৰ সঙ্গী হ'ব ?"

তেওঁ তৎক্ষণাত থিয় হ'ল। "ব'লা, কামালক বিচাৰোঁ। মই এইবোৰ নাজানিছিলোঁ।" গৌতমে তেওঁলৈ চালে। তেওঁ কেনেকুৱা অদ্ভুত আৰু মোহনীয়া আছিল!

চৰাই ঘৰৰ পৰা গৌতম বাহিৰলৈ ওলাই সুৰেখাৰ ঘৰলৈ ফোন কৰিলে। সিফালৰ পৰা গুলচনে উত্তৰ দিলে, "কামালৰ ঠিকনা নাজানো। হয়তো চাৰ ৰোজৰৰ ঘৰলৈ নিৰ্ম্মলাৰ ৰিপোৰ্ট আনিবলৈ যাব পায়। সুৰেখা এতিয়াও ৰাডাৰ* পৰা ঘূৰি অহা নাই। কামালে কৈছিল, তেওঁ চাৰ ৰোজৰৰ ঘৰৰ পৰা আমাৰ ঘৰলৈ আহিব। তুমি আহাঁ। মই কলেজলৈ ওলাইছোঁ, চাবি ওচৰৰ ঘৰত দি যাম।"

"কোনোবা লিড্‌হৰ্ষ্টলৈ গৈছে নেকি?" গৌতমে সুধিলে। "তালাত আৰু হৰিশঙ্কৰ গৈছে, যদি তুমিও যোৱা, তেন্তে মোৰ ইয়াৰ পৰা এটা পাৰ্চেল লৈ যাবা। নিৰ্ম্মলালৈ পঠাবৰ কাৰণে সুৰেখাই ডাইনিং টেবুলত থৈ দিছিল। তালাতে নিবলৈ পাহৰিলে।"

"বাৰু, মই এতিয়াই গৈছোঁ।" তেওঁলোক চেণ্ট জৰ্জ বৰোৰ ফালে গুচি গ'ল। আশাৰ ঘৰৰ পৰা চাবি লৈ তেওঁ সুৰেখাৰ ড্ৰয়িং ৰুমলৈ গ'ল আৰু ফুলনিৰ ফালৰ ডাঙৰ আইনাৰ দুৱাৰখন মেলিলে। মাৰ যাব খোজা ৰ'দত বৰফবোৰ তিৰ্বিৰাই আছিল।

"কিমান আৰামৰ ঘৰ সুৰেখা আৰু গুলচনৰ।" গৌতমে চোফাত বাগৰি ক'লে। ফুলনিৰ সিপাৰৰ পৰা সঙ্গীতৰ ধ্বনি ভাহি আহিছিল। চম্পাই চিমনি জ্বলালে।

---

* ৰয়েল একাডেমী অব্ ড্ৰেমেটিক আৰ্ট।

কোঠালিটোৰ এফালে কিতাপৰ আলমাৰী আছিল। মৰ্ডান ইণ্টীৰিয়ৰ ডেকৰেচনৰ অতি সুন্দৰ নিদৰ্শন আছিল এই কোঠালিটো। স্পষ্ট কৰি বুজা যায় এইটো যে কলাকাৰ আৰু নৰ্ত্তকীৰ কোঠালি। এচুকত চিলাইৰ কল থোৱা হৈছিল। এফালে মৃদঙ্গ আৰু আনফালে শাক-পাচলিৰ পাচি। গৌতমে ভাবিলে এইটো কলকাৰৰ কোঠালি, ইয়াত আৰামেৰে আৰু নিঃসঙ্কোচেৰে থাকিব পৰা যায়।

"ইয়াত মই জীৱনৰ উৎকৃষ্ট সময়খিনি কটালোঁ! "এওঁলোক বৰ-মৰম লগা মানুহ নহয় নে?" তেওঁ ক'বলৈ ধৰিলে, "কোঠালিটোত—ইয়াত থকা মানুহবোৰৰ ব্যক্তিত্ব কিদৰে উজলি উঠিছে, অলপ ভাবাচোন।" তেওঁ উঠি বহিল। "আষ্টৰলীৰ জেৰীনাৰ ঘৰো এক কলাকাৰৰ ঘৰ। চেণ্ট জৰ্জ বৰোৰ তালাত আৰু কামালৰ ঘৰো ঠিক 'গুলফিচাঁৰ' এটা অংশ যেন লাগে। আকৌ সুজাতা দেবীৰ ড্ৰয়িং ৰুম, য'ত প্ৰত্যেক বস্তুটোৰ আৰম্ভৰ পৰা শেষলৈকে গূঢ় অৰ্থ আছিল—গূঢ় অৰ্থ।"

"তুমি গূঢ় অৰ্থ আৰু অৰ্থহীনৰ ব্যৱধান কিদৰে বুজিব পাৰা?" চম্পাই তেওঁৰ কথাৰ মাজত ক'লে। "নহয় চম্পা!" তেওঁ ক'বলৈ ধৰিলে, "আমি নিজক কেতিয়াও নিজৰ পটভূমিৰ পৰা বাস্তৱিকতাৰ পৰা নিলগ কৰিব নোৱাৰোঁ।" আকৌ তেওঁ ৰ'ল।

"কিন্তু আচৰিত কথা যে মই আজিলৈকে তোমাৰ আচল বেক গ্ৰাউণ্ডটোকে নাই দেখা।" 'চুজেকী চৰাই' ত বহি থকা তোমাক দেখিলে একেবাৰে বুজিব নোৱাৰি যে তুমি বেনাৰচৰ পৰা আহিছিলা। নিজৰ বেক গ্ৰাউণ্ডৰ প্ৰতি আমি সচেতন হোৱা উচিত, যিটো হয়তো তুমি হোৱা নাই।"

"এইটো ভুল।" চম্পাই ৰঙা পৰি ক'লে, "তোমালোক সকলো আঁতৰি দূৰলৈ গুচি গলা। মই অকলশৰে থিয় হৈ আছোঁ। তথাপি তুমি অভিযোগ কৰিছা যে মই সচেতন নহওঁ।"

"তুমি নাজানা।" গৌতমে ক'লে, "যোৱা বছৰ মই আমেৰিকাৰ পৰা তোমালৈ চিঠি লিখিছিলোঁ। দেৱদাবুৰ হাবিত বহি মই তোমালৈ এখন চিঠি লিখিছিলোঁ! সেই সময়ত নাজানো কিয় মই খুব সুখী হৈছিলোঁ। এইদৰে কেতিয়াবা কেতিয়াবা সুখী হোৱাৰ কথাটো মই আজিলৈকে বুজিব নোৱাৰিলোঁ। সকলো সময়তে মই তোমালৈ চিঠি লিখিছিলোঁ একে হিচাপত। কিন্তু সম্ভৱ তুমি সেইবোৰ পোৱাই নাই।"

"মই আজিলৈকে কোনো চিঠি পোৱা নাই। এতিয়া তুমি আকৌ কল্পনা-বিলাসী হলা।"

আশাৰ ঘৰত কোনোবাই উচ্চ স্বৰেৰে গীত আৰম্ভ কৰিলে।

"গৌতম, আকৌ নীচতা নেদেখুৱাবা।" তেওঁৰ চকুলৈ পানী আহিল।

"তুমি কান্দিছা কিয়—জীৱনত চকু পানীৰ অভাৱ নাই নেকি? তুমি এনেয়ে বহি কান্দিবলৈ আৰম্ভ কৰি দিলা। হাঁহিবলৈ ধৰা। উদাহৰণ স্বৰূপে ভাই চাহাবলৈ চোৱা। আজি মই তেওঁক 'চলফ্‌ৰজেচৰ' পৰা ওলোৱা দেখিলোঁ। নিজৰ বেগমৰ সৈতে, ইমান বেছি সুখী আছিল যে কি কম! আনন্দত অধীৰ হৈ আছে! সুস্থ মস্তিস্কৰ মানুহবোৰ এনেকুৱা হয়, যিদৰে ভাই চাহাব।"

"নিৰৰ্থক কথা নকবা।" চম্পাই ক'লে আৰু চিমনিৰ কয়লা ঠিক কৰিবলৈ ধৰিলে।

গীতৰ স্বৰ আৰু ওচৰ চাপি আহিল। "খিড়িকীখন বন্ধ কৰি দিয়া", হঠাৎ গৌতমে ক'লে।

"এৰা," চম্পাই উত্তৰ দিলে। "এওঁলোকে গোটেই নিশা হুলস্থূল কৰি থাকিব। লণ্ডন-মজলিচৰ মানুহবোৰৰ ইয়াৰ বাহিৰে আৰু কিবা কাম আছে যেন নালাগে"।

"অ'!" গৌতমে উচপ খাই ক'লে "তালৈ চাগৈ কামালো যাব পায়। এওঁলোকে নিশা সাৰে আছে কিয়?"

"ৰাতিপুৱা তেওঁলোক বুডাপেষ্টলৈ যাব, সেই কাৰণে। এতিয়া তেওঁলোকে 'বোজ উঠা লো হেইয়া, হেইয়া!' গাই আছে। গৌতমে বাহিৰৰ বাগিচালৈ গৈ বেৰৰ জলঙাইদি জুমি চালে আৰু উলটি আহিল। "নাই কামাল তাত নাই।"

"গৌতম মাষ্টৰ!"

"কোৱা।"

"মই বৰ মূৰ্খ নেকি?"

"ওঁহো, নহয়, পিছে সিমান বেছি বুদ্ধিমতীও নহয়।"

"বাবু, মই ইয়াকে সুধিব খুজিছিলোঁ। ভাল হ'ল তুমি কৈ দিলা। এতিয়া মোৰ সন্তোষ হ'ব"

"বন্ধু, চাহ কৰা হওক।" কিছু সময়ৰ পাছত গৌতমে প্ৰস্তাৱ দিলে। তেওঁ মনে মনে উঠি ৰান্ধনি ঘৰলৈ গুচি গ'ল।

"চম্পাৰাণী"। গৌতমে আহি ৰান্ধনি ঘৰৰ দুৱাৰ মুখত থিয় হ'ল।

"তোমাক এনেকুৱা ক্লান্ত যেন লাগিছে কিয়?"

"তেন্তে কি কৰিম—নাচিম নেকি?"

"সেইটো কোনো উত্তৰ নহ'ল নহয়! তুমি যে একালত বৰ প্ৰত্যুৎপন্নমতিৰ আছিলা। এয়া চোৱা, টোষ্ট জ্বলাই দিলা তুমি।"

"মই দুখিত যে ইয়াত তালাত নাই, তেওঁ তোমাক মালপোৱা ভাজি খুৱালে হেঁতেন।"

"চম্পা, এনেকুৱা অসঙ্গত কথা নকবা।"

"গৌতম!" চম্পাই কেটলীটো দাঙি লাহেকৈ ক'লে, "তুমি যদি মোক ইয়াৰপৰা গুচি যোৱাটো বিচাৰা, তেন্তে মই এতিয়াই গুচি যাম। কেতিয়াও তোমাক লগ পাবলৈ চেষ্টা নকৰোঁ। ভুল মোৰেই যে ইমান বছৰৰ পৰা তোমাক আৰু এবাৰ লগ পাবলৈ বাট চাই আছিলোঁ।"

"চম্পাৰাণী!" গৌতম ৰান্ধনি ঘৰলৈ আহি এখন টুলত বহিল। তেওঁ নিজৰ মূৰটো হাতেৰে হেঁচা মাৰি ধৰিলে। সঁচা কথা জানিব খুজিছা? আচলতে মই নিজেই নিজক ভয় কৰোঁ। মই ভাবিব পৰা নাই, তোমাৰ সৈতে কি কথা পাতোঁ। তুমি মোক কি ক'ব খুজিছা আৰু মইনো তোমাক কি কওঁ। ইমান দীঘলীয়া সময় পাৰ হৈ গ'ল অথচ আমাৰ মাজত কথা পাতিবলৈ এনেকুৱা এটা বিষয় বস্তু নোলাল যাৰ পৰা আমি দুয়ো আনন্দ পাব পাৰোঁ।"

তেওঁ চাহ কৰি ড্ৰয়িং ৰুমলৈ লৈ আহিল। "এই ফালে আহাঁ।" তেওঁ অলপ কঠোৰ স্বৰেৰে ক'লে। গৌতম আকৌ চিমনিৰ ওচৰত আহি বহিল। কেৱল কোনো কথা ক'বৰ কাৰণে গৌতমে চকীত থোৱা এটা বেগ হাতেৰে ছুলে। "কিমান সুন্দৰ।" তেওঁ ক'লে, "ইয়াত মই মোৰ এই কাগজবোৰ থৈ দিওঁ?"

"থোৱা।" তেওঁ অতি সাৱধানেৰে লেফাফাবোৰ বেগত থলে। এতিয়া আকৌ কথা শেষ হ'ল।

"এই বেগত", তেওঁ ডিঙি পৰিষ্কাৰ কৰি আকৌ ক'বলৈ আৰম্ভ কৰিলে, "তোমাৰ বস্তু আছে নহয়? যাবৰ সময়ত মোক এই কাগজবোৰ উলিয়াই দিবা, নহ'লে সকলো বিশৃঙ্খল হৈ যাব।"

চম্পাই ৰুক্ষ স্বৰেৰে ক'লে, "এই বেগ মোৰ নহয়, সুৰেখাৰ। ইয়াত তুমি নিজৰ বস্তু-বাহানি থব পাৰা। ইয়াক নিজৰ ঘৰলৈ লৈ যাব পাৰা। মোৰ আৰু তোমাৰ কোনো বস্তুৰ ভাগ নহয়, এই কাগজ পত্ৰ, এই ঘৰ, বস্তু... আনহে নালাগে সোঁৱৰণিও, একেবাৰেই নহয়, য'ত তোমাৰ সৈতে ভাগ বহুৱাব পাৰোঁ। মাত্ৰ দুখৰ অংশীদাৰ হ'বহে পাৰোঁ। কিন্তু তুমি তোমাৰ দুখখিনিও তোমাৰ নিজৰ লগতে ৰাখিব খোজা।"

গৌতম মৌন হৈ ৰ'ল।

"তোমাৰ মনত আছেনে গৌতম নীলাম্বৰ যে যোৱা সাত বছৰ মই তোমাক দেখা নাই! অথচ মই জানো, তুমি প্ৰতি মুহূৰ্তত শোওঁতে, খাওঁতে, উঠোঁতে বহোঁতে নিজৰ বিৰুদ্ধে সাক্ষী দি আছা?"

"ঠিক কৈছা, মই যাৰে সৈতে কথা পাতিছোঁ, মোৰ এনে লাগিছে যেন মোৰ কথা শুনোতা কোনোবা আছে, মোৰ সমগ্ৰ অস্তিত্বত মোৰ স্বীকাৰোক্তি আছে। মই কিমানক হত্যা কৰিলোঁ। তোমাক মাৰিলোঁ। নিজক শেষ

কৰিলোঁ। মোৰ অপৰাধ তোমাৰ অপৰাধতকৈ ভিন্ন। তোমাৰ ভিতৰত নিৰীহতাৰ অপৰাধ লুকাই আছে। এটা কথা কোৱা।" তেওঁ বৈ ক'লে "তোমাৰ বোধেৰে পাপ কি ?"

"কাৰো অন্তৰত দুখ দিয়া।" চম্পাই ভাবি উত্তৰ দিলে।

"আৰু ?"

"অনুচিত আচৰণ।"

"আৰু ?"

"আৰু......আৰু......নীচতা।"

"শনিবাৰৰ স্কুলীয়া পাঠ।"

"কি ?" চম্পাই তেওঁৰ কথা ভালকৈ বুজি নাপালে।

"মই তোমাৰ মনত কষ্ট দিলোঁ, এইটো বৰ ডাঙৰ পাপ নেকি ?"

"বৰ ডাঙৰ।"

"তুমি অনতিপলমেই বুজিব পাৰিবা চম্পাৰাণী, জীৱনৰ যাত্ৰাপথত কেতিয়াবা এনেকুৱা একোটা সময় আহে, যেতিয়া আন কাৰো অন্তৰত আঘাত দিয়াটো একেবাৰে অনিবাৰ্য্য হৈ পৰে। "হত্যাকাৰীয়েও হত্যা কৰিবৰ সময়ত তাকে ভাবে যে এই হত্যা অতি প্ৰয়োজনীয় আৰু অনিবাৰ্য্য ইয়াৰ বাহিৰে আন কোনো বাটেই নাই। কিন্তু তেওঁ হত্যানো কৰে কিয় ?" গৌতম নীৰৱ হ'ল। তেওঁ পিয়ানোৰ ওচৰলৈ গৈ পৰ্দাত আঙুলি বুলালে।

"ইয়াৰ এটা সুৰ ক'ৰবাত ছিগি গল।" চম্পাই ক'লে।

"মই জানো, পিয়ানোত প্ৰায়ে নিগনিয়ে ঘৰ বান্ধে, বহৰাইচত মোৰ পিয়ানোত প্ৰায়ে মাজ নিশা এটা মৰম লগা, শকত নোদোকা নিগনিয়ে ভিতৰৰ তাঁৰত বগাই বগাই চিম্ফনী বজায়।"

"তুমি মোক বহৰাইচৰ কথা কেতিয়াও কোৱা নাই।" "বৰ ভাল ঠাই, সেইখন মোৰ দেশ।" "আমি সকলো এজন আনজনৰ দয়া আৰু কৰ্মৰ ওপৰত জীয়াই আছোঁ এজন আনজনৰ সৈতে সময়ৰ লগত বন্দী হৈ আছোঁ। ই বৰ দুখৰ কথা।" তেওঁ কিছু সময়ৰ পাছত নিশ্চিন্ত হৈ ক'লে।

সময়টো বৰ অবান্তৰিক আছিল। তথাপি কোঠালিৰ প্ৰত্যেকটো বস্তু বৰ উজ্জল আৰু নিকা যেন লাগিছিল। বাগিচাৰ ফুলবোৰত বৰফ গলিবলৈ আৰম্ভ কৰিছিল।

"এই জোতাযোৰ চোৱা।" হঠাৎ গৌতমে ভৰি দুটা আগ বঢ়াই গম্ভীৰ হৈ ক'লে, "জীৱনটো ইয়াৰ দৰে স্থিৰ হৈ নাথাকে।" তেওঁ আকৌ টোষ্টৰ টুকুৰা এটা তুলি মেকুৰীজনীলৈ দলিয়ালে, তাই খিড়িকীত বহি আছিল। তাই টোষ্ট ডোখৰ সুঙ্গি চালে।

"এইজনী বোহেমিয়ন মেকুৰী। টোষ্ট নাখায়। এইৰ কাৰণে ডাঙৰ মিছামাছ

আৰু 'চেম্পেন' আনা "তেওঁ আকৌ চম্পাক ক'লে "চম্পা, তুমি ইমান দিন এনেয়ে মোৰ বাবে অপেক্ষা কৰিলা। মই একেবাৰে নকলী।" চিম্মনিৰ কাষত বহি থকা নিজক বৰ অপ্রয়োজনীয় যেন লাগিল। অপ্রয়োজনীয় আৰু মূৰ্খ। মোৰ বাৰু এনে গুণ কি আছে যে এওঁ মোৰ নিচিনা দুশ্চৰিত্ৰ মানুহৰ কাৰণে আশা কৰি বহি আছে। আচৰিত। আজলী, নিৰীহ ছোৱালীজনী। প্রবীণ, দাৰ্শনিক, বেচেৰী, আঁকৰী, ! যদি তেওঁৰ মূৰটো খুলি চোৱা যায়, তেন্তে তাত কিমান অপ্রয়োজনীয় মাটি ওলাব, হেজাৰ বিজাৰ বছৰৰ পুৰণি মাটি— আওগৰীয়া।" তালাতে ইমানবোৰ নামজ্বলা মানুহক হাত কৰিলে।" তেওঁ উচ্চ কণ্ঠেৰে ক'লে "তুমি কেতিয়াও আনক হাত কৰিব নুখুজিলা। এতিয়াও সময় আছে, হাত কৰি লোৱা। তুমি ক'লৈকো নোযোৱা নহয়? তেওঁ আশাৰে সুধিলে।

"এতিয়া আৰু নহয়। আমি একেখন দুৱাৰেদি সোমালোঁ, কিন্তু বাহিৰলৈ যোৱাৰ সকলো দুৱাৰ বন্ধ হৈ গ'ল।"

"তোমাৰ ইমান শিশু সুলভ ভাব থকা উচিত নহয়। তুমি প্রত্যেক বাৰ ধৰা পৰিবা 'তুমি ভাবিবা তুমি সমাধান কৰি ললা। সেই কাৰণে এতিয়া প্রত্যেকটো কথাই সহজ হ'ব, কিন্তু ই সিমান সহজ কথা নহয়, এতিয়া তোমাৰ আৰু বিপদ হ'ব।"

তেওঁ খিড়িকী মুখলৈ গৈ থিয় হ'ল, সময় ঘূৰি, বাগৰি, নাচি আছিল, সময়ৰ চাকনৈয়া দূৰ দিগন্তলৈ কে বিয়পি পৰিল—শেষ হৈ গ'ল—বাকী ৰ'ল মাথোঁ বৰফেদি পিচলি অহা পোহৰবোৰ। কোঠালিৰ নক্সা সম্পূৰ্ণ হৈ গ'ল তেওঁ মৌন নিশ্চল হৈ আঙঠাৰ কাষত বহি ৰ'ল। বতাহেও উমান পাইছিল। বহুত দূৰৈৰ বাটত মটৰবোৰ, বাটৰুৱা, দোকান পোহাৰ সকলোৱে বুজিব পাৰিছিল। এখন সম্পূৰ্ণ কিতাপ, যিখন কিতাপ মই পঢ়িলোঁ আৰু শেষ সময়লৈকে কেইবা বাৰো পঢ়িম।" চম্পাই আপোন মনে ক'লে।

"দুখন পৃথিৱী সকলো সময়তে মোৰ লগত থাকে। এখন পৃথিৱীত এওঁ-লোক থাকে।" গৌতমে কোঠালিটোৰ ফালে সঙ্কেত কৰিলে, "আনখন পৃথিৱীত মাথোঁ তুমি আৰু মই অকলে থাকোঁ। দুয়োৰো মাজত এটা সেতু আছে, যিদিনা এই সেতুটো ভাগি পৰিব, সেইদিনা কি হ'ব?"

"সেতুটো তুমি নিজেই ভাঙিবা।"

"নহয়, মানুহে চাৰিওফালে মেচিন গান লগাই থৈছে, জোপোহা বোৰত গুলী-বোৰ লুকাই আছে। ওপৰত মেঘে গৰজি আছে। মোৰ এনে লাগে যেন এদিন মানুহৰ এই পৃথিৱীখন পাতাললৈ খহি পৰি অদৃশ্য হৈ যাব, মই বাহিৰত হাত ভৰি এচাৰি বৈ যাম, কথাটো ভাবিলে বুকুখন কঁপি যায়।" তুমি সদায় পৰ্দ্দাৰ আঁৰত লুকাই থাকা। যদি কোনোবা দিনা এটা টৰ্চ্চলাইট তোমাৰ গাত পৰে তেন্তে কি হ'ব? সেইদিনা তুমি ওপৰ মহলাৰ পৰা জাঁপ মাৰি তৎক্ষণাত পলাই

যাবা। খিড়িকীৰ মানুহবোৰৰ তোমালৈ চকু পৰিব। সিহঁতে ষ্টোভটো বেৰিৰ লৈ বহি তৰ্ক বিতৰ্ক কৰোঁতে, ভাত ৰান্ধোতে, তুমি কোনো দুষ্ট মেকুৰীৰ দৰে জোনৰ পোহৰত ঘৰৰ চালৰ ওপৰেদি নিশব্দে আহিবা। আমি খিড়িকীৰ আইনাৰ মাজেৰে তোমাক দেখিম। তেতিয়া মই তোমাৰ লগত তাতে থাকিম। ষ্টোভৰ ওচৰত বহি তৰ্ক কৰোঁতে ভাত ৰান্ধোতে আৰু খঙতে তুমি মোক খিড়িকীয়েদি জুমি চাবা।

দুয়ো মৌন হৈ ৰ'ল। তেওঁ চঞ্চলভাৱেৰে বেৰৰ ছবিবোৰ চাবলৈ ধৰিলে। তাৰ পাছত খিড়িকীৰ কাষলৈ গ'ল।

"আজি বৰ বৰফ পৰিছে।" খিড়িকীত থিয় হৈ গৌতমে এটা সাধাৰণ সূচনা দিলে।

এতিয়া ইয়াৰ পাছতো বাকী আছে। ইয়াৰ পাছত যি মৃত্যুলৈকে, অনন্তলৈকে ব্যাপ্ত হৈ থাকিব, জমা হৈ ৰ'ব, চম্পাই আপোনমনে ক'লে।

সুৰেখাৰ বাগিচাখন কিমান সুন্দৰ।'' গৌতমে কোঠালিটোৰ ফালে পিঠি দি দ্বিতীয় প্ৰসঙ্গ তুলিলে।

"মোৰ এইবোৰ ভোগ কৰিবলৈ ভাগ্যত নাই, শুনিছোঁ মানুহৰ হেনো ভাগ্যত যি থাকে সেয়ে হয়। চম্পাই আপোন মনে ক'লে।

হঠাৎ তেওঁ চমকি উঠি পাছলৈ চালে, তেওঁৰ চেহেৰাটো ধোৱা কাপোৰখনৰ নিচিনা হৈ গৈছিল। গোটেই দিন পাৰ হৈ গ'ল, সূৰ্য্য অস্ত গ'ল, সন্ধিয়া হ'ল। মই এতিয়াও ইয়াতে আছোঁ। "মই ইয়াত কি কৰিছোঁ ? মই ইমান সময় নষ্ট কৰিলোঁ। ইমান অমূল্য সময়।" তেওঁ ভোৰভোৰালে আৰু কাঁড় পাতৰ দৰে গেলেৰীৰ ফালে বেগাই গ'ল। ডাইনিং টেবুলত থকা পাৰ্চেলটোলৈ তেওঁৰ চকু পৰিল। তেওঁ পাছলৈ ঘূৰি চম্পাক নেচালে। পাৰ্চেলটো খপ্‌ কৰে দাঙি লৈ বগলীৰ দৰে বাহিৰলৈ ওলাই গ'ল। তাৰ পিছত মটৰত বহি লিড্‌হষ্টৰ ফালে গুচি গ'ল।

তেওঁ যোৱাৰ পাছত চম্পাই তলমূৰ কৰি বেগৰ পৰা কামালৰ নামৰ দীঘলীয়া চৰকাৰী লেফাফাবোৰ উলিয়ালে, যিবোৰ গৌতমে তাত পাহৰি পেলাই থৈ গৈছিল! তেওঁ সেইবোৰ খুলিলে, প্ৰত্যেকখন টাইপ কৰা চিঠিত কামালে চাকৰিৰ কাৰণে কৰা আবেদন অস্বীকাৰ কৰা হৈছে!

## ৪৯

"তালাত, চাহ" চন্দ্ৰাই মেজত বহি ক'লে' তালাতে চাহ ঢালিলে।

সুৰেখাই তন্ময় হৈ 'ৰেডিঅ' টিউন' 'কৰি আছিল। জেৰিনাই বাগিচাৰ

ফালে মুকলি হৈ থকা দুৱাৰত পাৰি থকা ৰ'দত 'ইজেল' থৈ আৰু এখন ছবি আৰম্ভ কৰিছিল। ওচৰ চুবুৰীয়া এগৰাকী তঁতৰোতাই মুৰ উলিয়াই অকণমান চোঁন বিচাৰিলে।

পৃথিৱীৰ কাম-কাজ শান্তিৰে হৈ আছে। নির্মলাৰ মৃত্যুৰ পিছত পৃথিৱীৰ কাম-কাজ আৰু যেন অধিক শান্তিৰে চলিবলৈ ধৰিলে, সকলো নিজৰ নিজৰ কামত লাগি আছিল। যেন ইয়াৰ আগতে তেওঁলোকৰ মনতে নাছিল, তেওঁ-লোকৰ কর্তব্য কি! এই ঘোৰ ব্যস্ততাৰ কাৰণে এজনীয়ে আনজনীৰ সৈতে কথা নাপাতে। তালাতে বাতৰিৰ কাকতৰ ৰিপোর্ট লিখে, ফিৰোজে কিতাপ সামৰি দিনৌ ইউনিভাৰ্চিটিলৈ যায়। কামালে সুৰেখাৰ ড্ৰয়িং ৰুমত চিমনিৰ ওচৰত কাতি হৈ দৰ্খাস্ত লিখে। হৰিশঙ্কৰে এটা নতুন কাম আৰম্ভ কৰিছে। তেওঁ চৰাইৰ পাখি গোটায়।

নির্মলাৰ মৃত্যু হোৱা আজি দহ দিন হ'ল মাথোন ; এনে লাগিছিল যেন এওঁলোকৰ পৰা নির্মলাই বিদায় লোৱা কেইবা শ বছৰো পাৰ হৈ গ'ল। সময় ৰবৰৰ দৰে বাঢ়ি গৈ থাকে। যিদিনা একে জোকাৰত ৰবৰৰ এই শিকলি ডাল ছিঙি যাব, সেইদিনা কি হ'ব?

"এতিয়া আমি নির্মলাৰ তেৰ দিনীয়া কামৰ চিন্তা কৰা উচিত। শঙ্কৰে চৰাইৰ পাখিত হাত বুলাই বুলাই কামালক ক'লে। এনেদৰে আগেতে তেওঁ প্রায়ে তেওঁক সোধে" "এতিয়া আমি নির্মলাৰ বিয়াৰ চিন্তা কৰা উচিত নহয়?

"এৰা সম্ভৱ।" কামালে লাহেকৈ উত্তৰ দিলে।

"ইয়াত কোনো পণ্ডিতো নাই যাক সুধিব পাৰি যে আজিৰ দিনত আমি কি কৰা উচিত।" তালাতেও হৰিশঙ্কৰৰ দৰে ব্যৱহাৰিক অনুমানেৰে কথা ক'লে, ভাল বেয়া, জীৱনৰ বেহা বেপাৰ নির্মলাই সকলো শেষ কৰি গুচি গ'ল। কিন্তু তেওঁৰ মৃত্যুৰ পাছত এতিয়াও যে অনেক কাম বাকী থাকিল।

ফোনটো বাজি উঠিল। সুজাতা দেৱীয়ে ফোনত সুধিছে, তোমালোকে যদি তেৰ দিনীয়া কামৰ একো আয়োজন কৰা নাই, তেন্তে চিন্তা নকৰিবা, স্বামী দেবিকানন্দজীয়ে কৈছে যে তেওঁৰ কেন্দ্রত.....

"বাৰু! বাৰু......বৰ ভাল কথা, ধন্যবাদ"। কামালে ৰিচিভাৰটো থৈ দিলে।

মৃত্যুও স্বামী দেবিকানন্দৰ দৰেই ভণ্ড আছিল।

এতিয়া আকৌ তেওঁলোক নিজৰ নিজৰ ঠাইত বহিল। তালাতে এটা প্ৰবন্ধ টাইপ কৰিবলৈ আৰম্ভ কৰি দিলে। সুৰেখাই গেলেৰীলৈ গৈ নাচ অভ্যাস কৰিবলৈ ধৰিলে হৰিশঙ্কৰে এলবাম তুলি ল'লে।

সময়ৰ শূন্যতা বহুতো গুলীৰ দৰে গৰজিবলৈ ধৰিলে। ঘড়ীত তিনি বাজিল. কামালে চকুৰে চকুৰে হৰিশঙ্কৰক ক'লে "চাৰ ৰোজৰৰ পৰা ডেথ চাৰ্টিফিকেট খন আনিবলৈ যাব লাগে।"

"লৈ আহা", হৰিশঙ্কৰে সেই নীৰৱতাৰে উত্তৰ দিলে।

"লিড্‌হুষ্টৰ পৰা নিৰ্মলাৰ বস্তু-বাহানিবোৰো আনিব লাগিব।" তালাতে নিজৰ মূক শব্দও সেই নীৰৱতাত ঢালি দিলে।

"কিন্তু আমি লিড্‌হুষ্টলৈ কেনেকৈ যাম?" কামালে সেইদৰেই বিৰোধ কৰিলে।

হৰিশঙ্কৰে এই শব্দবোৰৰ পুনৰাবৃত্তি কৰিলে—এৰা আমি বৰ সাহসী। আমি যাবই লাগিব। বলা, উঠা, নিজৰ নিজৰ কাপোৰ পিন্ধা! লেফ-ট্ ৰাইট মাৰ্চ কৰা নিজৰ পুৰণি পৰীক্ষণ অস্ত্ৰ লোৱা। ব'লা, আমি গৈ নিৰ্মলাৰ কবচ-কাপোৰ আৰু অস্ত্ৰ ঘূৰাই আনো, যিবোৰ আৰু এতিয়া তেওঁৰ কোনো প্ৰয়োজন নাই। ইয়াৰ পাছত তেওঁলোক সকলো বাহিৰলৈ ওলাল। মটৰত বহিল আৰু চোনিটৰিয়ামলৈ গুচি গ'ল।

তেওঁলোক শেষবাৰৰ বাবে লিড্‌হুষ্টৰ পৰা ঘূৰি আহিল। চেণ্ট জৰ্জউডৰ ফ্লেটলৈ ঘূৰি আহি কামালে সকলোবোৰ বস্তু হৰিশঙ্কৰ থকা গেষ্ট ৰুমত থৈ দিলে।

সকলোবোৰ মানুহ যেতিয়া নিজৰ ঠাইলৈ ঘূৰি আহিল, তেতিয়া তালাতে সকলোৰে অলক্ষিতে নজৰ ঠাইৰ পৰা উঠিল আৰু সাজ সলাই গেষ্ট ৰুমলৈ আহিল।

হৰিশঙ্কৰে পাখিৰ এলবাম মেজত থৈ কামালৰ সৈতে বাহিৰলৈ ওলাই গৈছিল। কোঠালিটোৰ প্ৰত্যেকটো বস্তু চাকিৰ পোহৰত অতি স্পষ্ট যেন লাগিছিল। ফাৰ্নিচাৰ আৰু ভিক্টোৰিয়ান যুগৰ ওখ চাইনবোৰ্ড, এটা তামৰ নিচিনা শ বছৰীয়া পুৰণি মূৰ্তি। এই মূৰ্তিটো এবাৰ তালাতে কেম্‌ডন টাউনৰ এটা ভগা-ছিগা বস্তু বেচা মানুহৰ পৰা মাত্ৰ কেইচিলিং মানত কিনি আনিছিল। পুৰণি কাকত আৰু আলোচনী, প্ৰায় জীৰ্ণ হৈ যোৱা চোফা।

এই সকলোবোৰ বস্তুৰ মাজত মিহলি হৈ থকা নিৰ্মলাৰ বস্তুবোৰ তেওঁৰ ভৰিৰ তলত পৰি আছিল, তেতিয়া তেওঁৰ এনে লাগিল যেন তেওঁৰ জীৱনটো এটা সম্পূৰ্ণ জীৱন। এখন আটক ধুনীয়া ভগাছিগা বস্তুৰ দোকান। এই সকলোবোৰ বস্তু অনাৱশ্যক। এইবোৰ বস্তু অলপ বেচি চোৱাচোন। নিজৰ জীৱনটোক এই ভগাছিগা বস্তুৰ বজাৰত থোৱা। মৃত্যুৱেই ইয়াৰ মূল্য।

মৃত্যু!

হঠাৎ তেওঁৰ কাণত এটা গুলী লাগিল। মৃত্যু!

সম্মুখৰ চাইনবোৰ্ডৰ চুকত এটা সৰু চীনামাটিৰ পাত্ৰত কুমাৰী নিৰ্মলা শ্ৰীবাস্তৱৰ চিতাভস্ম আছিল। এই পাত্ৰটো গঙ্গাত বিসৰ্জন দিবলৈ হৰিশঙ্কৰে দেশলৈ লৈ যাব। এতিয়া তেওঁ এই মৃত্যুৰ পৰম্পৰাৰ লগত জড়িত অন্তিম আয়োজনৰ কাৰণে কামালৰ সৈতে ওলাই গৈছে। অন্তিম আয়োজন, ডেথ চাৰ্টিফিকেট, গীতা পাঠ, উৰা জাহাজৰ টিকেট।

প্ৰত্যেকটো বস্তুৰে যথাৰ্থতা আছিল, এই পাত্ৰটোও সিমানেই সত্য আৰু যথাৰ্থ আছিল, যিদৰে এই চকী, বা এই চোফা বা খোৰা কাঁহী বাটিবোৰ।

কোন জধা মূৰ্খ'ই কয় যে মৃত্যুৰ এখন পৃথক পৃথিৱী আছে ? মৃত্যুতকৈ অধিক নিৰৰ্থক দ্বিতীয় কথা আৰু কি হ'ব পাৰে ? আনৰ মৃত্যুত মানুহে হিয়া ধুনি কান্দে অথচ এদিন নিজৰো মৃত্যু হয়।

কন্দাৰ প্ৰয়োজন কি ? তাই এজনী কঠোৰ মূৰ্খ ছোৱালী। তাই ইয়াৰ পৰা গুচি গ'ল। এনেকুৱা কিনো আচৰিত কথাটো হ'ল ?

সকলো উদ্দেশ্য সিদ্ধিত বিফল হৈ একেদৰেই থাকিব। বস্তু বোজাই লৈ সাউদ গুচি যাব। মাত্ৰ এইটোও কথা জনা যাব যে জীৱনটোৰ দৈৰ্ঘ্য কিমান ? পৰিশ্ৰম কৰোঁতে, আঁচনি কৰোঁতে তেওঁৰ জীৱনটো শেষ হৈ গ'ল। নিশা নিশা তাই পঢ়াশুনা কৰিলে ফাৰ্ষ্ট ডিভিজনৰ কাৰণে, তাৰ পাছত দেশ আৰু ৰাষ্ট্ৰৰ চিন্তাত প্ৰাণ দি দিলে।

যেতিয়া ফাৰ্ষ্ট ক্লাছ পালে, তেতিয়া, কেম্ব্ৰিজলৈ যাবলৈ তেওঁ হুলস্থুল লগালে। তেওঁৰ দেউতাকে অতি কষ্টৰে পইচা গোটাই তেওঁক বিলাতলৈ পঠাইছিল। আনন্দত তেওঁ অধীৰ হৈ পৰিছিল। প্ৰথম কেইদিনমান তেওঁৰ বিশ্বাসেই হোৱা নাছিল. সঁচাকৈয়ে তেওঁ কেম্ব্ৰিজত ভৰ্তি হৈছে বুলি। তাৰ পাছত প্ৰগেম কৰিলে, যেতিয়া ইয়াৰ পৰা পঢ়া-শুনা শেষ কৰি ওলাই যাব, তেতিয়া সকলোতকৈ ভাল চাকৰি পাব। দেউতাকৰ যি ধাৰ হৈছে তাক শোধ কৰিব। ককায়েকৰ কাৰণে কইনা বিচাৰিব। অলপ পইচা গোটাই মঙ্গোলিয়া আৰু মেক্সিকোত ভ্ৰমণ কৰিব ( তেওঁ জানে মঙ্গোলিয়ালৈ যাবলৈ তেওঁৰ ইমান চখ আছিল কিয় ? ) তেওঁৰ এইটোও আশা আছিল, এদিন নিজে এটা ঘৰ সাজিব। তাত এখন সৰু ফুলনি থাকিব, এইবোৰ আছিল ভৱিষ্যতৰ আঁচনি। তেওঁ মেকুৰী পুহিছিল, কুকুৰ, পাৰ, গৰু, ম'হ পোহাৰ চখো আছিল। শাড়ীৰ কাৰণে প্ৰাণ দিব পাৰিছিল।

কেম্ব্ৰিজত থাকোঁতে তেওঁৰ জ্বৰ হ'বলৈ ধৰিলে. তেওঁক হাস্পতাললৈ পঠোৱা হ'ল, হাস্পতালত কেইবা বছৰো পৰি থকাৰ পাছত এদিন তেওঁ অসাৰ দেহাটো থৈ পৰমাত্মাৰ ওচৰলৈ গুচি গ'ল।

তেন্তে মানুহে মৃত্যুৰ কাৰণে কিয় কন্দা-কটা কৰে ? ই যে কি পৰিহাসৰ কথা। ইয়াতকৈ পৰিহাসৰ কথা তালাতে আগতে শুনা নাই।

তেওঁ কোঠালিটোত ঘূৰি ফুৰিলে। গোটেই ফ্লেটটো ফুৰিলে, বাগিচাৰ মূৰৰ ৰান্ধনি ঘৰত চাকি জ্বলি আছিল, চম্পা আৰু সুৰেখাৰ ছাঁ খিড়কীয়েদি দেখা গৈছিল। ঘূৰি পাক তেওঁ আকৌ হৰিশঙ্কৰৰ কোঠালৈ ঘূৰি আহিল। মজিয়াত বহি তেওঁ নিৰ্মলাৰ বস্তুবোৰ গোটাই চাব খুজিলে। কঠোৰ হৃদয়েৰে, তেওঁ বস্তু-বোৰ লুটিয়াই বগৰাই চালে। কিতাপৰ বাকচত থকা 'গীতা' খন তেওঁৰ চকুত

পৰিল। সেইখন উলিয়াই তেওঁ ড্ৰইংৰুমলৈ লৈ আহিল, চাকি জ্বলাই তেওঁ অত্যন্ত মনোযোগেৰে পঢ়িবলৈ ধৰিলে.........“সাহসৰ সম্মুখীন হোৱা ” ‘শৰীৰ নশ্বৰ, কিন্তু এই শৰীৰৰে ভিতৰত থকা আত্মা অমৰ’ এতেকে যুদ্ধ কৰা , হে ভাৰতৰ সু-সন্তান, আত্মাক বধ কৰিব নোৱাৰে। অস্ত্ৰই ইয়াক আহতো কৰিব নোৱাৰে, জুয়ে জ্বলাব নোৱাৰে, পানীয় তিয়াব নোৱাৰে, বতাহে ইয়াক শুকুৱাবলৈ অসমৰ্থ হয়। যি জন্ম লৈছে, তেওঁৰ মৃত্যুও অনিবাৰ্য্য, যাৰ মৃত্যু হৈছে তেওঁৰ জন্ম অৱশ্যম্ভাৱী, ইয়াত দুখ কৰিবলৈ কি আছে ? দুখ আৰু সুখ, লাভ, ক্ষতি, জয় পৰাজয় সকলোকে একে বুলি তুমি যুদ্ধ কৰা !

—হে অৰ্জ্জুনৰ সন্তান.....মূৰ্খ, তেওঁ গীতাখন জোৰেৰে জপাই থৈ আকৌ উঠিল, তেওঁ আকৌ গেষ্টৰুমলৈ আহিল. মজিয়াত বহি পুনৰ এবাৰ নিৰ্মলাৰ বস্তুবোৰ ভালকৈ থবলৈ চেষ্টা কৰিলে—শাড়ী, জোতা, বালা, মেকআপৰ সজুলি, হেণ্ডবেগ, য'ত গোটেই পৃথিৱীৰ খুটিনাটি বস্তুবোৰ আছিল। বাচৰ টিকেট, ধোবাৰ বিল, পুৰণি মালা, লিপষ্টিক, কাণৰ ফুল, পিন, পইচা আৰু কত কি ! এই বস্তুবোৰত চাৰি বছৰৰ আগৰ তাৰিখ আছে। আকৌ তেওঁ নিৰ্ম্মলাৰ কিতাপৰ বাকচ ‘পেক’ কৰিব খুজিলে। কিতাপৰ পৰা ধপ্ কৰে এখন ছবি তলত সৰি পৰিল। তালাতে তলমূৰ কৰি সেইখন তুলি ল'লে।

এইখন গৌতম নীলাম্বৰৰ ছবি, যি খন ছবি প্ৰায় দহ বছৰৰ আগতে দৰা দেখুৱাবৰ কাৰণে বহৰাইচৰ পৰা শিঙৰি ভৰনলৈ পঠোৱা হৈছিল তালাতে শুদা চকুৰে এই ছবিখত চাবলৈ ধৰিলে ; তাৰ পাছত কিতাপৰ মাজত থৈ দিলে। হ'লঘৰত ভৰিৰ শব্দ শুনা গ'ল। ল'ৰাবোৰ ঘূৰি আহিব পায়।

‘সেইদিনা যেতিয়া হৰিশঙ্কৰ শুলে, তালাতে নিঃশব্দে তেওঁৰ কোঠালৈ গৈ কিতাপৰ মাজৰ পৰা গৌতমৰ ছবিখন উলিয়ালে। তাৰপিছত নিজৰ কোঠালৈ গৈ ছবিখন জোতাৰে গৰ্চাকবলৈ ধৰিলে। তেওঁ যেন অলপ শান্তি পালে। তাৰ পিছত মজিয়াত বহি উচুপি কান্দিবলৈ ধৰিলে।

## ৫0

গোটেই পৃথিৱীখনে বগা বৰফৰ ‘কফন’ পিন্ধিছিল। বাটৰ দাঁতিত থিয় হৈ থকা গছবোৰ এনেকুৱা দেখিছিল যেন কোনো চিত্ৰকাৰে কেনভাচত বিয়পি থকা চাইনা হোৱাইত ক'লা ৰঙেৰে অসমান ৰেখাবোৰ টানি দিছিল। পাছফালে উদাস হালধীয়া পোহৰবোৰ বিয়পি পৰিছিল। বৰ জাৰ আছিল, সেই বিশাল কেনভাচৰ চুকত এটা ধুনীয়া দুমহলাৰ ‘কটেজ’ আছিল। সন্মুখত অকণমানি বাৰান্দা, যাৰ ৰঙ্গা ইটাৰ বেৰত পিতলৰ লেম্প লগোৱা আছিল, পাছত লন।

ঘৰৰ চুকত সীতা চোফাৰী গছৰ তলত থিয় হৈ আছিল। জেৰীনা হুচেন ইয়াত মাক আৰু সৰু ভায়েকৰ সৈতে থাকে। তেওঁ স্লেড্‌জৰ পৰা আৰ্টৰ ডিপ্লোমা লৈছে। তেওঁৰ যুৱতী মাক জাতিত ইংৰাজ আছিল কিন্তু বিশুদ্ধ লক্ষ্ণৌৰ ভাষাত কথা-বতৰা পাতিছিল। এওঁ জতুৱা ঠাঁচত কথা কোৱাত বৰ পাকৈত আছিল। বৰ মৰমিয়াল মহিলা, জেৰীনাৰ বন্ধুবোৰে প্ৰায়েই তেওঁৰ ঘৰত আশ্ৰয় পায়। তেওঁ সকলোৰে সৈতে বায়েকৰ দৰে ব্যৱহাৰ কৰে। জেৰীনাৰ দেউতাক লক্ষ্ণৌৰ বেৰিষ্টাৰ আছিল। তেওঁৰ ইংৰাজ পত্নী ল'ৰা-ছোৱালীৰ শিক্ষাৰ কাৰণে কেই বছৰমানৰ পৰা লণ্ডনত আছে।

জেৰীনাই ড্ৰয়িংৰুমৰ মেজত বহি এখন ৰাছিয়ান আলোচনী পঢ়ি আছিল। এনেতে গেলেৰীত ঘণ্টা বাজিল। জেৰীনাই উঠি খিড়িকীয়েদি চালে, বৰফত লুতুৰি-পুতুৰি জোতাৰে. অভাৰ কোটৰ কলাৰত মুখ ঢাকি সম্মুখত গৌতম থিয় হৈ আছিল। জেৰীনাই তেওঁলৈ অবাক হৈ চাই ৰ'ল।

হাতত 'এটাচী কেচ'টো লৈ তেওঁ খটখটীয়েদি বাৰান্দালৈ আহিল, "এইখন পঞ্চম নগৰ! ইয়াতো চাকি জ্বলি আছে, মই ভাবিছিলোঁ এই ঠাইখন আনবোৰ ঠাইৰ দৰে নহ'ব।"

"দুখৰ কথা তোমাৰ ধাৰণা ভুল। ভিতৰলৈ আহাঁ।" জেৰীনাই উত্তৰ দিলে।

"মোৰ লগত বাহিৰত বহুত মানুহ থিয় হৈ আছে।"

"তেওঁলোককো ভিতৰলৈ মাতি আনা।"

"কেনেকৈ মাতিম? এই পোহৰত তুমি সিহঁতৰ চেহেৰা চাব নোৱাৰিবা।"

"তেওঁলোকনো কোন?"

"বহুত ভূত, মৰাশ, দুষ্ট আত্মা, ইহঁত মোৰ বন্ধু। বাহিৰৰ আন্ধাৰত দাঁত নিকটাই থিয় হৈ আছে। সিহঁতৰ শোভা যাত্ৰা মোৰ পাছে পাছে আহিছে।"

"মই সিহঁতলৈ ভয় নকৰোঁ।"

"তুমি সিহঁতক ভয় নকৰাই উচিত। কিয়নো, আমি সকলোৰে প্ৰায়েই সেই ৰূপ লওঁ।" তেওঁ হাত জোকাৰি ক'লে "মই ভাবিছিলোঁ যে এই ঠাইখন আন ঠাইৰ নিচিনা নহ'ব, ইয়াৰ অন্ধাৰ হ'ব, কিন্তু তুমি ইয়াতো দীপান্বিতা পালন কৰিছা। পোহৰত তুমি কি চাবলৈ চেষ্টা কৰিছা?"

তেওঁ বিৰক্তিৰে নিজৰ 'এটাচীকেচ'টোত বহি পৰিল। জেৰীনাই গেলেৰীৰ দুৱাৰ মেলিলে।

"স্বাগতম গৌতম! মোৰ বোধেৰে তুমি য'লৈ গৈছিলা তাৰপৰা উলটি আহিলা —অৰ্থাৎ আমি সকলো অতিশয় চিন্তিত আছিলোঁ তোমাৰ কাৰণে।"

"মই তোমালোক সকলোৰে ওচৰত কৃতজ্ঞ।"

"স্বাগতম গৃহ দেৱতা! ঘৰ য'তেই নাথাকক, প্ৰত্যেক ভ্ৰমণৰ পাছত জিৰণিৰ কাৰণে ই এক উপযুক্ত আশ্ৰয়।"

"ঠিক আছে।" তেওঁ নিঃসঙ্কোচ হৈ হাত জোকাৰিলে, "মই তোমাৰ আগমনক স্বীকাৰ কৰিছোঁ।" তাৰ পাছত তেওঁ চাৰিওফালে চালে "তুমি যে আছিলা এইটো সেই আর্টিষ্টৰ ঘৰ নহয় জানো?"

"অ' সেইটোৱেই।"

"বাবু," তেওঁ অবিশ্বাসৰ সুৰেৰ ক'লে!

"তুমি কৈছা যেতিয়া ঠিকেই হ'ব 'জেৰীনা, মই বলিয়া হৈ গলোঁনেকি?"

"নহয়, নহয়," তেওঁ ভয়েৰে উত্তৰ দিলে "তোমাক মাথোঁ বৰ ক্লান্ত যেন লাগিছে।"

"অবিৰাম পলাই ফুৰিলে মানুহ ক্লান্ত হৈ যায়। নাজানো মই কিমান লাখ লাখ কোটি মাইল ঘূৰি ফুৰিছোঁ এতিয়ালৈকে?" তুমি ক'ত আছিলা?"

"কেনেকৈ কম?" তেওঁ শিশুৰ দৰে উত্তৰ দিলে। "কেইবাটাও নিশা মই পথাৰত কটালোঁ। তু'হ গুৰিৰ দ'মৰ ওপৰত শুলোঁ। নৈত নাৱত সোমাই বহি থাকিলোঁ। ষ্টেচনৰ ৰেটিংৰুমত' লুকাই ৰলোঁ, সকলো ঠাইতে পুলিচৰ চকুৰ পৰা পলাই ফুৰিছিলোঁ। আজি মই ভাবিলোঁ কিয় এটা সৎসাহসী মানুহৰ দৰে সন্মুখলৈ আহি নিজৰ অপৰাধ স্বীকাৰ নকৰোঁ!"

"পুলিচ?"

"এৰা, কিয়, তুমি নাজানা?"

"নাজানো নহয়! কি?"

"মই জেৰীনা বেগম......!" তেওঁ বৰ কায়দাৰে ভৰিৰ ওপৰত ভৰি থৈ ক'বলৈ আৰম্ভ কৰিলে।

"মই দুটা খুন কৰিছোঁ। আৰু তেতিয়াৰ পৰা মই পলাই ফুৰিছোঁ। ক'তো মূৰ গুজিবলৈ ঠাই পোৱা নাই। ঘূৰি আহি সকলোবোৰ বন্ধুৰ দুৱাৰ ঢকিয়ালোঁ সকলোবোৰ ঘৰৰ দুৱাৰ বন্ধ আছিল। ভিতৰত কিন্তু পোহৰ উজ্জল হৈ আছিল। তাৰ পাছত মই এইফালে গৈছিলোঁ, ভাবিলো চাওঁ, তোমাকো পৰীক্ষা কৰি লওঁ।"

""ভিতৰলৈ আহাঁ গৌতম! ইয়াত বৰ বতাহ।"

"কিন্তু তুমি পুলিচক বাতৰি নিদিয়া নহয়?" তেওঁ সঙ্কোচেৰে সুধিলে।

"কেতিয়াও নিদিওঁ।"

"নালাগে, মই ইয়াতে বহিম। ঘৰৰ চাল মোৰ কাৰণে একো মহত্বপূর্ণ নহয়।" জেৰীনাই স্কাৰ্ফখন মূৰৰ চাৰিওফালে মেৰিয়াই ধুমুহাৰ আক্ৰমণৰ পৰা হাত সাৰিব খুজিলে। বৰফৰ টুকুৰাবোৰ চাৰিওফালে সিঁচৰতি হৈ পৰিল।

"শুনা, জেৰীনা বেগম!" তেওঁ এটাচীকেচত বহিয়েই মূৰ তুলি ক'লে "মই স্বীকাৰ কৰিব খুজিছোঁ যে মই দুটা খুন কৰিলোঁ আৰু কমালে এই......"তেওঁ হাঁহিলে। "মই এনেকুৱা ধৰণৰ মানুহ যে খুন হোৱা মানুহে এইটো বুজিবই

নোৱাৰিলে যে মই তেওঁলোকৰ কাম সম্পূৰ্ণ কৰিলোঁ।" এইবাৰ হঠাৎ তেওঁৰ কণ্ঠস্বৰ সহজ হৈ পৰিল। "সেইদিনা যেতিয়া মই সুৰেখাৰ ঘৰৰ পৰা পাৰ্চেল লৈ বেগাবেগিকৈ হাস্পতাল পালোঁহি, তেতিয়া নিৰ্মলাই মোক চিনি নাপালে। কিয়নো তেতিয়া তেওঁৰ মৃত্যু হৈছিল। সেই নিশা তাৰ পৰা উলটি আহি নগৰত বেয়া অৱস্থাত ইফালে সিফালে ঘূৰি ফুৰিছিলোঁ, তেতিয়া মই চেলচীৰ এখন মদ বেচা দোকানত চম্পা আহমদক দেখিলোঁ। তেওঁ মোক নিচিনিলে, কিয়নো তেওঁ বৰ মদৰ জালত মতলীয়া হৈ আছিল।"

তেওঁ বৰ গৰ্ব্বেৰে ক'লে "মই এই বিদ্যাত কিমান পটু দেখিছা তুমি?"

বৰফৰ ধুমুহা বাঢ়িবলৈ ধৰিলে! এনে সময়তে বৰফৰ বোকাৰ ছিটিকনি মাৰি এখন মটৰ আহি ৰ'ল। তাৰপৰা কামাল আৰু হৰিশঙ্কৰ নামিল। "জেৰীনা," তেওঁলোকে মাতিলে, "গৌতম ইয়ালৈ অহা নাই নহয়?" তেওঁলোক দুয়ো বৰফৰে ঢাক খাই থকা গধূৰ ভৰি দি খট্‌খটীত উঠিল।

"স্বামীজীৰ কেন্দ্ৰত এতিয়া জানিব পাৰিলোঁ যে গৌতম ওষ্টবলীৰ ফালে আহিছে," কমালে ক'লে। অলপ সময়ৰ পাছত তেওঁলোক দুয়ো অজ্ঞান গৌতম নীলাম্বৰক মটৰত তুলি নিজৰ ঘৰলৈ লৈ গ'ল।

## ৫১

"কোনো অহা নাই।" সুজাতা দেৱীয়ে দুৱাৰ মুখলৈ আহি ক'লে, "তিনিও নাস্তিক—মৃতা নিৰ্মলাৰ ঘৰৰ মানুহ। স্বামীজীয় সকলো আয়োজন কৰিছিল। ফুল অনালে। এদল কীৰ্ত্তন মণ্ডলী চুইচ কটেজৰ পৰা আহিল। কিন্তু এওঁলোকে শান্তিৰ মাৰ্গ বিচাৰিব নুখুজিলে!"

"এতিয়া তেওঁলোকে কি কৰিছে জানা? তাত নিজৰ ঘৰত নহ'লে সেই ইণ্ডিয়ান ডেন্সাৰৰ ফ্লেটত গোট খাই, ৰাতিপুৱাৰে পৰা গধূলিলৈকে তাচ খেলে—আচৰিত!" এগৰাকী অত্যন্ত অধ্যাত্ম প্ৰিয় ইংৰাজ বুঢ়ীয়ে খিড়িকীয়েদি মূৰ উলিয়াই ক'লে। চম্পা খটখটীৰ পৰা ঘূৰি আহিল।

তুমি কাৰোবাক বিচাৰিছা যেন লাগিছে," আন গৰাকী বেদান্ত ভক্তা আমেৰিকান বুঢ়ীয়ে খিড়িকীয়েদি মূৰ উলিয়াই ক'লে। 'চোৱাঁ তেওঁ ইয়াতে আছে......তোমাক, আমাক সকলোকে মাতি আছে।" তেওঁ আঙুলিয়াই শ্ৰীকৃষ্ণৰ তাণ্ডৱ ছবিখনৰ ফালে সঙ্কেত কৰিলে। ছবিখন কেন্দ্ৰৰ হলত থোৱা আছিল, "এওঁক চাবৰ কাৰণে সেই তৃতীয় নেত্ৰ লাগে। অনুতাপৰ কথা, তুমি ভাৰতীয়ই তাক হেৰুৱাই পেলালা।"

চম্পাই হতভম্ব হৈ লৰি তললৈ নামি গ'ল। বাটলৈ আহি তেওঁ নিজৰ

মূৰত হাত দিলে। তেওঁ অনুভৱ কৰিলে যেন বাটেদি যোৱা সকলোবোৰ মানুহৰ মূৰত তৃতীয় চকু আছে আৰু সেই চকুটো ঘূৰি আছে! তেওঁ লৰি এখন সাতত্ৰিছ নম্বৰৰ বাচত উঠি বহিল।

কেন্দ্ৰত স্বামী দেৱিকানন্দই বক্তৃতা দিবলৈ আৰম্ভ কৰিছিল। যোগৰ সম্বন্ধে বক্তৃতা শুনাৰ পাছত তেওঁৰ শ্ৰোতা আধ্যাত্মবাদী বুঢ়ীয়ে নিজৰ ঘৰলৈ ঘূৰি গৈ 'চিস্কত' পৰি থকা ৰাতিপুৱাৰ কাঁহী বাটিবোৰ ধুব আৰু গেচৰ বিলৰ চিন্তা কৰিব। সেই সময়ত ভগৱান কৃষ্ণক তেওঁৰ কি কামত আহিব?

বাচৰ পৰা নামি তেওঁ ভাৰতীয় বিদ্যাৰ্থীৰ কেন্দ্ৰৰ ফালে গ'ল। হলঘৰত বিদ্যাৰ্থীৰ এটা সম্পূৰ্ণ নতুন দল—নিজৰ গল্পত মজি আছিল।

"মই চম্পা আহমদ।" তেওঁ দুৱাৰ মুখলৈ গৈ ক'লে।

"ইয়েচ!"

এজন মাদ্ৰাজী বিদ্যাৰ্থীয়ে আগ বাঢ়ি আহি ক'লে। তেওঁৰ বুকু শুকাই গ'ল। তেওঁৰ নাম এসময়ত কিমান মহত্বপূৰ্ণ আছিল! আজি তেওঁক কোনেও নাজানে। কাৰো তেওঁক প্ৰয়োজন নাই।

'একো নহয়। একো নহয়। এনেয়ে আপোনালোকৰ কেন্দ্ৰ চাবলৈ আহিছিলোঁ।"

কেইটামান ল'ৰাই তেওঁক সন্দেহৰ চকুৰে চালে. তেওঁ বেগা বেগিকৈ আকৌ ৰাটলৈ ঘূৰি আহিল।

ষ্ট্ৰেণ্ডলৈ আহি তেওঁ 'ইণ্ডিয়া' হাউচ' পালেহি কেন্‌টিনত আগৰদৰে হুলস্থূল হৈ আছিল।

এইবাৰ তেওঁ "চুজেকী চৰাই" পালেহি। তাত কামালক পালে। তেওঁ কাউণ্টাৰত থিয় হৈ কাৰবাক ফোন কৰি আছিল। তেওঁৰ সৈতে দুই চাৰি আষাৰ কথা পতাৰ পাছত তেওঁ বেগাই বাহিৰলৈ ওলাই গ'ল। আইনাৰ দুৱাৰৰ ওচৰত থিয় হৈ চম্পাই তেওঁক ভিৰৰ মাজত সোমোৱা দেখিলে। আকৌ বাহিৰলৈ গৈ তেওঁ বি, বি, চিৰ কেন্‌টিনত ভূমুকিয়ালে, "মই চম্পা আহমদ," তেওঁ মেজৰ চাৰিওফালে বহি থকা মানুহবোৰক ক'ব খুজিলে, কিন্তু নকৈ আকৌ উলটি আহিল।

সন্মুখত 'আণ্ডাৰ গ্ৰাউণ্ড' আছিল, খটখটী নামি তেওঁ একেবাৰে অনিশ্চিত ভাৱে 'মেডাবেলৰ' টিকট ললে। কেই মিনিটমানৰ পাছত 'মেডাবেলৰ বহল বাটলৈ আহি তেওঁ গছৰ ওচৰত বৈ গ'ল আৰু চাৰিওফালে চাবলৈ ধৰিবলে। আগত অলপ দূৰৈত সুৰেখা আৰু আশাৰ ঘৰ আছিল। বান্ধৰ সিপাৰে কেই-খোজমান আঁতৰত তালাত আৰু কামালৰ ফ্লেট আছিল। ষ্টেছনৰ সন্মুখৰ আধুনিক "ব্লকত" শান্তা আৰু উইলিয়াম ক্ৰেগ থাকে, ঠিক এনে সময়তে শাক-পাচলিৰ দোকানৰ পৰা পাচলিৰ মোনা লৈ সুৰেখা বাহিৰলৈ ওলাল। "বাহ!

হেল্লো চম্পা।'' তেওঁ চিঞৰি ক'লে ''তাত থিয় হৈ আছা কিয়? আহাঁ! আহাঁ!''

তেওঁ নীৰৱে সুৰেখাৰ লগত গ'ল, অলপ দূৰ গৈ তেওঁ ঘৰৰ ভিতৰ সোমাল।

ড্ৰয়িং ৰুমৰ বহল দুৱাৰখনৰ বাহিৰত এতিয়াও দিনৰ পোহৰ আছিল। বহুতো ৰঙা পাত লাহে লাহে বতাহত কঁপি কঁপি তললৈ সৰি পৰিছিল। বাৰান্দাৰ খটখটীত চাৰি পাঁচ খিলামান পাত খিড়িকীৰ বাহিৰত থোৱা বেতৰ চকীৰ তলত বতাহত লৰিবলৈ ধৰিলে। ৰ'দ'ৰ সোণালী ৰেখাই ঘাঁহনিত ঘূৰণীয়া চক্ৰাকাৰ আঁকি দিলে। কোনে জানে মানুহে প্ৰকৃততে কি বিচাৰে?

''এই চম্পা, ইয়াত, এই চোফাত বহি যোৱা আৰামেৰে।'' সুৰেখাই পাৰ্চলবোৰ শাৰী শাৰী কৈ উলিয়াই ক'লে। ''এই চোফাত বহিলে কোঠালিটো তেনেকুৱা নহ'ব নহয়? যেনেকুৱা সেইদিনা হৈছিল।'' চম্পাই আপোনমনে ক'লে। ''সেই দিনা......কোন দিনা?......কেনেকুৱা আছিল?'' সুৰেখাই সুধিলে ''কি জানো!''

বাহিৰৰ বাতাবৰণত বিশুদ্ধ ঋতু বিয়পি পৰিছিল, অতিশয় শীত, স্বচ্ছ নিৰ্ম্মল বৰফ। সমগ্ৰ অস্তিত্ব একেবাৰে পাতল আৰু পৰিষ্কাৰ যেন লাগিছিল।

সুৰেখাই বাণ্ডিলৰ কয়লা তল ওপৰ কৰি ক'লে কাইলৈ বহুত মানুহ ঘৰলৈ ঘূৰি যাব।'' ''ঘৰ?'' চম্পাই চমকি সুধিলে।

''এবা, ভাৰতলৈ,'' সুৰেখাই ছাইবোৰ খুচৰিবলৈ ধৰিলে। ''কোন, কোন?'' চম্পাই উদাস হৈ সুধিলে। এতিয়া তেওঁৰ কাৰ লগত কি সম্বন্ধ? এতিয়া তেওঁ এই বিশুদ্ধ ঋতুৰ দৰে সকলোফালে বিয়পি আছিল। বিশেষ ব্যক্তিৰ লগত তেওঁৰ কিহৰ সম্বন্ধ? কাৰো সৈতে কোনো সম্বন্ধ নাই।

সুৰেখাই সাড়ীৰ আঁচলটো কঁকালত খোচ মাৰি লৈ আকৌ পাৰ্চল কাটিবলৈ বহিল, ''সকলোবোৰ''—তেওঁ উত্তৰ দিলে ''হৰিয়ে কাইলৈ ফ্লাই কৰিব। কামাল পৰহিলৈ জাহাজত যাব। গৌতম আজি ৰাতিপুৱাই নিউইয়ৰ্কলৈ গ'ল।''

বাহিৰৰ ঘৰৰ চালৰ ওপৰত বেলি মাৰ গ'ল। আৰু এন্ধাৰে আবৰি ধৰিলে। জাৰকালিৰ এন্ধাৰ নিশা, এই এন্ধাৰে হঠাৎ পৃথিৱীক হেঁচি ধৰিব। তেওঁ-সুৰেখাক সহায় কৰিবলৈ বান্ধনি ঘৰলৈ গ'ল।

আকৌ তেওঁ খিড়িকীয়েদি ভিতৰলৈ চালে। কোঠালিটোৰ পৰা সন্ধিয়াৰ যাদু আঁতৰি গৈছে। আৰু নিশাই তাৰ ঠাই লৈছে। তেওঁ আকৌ সেই কোঠালিটোলৈ গ'ল, কিন্তু তাত একো নাছিল। আন প্ৰতিচ্ছবি আছিল। ৰঙ আৰু পৰিৱেশৰ সুৰ। সময়ো খিড়িকীৰ বাটেদি বাহিৰলৈ গুচি গ'ল, তাৰ অকণমান অংশও পাছলৈ পৰি নাথাকিল।

সুৰেখাৰ ঘৰৰ পৰা ওলাই তেওঁ কামালৰ ঘৰৰ পোহৰ দেখিলে।

"মোক এৰি নাযাবা, মোক এৰি নাযাবা—মোক এৰি......"তেওঁ চিঞৰি ক'ব খুজিলে, কিন্তু মৌনভাৱে দ্ৰুত পদেৰে ষ্টেচনৰ ফালে গুচি গ'ল।

তেওঁ জন কাৰ্টৰৰ চুবুৰি পালেগৈ আৰু ঘোঁৰা শালৰ দুৱাৰলৈ আহি চাকি জ্বলাবৰ কাৰণে হাত মেলিলে, হঠাৎ এন্ধাৰে আগ বাঢ়ি আহি তেওঁক 'স্বাগতম' কৰিলে। তেওঁ খিড়িকীৰ ওচৰত তলমূৰ কৰি ৰ'ল। এতিয়ালৈকে নিশা মোৰ শত্ৰু আছিল। তেওঁ ভাবিলে—এতিয়া হয়তো মোৰ লগৰী হ'ব। ওখ ঘৰৰপৰা ওলাই অহা বতাহ, ঘাঁহৰ সো-সোৱনি, পাতবোৰৰ থুপ খাই থকা বৰফ, পৃথিৱীয়ে নিশাৰ আনন্দ কঢ়িয়াই আনিছিল, আৰু ধাৰাবোৰ ভাগ ভাগ হৈ গৈছিল, এতিয়া মই সঁচাকৈয়ে সম্পূৰ্ণ স্বাধীন। তেওঁ হাঁহিলে। তলত ভালেমান টান মাটি, আৰু এই মাটিত মই মৃত্যুলৈকে আগ বাঢ়িব লাগিব, মোক ভৰিয়ে মোক ক'লৈ ক'লৈ লৈ যাব (তেওঁ নিজৰ ভৰি দুটা এইদৰে চালে যেন আজিলৈকে তেওঁ ইয়াক দেখাই নাছিল।) নিশাটো মোৰ লগত আছে, আৰু তেওঁৰ লগতো। নিশাৰ শিকলিক মই দৃঢ়কৈ বান্ধি লৈ দিন পামগৈ, নিশা, কোৱা সখি, তুমি কেনেকুৱা? মই যে তোমাক বহুদিনৰ পৰা জানো। বাৰিষাত, ফাগুন ঋতুত, পূৰ্ণিমাত, পৰীক্ষাত, পঢ়াৰ সময়ত, অচিনাকি দেশত, ট্ৰেইন যাত্ৰাৰ সময়ত, মই তোমাৰ প্ৰতিটো ৰূপ দেখিছোঁ, মই আৰু তুমি একেলগে সময় কটাইছোঁ, এদিন তুমিয়েই জিকিবা। আৰু তুমি গৌতম নীলাম্বৰ তোমাক মই তোমাৰ সপোনৰ লগৰীৰ লগত এৰিলোঁ, হয়তো মই সত্য আছিলোঁ আৰু তুমি সপোন দেখাৰ বাহিৰে একোকে নকৰিলা।

নিশাৰ এন্ধাৰ বাঢ়িবলৈ ধৰিলে। জাৰ বেছি হ'ল, নীৰৱতাৰ ঢৌবোৰে বেগাই দুৱাৰত খুন্দিয়াবলৈ ধৰিলে। সময়ে ক'লে ; মোক চিনা, মই কেতিয়াও তোমাৰ লগ নেৰোঁ, তুমি ভাবিছিলা যে তুমি প্ৰত্যেক ক্ষণক ধৰি ৰাখিব পাৰিবা! কিন্তু তোমাৰ এই ধাৰণা ভুল আছিল। মোক চোৱা আৰু চিনা, মই যাওঁ... পল পল, ক্ষণ ক্ষণ। পৰ্দাৰ পাছত ভাজে ভাজে, এন্ধাৰত অদৃশ্য হৈ পৰিছোঁ। মই শেষ সীমা, তাৰ আগলৈ তুমি যাব নোৱাৰা। এতিয়া ঘূৰি ব'লা। তুমি শেষ সীমা পাইছাহি, সন্মুখত দুৱাৰ আছে। এতিয়া আন দেশ আৰম্ভ হৈছে, ভৱিষ্যতৰ যাত্ৰাৰ কাৰণে তুমি নতুন প্ৰমাণ পত্ৰৰ ব্যৱস্থা কৰিব লাগিব। নতুনকৈ নক্সা আঁকিব আৰু চৰ্চা কৰিব লাগিব। এতিয়া নতুন সীমা আৰম্ভ হৈছে। এতিয়ালৈকে মই বহুতো যাদু ভাঙিলোঁ, তোমাৰ যাদুত যে অলপো বাস্তৱিকতা নাছিল।— মোক চিনা। মই সদায় তোমাৰ লগত থাকিম। অন্ততঃ তুমি মোৰ পৰা পলাই সাৰিব নোৱাৰা। মানুহে তোমাক এৰি গুচি যাব।. মই তোমাক কেতিয়াও নেৰোঁ। দেখিছা, তুমি কিমান সোনকালে সীমা পালাহি। এই সিদ্ধান্ত লওঁতে তোমাৰ কিমান অসুবিধা হৈছিল। মই সকলো সমস্যা সমাধান কৰি দিছোঁ। সকলো সমস্যা। সকলো সঙ্কল্প মোৰ কাৰণে স্বয়ংপূৰ্ণ হৈ গৈছে।

এতিয়া তোমাৰ আৰু বিপদ হ'ব, মই তোমাক তাৰ সন্মুখীন হ'বলৈ শিকাম। এতিয়া মোৰ সৈতে সন্ধি কৰি লোৱা। মই এতিয়াও ৰৈ আছোঁ।

বতাহৰ এটা চঞ্চল বেগত খিড়িকীৰ পৰ্দাবোৰ ফৰফৰাবলৈ ধৰিলে। কোঠা-লিটো কুঁৱলীৰে ভৰি পৰিল। তেতিয়া তেওঁ হঠাৎ অনুভৱ কৰিলে যেন জাৰত কঁপি আছে তেওঁ। তেওঁ তৎক্ষণাত খিড়িকী বন্ধ কৰি নিজৰ কোঠালৈ গ'লগৈ।

## ৫২

কামালে যেন মণ্ডলৈ আহি মাজত বহি পৰিল। মাখিৰ চকুৰে তেওঁ সকলোকে চালে। মাইকেল, বিলক্লেগ জেৰীনা, তেওঁলোক সকলোৱে গৌতম নীলাম্বৰক এয়াৰ প'ৰ্টত থৈ উলটি আহিছে। আৰু কামালৰ বান্ধি থোৱা বস্তুৰ ওপৰত উঠি বহিছে।

জেৰীনাৰ ঘৰৰ পৰা আহি গৌতম পোন্ধৰ দিনমান কামালৰ ঘৰত বেমাৰ পৰিল। তেতিয়া তেওঁ গোটেই দিন তাচ খেলে নহ'লে কবিতা-বাজী কৰে. গৌতম এতিয়াও সম্পূৰ্ণ সুস্থ হোৱা নাছিল, কাশ্মীৰৰ মকদ্দ'মাৰ কাৰণে তেওঁলৈ আকৌ নিউইয়ৰ্কলৈ যাবলৈ আদেশ আহিল। লণ্ডনত কামাল আৰু হৰিশঙ্কৰৰ এইটোৱেই শেষ দিন আছিল। হৰি নিশা এয়াৰ ইণ্ডিয়াৰে উৰিব, কামাল কাইলৈ ৰাতিপুৱা বোট ট্ৰেইনত উঠিব। মাইকেলো যাব।

তালাতে আকৌ কেলেণ্ডাৰত চকু ফুৰালে। ১৯৫৪ চনৰ ১৫ ডিচেম্বৰ। তেওঁৰ বুকু কঁপি উঠিল। "মাইকেল, দুৱাৰখন বন্ধ কৰি দিয়া।"

মাইকেলে উঠি দুৱাৰ বন্ধ কৰিলে। মানুহবোৰক তালাতৰ হত্যাকাৰী পুতলাৰ নিচিনা লাগিল। চিপাহী যাৰ হাতত বন্দুক আছিল (মাইকেল), মূৰ জোকাৰি থকা বগা ডাঢ়িৰ চীনা দাৰ্শনিক (হৰিশঙ্কৰ), মহাৰাজ চন্দ্ৰগুপ্তৰ দুৱাৰৰ নৰ্ত্তকী (সুৰেখা), আৰ্ত্তনাদ কৰি কন্দা শোকাকুল, নিজৰ জীৱন আজিয়াৰ লগে লগে শুদা ভৰিৰে যোৱা সুসজ্জিত। কুঁজা নবাব কম্মন চাহাব (কামাল), দীপান্বিতাৰ মূৰ্ত্তিবোৰৰ দৰে সন্মুখত ৰৈ আছিল. এই মূৰ্ত্তিবোৰ লক্ষ্ণৌৰ কুমাৰে সাজিছিল। (ইয়াৰ এটা মূৰ্ত্তি পৰি ভাগি থাকিল) এতিয়া মিস্ত্ৰী আহিব, পানী ছটিয়াব, আসন আনিব, আসনত ৰজা বহিব। ল[illegible]না মুচীয়নীৰ যাদু হ'ব। তাৰ পাছত তেওঁলোক সকলোবোৰ গৈ নিজৰ নিজৰ ঠাইত বহি পৰিব।

"মই বেচ্ ভালে আছিলোঁ। কিন্তু আকৌ বস্তুবোৰে মোক ভয় খুৱাই দিলে।" কামালে যেন তেওঁক অনুসৰণ কৰি ক'লে।

"পৃথিৱীখন বৰ অব্যৱস্থিত হৈ পৰিছে।" "আৰু ইয়াৰ আগতে মই জনা উচিত যে মই শব্দৰ সাগৰেদি ওলাই ভাবনাৰ ভয়ানক বাটত থিয় হৈছোঁ।"

"শব্দৰ কি সত্যতা আছিল ?"

কিতাপে কয় যে শব্দ ভুল। কোনো বস্তু সত্য নহয়। সম্বন্ধ হৈছে এক শূন্যতা—। কেতিয়াবা মই দেখিছোঁ বৃহস্পতিয়ে ৰাক্ষসক নিজৰ বিদ্যা পঢ়াইছে। কেতিয়াবা মোৰ নিজক এজনী প্ৰকাণ্ড ৰাক্ষসী যেন লাগে। ন'হলে অপেশ্বৰীৰ সাধুৰ কোনো যখিনী, যি নিজৰ জ্ঞানৰ জখলাত উঠি শূন্যত ঘূৰি ফুৰিছে।"

এই এন্ধাৰ, শূন্য পথাৰত আৰু অনেক ছোৱালী আছিল। তহমীনা, নিৰ্ম্মলা, জেৰীনা। এইবোৰৰ মাজত বিশেষকৈ চম্পাৰ কথা ক'ব লাগিব। তেওঁৰ এইটোৱেই ভুল হ'ল, তেওঁ সপোন দেখিবলৈ আৰম্ভ কৰিলে।

নিজৰ সপোন অৱস্থা তেওঁ মধ্য যুগৰ ভক্তৰ দৰে গাই ফুৰিলে। গিৰ্জ্জালৈ গ'ল। সন্যাসিনীবোৰ দেখিলে, কিমান সুখী আছিল। তেওঁ জীয়াই জীয়াই নিজৰ কবৰ খান্দিলে আৰু নিজৰ জীৱনৰ প্ৰতীকক খোদাৰ কল্পনাত মিহলাই এক কৰাত চাগৈ বৰ সুখ পালে। সেই সুখক তুমি জুখিব নোৱাৰা। ইয়াত আস্থা আৰু আল্লা থকাৰ কাৰণে বিশ্বাসৰ জটিল বিষয়বো সমাধান হয়। মাত্ৰ অলপমান চুফী ভাৱনাৰ প্ৰয়োজন আছিল, দোকমোকালিত উঠি যদি তুমি ভৈৰৱী গোৱা, তেন্তে নিজে নিজেই ই সৃষ্টি হৈ যায়। গৌতম নীলাম্বৰৰ দৰে তেওঁ প্ৰত্যেক কথাত, প্ৰত্যেক বস্তুত কোনো অন্তৰ্নিহিত ৰহস্য দেখা পায়।

তেওঁলোক আটোইবোৰ কোঠালিৰ পৰা ওলাই তলৰ বাটলৈ আহিল। কামালে নাকটো দাঙি কু'ৰলী শুঙিলে।

"প্ৰত্যেক বস্তুৰ পাছত কোনো অনুশাসন থাকে, এইটো মৰ়ো অনুমান কৰিব পাৰোঁ। ইয়াৰ কাৰণে মই অনেক কষ্ট ভুগিলোঁ।" মাইকেলে বতাহলৈ হাত মেলি ক'লে।

"এৰা," তালাতে উত্তৰ দিলে। তেওঁলোকে তলমূৰ কৰি মাটিৰ ফালে চাই গুচি গ'ল।

গধূলিৰ গুলপীয়া পোহৰত তেওঁলোক 'হীথ'ৰ ফালে আগ বাঢ়িল। ঘৰৰ পাছপিনৰ বাগিচাৰ সৰু সৰু খিড়িকীয়েদি জুমি থকা মানুহবোৰ, ঠেক বাটবোৰ, আৰু তাৰ মূৰত কিছুমান এন্ধাৰ 'কফি-হাউচ'। ছোৱালীবোৰ অফিচৰ পৰা উলটিছে। পৰ্ব্বতলৈ গৈ তেওঁলোকে চিত্ৰকাৰৰ ছবি চাই ফুৰিলে আৰু বৰ বিৰক্ত হৈ পৰিল। তলত মেলা বহিছিল। 'জিপচী' তিৰোতাবোৰ হাত চাই ভাগ্যৰেখা কৈছিল। ল'ৰা-ছোৱালীবোৰে চীনা বাদাম আৰু 'আইচক্ৰীম' খাই আছিল।

আনক নিজৰ সাপেনাৰ মাজলৈ টানিবলৈ চেষ্টা কৰাটো আমাৰ ডাঙৰ মূৰ্খামি।" মাইকেলে ক'লে।

"এৰা"। তালাতে হয়ভৰ দিলে।

"মোৰ অতীতৰ দিনবোৰ, মোৰ সময়, মোৰ সপোন, মাথোঁ মোৰ, আন কাৰো হ'ব নোৱাৰে। এৰা, কিন্তু মনত ৰাখিবা..." তেওঁ বেগাই ক'লে "মই এক অকল শৰীয়া মানুহৰ কথা কৈছোঁ। ভৱিষ্যত আমাৰ সকলোৰে একেই।"

মাইকেলে এটা শিল লৈ খণ্ডেৰে দলি মাৰি দিলে। 'খোদাৰ কচম,' এই সীমালৈ আহি পাৰ্টি লাইন নচলাবা। এই পৰ্ব্বতৰ সিফালে আমাৰ সকলোৰে কাৰণে ভিন ভিন ভৱিষ্যতে মুখ মেলি থিয় হৈ আছে।"

"হেৰা মাইকেল।" তালাতে শিশুৰ দৰে ক'লে 'মই বৰ ভয় খাইছোঁ।"

"কিয় ?"

"মোক ভয় খুৱাবলৈ বস্তুৰ কিবা অভাৱ আছে নেকি ? সুন্দৰ দৃশ্য, আৰামদায়ক ঘৰ, যদি বেগ খোলোঁ, তেন্তে তাৰপৰ নানা ধৰণৰ কাগজ-পত্ৰ ওলাব। বেঙ্কৰ চিঠি, শ্বেয়াৰৰ কাগজ, জইণ্ট ষ্টক কোম্পানীৰ ৰিপোৰ্ট, য'ত নাম থাকে—লৰ্ড সিংহ, চাৰ বীৰেন মুখাৰ্জ্জী, শ্ৰীথাপ্পৰ, এইবোৰ নামৰ পাছত আৰু এখন পৃথিৱী। ওখ মজবুত ঘৰ, টকা, আৰ্থিক সমস্যা, হৰতাল, ভোক, নিবনুৱা, বনুৱাৰ চুবুৰি, চিটি অৱ লণ্ডন, ক্লাইভ ৰোড, কলিকতা, বিশ্বপ গেট, চৌৰঙ্গী, টাটানগৰ, এণ্ড্ৰু উইল, কলিকতা।

"মই ভয়ে ভয়ে সেই কাগজবোৰত চহী কৰিলোহেঁতেন, যি বোৰ কাগজ মোৰ জীৱনৰ আধাৰ আছিল। সমাজত মোৰ সম্পন্নতাৰ লিখিত সাক্ষী আছিল। এইবোৰ কিয় হয় ? ইয়াত মোৰ কি লাভ ? মই কোৱা নাই যে মই ৰজাৰ বংশত জন্ম লৈ এই কাজ্ৰিয়াৰ উত্তৰাধিকাৰী হওঁ। কাগজৰ টুকুৰা-টকা, টকা, হঠাৎ টকাৰ যথাৰ্থতাৰ চিন্তা মোৰ মনৰ পৰা আঁতৰি গ'ল। মানুহে ক'লে—

নিহাৰীৰ ধনী এনেকুৱাই নিশ্চিত হয় আদি। এইবোৰ শুনি মোৰ বৰ হাঁহি উঠিল।

এওঁলোক শিলত বহি পৰিল। তলৰ উপত্যকাত সৰোবৰৰ পানীত মাৰ যোৱা বেলিৰ পোহৰ নাচি আছিল। চেলভেচন আৰ্মী (মুক্তি সেনা) ৰ এটা দল বেণ্ড বজাই আগেদি গুচি গ'ল।

সৰোবৰৰ পাৰত কামাল অকলে থিয় হৈ আছিল। আৰু এই ওখ ঠাইৰ পৰা তেওঁক বৰ সৰু যেন লাগিছিল।

হঠাৎ তালাতে ঢেকঢেকাই হাঁহি উঠিল। "মই এবাৰ নিৰ্মলাক সুধিছিলোঁ, ৰাবী বিবি! তোমাৰ ভয় কিহৰ ? নিৰ্ম্মলাই উত্তৰ দিছিল যে মই মোৰ সপোনক তেওঁৰ পৰা ৰক্ষা কৰিব খোজোঁ। তেওঁ মোৰ সপোন জানিছিল

কিমান হাঁহি উঠা কথা যে নিৰ্ম্মলাৰ সপোন এতিয়া তেওঁৰ ওচৰত চিৰদিনৰ কাৰণে সুৰক্ষিত হৈ আছে, গৌতম চিৰদিন অপৰিচিত হৈ ৰ'ল।"

"আমি অজ্ঞানত জন্ম লৈ অজ্ঞানত জীওঁ আৰু মৰোঁ, আমাৰ প্ৰকৃত সিদ্ধান্ত এয়েই।"

কামালক তেওঁলোকৰ ফালে অহা দেখা গ'ল। মাইকেলে তলমূৰ কৰি পাত ছিঙিলে।

মেলাত বাজি থকা সঙ্গীত শেষ হৈ গ'ল। শীত গাঢ় হৈ পৰিল, এখন জেট বিমান তেওঁলোকৰ মূৰৰ ওপৰেদি সশব্দে উৰি এন্ধাৰত অন্তৰ্দ্ধান হৈ গ'ল, তেওঁলোকে মূৰ তুলি চালে।

"অজ্ঞাতৰ যি নগৰ আমি বহুৱাই থৈছোঁ তাৰ বেৰ আমি দৰ্শনৰ ইটাৰে গাঠিছোঁ। তালাতে ক'লে, "এদিন সিন্ধি দি মৃত্যু আমাৰ নগৰত সোমাব।"

এবাৰ ফৰেনবৰোৰ এয়াৰ ফেষ্টিভেলৰ সুযোগত বেচেৰা জন ডেৰীয়ে, শব্দৰ সীমা পাৰ কৰি নিজেই প্ৰাণ দিলে, তেতিয়া তেওঁৰ আকাশী যানখন আকাশত টুকুৰা টুকুৰ হৈ মেলাৰ মানুহৰ গাত তৎক্ষণাৎ সৰি পৰিল। বিছজন মানুহ মৰিল। সেই সময়ত যেতিয়া আকাশীযানখন জ্বলি পুৰি জুই শিখাৰ ৰূপত সশব্দে তীব্ৰ গতিত মোৰ ফালে আহিছিল, তেতিয়া মই বুজিব পাৰিছিলোঁ যে ই প্ৰকৃততে মৃত্যুৱেই আছিল, ক্ষন্তেকৰ ভিতৰতে ময়ো জ্বলি ভস্ম হৈ যাম, কিন্তু জানা, মাটিত সৰি পৰাৰ সলনি মই আকাশী যানৰ টুকুৰাবোৰৰ মাজৰ পৰা চন্দ্ৰা আৰু জেৰীনাক চিঞৰিবলৈ ধৰিলোঁ, যাতে তেওঁলোক মৰি নাযায়, সেই সময়ত মোৰ নিজতকৈ তেওঁলোক দুয়োৰো জীৱনৰ কাৰণেই অধিক চিন্তা হৈছিল, নিজৰ কাৰণে তেতিয়া ভবাই নাছিলোঁ।

এই কাৰণে যেতিয়া নিৰ্ম্মলা মৃত্যুৰ সন্মুখীন হ'ল, তেতিয়া মই ভাবিলোঁ যে তেৱোঁ ভয় কৰা নাই।...মৃত্যুৰ শঙ্কা এনেকুৱা এটা অনুভৱ য'ত মানুহে আন কাকো ভাগী কৰিব নোৱাৰে। আমি তেওঁক এই অনুভৱৰ কাৰণে অকলে এৰি দিলোঁ। বেচেৰী হাত ভৰি এচাৰি নৈৰ এন্ধাৰ সোঁতত বৈ গ'ল, বেদান্তৰ ক'ৰবাত অস্তিত্বৰ চাৰিটা অৱস্থা উল্লেখ কৰা হৈছে সাৰে থকা মানুহ, সপোন, নোহোৱা সপোন, টোপনি আৰু মৃত্যু।

তলত এন্ধাৰ উপত্যকাত কামালে গান গাই ফুৰিছিল, তেওঁৰ মাত বতাহত ভাঁহি তেওঁলোকৰ কাণত পৰিছিল। গছৰ ওপৰেদি জোন ওলাইছিল।

"ভাৱনাৰ আৰু আত্মাৰ ভ্ৰমণ একে হয়," শঙ্কৰে ক'লে।

মৃত্যুৱে মোক শেষ কৰি দিব। মৃত্যুক কোনে শেষ কৰিব? বতাহে মোৰ উশাহ উৰাই নিব। মৃত্যুৱে মোৰ চকুৰ পাতলিত আঁৰ কাপোৰ তৰিব। জোনে মোৰ বুদ্ধিক শুৱাই থব, আত্মা বতাহত মিহলি হৈ যাব, মোৰ অঙ্গৰ

নোমবোৰ অনাগতিয়াল ডাল-পাত হৈ পৰিব। মূৰৰ চুলিৰ পৰা গছ গজিব।"
তালাতে শিলত থিয় হৈ আওঁৰালে।

"গধুৰ টোপান, ডাঠ পানী, গধুৰ সপোন" শঙ্কৰে ক'লে। "সংসাৰৰ তত্ত্ব ভাবিছোঁ, ইন্দ্ৰিয়বোৰ শুই আছে, মাথোঁ মৃত্যু বাকী আছে।"

"শৰীৰে ভাবে আৰু চিন্তা কৰে. তেওঁ শেষ হ'ল, তেন্তে বুজিবা সকলো শেষ হৈ গ'ল, জ্বলা জুই. চেঁচা পানী, শীতল বতাহ, সকলোবোৰ নিজৰ প্ৰকৃতিৰ দ্বাৰা নিজে জন্ম লৈছে। গৌতমে চম্পাক কৈছিল...যদি তোমাৰ শৰীৰ তোমাৰ বুদ্ধিতকৈ কোনো বেলেগ বস্তু হয় তেন্তে তাক নিলগ কৰি দিয়া! মাত্ৰ তুমি মোৰ ওচৰলৈ আহি যোৱা, তুমি কিন্তু এনেকুৱা কৰিব নোৱাৰা," বস্তুবাদী গুলচনে ক'লে।

এদিন সকলোকেই মৰিব লাগিব। মই তেওঁলোকতকৈ আগতে যাওঁ বা পাছত। যি মোৰ পাছত যাব, তেওঁলোকৰ কি হ'ব ?" হৰিশঙ্কৰে ক'লে।

"চিউ'টী চড়ী পাহাড় পৰ কানো মে' হাথী লটকায়ে।

এক অচম্ভা হমনে দেখা, নৈয়া বিচ নদিয়া ডুবী জায়।"

( এটা সৰু পৰুৱাই হাতী কানত ওলোমাই লৈ পৰ্বতত উঠিল,

আমি আচৰিত হৈ দেখিলোঁ নাওখন নৈৰ মাজত বুৰি গ'ল )

উপত্যকাৰ পৰা কামালৰ গীতৰ শব্দ আহিল, "মোৰ মূল্য কি ? এতিয়ালৈকে মই কি কৰিলো ?' "সুৰেখাই ক'লে. "মই যি কৰোঁ—মোৰ প্ৰত্যেক" কামতে এনে লাগে যেন...এই সমগ্ৰ সৃষ্টিৰ পৰিক্ৰমাত পোনপটীয়া সম্বন্ধ আছে। এই বাস্তৱিকতাক লুকাবলৈ মই হাহোঁ। এনেয়ে মই তোমাক এইটো কৈ দিওঁ।' মাইকেলে আঙ্গুলি উঠাই ক'লে, "আমাৰ শেষটো বৰ বেয়া হ'ব।"

"কি কৰিম! কি কৰিম! কি কৰিম!" ভয়ানক কোৰাচৰ দৰে তেওঁলোকৰ মাত পাহাৰত প্ৰতিধ্বনিত হ'ল।

"সম্মুখত অনাগত সময়ৰ প্ৰাচীৰ আছে, আৰু মই মাইকেলৰ দৰে তাৰ আগত থিয় হৈ চিঞৰি কান্দি আছোঁ। কষ্ট সহ্য কৰাটো অপৰাধৰ প্ৰমাণ নেকি ?" তালাতে ক'লে।

"কোনো আমেৰিকান নিগ্ৰোক মাতা—কোনো জাৰ্মান ইহুদীক আনা, কোনো আৰব শৰণাৰ্থীক আমাৰ আগত থিয় কৰোৱা। কোনো পাকিস্তানী শৰণাৰ্থী আৰু হিন্দু শৰণাৰ্থীক মাতা আৰু তেওঁলোক সকলোকে সোধা, তোমাৰ কি অপৰাধ আছিল, যাৰ কাৰণে তুমি এই শাস্তি পাইছা ?" গুলচনে ক'লে।

মই তোমাৰ সন্মুখত উপস্থিত হৈ আছোঁ। মোৰ শাস্তি কি হ'ব কোৱা।" মাইকেলে ক'লে।

"ইজৰাইলৰ ন গায়ক। আমি মাথোঁ তোমাৰ পৰা গীত শুনিব খুজিছোঁ" তালাতে ক'লে "কিন্তু তুমি হাতত বন্দুক লৈছা।"

"আমি হেজাৰ হেজাৰ বছৰ কান্দি কটালোঁ। মৰুভূমিৰ ভোক, ক্ৰোধ, বিৱশতা ? চিঞৰি চিঞৰি আমি কাজিয়া কৰিলোঁ। ......দাউদৰ গীতকাৰৰ বেদনা, দৰিদ্ৰতা, স্বপ্ন। মই তালাতৰ প্ৰশ্ন আওঁৰাইছোঁ।—কষ্ট সহ্য কৰি যোৱাটো অপৰাধৰ প্ৰমাণনেকি ?"

"আত্মাৰ শূন্যতা তেওঁ নিজৰ কণ্ঠস্বৰত ভৰাই তুলিলে, গভীৰতাৰ শূন্যতা, উচ্চতাৰ শূন্যতা, দুখ, সন্দেহ, প্ৰলোভন আৰু পাপৰ শূন্যতা। যি কোনো দ্বন্দ্বত সোমাই মানুহে নিজক অকলশৰীয়া অনুভৱ কৰে।" মাইকেলে ক'লে।

"অৰণ্যত এহেজাৰ যোগী বহি ভজন কৰে, মই তেওঁলোকৰ মাত শুনিছোঁ" হৰিশঙ্কৰে ক'লে।

"ফিলিস্তাইনৰ সেউজীয়া পথাৰত মই গীত গাই ফুৰিছিলোঁ।" মাইকেলে ক'লে। "মই তোমাৰ মাত শুনিছিলোঁ।" তালাতে ক'লে।

"ইতিহাসৰ সঙ্গীৰ অনুভূতি মোৰ মূৰৰ ওপৰত তৰোৱালৰ দৰে ওলমি আছে ; মই নিজক মুক্ত কৰিব নোৱাৰোঁ।" মাইকেলে ক'লে।

"কি কৰোঁ ! কি কৰোঁ, কি কৰোঁ !" কোৱাচে ক'লে।

"কিতাপ—সেই বোৰেই যি এতিয়ালৈকে হেজাৰ হেজাৰ মানুহে পঢ়িছিল ; নতুন কিতাপ ছপা হৈছিল। প্ৰবন্ধ লিখা হৈছিল, নতুন কাহিনী ৰচা হৈছিল। সদায় ৰাতিপুৱা পৰ্বতত পোহৰ পৰিছিল। দাউদৰ গীত আওঁৰোৱা হৈছিল। মোৰ 'ৰুবাঈ' (চাৰি চৰণৰ পদ্য)য়ে ক'লে মানুহে 'চবত'* বাটিত পানী খাব নাপায়। যদি খায় তেন্তে তেওঁ নিজেই নিজৰ বৰ অনিষ্ট কৰিব। মানুহ যদি তৃষ্ণাতুৰ হয়, তেন্তে তাৰ কি উপায় হ'ব? তেওঁক কোৱা, মানুহক কোৱা দাউদৰ সৈতে সাতোটা শব্দ আওঁৰোৱা, প্ৰভু (খোদাৱন্দ), খোদাৰ শব্দ পানীৰ ওপৰত আছে। এই শব্দত লেবাননৰ দেৱদাৰু ভাগি-ছিগি টুকুৰা টুকুৰা হৈ গৈছে।

এই শব্দৰ পৰা অগ্নি শিখা ওলাইছে, এই শব্দত মৰুভূমি কঁপি উঠিছে। অৰণ্য শূন্য হৈ যায়, আৰু ইয়াৰ বিশালতাত পূজাৰীয়ে কৈ উঠে পৱিত্ৰ হওক ! পৱিত্ৰ হওক !' কিন্তু তুমি তথাপি কোৱা—মই তৃষ্ণাতুৰ মই তৃষ্ণাতুৰ !" মাইকেলে ক'লে।

"ভোকৰ পৰা মানুহৰ জন্ম হয়। গোটেই জীৱন ভোকে তেওঁক আমনি দি থাকে—প্ৰেমৰ, ৰুটীৰ, শান্তিৰ," বস্তুবাদী গুলচনে ক'লে ? ভোক আৰু পিয়াহ আমাৰ সকলোতকৈ ডাঙৰ ভৃত্য। মই সকলোতকৈ আগতে এই ভৃত্যৰ পৰা মুক্তি পাবলৈ বিচাৰোঁ। আন মুক্তি মোৰ নিজে নিজেই হ'ব।" কামালে গাই গাই ওপৰলৈ আহিল। "মানুহৰ পাপৰ অনুভৱ একত্ৰিত হয়। ইয়াত নিৰপৰাধৰ অনুভৱৰ

*সংতাহত ইহুদীৰ 'ব্ৰতৰ' দিন শুক্ৰবাৰ আৰু শনিবাৰৰ মাজত 'চবৰাতি' বুলি কয়।

কোনো প্ৰশ্ন নাই, হায়, আমি যদি দুই এটা সৰু সৰু পাপ কৰিলোহেঁতেন! এই নিৰপৰাধৰ অনুভৱৰ শিকলিৰে আমি এজনে আনজনৰ সৈতে বান্ধ খাই আছোঁ। কোনোবা দিনা যদি আমাৰ ভিতৰৰ কোনোবাই এই শিকলি ডাল ছিঙে, তেন্তে আমি সকলো চিৰদিনৰ কাৰণে ছেদেলি-ভেদেলি হৈ পৰিম," হৰিশঙ্কৰে ক'লে।

"কেতিয়াও এনেকুৱা নহয়।" তালাতে ঘূৰি উত্তৰ দিলে। "চিৰদিন আমাৰ সংস্কৃতি, আমাৰ পটভূমি আমাৰ অতি ওখ নৈতিক আইন, আমাৰ সন্মুখলৈ আহিব!"

"নহয় তালাত বেগম," হৰি শঙ্কৰে ক'লে, "আমাৰ সংস্কৃতিৰ শিকলি গছি পোনতেই ছিগি গৈছে, যাৰ এমূৰত তুমি আৰু আনটো মূৰত মই বতাহত নিৰাধাৰি হৈ ওলমি আছোঁ।"

"নিজৰ ভূতকাল পাহৰি যোৱা! নিজৰ ভূতকাল পাহৰি যোৱা", গুলচনে ক'লে।

আকৌ আইনাৰ ডাঙৰ দুৱাৰখন মেল খালে, দুৱাৰখনেদি যিবোৰ মানুহ ভিতৰলৈ আহিল, তাৰ মাজত চম্পাও আছিল। "হেল্লো" বুলি কৈ মোৰ ফালে আহিল। এইটো হৈছে চুজেকী চবাই ঘৰ আৰু মই জাহাজৰ অফিচলৈ ফোন কৰিছোঁ। বৰ্ত্তমান মই বেছ নিৰাপদ। মোৰ চাৰিওফালে নগৰৰ পকী ঘৰবোৰ থিয় হৈ আছে। মোৰ ভৰিৰ তলত টান মাটি আছে, কিন্তু মোৰ বৰ ভয় লাগিছে। চম্পা মোৰ সন্মুখত বৈ আছে। সময়ৰ জুই জ্বলি আছে। তেওঁ তাক মনোযোগেৰে নিৰীক্ষণ কৰি আছে। মই যেন তেওঁক দেখি অকণো সুখী হোৱা নাই, কোনো দুখ, কোনো অসন্তোষো নাই। বৰং মই অতি শীঘ্ৰে ইয়াৰ পৰা পলাই যাব খুজিছোঁ। মই জানো ক'ব পাৰোঁ যে তুমি চম্পা! মোৰ এনে লাগিল যেন তেওঁ মোক কোনো গুৰুতৰ কথা ক'ব খুজিছে। তেওঁ নীৰৱ হৈ গ'ল।

যিবোৰ মানুহ কথা ছবিৰ পৰা বাহিৰলৈ ওলাইছিল, তেওঁলোকৰ চেহেৰা উদাস আছিল। পোহৰবোৰো অস্পষ্ট হৈ পৰিছিল; সঙ্গীতে বিনাই আছিল। সময়বোৰ বেগাই গৈ আছিল। তেওঁ আইনাৰ ডাঙৰ বেৰত নাক ঘঁহাই থিয় হৈ গ'ল আৰু বাহিৰৰ ভিৰৰ ফালে চাবলৈ ধৰিলে। মই বেগাই তেওঁক খোদা হাফিজ' বুলি কৈ বাহিৰলৈ আহিলোঁ। এতিয়া তেওঁক বহুত পাছত থিয় কৰাই এৰি দিলোঁ। "মই ঘৰৰ পিনে আহিছোঁ। মই কিয় ইমান ভাগৰি পৰিছোঁ? মোক মনে মনে বহি থাকিবলৈ দিয়া।" কামালে দাঁতিৰ এটা শিলত বহি ক'লে।

"চোৰৰ দৰে আমিও নিজৰ নিজৰ দেৱতা জগাইছোঁ। কিন্তু চোৰাঁ কি হ'ল। দেৱতাই আমাক স্পষ্ট আঘাত দি গুচি গ'ল।" তালাতে ক'লে।

চাৰিওফালে "সেউজীয়া বৰণৰ কুঁৱলী বিয়পি পৰিল। এই কুঁৱলীত সকলোবোৰ উটি গৈছে। মই এন্ধাৰৰ পাৰত পোহৰ আৰু ভয়ৰ সঙ্গমত ভৰি থৈ সোণ বৰণীয়া ভগৱান প্ৰজাপতিৰ দৰে আকৌ বস্তুৰ নাম লৈছোঁ।" তালাতে ক'লে।

"চোৱাঁ" তেওঁ শিলৰ ওপৰত থিয় হৈ ক্ষিতিজৰ ফালে ইঙ্গিত কৰিলে?

"মাইকেল, সেইফালে তোমাৰ জেৰুজেলেম আছে। আমাৰ সকলোৰে জেৰুজেলেম।"

জেৰুজেলেমো বিভাজন হ'ল।" হৰিশঙ্কৰে তেওঁক মনত পেলাই দিলে।

"পাহাৰত হজৰত দাউদৰ গীতিকাৰে কেঁকাই কেঁকাই ঘূৰি ফুৰিছে। সুৰ শেষ হৈ গ'ল। শূলত যীশুৰ সৈতে আমাক আঁৰি থোৱা হৈছে। যীশুৰ সলনি আমি শূলত উঠিছোঁ, কিয়নো আমি সকলোতকৈ ডাঙৰ চোৰ। আমি খোদাৰ ভঁৰালৰ পৰা আনন্দ চুৰ কৰিব খুজিছোঁ।" তালাতে ক'লে।

"এতিয়া মোৰ একো মনত নাই। পাৰ হৈ যোৱা দিনবোৰে গলীৰ দৰে মোক চাৰিওফালে আবৰি আছে। শুই থকা ঘৰৰ চিমনিয়েদি জোনে নাচি বাগি সাগৰৰ পিনে গৈ আছে। 'ইষ্ট এঙ্গলিয়াৰ' হাবিত প্ৰবল বতাহ বলি আছে। শূন্য বন্দৰৰ ক'লা পানীত নিশাৰ পখীয়ে চাৰিওফালে ঘূৰি ফুৰিছে।

"মোৰ সন্মুখেদি মানুহৰ ভিৰ গুচি গৈছে। সৰোবৰত নাওবোৰ সাঁতুৰি আছে। মই পাৰত আছোঁ। এতিয়া মই নিজৰ জাহাজৰ সন্ধান কৰিব লাগে। এনেকুৱা জাহাজ, যাৰ পোহৰ নাইকিয়া হৈ গৈছে, যি নীৰৱে সাগৰৰ ঘোৰ অন্ধকাৰত উপস্থিত হ'ব পাৰিছে। এনেকুৱা জাহাজ যি মাথোঁ সেই দিশলৈ যায়, য'ত কোনো 'আহা, স্বাগতম'! "বুলি কোৱা লোক নোলায়।" কামালে ক'লে।

কুঁৱলী ডাঠ হৈ পৰিছিল। "ৰূপ আৰু নাম"! হৰিশঙ্কৰে ক'লে।

"বিদ্যা আৰু অবিদ্যা।" তালাতে ক'লে।

"এতিয়া আমি বুজিব পাৰিছোঁ।" সকলোৱে একে সুৰত ক'লে।

ভাৱনা আৰু বিচাৰৰ সৱাতোকৈ শিখৰত চিৰদিন তেওঁ অকলে থিয় হৈ থাকে। অকলে, চিৰদিন অকলে, যাৰ নাম গোতম আৰু মাইকেল, হৰি, স্ত্ৰিল আৰু কামাল ৰজা......। তেওঁলোক চিৰকাল অকলশৰীয়া। শীতল, এন্ধাৰ বতাহত এই স্বৰ বুৰ গ'ল আৰু সেউজীয়া কুঁৱলীয়ে তেওঁলোকক নিজৰ মাজলৈ আদৰি ল'লে।

জাহাজৰ বাৰান্দাত অৰ্কেষ্ট্ৰাৰে বিদায় সঙ্গীতৰ সুৰ মুখৰ হৈ পৰিল। হঠাৎ কামালৰ অন্তৰ আৰ্দ্ৰ হৈ গ'ল। তেওঁ ৰেলিঙত ধৰি তললৈ চাবলৈ ধৰিলে। লণ্ডনত তেওঁক বোট ট্ৰেনত থবলৈ বিছজনমান মানুহ আহিছিল।

কিন্তু পোৰ্ট মাউথত তেওঁ অকলশৰীয়া আছিল। অচিনাকি বন্দৰ, অপৰিচিত যাত্ৰী, পৃথিৱীৰ পৰিচয় হীনতা তেওঁৰ কাৰণে এতিয়াৰ পৰা আৰম্ভ হ'ল। অতি কষ্টেৰে তেওঁ ওলাই অহা চকুপানী ৰখালে। ওচৰত দুজন বুঢ়া মানুহ থিয় হৈ আছিল। তাৰে এজনে চেনেহেৰে তেওঁ বাহুত হাত থলে। কামালে কৃতজ্ঞ হৈ তেওঁক চালে।

পাছদিনা তেওঁ গোটেই জাহাজখন নিৰীক্ষণ কৰিলে। ভাৰতীয় আৰু পাকিস্তানী বৈদেশিক সেৱা বিভাগৰ কেইজনমান উচ্চ বিষয়া আৰু তেওঁলোকৰ পৰিবাৰ। সামৰিক বিষয়া......বিদ্যাৰ্থী, ইংৰাজ আৰু আমেৰিকান। টুৰিষ্ট শ্ৰেণীৰ সকলোবোৰ লোক বৰ আমোদ প্ৰিয় আছিল। দৰিদ্ৰ বিদ্যাৰ্থী, অশিক্ষিত শিখ ব্যৱসায়ী, পাদুৰি, কেথেলিক, সন্যাসিনী, এজন ফৰাছী ভিক্ষু, পণ্ডিতজী যাক কামালে লণ্ডনতো জানিছিল, তেওঁ ছুটীত ঘৰলৈ গৈছিল আৰু 'ওৰিয়ণ্টেল' স্কুলত পঢ়িছিল, শুদ্ধ হিন্দী কয়; মেৰটৰ অধিবাসী, দীঘল কেকোঁৰা চুলি, ছোৱালীৰ নিচিনা ধুনীয়া চেহেৰা, লনি কোমল, মহাত্মা গান্ধীৰ শিষ্য, অত্যন্ত বিনয়ী, এই ঠেটুৱা লগা জাৰতো লণ্ডনত চুৰিয়া আৰু চেণ্ডেল পিন্ধে। ব্ৰজ ভাষাৰ লোক-গীতিৰ ওপৰত গৱেষণা কাৰ্য্য কৰি আছে। মাইকেলো টুৰিষ্ট ক্লাছত আছিল। তেওঁ জিব্ৰালটৰলৈকে গৈছিল।

এদিন কামালে বাৰান্দাৰ আৰামী চকীত বহি সাগৰৰ ঢৌবোৰ গণি আছিল। এনেতে পাছফালৰ পৰা কাৰোবাৰ কণ্ঠস্বৰ শুনা গ'ল।

"মই ইয়াত বহিব পাৰোঁ নে?"

"নিশ্চয়!" তেওঁ মূৰ দাঙি ক'লে। সেই বুঢ়াজন থিয় হৈ মিচিকিয়াই আছিল, যি জন বুঢ়াই প্ৰথম দিনা কামালক ভৰসা দিছিল। তেওঁ তৎক্ষণাত উঠি বহিল। তেওঁৰ কাৰণে আন এখন আৰামী চকী টানি আনিলে। "ফ্ৰেণ্ড পল! তোমালোকো ইয়ালৈ আহাঁ?"

অলপ সময়ৰ পাছত আৰু দুজন ইউৰোপীয়ান আহি ওচৰত বহিল। "মোৰ নাম ডাঃ হেন্স ক্ৰেমৰ। মই অষ্ট্ৰিয়াৰ। মই আৰু মোৰ দুয়ো বন্ধু ইতিহাসৰ অধ্যাপক। আমি ভাৰতলৈ আহিছোঁ—তুমি ভাৰতীয় নেকি? "হয়।"

"সেই কাৰণে মই আগতে সুধি নিশ্চিন্ত হলোঁ। কিয়নো কালি মই সেই সন্মুখৰ ল'ৰাটোক 'ইণ্ডিয়ান' বুলি কলোঁ তেওঁ অসন্তুষ্ট হ'ল। তেওঁ পাকিস্তানী আছিল।" তিনিও শুকান হাঁহি হাঁহিলে। কামাল মৌন হৈ ৰ'ল।

"তুমি ভাৰতত থাকা ?"

"হয়।"

"মই বুদ্ধ জয়ন্তীৰ কাৰণে ওলাইছোঁ।" ডাক্তৰ ক্লেমৰে ক'লে।

"অ' ! অ'! বুদ্ধ জয়ন্তী !!"

"বুদ্ধ ইতিহাসৰ সকলোতকৈ মহৎ মানুহ আছিল।"

পলে অভিমত প্ৰকাশ কৰিলে।

"তুমি হিন্দু নহয় ?"

"নহয়।"

"উস্ ! ক্ষমা কৰা। মোৰ আকৌ ভুল হ'ল। তেন্তে তুমি মুছলমান ?"

"হয়।"

"তেনেহ'লে ভাৰতত কেনেকৈ আছা ?"

"হেল্লো ডিয়েৰ !" এজন আমেৰিকানে বৰ আনন্দেৰে ওচৰলৈ আহি ক'লে "হাই" ! তেওঁ কোনো ভূমিকা নকৰাকৈ কামালক সম্বোধন কৰিলে।

"হাই" কামালে উত্তৰ দিলে।

"মোৰ নাম টমাচ্ জেৰেণ্ড এৰ্টকিংজ, তুমি মোক 'টম' বুলি মাতিবা।"

"বাকী জার্নেলিষ্টবোৰ ক'ত ?" ফ্ৰেডে সুধিলে, তেওঁলোকে আহি গ'ল, তাৰ মাজত এজন ফৰাছী আছিল, মৰিচ, ইণ্ডোচাইনালৈ গৈছিল, আন এজন প্ৰসিদ্ধ ইংৰাজ কবি আছিল তেওঁ বি, বি, চিৰ প্ৰতিনিধি ৰূপে বুদ্ধৰ পঁচিছ শ বছৰীয়া উৎসৱত যোগ দিবলৈ ভাৰতলৈ গৈছিল, কেইগৰাকীমান ধনী আমেৰিকান মহিলা, যি আমেৰিকাৰ পৰা এই যাত্ৰাত ওলাইছিল, এজন ফৰাছী ভিক্ষুৱে গেৰুৱা ৰঙৰ চাদৰেৰে গা ঢাকি সকলোৰে পৰা নিলগত এচুকত বহি আছিল, তেৰোঁ গয়া আৰু বেনাৰচলৈ গৈছিল, তেওঁ টুৰিষ্ট ক্লাছৰ যাত্ৰী আছিল।

সন্ধিয়া কামালে মাইকেলক এওঁলোকৰে সৈতে চিনাকি কৰি দিলে। এই দলত পণ্ডিতজীয়েও যোগ দিলে, এতিয়া এওঁলোক সকলো একেলগে থাকে। এজনী মাৰাঠী ছোৱালীয়ে বৰ ভাল গাইছিল। পণ্ডিতজীয়ে কীৰ্ত্তন কৰে, লীলা ভাস্কৰে গায়, নিশা বলৰুমত নৃত্য হয় ; চিনেমা চায়, অতি সোনকালে যাত্ৰা শেষ হয়।

কাইলৈ ৰাতিপুৱা জাহাজ ব্ৰিণ্ডাইচৰ পাবগৈ, বিভিন্ন দলত বহি মানুহৰ কথা শুনি, তাচ খেলি, সাঁতুৰি, লাইব্ৰেৰীৰ আলোচনী পঢ়ি কামালৰ এতিয়া আগুৱাই গৈছে। তেওঁ গোটেইখন জাহাজত ঘূৰি শেহত সকলোতকৈ ওপৰৰ ডেকত গৈ থিয় হ'ল।

পাছফালৰ পৰা জোৰেৰে কথা কোৱাৰ শব্দ শুনা গ'ল, তেওঁ ঘূৰি চালে। দূৰৈত নাৱৰ ওচৰত ডাক্তৰ ক্লেমৰে বন্ধুহঁতৰ সৈতে বহি আছিল, মাইকেলে ৰেলিঙৰ সহায়ত থিয় হৈ তেওঁক সম্বোধন কৰিছিল। সেই আমেৰিকান প্ৰফেছাৰ

ছোৱালীজনী মজিয়াত দলিচা পাৰি আঁঠুত ভৰ দি বাগৰি আছিল, কোনোবাই 'গিটাৰ' বজাবলৈ আৰম্ভ কৰি দিছিল।

"লিখা।" মাইকেলৰ মাত শুনা গ'ল।

"কি লিখিম ?" টমে ক'লে।

"মই যি কৈছোঁ তাৰ ভুল ব্যাখ্যা লিখা, ঈশ্বৰৰ ওচৰত প্ৰতিজ্ঞাবদ্ধ হোৱা বুঢ়ী তুমি এইদৰে মিছাকৈ ঘটিছা।"

মাইকেলে গৰজিলে।

"আহ্ !" কামালে ভাবিলে। মাইকেল আৰু টমৰ মাজত আকৌ কাঁজিয়া আৰম্ভ হ'ল।

"সৌৱা, চোঁৱা. কামাল ৰজা আহিছে, তেওঁৰ কথা মন দি শুনি, বা ঘূৰি গৈ কিতাপ লিখিবা, তাত বৰ্ণনা কৰিবা, এজন পাকিস্তানৰ ঘোৰ বিৰোধী মুছলিম তুমি জাহাজত লগ পালা, কিন্তু ১৯৫৫ চনৰ ভাৰতত কোনেও তেওঁৰ কথা বুজা নাছিল।"

"আহা।" পণ্ডিতজীয়ে চুলিবোৰ ঠিক কৰি কলে' আহক ৰাজাজী? মাইকেলে আৰু এটা ভাষণ দিছে।"

"আহা! পণ্ডিতজী! মাইকেলৰ কটুতাৰ বিষনাশক বস্তু মোৰ ওচৰতো নাই।" কামালে শুদ্ধ হিন্দীত উত্তৰ দিলে, ইংৰাজ কবিয়ে মনোযোগেৰে দুয়োকো চাবলৈ ধৰিলে. 'যি বিদেশীয়ে তোমাৰ দেশৰ সম্বন্ধে কিবা লিখে, তুমি তেওঁক ই, এম, ফাৰ্ষ্টৰ তুলাচনিৰে জোখা, যিজন বেচেৰা নিজেই আদৰ্শবাদী আছিল, বন মানুহৰ পৃথিৱীত থকা দেৱতা," টমে ক'লে।

"১৯২৪ চনত ফাৰ্ষ্টৰে তেওঁৰ উপন্যাস লিখিছিল ; সেই সময়ত তেওঁ ডাক্তৰ আজীজক ভাৰতৰ প্ৰতিনিধি পাত্ৰ ৰূপে দাঙ্গি ধৰিছিল।" ইংৰাজ কবিয়ে ক'লে, "আজি যদি ফাৰ্ষ্টৰে আনখন "পেচেজ টু ইণ্ডিয়া" লিখে, তেন্তে তেওঁ নিজৰ এই পাত্ৰটি সলাব লাগিব। এতিয়া ডাক্তৰ আজীজ ভাৰতবৰ্ষৰ প্ৰতিনিধি নহয়। এতিয়া প্ৰত্যেক মুছলমানকে পাকিস্তানী বুলি ভবা হ'ব। এতিয়া মাথোঁ হিন্দুক হিন্দুস্থানৰ প্ৰকৃত প্ৰতিনিধি বুলি ধৰা হ'ব।"

"এৰা" কামালে উত্তৰ দিলে।

"কামাল তুমি বৰ কষ্ট পাইছা নেকি ?" কবিয়ে সুধিলে।

"হয়। তথাপি মই পীড়িত মানুহৰ ৰূপত ওলাবলৈ নিবিচাৰোঁ। ভাৰতৰ চিৰকাল, দুখ সহ্য কৰা আত্মা,—এই সন্তোষেৰে এই সৌম্যৰে এই দুখ পোৱা আৰু সহ্য কৰাৰ অভ্যাসেৰে, তুমি লাগিলে চুৰিয়া পিন্ধি আখলত বহি খোৱা, তেতিয়াও বুজিব নোৱাৰিবা।"

"চেণ্ট অগষ্টীনে বেনাৰচত জন্ম লোৱা নাই।" মৰিচে ক'লে, "কেথেলিকৰ জীৱন—দৰ্শন এটা বিশেষ বস্তু।...সকলোকে তেওঁ নিজৰ ভিতৰত সামৰি লোৱা

নাই, নহ'লে তুমি আজি কেথোলিক হোৱাৰ সলনি ইন্দোচীনত যুঁজিবলৈ নগ'লাহেঁতেন," কামালে খঙেৰে উত্তৰ দিলে।

"নিৰীক্ষণ কৰা আৰু যুদ্ধ-কৰাৰ ভিতৰত কি প্ৰভেদ?" মৰিচে সুধিলে।

"তুমি নিজেই নিজক সোধা। আনে যুদ্ধ কৰে, তুমি নিৰীক্ষণ কৰি থাকা? ইয়াৰ দ্বাৰা অপৰাধৰ অনুভৱ কম হয় নৌক?" কামালে ক'লে।

"তোমাক শান্তিবাদী ব্যৱসায়ী যেন লাগে," টমে ক'লে, 'ভোৰ ভয়ে গৈয়ন কে পাছে মধুবন মোহি পঠায়ো', ডেকৰ সিমূৰত লীলা ভাস্কৰে গীত জুৰিলে, কামালে টমৰ কথালৈ কাণ নিদি গীতৰ প্ৰতি আকৰ্ষিত হ'ল, পণ্ডিতজীয়ে তাল দিবলৈ ধৰিলে, কিছু সময়ৰ পাছত তেওঁলোক দুয়ো লীলা ভাস্কৰৰ পিনে গ'ল, "প্ৰত্যেক সংস্কৃতিৰ এক নিজা গোপন ভাষা আছে, যাক কেৱল সেই সংস্কৃতিয়ে বুজিব পাৰে।" ইংৰাজ কবিয়ে ক'লে। টমে ক'লে "পণ্ডিত আৰু কামালৰ সংস্কৃতি একে হ'ল কেনেকৈ?"

"তুমি দেখোন মাইকেলৰ গোপন ভাষাও বুজিব নোৱাৰা। ইংৰাজ কবিয়ে মিচিকিয়াই ক'লে।

মাইকেলৰ ওপৰত ভ্ৰাই মাৰ্টিনীৰ প্ৰভাৱ পৰিছিল। তেওঁ একাষত মনে মনে বহি আছিল। নিজৰে নাম শুনি উচপ খাই উঠিল। ইঞ্জিনিয়াৰৰ অনুমানত ঘূৰি তেওঁ তাৰ পৰাই কথা আৰম্ভ কৰিলে।

"লিখা", তেওঁ গৰজি ক'লে—"লিখা! পৃথিৱীৰ, ৰাষ্ট্ৰৰ, ইতিহাসৰ উদ্দেশ্য হৈছে বিজয় আৰু ৰাজ্য বিস্তাৰ আৰু দেশক সমৃদ্ধ কৰা। আমাৰ ইতিহাস অতি কঠোৰ অত্যাচাৰ আৰু কষ্টৰ বিৱৰণ। তেৰশ শতিকাত মোক ইংলেণ্ডৰ পৰা উলিয়াই দিয়া হ'ল। চৈধ্যশ শতিকাত ফৰাচী দেশৰ পৰা। পোন্ধৰশ শতিকাত স্পেইনে নিজৰ বিপত্তি মূৰৰ ওপৰত জাপি ল'লে! ইপিনে মই অঘৰীয়ে পৃথিৱীৰ লাঞ্ছনা-গঞ্জনা সহ্য কৰি পূৰ্ব আৰু পশ্চিম দুয়ো ঠাইত মোৰ চকুলোৰে বন্তি জ্বলাই জ্ঞানৰ প্ৰকাশ বিয়পালোঁ। মই বু-অলীচীনা, ইবনে খুলদুন, ইমাম, গজালী, অল্‌ফাৰাবী আৰু খবাৰজমীৰৰ দৰ্শন ইউৰোপত প্ৰচলিত কৰিলোঁ। মই......।" লীলা ভাস্কৰে গাই আছিল। কামাল তলৰ ডেকলৈ নামি খটখটী পাৰ হৈ টুৰিষ্ট ক্লাচত মাইকেলৰ কেবিনৰ সন্মুখলৈ আহি হঠাৎ তেওঁৰ মনত পৰিল যে কাইলৈ ৰাতিপুৱা মাইকেল জিব্ৰালটৰত নামি যাব। তাৰ পাছত সম্ভৱ গোটেই জীৱন—মৃত্যুৰ সময়লৈকে তেওঁক নেদেখিব। কেনেকুৱা আচৰিত কথা। তেওঁ মাইকেলৰ কেবিনৰ বাহিৰত ৰেলিঙত আঁউজি থিয় হৈ আছিল। সন্মুখত পূৰ্ণিমাৰ জোনটো উদয় হৈছিল। সাগৰখন বৰ শান্ত হৈ আছিল। জাহাজখন ঢৌ ফালি গৌৰৱেৰে আগ বাঢ়ি গৈছিল। ডেকৰ এই ফালটো একেবাৰে শূন্য আছিল। কেৱল ফৰাছী ভিক্ষু জন এচুকত কামালৰ ফালে পিঠি দি বহি আছিল।

কামালৰ বুকুখন কঁপিবলৈ ধৰিলে। নীৰৱতাই ইমান জোৰেৰে গৰজিলে যেন তেওঁৰ কাণৰ পৰ্দা ফাটি গ'ল। তেওঁৰ টম আৰু ইংৰাজ কবিৰ কথা মনত পৰিল। তেওঁৰ অন্তৰখন ৰিঙা ৰিঙা লাগিল। তেওঁ ৰেলিঙত খামোচ মাৰি ধৰি থিয় হ'ল।

"মই ৰাজ্যহীন।" মই ৰাজ্যহীন!!" তেওঁ প্ৰথমবাৰ আপোন মনে ক'লে।

সাগৰৰ ঢৌৰ ধকধকীয়া বগা ফেনবোৰ পোহৰত তিৰ্বিবাবলৈ ধৰিলে। দূৰ দিগন্তৰ পৃথিৱীৰ চাৰি সীমাত পোহৰৰ এই বিস্তৃত নীলা চাদৰৰ ওপৰেদি যাত্ৰী বাহী জাহাজখন গৈ আছিল। ব্যৱসায়ী আৰু যুদ্ধ জাহাজ। দূৰ দেশৰ মানুহবোৰ ইয়াৰ আৰোহী আছিল। ইউৰোপৰ বিদ্বান, ইটালীৰ পাদুৰী, আমেৰিকান পৰ্য্যটক, মেক্সিকোৰ চিত্ৰকাৰ, ভাৰতবৰ্ষৰ নৰ্ত্তক। পৃথিৱীত এতিয়া শান্তি আছিল। দিল্লীত পণ্ডিত নেহৰুৰ শাসন আছিল। জীৱনটো বৰ চঞ্চল মুখৰ হৈ উঠিছিল!

"বৰ ভাগ্যবান তেওঁলোক, যাৰ ভাগ্যত মানসিক শান্তি আছে। ভাই মোক শান্তি লাগে।" কামালে লাহেকৈ ক'লে। ফৰাছী ভিক্ষুৱে মূৰ দাঙি তেওঁলৈ চালে। তেওঁৰ চেহেৰাত পূৰ্ণ শন্তি বিৰাজ কৰিছিল আৰু শাশ্বত প্ৰসন্নতা। এনেকুৱা এক পূৰ্ণিমাৰ নিশা আঢ়ৈ হেজাৰ বছৰৰ আগতে সাগৰৰ সিপাৰৰ এখন দেশত শাক্য মুনিয়ে জন্ম লৈছিল! চতুৰ্দ্দশীৰ চন্দ্ৰমা সাগৰৰ ঢৌত সাঁতুৰি-নাদুৰি আছিল। তাৰ শক্তি আৰু শীতল কিৰণ কামাল আৰু ভিক্ষুৰ চেহেৰাত পৰিছিল। "মোক চিন্তাৰ পৰা মুক্তি দিয়া।" কামালে ক'লে।

ভিক্ষুৱে নিজৰ ৰহস্যপূৰ্ণ নীলা চকুৰে তেওঁলৈ চালে। "ভাবনা......ভাবনাই নিজেই নিজক নাজানে। সৃষ্টিৰ বাহিৰত কোনো ঈশ্বৰ নাই, আৰু ঈশ্বৰৰ বাহিৰত কোনো সৃষ্টি নাই। সত্য আৰু অসত্যৰ ভিতৰত কোনো প্ৰভেদ নাই, এই সকলোৰে ওপৰত পৰম সত্তা হৈছে শূন্য!" তেওঁ ফৰাছী ভাষাত ক'লে।

"এই শূন্য, এই নীৰৱতালৈ মোৰ বৰ ভয় লাগে।" কামালে ক'লে, "শূন্য! নীৰৱতা! শূন্যতা! যি অন্তিম সত্বা, যি শূন্যৰ পৰিকল্পনা।"

"মোৰ এই পৰিকল্পনালৈকো ভয় লাগে!" কামালে ক'লে। "এই নীৰৱতাৰ মাজত মই অকলে ক'লৈ যাম? তুমিও মোক লগ নিদিয়া।" তেওঁ এই মহাযানী ফৰাছী ভিক্ষুক শঙ্কাৰ দৃষ্টিৰে চালে। "মই ৰাজ্যহীন আৰু এই খন তোমাৰ 'সুখৱতী' নহয়।" তেওঁ মনে মনে ক'লে আৰু দীঘল দীঘল খোজ পেলাই ডেকলৈ ঘুৰি আছিল। জাহাজখনে নিজৰ যাত্ৰী স্থিৰ কৰিবলৈ ধৰিলে।

## ৫৪

## ভাৰতবৰ্ষৰ সাগৰ পাৰ

বম্বে !! ঘৰ !!! ঘৰ ??

কামাল লক্ষ্ণৌলৈ আহিল। 'গুলফিচাৰ' গেটত উপস্থিত হ'ল। তেওঁ পৃথিৱীৰ পৰিৱৰ্ত্তন দেখিলে। বাগিছাৰ গছবোৰ পুৰি গ'ল। ফুলিবোৰ লেৰেলি গ'ল। ঘাঁহৰ সলনি গছৰ ডাল পাত বোৰ গৰ্জি উঠিল। মটৰ গেৰেজ আৰু ঘোঁৰা শাল গুদাম হ'ল। ("যিমান সম্বন্ধীয়া মানুহ ইয়াৰ পৰা পাকিস্তানলৈ গুচি যায়, নিজৰ নিজৰ বস্তু লৈ ইয়াত জমা কৰি থয়।" খালা বেগমে ক'লে) চাৰ্ভেন্ট কোৱাৰ্টাৰ নিজান হৈ পৰি আছিল! তেওঁৰ চকুৱে গঙ্গাদীনক বিচাৰিলে। কাদীৰ আৰু কমৰুনৰ সন্ধান কৰিলে। হুচেইনৰ বিবি, ৰাম অবতাৰ আৰু ছুট্‌কীক মাতিলে।

শেহত তেওঁ নিজৰ কোঠালিলৈ গৈ পালেঙ্গত ঢলি পৰিল আৰু উচুপি উচুপি কান্দিবলৈ ধৰিলে। পৃথিৱীখন একেই আছিল। 'গুলফিচাঁ, লক্ষ্ণৌ, আত্মীয় স্বজন সকলো ইয়াতে আছিল। মাথোঁ তেওঁ নিজেহে সলনি হ'ল? বাপেকৰ দৰিদ্ৰতা দেখি তেওঁ ব্যাকুল হৈ পৰিছিল। "ডাঙৰ ডাঙৰ ৰাজ্যই যেতিয়া ধ্বংস হৈ গ'ল, আমিনো কোন কুটা?" আৰ্বোলি অপ্পীয়ে তেওঁক ক'লে "নান পাৰাৰ" ক্ৰকাৰী (মাটিৰে গঢ়া পাত্ৰ) বিক্ৰি হ'ল। মাকে নিজৰ আধা অলঙ্কাৰ বেচি পেলালে।

"এতিয়া কি স্থিৰ কৰিছে?" কামালে তেওঁৰ দেউতাকক সুধিলে "কাৰবালা আনঠাইত কৰিবনে পাকিস্তানত?" "ইয়াতে থাকিম," তেওঁ সন্তোষেৰে উত্তৰ দিলে। "আমি কিবা ভগনীয়া নেকি?" কামাল হতভম্ব হৈ পৰিল। "কিন্তু দেউতা, আপুনি যে মুছলিম লীগত যোগ দিছিল।" "এৰা, এৰা, পিছে কি হ'ল? পাকিস্তান হ'ল, ভাল হ'ল, এতিয়া ইয়াৰ অৰ্থ এইটোৱেই হ'ব নেকি যে, আমিও ইয়াৰ পৰা পলাই যাম?"

"আপুনি পাকিস্তানক নিজৰ উপযুক্ত দেশ বুলি ভবাৰ পাছতো যাব নোখোজে, কিয়নো আপুনি ভাবে যে এই বুঢ়া বয়সত ক'ত দুৰ্দ্দশাগ্ৰস্ত হৈ ঘূৰি ফুৰিম। নহ'লে জানো ভাৰতবৰ্ষক নিজৰ দেশ বুলি ভাবে আৰু ইয়াক ভাল পায় কাৰণে এৰিব নোখোজে?"

"এতিয়া তোমাৰে সৈতে তৰ্ক কৰিব কোনে? তোমাৰ বুদ্ধি সদায়েই ভোতা।" নবাব চাহাবে উত্তৰ দিলে? "এতিয়া মই আমিৰৰজাৰ বিবিৰ দুৱাৰলৈ যাবলগীয়া হোৱা নাই নহয়, কৰাছীলৈ। ইয়াত অন্ততঃ নিজৰ ঘৰটোতো হেৰুওৱা নাই! অৱশ্যে এতিয়া আৰু মোৰ ইয়াত মন নবহে।" আম্মা বেগমে ক'লে।

কিছুদিনৰ পাছত তেওঁ কঁকালত টঙ্গালি বান্ধি চাকৰি বিচাৰিবলৈ আৰম্ভ কৰিলে। তেওঁৰ অসংখ্য ডিগ্ৰী আছিল। ট্ৰিনিটি কলেজ, কেম্ব্ৰিজ, লণ্ডন আৰু কেইবছৰ মান তেওঁ ইংলেণ্ডৰ এটা প্ৰসিদ্ধ লেবৰটৰীত চাকৰি কৰিছিল। ব্ৰিটেনৰ চাকৰি এৰি তেওঁ দেশ সেৱাৰ ভাৱনা লৈ উলটি আহিছিল। ছয় মাহ পাৰ হৈ গ'ল। তেওঁ দিল্লীত ঘূৰি বলিয়া হৈ পৰিল।

"বোপাই কোনো মিনিষ্টাৰৰ হতুৱাই একলম লিখাই লোৱাঁ।" নবাব চাহাবে ক'লে।

"মই জীয়াই থাকোঁ মানে কাৰো অনুগ্ৰহ ভিক্ষা নকৰোঁ, নিজৰ যোগ্যতাৰ ওপৰত মোৰ ভৰসা নাই নেকি যে আনৰ অনুগ্ৰহ ভিক্ষা কৰি ফুৰিম?"

তেওঁ গোটেই দিন 'গুলফিচাত' মনে মনে পৰি থাকে ; নহ'লে তালাতলৈ চিঠি লিখে "ভাৰতলৈ কেতিয়াও নাহিবা। যিমান দিন পাৰা, তাতে থাকি যোৱাঁ, ইয়ালৈ আহিলে মোৰ যি অৱস্থা হৈছে সেই অৱস্থাই হ'ব। "তোমাৰ কি হ'ল?" তালাতে উত্তৰ দিয়ে। "সংঘৰ্ষত সাহস হেৰুৱাই পেলাইছা। এইটোৱেই সময় হৈছে তোমাৰ পৰীক্ষাৰ। পৰিশ্ৰম কৰা, হাল বোৱা ; যুগ পৰিৱৰ্ত্তনৰ সন্মুখীন হোৱা বুলি ইয়াকে কয়। তুমি ঐশ্বৰ্য্যৰ সপোন দেখিছা', যদি তেনেকুৱা হয়, তেন্তে পাকিস্তানলৈ যোৱা। তেতিয়া হ'লে মই তোমাৰ সৈতে গোটেই জীৱন কথা নকওঁ।"

ছোৱালীৰ সাহস বেছি হয়নেকি ?—তেওঁ ভাবে, নহ'লে তেওঁলোক আদর্শবাদী শ্ৰেণীৰ হয়? তথাপি তালাতৰ চিঠিয়ে তেওঁক সাহস দিয়ে!

গৌতমে তেওঁক সদায় নিউইয়ৰ্কৰ পৰা চিঠি লিখে। তেওঁ কাকো উত্তৰ নিদিয়ে। তেওঁনো কি লিখিব? হৰিশঙ্কৰ আমেৰিকাৰ পৰা উলটি আহিল আৰু বাঙ্গালোৰত চাকৰি হ'ল। কামালে তেওঁলৈকো চিঠি নিলিখে।

ভাইচাহাবে কৰাচীৰ পৰা চিঠি দিবলৈ ধৰিলে। "তৎক্ষণাত ইয়ালৈ আহাঁ। ইয়াত এটাতকৈ আন এটা সুন্দৰ পদ আছে। মাত্ৰ তুমি আহাঁ। জেদ এৰি দিয়া।"

এনেকুৱা অৱস্থা হ'ল যে কামালে তেওঁৰ চিঠি খুলিবলৈকে এৰি দিলে। কিছুদিনৰ পাছত তেওঁ বাৰাবঙ্কীৰ কলেজত কাম পালে। ভাইচাহাব পাকিস্তানী আছিল। 'গুলফিচাঁৰ' পৈতৃক সম্পত্তিত তেওঁৰো ভাগ আছিল, এতেকে নিৰাপত্তাৰ প্ৰশ্নত কাঁজিয়া আৰম্ভ হ'ল! নবাব চাহাবে নিৰাপত্তাৰ মীমাংসাৰ বিৰুদ্ধে কাছাৰীত মকৰ্দ্দমা দিলে।

এতিয়া গোটেই দিন কামাল ঘূৰি ফুৰে। তেওঁৰ কণ্ঠস্বৰ ৰুক্ষ হৈ পৰিল। তেওঁ খুব কম হাঁহে। হুলস্থূল কৰাৰ কথা কেতিয়াবাই পাহৰি গৈছিল। "যুগৰ পৰিৱৰ্তন হৈছে ডাঙৰীয়া। যেতিয়া বাস্তৱিকতাৰ সন্মুখীন হ'ব লগা হ'ল, তেতিয়া ল'ৰা ভাগৰি পৰিল।" কফি হাউচত কমৰেডে ক'লে।

হুচেনী আৰু তেওঁৰ বিবি ভাই চাহাবৰ কইনাৰ সৈতে কৰাচীলৈ গ'ল। কাদীৰ আৰু কমৰুন বহু দিনৰ আগতে মটৰ বেচাৰ পাছত মিৰ্জ্জাপুৰলৈ উলটি গ'ল।

এদিন তেওঁ আনদিনৰ দৰে দিল্লীৰ লাজৰ ঘৰত বেলা ৰোডত বহি আছিল আৰু এখন দৰ্খাস্ত লিখি মেনডেজ হোটেলৰ ডাকঘৰত পোষ্ট কৰিবলৈ গৈছিল। এনেতে বাটত তেওঁ জাহাজৰ সহযাত্ৰী টমাচ এৰ্টকিঙ্গজক পালে।

"হেল্লো তুমি ইয়াত ক'ত?" কামালে সুধিলে।

"মই গোটেই দেশ ভ্ৰমণ কৰিছোঁ—দক্ষিণ আৰু বঙ্গদেশ, অসম আৰু উৰিষ্যা। এতিয়া ৰাজস্থানৰ কথা ভাবিছোঁ।"

"তুমি দিল্লীত ফুৰিলা?"

"এতিয়াও নাই ফুৰা।"

"আমাৰ ৰাষ্ট্ৰপতিৰ ভৱন চালা?" কামালে তৎক্ষণাত ক'লে। "নতুন দিল্লীৰ নতুন ভাৰতৰ প্ৰতীক নৱ ভৱনবোৰ আৰু ৰাজঘাট আৰু—আৰু?" হঠাৎ তেওঁ পুৰণি কামাল হৈ পৰিল, আজীৱিকাৰ চিন্তাৰ পৰা মুক্ত, ভাৰতবৰ্ষৰ আবেগপূৰ্ণ সুপুত্ৰ। তেওঁ দিল্লীৰ প্ৰত্যেকটো বস্তু টমক দেখুৱালে।

"আজি-কালি তুমি কি কৰিছা?" আলপ্‌চত বহি কফি খাই টমে সুধিলে। "একো নাই, চাকৰি বিচাৰিছোঁ।" তেওঁ নিশ্চিন্তভাৱে উত্তৰ দিলে। "নিবনুৱা এই দেশৰ বৰ ডাঙৰ সমস্যা।" টমে ক'লে।

"সকলোৰে কাৰণে। ইয়াত অকল ময়েই আছোঁ জানো? যেতিয়া আনন্দ আহিব, তেতিয়া গোটেই দেশৰ কাৰণে আহিব। তেতিয়া কোনোবাই এইটো চাব জানো যে এইখন হিন্দুৰ দুৱাৰ আৰু এইখন মুছলমানৰ? আমি সকলো একেলগে ডুবিম, একেলগে উঠিম।"

"তুমি যে নবাবৰ ল'ৰা, তুমিতো চাকৰি নকৰা।" ব্ৰডকাষ্টিং হাউচৰ পৰা লগ লোৱা গুলচনে ক'লে। "তুমি নিজক দ্বিতীয় শ্ৰেণীৰ বুলি ভাবিব নোৱাৰা।"

"একেবাৰে ভুল।"

"বাবু, তেন্তে মোৰ লগত আহাঁ, ট্ৰেক্টৰ চলোৱা।"

"মই ট্ৰেক্টৰ চলোৱাৰ ট্ৰেইনিং লোৱা হ'লে, নিশ্চয় চলালোহেঁতেন। কিন্তু দুখৰ কথা, আঠোটা বছৰ মই নিউক্লিয়ৰ ফিজিক্সত নষ্ট কৰি আহিলোঁ।"

"শুনিছোঁ পাকিস্তানত বৈজ্ঞানিকৰ বৰ প্ৰয়োজন। তালৈ যোৱা, ইয়াতনো বলিয়াৰ দৰে ঘূৰি ফুৰিছা কিয়?" গুলচনে মত প্ৰকাশ কৰিলে।

"তুমিও ইয়াকে কৈছা?" কামালে চকিত হৈ ক'লে।

"নিশ্চয়!" গুলচনে শান্তভাৱে উত্তৰ দিলে।

শেহত সেই দিনটোও আহিল, যিদিনা কামালে দিল্লীলৈ গৈ 'ভিচা'ৰ

কাৰণে দৰ্খাস্ত দিলে। এই সিদ্ধান্ত লোৱাৰ আগতে তেওঁ কেইবা নিশাও উজাগৰে আছিল। তেওঁ পৃথিৱীৰ চকুৰ পৰা আঁতৰি থাকিব খুজিছিল! নীৰৱতাত হাহাকাৰ কৰি থকা 'গুলফিচাঁ'ত এতিয়া মাথোঁ ছাঁবোৰ লৰি থকা দেখা গ'ল। দুৱাৰ বন্ধ হ'ল, খালী কোঠালিত পৰ্দাবোৰ বতাহত উৰিবলৈ ধৰিলে। ভিতৰৰ শোৱা কোঠাত বুঢ়া নবাব চাহাবৰ কাঁহৰ শব্দ শুনা গ'ল। অম্মা বেগমে পাছফালৰ বাৰান্দাৰ আসনত বহি নমাজ পঢ়ে। প্ৰাৰ্থনা কৰে, "হে প্ৰভু! কম্মন যেন কামত লাগি যায়। হে প্ৰভু, কম্মন বোপাইক সহায় কৰা (বাৰাবঙ্কীৰ অস্থায়ী লেকচাৰাৰশ্বিপ শেষ হ'ল)। তেওঁ সদায় নিজে নিজকে কয়; "তুমি ভয়াতুৰ, নীচ, ভীৰু, তোমাৰ সেই সকলো জাতীয় শিক্ষা ক'লৈ গ'ল? তালাতে ঠিকেই কয়—ঘাঁহ কাটা, হাল বোৱা, ধিক্কাৰ তোমাক! সুবিধাবাদী অকৃতজ্ঞ; অবিশ্বাসী ক'ৰবাব। এতিয়া আলীগড় ইউনিভাৰ্চিটি আশ্ৰয় হ'ল। তাতো তেওঁৰ যোগ্য কোনো ঠাই খালী নাছিল। তেওঁ সকলো সময়তে এইটো ভাবিছিল যে, লাগিলে অনাহাৰত মৰিব, তথাপি কেতিয়াও মাতৃভূমি এৰাৰ প্ৰশ্ন উঠিব নোৱাৰে।

তেনেতে এদিন কাছাৰীৰ 'ৰায়' শুনোৱা হ'ল। 'গুলফিচাঁ' চাব জকী ৰজাৰ নামত ৰেজিষ্টাৰ্ড আছিল। ইয়াৰ একমাত্ৰ উত্তৰাধিকাৰী আমিৰ ৰজা পাকিস্তানী আছিল। 'গুলফিচা' পৰিত্যক্ত সম্পত্তি ৰূপে পৰিগণিত হ'ল। পাছদিনা ৰাতিপুৱা যেতিয়া কামালে চকু মেলিলে তেওঁ নিজকে লক্ষ্ণৌত ভগনীয়া হিচাপে দেখিলে। তৃতীয়দিনা পুলিচ অফিচাৰ ঘৰত তলা মাৰিবলৈ আহিল। চতুৰ্থ দিনা কামাল ৰজাই তেওঁৰ বুঢ়া মাক-বাপেকক লৈ ৰেলত বহিল। পঞ্চম দিনা ৰেল দিল্লী পালেহি। ষষ্ঠ দিনা ৰেলখন ভাৰতৰ সীমা পাৰ হ'ল। সপ্তম দিনা কামাল ৰজা কৰাছীত পাকিস্তানত উপনীত হ'ল।

## ৫৫

"কৰাছী, আজি ১৯৫৬ চনত সকলোতকৈ ডাঙৰ ইছলামী ৰাজ্য। পৃথিৱীৰ পাঁচখন ডাঙৰ দেশৰ ৰাজধানী হৈ পৰিল। ইয়াত ন চহকী মধ্য শ্ৰেণীৰ শাসন আছিল। কৰাছী অত্যন্ত আধুনিক নগৰ। ইয়াত নিতৌ নিশা শ্ৰেষ্ঠ শ্ৰেণীৰ হোটেল বোৰত আৰু ক্লাবত একোখন জকমকীয়া পৃথিৱীৰ সৃষ্টি হৈছিল। এই নতুন সামাজিক জীৱনৰ ভেটি হৈছে টকা। আৰু দ্বিতীয় তত্ত্ব-তীব্ৰ পৰাজয়ৰ অনুভূতি। ক'লা বেপাৰীৰ পৰাজয় হৈছে নেকি? তেন্তে আৰু অধিক ক'লা বজাৰ কৰিব নোৱাৰে কিয়! বাঁও বাহুৰ বুদ্ধিবাদে কান্দে, যুগ পৰিৱৰ্তনৰ আৰু কোনো আশা নাই। ইছলামধৰ্মী হঁতে চিঞৰি থাকে,

মুছলমান তিৰোতাবোৰে পৰ্দ্দা নোহোৱাকৈ ঘূৰি ফুৰে। বলৰুমত নাচে। মধ্যবিত্ত শ্ৰেণীৰ নিজৰ হেজাৰ বিজাৰ চিন্তা।

বঙ্গালী, পাঞ্জাবী, শৰণাৰ্থী আৰু স্থানীয় লোকৰ কাঁজিয়া বেলেগ আছিল।

ভাৰতে অশেষ চেষ্টা কৰি প্ৰমাণ কৰিবলৈ বিচাৰিছিল যে বিভাজন ভুল আছিল আৰু বাস্তৱিকতে দেশ এখনেই আছিল। পাকিস্তানে প্ৰমাণ কৰিলে, বিভাজন কৰা খুব উচিত আৰু ঠিক কৰা হৈছে। ইয়াৰ সংস্কৃতি সম্পূৰ্ণ বেলেগ। ৰাষ্ট্ৰীয়তাৰ ভেটিত এই দেশক জন্ম দিয়া হৈছে। ভাৰতবৰ্ষই ক'লে সমগ্ৰ পূৰ্বাঞ্চলৰ সংস্কৃতিৰ উদগম্ তেওঁলোকৰ সভ্যতা। এফালে গুপ্ত কালৰ সোণালী যুগৰ ৰেঙণি দেখুওৱা হয়। আনফালে খলীফাধৰ্ম্মী আৰু অৰ্বাচী তথা মোগল যুগৰ ৰাগ গোৱা হয়। এই দুয়ো দেশৰ প্ৰচাৰ দ্ৰুতগতিত চলোৱা হৈছিল আৰু এই অভ্যাসৰ লক্ষ্য পশ্চিমীয়া দেশ আছিল।

সমগ্ৰ পৃথিৱীৰ ফালৰ পৰা ইছলামৰ ঠিকা পাকিস্তান চৰকাৰে লৈ লৈছে। ইছলামে এখন বাঢ়নী নৈৰ দৰে অসংখ্য সহায়ক নৈ, নলাক নিজৰ ধাৰত সামৰি গৰ্ব্বেৰে সৈতে এটা ডাঙৰ জল প্ৰপাতৰ ৰূপত বৈ গৈছে।

অথচ 'ইছলাম'ৰ ধ্বনি দিয়াহঁতৰ ধৰ্ম্মদৰ্শনৰ সৈতে কোনো সম্বন্ধ নাই। তেওঁলোকে মাথোঁ ইমানকে জানে যে মুছলমানে আঠশ বছৰ খৃষ্টানৰ স্পেনত ৰাজত্ব কৰিলে। এহেজাৰ বছৰ হিন্দুৰ ভাৰতত আৰু চাৰিশ বছৰ পূৰ্ব্ব ইউৰোপত। ইয়াৰ বাহিৰে ইছলামৰ যি মহান মানৱ প্ৰেমৰ পৰম্পৰা আছে তাৰ নাম ল'ব নোৱাৰি। আৰব দাৰ্শনিক, ইৰানৰ কবি আৰু চুফী সকলৰ উদাৰতাৰ চৰ্চ্চা কৰাৰ প্ৰয়োজন নাই। আলী আৰু হুচেইনৰ দৰ্শনৰ সৈতে কোনো সম্বন্ধ নাই। ইছলামক এক অত্যন্ত আক্ৰমণাত্মক ধৰ্ম্ম আৰু জীৱন-দৰ্শনৰূপে দাঙি ধৰা হয়।

বহুতো আনন্দৰ কথাও আছে। দেশখনে ক্ষিপ্ৰ গতিত ঔদ্যোগিক উন্নতি কৰিছে। অসংখ্য ছোৱালী ডাক্তৰ, নাৰ্চ, আৰু লেকচাৰাৰ হৈছে, চাকৰি কৰিছে। পাকিস্তানী মহিলাই সঁচাকৈয়ে অতি উন্নতি কৰিছে। এইটো এটা বৰ ভাল লক্ষণ।

নিশা শেষ হৈ আহিছিল। মই যি ভাবিছোঁ লিখি গৈছোঁ। সেই কাৰণেই চাগৈ এই চিঠিখন তোমাৰ বৰ অসঙ্গত যেন লাগিব, কিন্তু তোমাক ইমানবোৰ কথা ক'ব লগা আছে যে মই বিচাৰিছোঁ, তুমি মোৰ চকুৰে মোৰ নতুন দেশখন চাই লোৱা। মোক সাহস দিয়া, যাতে মই এই দেশৰ কাৰণে গোটেই জীৱন ভাল বেয়া কিবা কৰিব পাৰোঁ।

চোৱাঁ তালাত! এতিয়া ভাৰতবৰ্ষত মধ্যম শ্ৰেণীৰ মুছলমান দুৰ্ব্বল হৈ পৰিছে। সাংস্কৃতিক আৰু আৰ্থিক সুৰক্ষাৰ সন্ধানত ভাৰতীয় মুছলমানসকল ইয়ালৈ আহিছে। সমগ্ৰ পৰিবাৰ ভাগ হৈ গ'ল। এটা ভায়েক যদি পাকিস্তানৰ সৈন্য বিভাগত, তেন্তে আনটো পাকিস্তানৰ নেভীত। তৃতীয়টো আজাদ কাশ্মীৰ

ৰেডিঅ'ৰ বিষয়া। তেওঁৰ চতুৰ্থ ভায়েক যি এতিয়া পাটনাত বি, এচ, চি পঢ়ি আছে, ইণ্ডিয়ান এয়াৰ ফোৰ্চত দৰ্খাস্ত দিয়াৰ কথাও ভাবিব নোৱাৰে। এতেকে তেওঁ ইয়ালৈ আহি জেট পাইলট হৈ যায়। পাটনাত হয়তো তেওঁ কেৰেনীও হ'ব নোৱাৰে। যদি তেওঁ চাকৰিৰ প্ৰতিযোগিতাত বহি জিকি যায়, তেন্তে সাম্প্ৰদায়িকতাৰ কাৰণে তেওঁক বচা নহয়।

উনৈছ শতিকাত দেশত আৰ্থিক অনাটনৰ কাৰণে এই পৰম্পৰৰ দ্বন্দ্ব আৰম্ভ হ'ল। হিন্দুক বহু সংখ্যকৰ হাতত মাৰ খোৱাৰ ভয়ৰ মনোবৈজ্ঞানিক প্ৰসঙ্গ পণ্ডিত নেহৰু আৰু চৰ্দ্দাৰ পানিকৰে দাঙি ধৰিলে।

এই প্ৰশ্ন ইতিহাসৰ ডাঙৰ 'যদি' আছিল ; যদি এই ভয় দূৰ কৰা হ'লহেঁতেন, তেন্তে আজি কি পৰিস্থিতি হ'লহেঁতেন? আৰু এই কাম কংগ্ৰেছে কৰিব পাৰিলেহেঁতেন।

আমাৰ কথাৰ বিষয়-বস্ত আমাৰ কাৰণে কিমান দুৰ্ভাগ্যজনক আছিল। ভাৰতৰ পৰা মুছলমান আঁতৰি যোৱা এইটোও আন এটা কাৰণ। আজি ভাৰতত উৰ্দুক কেৱল মুছলমানৰ ভাষা বুলি ভবা হয় যদিও উৰ্দু হিন্দু আৰু মুছলমান দুয়োৰে সভ্যতা আৰু জন সাধাৰণৰ ভাষা আছিল। এতিয়া মই আকৌ ইয়াৰ পৰিৱেশলৈ উলটি আহিছোঁ। আজি শুকুৰবাৰৰ নিশা। মই এক বুদ্ধিজীৱীৰ সভাৰ পৰা উলটি আহিছোঁ। তাত পশ্চিমীয়া সাহিত্য আৰু বিশ্ব ৰাজনীতিৰ ব্যৰ্থ তৰ্ক কৰি, দল গোটাই, যুৱক-যুৱতীক চাই মই ভাবিছিলোঁ, হায়, তুমি যদি এওঁলোকৰ বুদ্ধিদীপ্ত আৰু আমোদজনক কথা বোৰ শুনিলাহেঁতেন!

আজি গধূলি তাত এফালে কেথোলিক ধৰ্ম্মৰ ওপৰত আলোচনা হৈছিল আৰু আনফালে পশ্চিমৰ প্ৰতিক্ৰিয়া বাদী সাহিত্যিকক ধিক্কাৰ দিয়া হৈছিল। এজন ফৰাছী লোকক আলজেৰিয়াৰ পৰম্পৰাৰ কাৰণে গালি দিয়া হৈছিল, আমেৰিকান সহায়ৰ কাৰণে মানুহে মোক আমানি কৰিছিল। মই আনফালে ঘূৰিলোঁ। দলিচাৰ এমূৰত এটা দলে ফৰাছী বুদ্ধিবাদী এজনৰ ওপৰত বিৰক্ত হৈ পৰিছিল।

"ফৰাছী দেশৰ বৰ্তমানৰ উত্তপ্ত পৰিস্থিতিৰ কাৰণে পশ্চিমৰ বুদ্ধিবাদীৰ অৱস্থা বেয়া হৈছে' ইউৰোপৰ সংস্কৃতিত ফৰাছীদেশৰ প্ৰতীক বিদ্যমান হৈ থকা পদ্ধতিয়ে পশ্চিমৰ বুদ্ধিবাদীক চঞ্চল কৰি তুলিছে।'

পশ্চিমৰ এতিয়া সচাঁকৈয়ে পতন হৈছে। এতিয়া এওঁৰ ওচৰত আত্মৰক্ষাৰ কাৰণে কোনো যুক্তি নাই।" তনবীৰে গৰজি আছিল। "এতিয়া যদি কাইলৈ সাৰ্ত্ৰ'ই আকৌ প্ৰায়শ্চিত্ত কৰি লয়, তেন্তে মই আচৰিত নহওঁ। পশ্চিমীয়া সভ্যতাৰ প্ৰতিনিধিহঁত স্তব্ধ হৈ পৰিছে।"

"ইংৰাজ বুদ্ধিজীৱীয়ে আমেৰিকাৰ পৰা টকা খাই......"মই ইফালে সিফালে ঘূৰি গৈ আমেৰিকানৰ কাষত বহিলোঁ।

আনটো দলত আমেৰিকাৰ এজন প্ৰসিদ্ধ ঐতিহাসিক বহি আছিল।

"যদি আমেৰিকাক গৃহ যুদ্ধৰ পাছত দুটা ভাগত ভাগ কৰা হ'লহেঁতেন তেন্তে নাজানো আমাৰ আজিলৈকে কি দশা হ'লহে'তেন।" আমেৰিকান ঐতিহাসিকে ক'লে—'তুমি নিজৰ এই তত্ত্ব আঁওৰাই নাথাকিবা যে বিভাজনৰ কাৰণ অৰ্থনৈতিক আছিল, তেওঁ মোক দেখি হাত জোকাৰিলে, ইয়াৰ বাহিৰে আৰু কি আছিল, মই সেইটো জানিব খুজিছোঁ।"

'মই এইটো জানিব খুজিছোঁ যে পুবৰ পতনৰ প্ৰধান কাৰণ কি?" হমীদাই ক'লে।' মই টোয়নবীকো এইটো সুধিছিলোঁ, তেওঁ অতিষ্ঠ হৈ পৰিল, ওঠৰ শ শতিকাত ভাৰতৰ কিয় পতন হ'ল ?

'ভাৰতবৰ্ষৰ নদী সিঞ্চন ব্যৱস্থা বৰ বেয়া আছিল ?' জেকব মোৰিচন নামৰ এজন আমেৰিকান বুদ্ধিবাদীয়ে ক'লে, এই সমস্যা সম্পূৰ্ণ এগ্ৰোনমিকেল আছিল।'

প্ৰায় ডেৰমান বজাত আমি তাৰ পৰা উঠিলোঁ। যেতিয়া মই ঘৰলৈ ঘূৰি গলোঁ, তেতিয়া মই ক্লান্ত হৈ পৰিছিলোঁ।

আজিৰ সকলোতকৈ ডাঙৰ ঘটনা, তালাত, মোৰ মৰমৰ ভনীটি, এইটোৱেই, বিপ্লৱী লক্ষ্ণৌৰ কংগ্ৰেছৰ উৎসাহী কাৰ্য্যকৰ্তা, সংযুক্ত ভাৰতৰ মহানতাৰ গীত গাওঁতা, মই,—কামালে আজি ৰাতিপুৱা মাহিলী বাৰশ টকাত এটা পদ লৈ ললোঁ। এটা সম্পূৰ্ণ লেবৰটৰী মই 'চেট আপ' কৰিব লাগিব। ইয়াৰ কাৰণে বস্তু কিনিবলৈ হয়তো সোনকালে আমেৰিকালৈ পঠাই দিয়া হ'ব। এই কামৰ সূত্ৰত অহা সপ্তাহত মই পূব পাকিস্তানলৈ যাম। ইয়াৰ পিছৰ চিঠিখন তোমালৈ ঢাকাৰ পৰা লিখিম।

এতিয়া ৰাতি পুৱাইছে। গোটেই নিশা মই তোমালৈ চিঠি লিখি পাৰ কৰি দিলোঁ। এতিয়া মই খিড়কীৰ পৰ্দা আঁতৰাই বাহিৰলৈ চাইছোঁ, কৰাচীয়ে সাৰ পাইছে। কৰাচী নিজৰ কামত ওলাইছে, শ শ হেজাৰ হেজাৰ মানুহ কাৰখানা আৰু অফিচৰ ফালে গৈ আছে, এওঁলোকক সাধাৰণতে 'জনতা' বুলি কোৱা হয়। তালাত, ইহঁতে একো দোষ কৰা নাই নহয়। ইহঁতক শিক্ষা দিয়া হোৱা নাই, ইহঁতক ভোকত ৰখা হৈছে। ইহঁতৰ শান্তিৰে জীয়াই থাকিবলৈ, পেট ভৰাই ৰুটী খাবলৈ আৰু আৰামত শুবলৈ অধিকাৰ আছে, তালাত, যি সময়ত ৰাতিপুৱা হেজাৰ হেজাৰ বনুৱা একত্ৰিত হৈ পী, আই, ডি চিৰ নতুন বন্দৰৰ......ফালে আগ বাঢ়ি যায়, খোদাৰ শপত, সেই দৃশ্য চাব লগীয়া হয়।

পাকিস্তানৰ ভৱিষ্যতৰ কাৰণে আশা হয়।

এওঁলোক বৰ মৰমিয়াল মানুহ, এওঁলোকক ঘিণ নকৰিবা। তেওঁলোকে কাজিয়া কৰি তোমাৰ দেশ ভাগ কৰি পেলালে বুলি। এওঁলোক বৰ নিৰীহ মানুহ, এওঁলোকৰ সেই বিবাদ, ইতিহাসৰ সেই ব্যাখ্যাৰ অনাহকত দোষ উলিওৱাত কোনো উদ্দেশ্য নাই'।

সিন্ধ-ইণ্ডাষ্ট্ৰীয়েল ষ্টেটত কাৰখানা খোলা হৈছে আৰু তাৰ যন্ত্ৰবোৰ এই

মানুহবোৰে চলাইছে, এওঁলোক যি দেশত থাকে, তাৰ নাম পাকিস্তান। এতিয়া অতীতৰ কাৰণে কন্দা অতীতৰ ভুলৰ কাৰণে অনুতাপ কৰা ভুল, কিয়নো ভৱিষ্যত এতিয়াও বাকী আছে, এইটো ভবা ভুল যে দুয়োখন দেশ আকৌ এক হৈ যাব, প্ৰত্যেক মহাযুদ্ধৰ পাছত পৃথিৱীৰ নক্সা সলনি হৈ থাকে। ১৯৪৫ চনৰ পাছতো সলনি হৈছিল। যেতিয়া মই বিভাজনৰ কথা ভাবোঁ, তেতিয়া মোৰ বুকু ভাগি যায়' কিন্তু কিমান দিন বুকু ভাগিব? জীৱনৰ আধা পাৰ হৈ গ'ল, অলপ বাকী আছে, এতিয়াও সময় আছে যে আমি বাকী থকা সময়খিনিৰ সৎ ব্যৱহাৰ কৰোঁ।

এই দেশে মোক নিজেই ৰক্ষা কৰিছে; মোক আশ্ৰয় দিছে, ইয়াক উৰ্বৰ কৰা বা ধ্বংস কৰা এতিয়া মোৰ হাতত, মই, গোটেই জীৱন ধ্বংসৰ সলনি নিৰ্ম্মাণৰ সপোন দেখিলোঁ, তুমি ভাবিছানেকি মই নিজক হেৰুৱাই পেলাম? নহয়, তালাত, মই এনে হ'বলৈ কেতিয়াও নিদিওঁ।

মই নিৰ্ম্মাণ কৰিম।

পি, এচ......

নিৰ্ম্মাণৰ কথা লিখোতে মনত পৰিল যে ভাইচাহাবৰ ঘৰ, য'ত মই আছোঁ, বৰ আড়ম্বৰপূৰ্ণ। এজন ইটালিয়ান আৰ্কিটেক্টে সাজিছে।

ভাই চাহাবৰ বিবিক কৰাছীৰ প্ৰসিদ্ধ ছছাইটিৰ অন্যতমা মহিলা বুলি গণ্য কৰা হয়।

নতুন নবৌৱে মোক ৰাখিবলৈ খুব চেষ্টা কৰিছে। এতিয়া তেওঁ মোৰ কাৰণে এহেজাৰ গজ মাটি দিয়াইছে। কালি তেওঁৰ ইটালিয়ান আৰ্কিটেক্টে ঘৰৰ নক্সা লৈ মোৰ ওচৰলৈ আহোঁতে মোৰ টেঁটু ফালি চিঞৰিবৰ মন গৈছিল। আজিলৈ ইমানতে।

তোমাৰ—
কম্মন।'

## ৫৬

মধ্যযুগৰ ভাৰত, পুৰণি দিল্লী, বঙ্গ, মালৱা। আহমেদাবাদ, চম্পানেৰ, মাণ্ডু, জোনপুৰ, বাদচাহৰ মহল আৰু গুলবৰ্গ (গোলাপ পাত) দক্ষিণ!

উত্তৰ প্ৰদেশত ললিতপুৰ আছিল কালপী, চিকোহাবাদ, বদায়ু আৰু জোনপুৰ মোগলৰ আগৰ ভাৰতবৰ্ষ।

উৰিষ্যা, মাদ্ৰাজ, কৰ্ণাটক, অজন্তা ইলোৰা—ত্ৰিলে ঘূৰি পাক আকৌ মধ্যযুগৰ ঘৰবোৰলৈ আহিল। অসংখ্য নাম, অসংখ্য যুগ, সময়, সময়ৰ নক্সা। তেওঁ

ইউৰোপৰ প্ৰাচীন প্ৰাচীৰৰ অৰ্দ্ধ মণ্ডলাকাৰ ভাগৰ তলত ফু্ৰিছিল, এতিয়া অঘৰীৰ দৰে গোটেই ভাৰতত ভ্ৰমণ কৰি ফু্ৰিছে। এই ঘৰবোৰৰ শিলত তেওঁ হাত থয়। পদুম ফুল, হাতী, গন্ধৰ্ব, সৰোবৰ, মাকো, মীনাৰ (অতি ওখ ঘূৰণীয়া স্তম্ভ) বস্তু থবৰ কাৰণে বেৰত উদং ঠাই। ইয়াৰ কোনো অন্ধকাৰ শূন্য প্ৰাচীৰৰ অৰ্দ্ধ মণ্ডলাকাৰৰ তলৰ পৰা কোনো গাঁৱলীয়া ছোৱালী, ছাগলী, চৰাই আদি ওলাই যায়। কোনো ল'ৰাই পীপলৰ ডালৰ পৰা পুখুৰীত জঁপিয়াই পৰে। কোনো অন্ধই বাট খেপিয়াই খেপিয়াই মহলৰ ধ্বংসাৱশেষত বহি ধোঁৱাখোৱা খায়। ওপৰৰ ভগা-ছিগা গম্বুজত ওলমি থকা নীল আকাশত সোঁ-সোঁৱনি হয়। মেঘবোৰ পশ্চিমৰ ঘাটৰ পৰা নাচি বাগি আহে আৰু চিতোৰত মিহলি হৈ যায়। বঙ্গৰ উপত্যকাৰপৰা অহা ডাৱৰবোৰ ৰাজচাহী আৰু গৌড়ত বিয়পি পৰে। মধ্যযুগৰ উদাস, মৌন, ভাৰতে বতাহত স্নান কৰে। ঘাঁহ পুলিবোৰ বতাহত লৰে।

এই শিল ভূত আৰু বৰ্ত্তমান দুয়োতে বিদ্যমান আছিল। স্থিলৰ চেতনাত এনেদৰে প্ৰভাৱ পেলাইছিল তেওঁ যেন পলাই গৈ বৰ্ত্তমানত শৰণ লব।

গোটেই ভাৰতবৰ্ষত ঘূৰি পাক ফুৰাৰ পাছত (তেওঁ কাক বিচাৰিছে? তেওঁ কেইবাবাৰো বিৰক্তিৰে নিজক প্ৰশ্ন কৰিলে) তেওঁ আকৌ কলিকতালৈ আহিল। পুনৰ আকাশী যানত বহি পূব পাকিস্তানৰ সুন্দৰ ধৰিত্ৰীত নামিল, আৰু ঢাকা ক্লাবৰ 'বা'ৰত অনৰ্গল 'বিয়েৰ' খোৱাৰ পাছত আকৌ ছিলেটলৈ যোৱা ৰেলত বহি গন্তব্য স্থানলৈ গুচি গ'ল।

এটা সৰু ষ্টেচনত ৰেলখন ৰ'লহি। টোপনিত নানা ধৰণৰ শব্দ আহি তেওঁৰ কাণত পৰিল। "কণী, বইল্ড কণী, সিদ্ধ কণী! চা-গৰম! গৰম চাহ, চা-গৰম! চা-গৰম! কণী বইল্ড!" তেওঁ খিড়িকীৰ আবৰণ গুচাই আকৌ বাহিৰলৈ চালে। বিস্তৃত সেউজীয়া পথাৰৰপৰা ফুলৰ সৌৰভ ভাহি আহিছিল। এটা বুঢ়া হিন্দু বঙ্গালীয়ে শুকান ঘাঁহৰ ভাৰ লৈ কুঁজা হৈ বেগাই গৈ আছিল। তেওঁ ভালেমান পৰ সেই বুঢ়াটোক চালে। যেতিয়ালৈকে সি ষ্টেচনৰ ভিতৰত অদৃশ্য হৈ নগ'ল চাই ৰ'ল। আঃ! ই কিমান সুখী। তিৰোতাবোৰৰ কপালত ৰঙা ফোঁট আৰু শিৰত ডাঠ শুকান সেন্দূৰ আছিল, ল'ৰা-ছোৱালীবোৰ, গাঁৰি দিয়া লুঙ্গী বন্ধা মুছলমান, এঙ্গলো ইণ্ডিয়ান গাৰ্ড, দোলাভাৰী (ইয়াত এতিয়াও দোলা চলে)। আকৌ ৰেলখন যাবলৈ ধৰিলে। বঙ্গলা মাত কথাবোৰ এন্ধাৰত হেৰাই গ'ল। ৰেলখন পুখুৰীৰ পাৰে পাৰে লৰিবলৈ ধৰিলে। পুখুৰীত পদুম ফুল ফুলি আছিল। কোনো ফুলৰ লতাৰে ঢাক খাই থকা জুপুৰিৰ দুৱাৰত কোনোবা তিৰোতাই জামু বৰণৰ সাড়ী পিন্ধি থিয় হৈ থকা দেখা গৈছিল।

কিছুমান তিৰোতাই ওৰণি দাঙি বাঁহনিৰ তলে তলে গৈ আছিল। তেওঁ-লোকৰ নাম কি হ'ব। আমনা, চকীনা, ৰেবা, ৰাধা। তেওঁলোকৰ জীৱনৰ

কাহিনী বাৰু কি হ'ব? তেওঁলোকৰ জীৱন-দৰ্শন, জীয়াই থকাৰ পৰা মৃত্যু পৰ্য্যন্ত কাহিনী—। যাতনা, দৰিদ্ৰতা, দুৰ্ভিক্ষ—দুৰ্ভিক্ষ.....দুৰ্ভিক্ষ......তেওঁ চকু মুদিলে।

"আল্লা কাপোৰ দিয়া, পানী দিয়া, ভাত দিয়াহে! আল্লা ভাত দিয়া!" তেওঁৰ কাণত সেই 'কোৰাচৰ' শব্দ বাজি উঠিল—যি তেওঁ এবাৰ ঢাকাৰ মৰ্জলিচত বিদ্যাৰ্থীবোৰৰ মুখত শুনিছিল—"আল্লা ভাত দিয়া! আল্লা ভাত দিয়া!" বঙ্গৰ সম্বন্ধে তেওঁ সদায় কিমান আচৰিত কল্পনা কৰিছিল। সুজাতা দেৱীয়ে ঠাকুৰৰ সম্বন্ধে তেওঁক কিমান লেকচাৰ শুনাইছিল। জম্মুদীন আৰু লীলা ৰায়, লোকগীত সংগ্ৰহ কৰা দলবোৰ, সাহিত্যিক সমাৰোহ, কলিকতাৰ থিয়েটাৰ আৰু সাংস্কৃতিক কাৰ্য্য কলাপ, বেলভেডিয়াৰ ( Belvedere )-ৰ ছুৱনি গৱৰ্ণমেণ্ট হাউচ, য'ত কেতিয়াবা লৰ্ড কৰ্ণৱালিচে বিৰাজ কৰিছিল। ওঠৰ আৰু উনৈছ শতিকাৰ পটভূমি ক্লাইভ ৰোড, এতিয়া নেতাজী সুভাষ বোস ৰোড। আলীপুৰ তথা ধৰ্ম্মতলা আৰু গাৰ্ডেন ৰীচ!

ৰেলখন এটা ষ্টেচনত ৰ'ল। তেওঁৰ কম্পাৰ্টমেণ্টৰ দুৱাৰখন মেল খালে। আৰু ডাইনিং কাৰৰ 'বেৰা'ৰ বগা পাগুৰি ভিতৰলৈ আহিল।

"ডিনাৰ চাহাব"?

"বাৰু"।

তেওঁ কম্বলখন ভৰিত মেলি ল'লে আৰু আকৌ আৰামত শুই পৰিল।

চিলেটৰ চাহ বাগিচাত শ শ পূবৰ বনুৱাই কাম কৰে। ৰামদে, ৰাম-অৱতাৰ, লছমন আৰু সীতা, গেন্দা আৰু চম্বোলিয়া। পূবত এই দুটা নাম বৰ জনপ্ৰিয়—ৰাম আৰু সীতা। ভাৰতৰ অতীত, স্বৰ্ণযুগ-পাটলিপুত্ৰ ইন্দ্ৰপ্ৰস্থ, অযোধ্যা, লক্ষণাবতী, শ্ৰাৱস্তী—দিগ্বিজয়ী ৰামচন্দ্ৰ আৰু মিথিলাৰ জনক কুমাৰী সীতা—বাঃ! ইতিহাসকাৰ! "ডিনাৰ চাহাব! কফি আনো?" বে'ৰাই ট্ৰেখন সন্মুখত থলে! তেওঁক এনেদৰে সম্বোধন কৰিলে যেন তেওঁ দেৱতাহে।

তেওঁ আকৌ বৰ্তমানলৈ উলটি আহিল। তেওঁৰ মনত পৰিল এতিয়া তেওঁ শ্ৰীমঙ্গল পাব লাগে! ৰঙা মাটি আৰু বন্দৰ বন। তেওঁ আৰু টকা ঘটিব লাগিব।

পাছদিনা ৰেলখন চিলেট পালেহি। ষ্টেচনত তেওঁৰ মেনেজাৰ পীটৰ জেকচন আনন্দিনাৰ দৰে গাড়ী লৈ তেওঁক স্বাগত কৰিবলৈ ৰৈ আছিল। তেওঁ নগৰৰ পৰা ওলাই শ্ৰীমঙ্গলৰ ফালে গ'ল।

সুৰমা নৈৰ পাৰ পাই তেওঁ গাড়ী ৰখালে, সন্ধিয়াৰ এন্ধাৰে আৱৰি ধৰিছিল। হাতত লণ্ঠন লৈ মতা আৰু তিৰোতা মানুহবোৰ নাৱত উঠিছিল, নহ'লে নামিছিল, 'মটৰ বোট' খন ঘৰ ঘৰ কৰি আন পাৰৰ পৰা উলটি আহিছিল। এটা কণা ফকীৰে কোৰানৰ বাক্য পঢ়ি ভিক্ষা কৰি ফুৰিছিল। মটৰ বোটত কাঠ লগাই তেওঁৰ গাড়ীখন নাৱত উঠোৱা হ'ল। নাওখন যাত্ৰীৰে ভৰি পৰিল।

"বৰ লেতেৰা ভিৰ, ব'লা, আমি নাও লৈ যাওঁ!" পীটৰে ক'লে। তেওঁ হকাবধা নকৰিলে। তেওঁ নিজেও নাৱৰ দৰে পাৰলৈ উটি গৈছে।

তেওঁলোক দুয়ো জ'পিয়াই এখন নাৱত উঠিল। নাওখন মটৰবোটৰ পাছত যাবলৈ ধৰিলে। পাৰ দূৰত পৰি থাকিল, তাত মিঠা তেলৰ চাকি তিৰ্বিৰাই আছিল আৰু জুপুৰিবোৰত পাণৰ লতাবোৰ ওলমি আছিল। এখন চাহ দোকানৰ সমুখত মানুহবোৰে আগত লণ্ঠন লৈ জুমি বাতৰি কাকত পঢ়িছিল। নৈত নাওবোৰ গৈ আছিল। তামোলৰ গছবোৰ বতাহত হালি-জালি আছিল! কিমান শান্তি আছিল! অপাৰ শান্তি!!

হঠাৎ জোৰেৰে বতাহ বলিবলৈ ধৰিলে। নাওখন জোকাৰি উঠিল। এটা বুঢ়া নাৱৰীয়াই নিজৰ সকলো শক্তিৰে নাওখন বাবলৈ ধৰিলে। লগে লগে গীত গোৱাত তন্ময় হৈ পৰিল। তেওঁ দেখিলে এই বুঢ়া নাৱৰীয়াটোৰ নাওখন ঢৌত নাচিবলৈ ধৰিছে। বেলি মাৰ গৈছিল আৰু বতাহত ধুমুহাই গৰ্জি আছিল, এন্ধাৰ সোঁতত বিৰাট ঘৰিয়ালে মুখ মেলি বহি আছিল আৰু বতাহ বৰ তীব্ৰ আছিল। এই বুঢ়া উপবাসী নাৱৰীয়াটোৰ নাওখন বৰ আনন্দেৰে ধুমুহাৰ সন্মুখীন হৈছিল, কিয়নো পঞ্চতত্ত্বৰ নিৰ্মমতা, মৃত্যু আৰু বিপদৰ সৈতে তেওঁৰ পুৰণি মিত্ৰতা আছে।

শেহত বতাহ বেগেৰে ব'লিবলৈ ধৰিলে আৰু নাওখন বাৰে বাৰে জোকাৰিবলৈ ধৰিলে। স্ত্ৰিলে লণ্ঠনটো দাঙি ভয়েৰে চাৰিওফালে চাই সুধিলে। "পীটৰ আমি ধুমুহাত সোমাই পৰা নাই তো?"

"নাই, এয়া নিচেই সামান্য বতাহ। অধৈৰ্য্য নহবা।" পীটৰে উত্তৰ দিলে, "কিন্তু অলপ সেই ক'লা শিয়ালটোক কোৱা, নিজৰ চহা গীত গোৱাৰ সলনি বঠাৰ ফালে মন দিয়ক। নহ'লে এইদৰে গলে আমি ৰাতিপুৱাও গৈ ঘাট নাপাম।'

"বেচেৰা বুঢ়া! স্ত্ৰিলে ঢাৰিৰ চালত ভুমুকি মাৰি আনফালে চাই ক'লে। নাৱৰীয়াই মূৰ তুলি তেওঁলৈ চালে আৰু তৎক্ষণাত নাও চলাবলৈ ধৰিলে।

"ইহঁত বৰ নীচ মানুহ। ইহঁতৰ একেবাৰে এলাহ নাই।" পীটৰে ক'লে। স্ত্ৰিলে চালৰ ফালে জুমি চিঞৰিলে—

"হেৰা মানুহটো—তোমাৰ নাম কি?"

"অবুল মনচুৰ চাহাব।"

"অবুল মনচুৰ!" স্ত্ৰিলে আওঁৰালে।

"মই তোমাক সহায় কৰিম?"

"নালাগে চাহাব!" তেওঁ আকৌ বঠাৰ ফালে ওলমি পৰিল। নাওখন এতিয়া বেগেৰে আন পাৰৰ ফালে আগ বাঢ়িল।

স্ত্ৰিলে নাৱৰ ভিতৰলৈ ভুমুকিয়ালে। য'ত অবুল মনচুৰৰ মাটিৰ চাকি, ঢাৰি, নামাজ পঢ়া সৰু আসন আৰু দুটা কাঁহৰ পাত্ৰ আছিল। বেৰত নাৰিকল আঁৰি থোৱা

আছিল। এয়েই সেই শুকান বুঢ়াৰ, বগা ডাঢ়ি থকা নাৱৰীয়াৰ যথা সৰ্ব্বস্ব আছিল, যি নৈৰ বতাহ ধুমুহাত নাচি আছিল'।

হঠাৎ স্লিলৰ বৰ আচৰিত লাগিল, তেওঁ চকু মোহাৰিলে আৰু নিজক বিশ্বাস কৰাব খুজিলে যে এই সকলোবোৰ সঁচা যে ভাগ্যৰ এক অনুকূল সুযোগে তেওঁক কেম্ব্রিজৰ চুবুৰিৰ পৰা আনি ইয়াত এই নাৱত বহুৱাইছে। এই বিচিত্র আৰু সুন্দৰ ভূমি, যাক 'পূৰ্ব্ববঙ্গাল' বুলি কয়। যাক পূব পাকিস্তান বোলে, লৰ্ঠনটো দাঙ্গি লৈ তেওঁ আকৌ চাৰিওফালে চালে। পোহৰে ঢৌত বাট বুলালে। দাঁতিয়েদি এটা ডাঙৰ শিহু...ওলাই গ'ল। জোনে বেত গছৰ আঁৰেদি লাহে লাহে আলস্যৰে উদয় হ'ল।

## ৫৭

পাৰ হৈ যোৱা বছৰ বোৰ বিয়েৰৰ গিলাচৰ ফেন বোৰৰ দৰে ওফন্দি আছিল। আধা ঘণ্টা পাৰ হৈ গ'ল। স্লিলে মনে মনে বহি নীলা পাহাৰবোৰ চালে। পাহাৰ বোৰৰ সিপাৰে বৰ্ম্মা আছিল।

"কোৱা ভাই, কি ভাবিছা? কামালে উদাসভাৱে সুধিলে।

"একো নাই, ভাবিছোঁ বৰ্মালৈ যদি ইয়াৰ পৰা খোজ কাঢ়ি যোৱা যায়, তেন্তে কিমান দূৰ হ'ব?"

"মাত্র তাকে ভাবিছা?"

এটা দুষ্ট ভোকাতুৰ কুকুৰ তলৰ পৰা জঁপিয়াই বাৰান্দালৈ আহিল।

"চোৱাঁ, ইয়ো বৰ্ম্মাৰ পৰা আহিছে।"

"নহ'লে বৰ্ম্মালৈ যাব খুজিছে।" কামালে সবুকৈ ক'লে।

কুকুৰটোৱে লেজ জোকাৰিবলৈ ধৰিলে। "হেল্লো...হেল্লো..নিয়া বিস্কুট খোৱা". স্লিলে কুকুৰটোক মৰম কৰিলে।

"বন্ধু, ই যে ৰেড চাইনাৰ পৰা পলাই আহিছে।" কামালে তাক মনোযোগেৰে চাই বৰ গম্ভীৰ ভাৱে ক'লে।" এণ্টি কমিউনিষ্ট কুকুৰ। স্বাধীনতাৰ সন্ধানত ইয়ালৈ আহিছে।"

স্লিলে মুখ ঘূৰাই কামালক চালে।

"তুমি এতিয়াও কলেজীয়া জীৱনৰ দৰে কথা কোৱা।"

"এতিয়াৰ আৰু প্ৰশংসা কৰিব নোৱাৰি' মেজত চাহৰ সজুলি থোৱা আছিল। কামালে এখন চেণ্ডউইচ কুকুৰটোৰ সন্মুখত দলি মাৰি দিলে আৰু ক'লে—

"নহয় স্লিল, মই এতিয়া ইছলামী ৰাজ্যক বিশ্বাস কৰিছোঁ। চোৱা মোৰ পাচ পোৰ্ট!" তেওঁ জেপৰ পৰা সেউজীয়া বৰণৰ নতুন পাচপোৰ্ট এখন উলিয়ালে।"

ৰেলত্বে ৰাডৰ্চত মই তোমাক ইয়াতকৈ ভাল চাকৰি দিয়াই দিলোহেঁতেন।" ষ্ট্ৰিলে ক'লে "তুমি কৰ্ণফুলি মিলৰ প্লেনিং কৰিবলৈ আহিছানেকি? ইয়ালৈ প্ৰায় ভাগ মানুহ এই কাৰণেই আহে।"

"মই বৃথা কামত সময় কটাবলৈ আহিছোঁ মানে তোমাৰ উদ্দেশ্য? তুমি বঙ্গালী বনুৱাৰ তেজ শুহিবলৈ অহা নাই জানো? আইনাৰ ঘৰত বাস কৰা মানুহে আনৰ গাত শিল পেলাব নোৱাৰে।......মই যে চিৰদিনৰ পৰাই পলৰীয়া আৰু প্ৰতিঘাতক!" কামালে ক'লে।

এতিয়া আকৌ বিবেকৰ ভ্ৰমণ আৰম্ভ হ'ল। ষ্ট্ৰিলে অতি দুখেৰে আনফালে মুখ ঘূৰালে।

ষ্ট্ৰিল হাৰ্বৰ্ড এচলেই নৈ, পৰ্ব্বত, ডাঠ হাবি বৰনি পাৰ হৈ কালি ৰাতিপুৱা ইয়ালৈ আহিছে। তেওঁ শ্ৰীমঙ্গলৰ কাৰবাৰৰ সম্পৰ্কত চট্টগ্ৰামলৈ আহিছিল। চট্টগ্ৰামৰ পৰা তেওঁৰ চাহ আমদানী কৰা হয়।

আকৌ তেওঁৰ অন্তৰৰ ৰিক্ততাই হাহাকাৰ কৰি উঠিল। পীটৰক কাম চাবলৈ এৰি দি তেওঁ পৰ্ব্বতৰ ফালে বাট ল'লে। তেওঁ দোহজাৰী, বন্দৰবন আৰু চন্দ্ৰকোনাৰ হাবিত অনাই বনাই ফুৰিল। ৰঙা মাটিৰ ডাকঘৰৰ পৰা তেওঁৰ ককায়েকলৈ নিজৰ কুশল মঙ্গল লিখি চিঠি দিলে। চিঠিত চিলেট আৰু চট্টগ্ৰামৰ সুন্দৰতাৰ কথা জনাই তেওঁ লিখিলে। অহা খ্ৰীষ্টমাচত তেওঁৰে সৈতে চিলেটত বৰদিন পালন কৰিবলৈ আশা প্ৰকাশ কৰিলে। ষ্ট্ৰিলে ৰোজমেৰীক ত্যাগ কৰিলে বুলি শুনি (ইয়াৰ কাৰণ কোনেও নাজানে) তেওঁৰ ককায়েক লৰ্ড বাৰ্ণফীল্ডৰ মূৰৰ পৰা যেন এটা বোজা নামিল। তেওঁ অনুভৱ কৰিলে যে বোহেমিয়াৰ পৰা ওলাই তেওঁৰ সৰু ভায়েক শেহত আপোন ৰাজ্যলৈ উলটি আহিব। লৰ্ড চাহাবে এতিয়া অতি সজাগ হৈ পূব পাকিস্তানত টকা খটুৱাবলৈ ধৰিলে। তাত তেওঁৰ চাহ বাগিচাও আছে। ষ্ট্ৰিলে কেম্ব্ৰিজৰপৰা ওলোৱাৰ পাছত জীৱিকাৰ সন্ধানত লণ্ডনত ঘূৰি ফুৰিছিল। তেওঁক এদিন তেওঁ নিজৰ ক্লাবলৈ মাতিলে আৰু বিনা ভূমিকাৰে ক'লে, "মই তোমাক পাকিস্তানলৈ পঠাব খুজিছোঁ।"

"বৰ ভাল কথা।" ষ্ট্ৰিলে সেইদৰেই উত্তৰ দিলে। এতিয়া জীৱনত অধিক চিন্তা কৰিবলৈ তেওঁৰ অৱকাশ নাছিল। যোৱা ছমাহৰ পৰা তেওঁ পাকিস্তানত আছে। লণ্ডন এৰিবলৈ তেওঁৰ বেছি দুখ নহ'ল। গৌতম নীলাম্বৰ, হৰিশঙ্কৰ, কামাল, মাইকেল, সুৰেখা সকলোবোৰে আগতে ইংলণ্ড এৰিছে।

এতিয়া তেওঁ শ্ৰীমঙ্গলত এটা ধুনীয়া বঙ্গলাত থাকে আৰু কামৰ পৰা আজৰি পালে বাহিৰত ফুৰি আছে। কলিকতা, ঢাকাৰ মহল, আৰু ধ্বংসাৱশেষে তেওঁক নানাধৰণৰ সাধু শুনায়।

কালি আবেলি তেওঁ এখন বাগিচাত এঘণ্টামান মনে মনে বহি থকাৰ পাছত

চাঁকিট হাউচলৈ উলটি আহিছিল, এনেতে তেওঁৰ এজন যুৱকলৈ চকু পৰিল। যুৱকজন পাছফালৰ বাৰান্দাৰ ৰেলিঙত ওলমি তলৰ কৰ্ণফুলী নৈখন চাই আছিল। তেওঁৰ ভৰিৰ শব্দ শুনি সেই যুৱকজনে তেওঁলৈ ঘূৰি চালে। এওঁ কামাল ৰজা আছিল। কামালে তেওঁক নিজৰ কাহিনী শুনালে, তেওঁ লেবৰটৰী স্থাপন কৰিবলৈ কৰাচীৰ পৰা ইয়ালৈ আহিছে আৰু গোটেই দেশখন ভ্ৰমণ কৰি ফুৰিছে।

তেওঁ বাৰান্দাত বহি আছিল আৰু জীৱনৰ বেদনাবোৰে তেওঁক কাতৰ কৰি তুলিছিল। গধূলি এন্ধাৰে ছাটি ধৰিলে। চাকৰবোৰে চাঁকিট হাউচত লেম্প জ্বলাই দিলে, অলপ দিনৰ আগতে চিকাৰৰ বতৰ শেষ হৈছিল, কাষৰ কোঠালিত এজন এঙ্গলো ইণ্ডিয়ান হাতীৰ ঠিকাদাৰ আছিল। তেওঁ মদ খোৱাৰ পাছত খুব দাৰ্শনিক কথা কয়।

পশ্চিম পাকিস্তানৰ পৰা অহা চিভিলিয়ান অফিচাৰৰ এটা ডেকা দলে নিশা হুলস্থূল কৰি আছিল। কামালৰ তেওঁলোকৰ সৈতে চিনাকি হ'ল। খোৱাৰ মেজত তেওঁ পূৰ্ব বঙ্গৰ সমস্যাৰ সম্বন্ধে কথা পাতিবলৈ ধৰিলে।" ইয়াৰ সকলো টকা কলিকতাৰ কমিউনিষ্ট পাৰ্টীৰ পৰা আহে।" তেওঁ ক'লে।

"বঙ্গৰ সমস্যা বৰ সূক্ষ্ম।"

আন কোনোবাই নিজৰ মত প্ৰকাশ কৰিলে। কামালে মনে মনে বহি তেওঁলোকক চাবলৈ ধৰিলে। খোৱাৰ পাছত আটাইবোৰ নিজৰ নিজৰ কোঠালিলৈ গ'ল। স্থিৰ আৰু কামাল আকৌ পাছপিনৰ বাৰান্দাত বহিল। বাৰান্দাত নাৰ্জী ফুলৰ গছ বোৰ ঠাহ খাই আছিল। চাৰিওফালে নিস্তব্ধতা বিৰাজ কৰিছিল। নৈখনে যত দিশ সলাইছিল তাত পাহাৰৰ ওপৰত "পাৱাৰ হাউচ" আছিল। নিশাৰ নীৰৱতাত তাৰ ঘৰঘৰণি স্পষ্টকৈ শুনা গৈছিল। ওচৰতে বাঁহৰ 'চিনেমা হাউচ' আছিল। তাৰপৰা "বৈজু বাৱৰা" কথা ছবিৰ গীতৰ সুৰ ভাহি আহিছিল। লতাৰ মাতটো নৈৰ পাৰেদি সাঁতুৰি চাঁকিট হাউছ পাইছিলহি। কামালে হাবিত মূৰ থৈ সেই মাত শুনি আছিল। লতাৰ মাতটো এনেকুৱা দৃঢ় সেতু আছিল, যি দুয়োখন শত্ৰু দেশক এক কৰিছিল।

"তুমি লতাৰ গান শুনিছা ?"· তেওঁ উচ্চ কণ্ঠেৰে স্থিৰলক সম্বোধন কৰিলে।

"তেওঁ কোন ?" স্থিৰলে উচপ খাই সুধিলে।

কামালে চিন্তাৰ নৈত উটি-বুৰি ৰ'ল। খানচামাই কফিৰ ট্ৰে লৈ আগত থিয় হ'ল। এই খানচামাটোৰ সৈতে তেওঁৰ বেছ বন্ধুত্ব হৈছে। কেইবাবাৰো তেওঁলোক দুয়ো নানা ধৰণৰ বিষয়ত ভাবৰ আদান প্ৰদান কৰিছিল।

"কওক, খানাচামাজী! কি খবৰ ?" কামালে ক'লে।

"ধন্যবাদ হুজুৰ। আপোনালোক ইয়ালৈ অহাৰ পৰা বৰ ভাল হৈছে, নহ'লে নো এই অৰণ্যখনত আছে কি ?" খানচামাই তলমূৰ কৰি কফি কৰিবলৈ ধৰিলে।

গৱৰ্ণৰ জেনেৰেল ইস্কন্দৰ মির্জা আৰু তেওঁৰ পাৰ্টীয়ে চিকাৰৰ পাছত বন্দৰ-বনৰ পৰা উলটি কৰাছীলৈ ঘূৰি গৈছে। তেওঁৰ কাৰণে বাঁহৰ চাৰ্কিট হাউচটো বিশেষভাৱে সজোৱা হৈছে। গৱৰ্ণৰ জেনেৰেলৰ এই সমাৰোহ দেখি খানচামাৰ বঙ্গৰ গৱৰ্ণৰ ছাৰ ফ্ৰেডৰিকৰ যুগৰ কথা মনত পৰিছে। তেঁৱো যেতিয়া চিকাৰলৈ আহে এইদৰেই জনশূন্য ঠাইখন মানুহেৰে ভৰি পৰে। আৰু খুব বকচিচ্ পোৱা যায়।" আগতে চাগৈ এইখন বৰ ৰমক জমক ঠাই আছিল।" কামালে ক'লে।

"এৰা, হুজুৰ, আপুনি সেই সময়ত আহিব লাগিছিল। দূৰ দূৰণিৰ চাহাব সকল আহিছিল। এতিয়া এইটো আনন্দৰ কথা যে বৰলাট চাহাব ইংৰাজৰ সলনি মুছলমান হৈছে। পিছে আড়ম্বৰত ইংৰাজতকৈ কম নহয়। এই কাৰণেই আন মানুহ অসন্তুষ্ট হয়।"

"কোন অসন্তুষ্ট হয় ?" কামালে সুধিলে। "বাঃ! চাহাব!" তেওঁ চাৰিওফালে চাই লাহেকৈ ক'লে "ইয়াত ডাঙৰ ডাঙৰ উপদ্ৰৱী লোক আছে।"

"ইয়াত ক'ত ?" তাৰ ৰহস্যময় স্বৰত কামালৰ এনে লাগিল যেন এই গভীৰ অৰণ্যত অতি সাহসী কমিউনিষ্টৰ ঘাটি আছে। এতিয়া সিহঁতৰ মাজৰ বিৰাট বন মানুহবোৰে হাতত অস্ত্ৰ-শস্ত্ৰ লৈ এন্ধাৰত ওলাই চাৰ্কিট হাউচৰ ফালে ঢাপলি ধৰিব, আৰু বেচেৰাই নিজৰ কৰ্ত্তব্য পালন কৰি ছহীদ হৈ যাব।

স্ত্ৰিলে কাপোৰ সলাবৰ কাৰণে নিজৰ কোঠালিলৈ গ'ল। খানচামাই কফিৰ পাত্ৰ উঠাই ল'লে। আকৌ নিস্তব্ধতা বিৰাজমান হ'ল। অলপ সময়ৰ পাছত এজন আমেৰিকানে ড্ৰয়িং ৰুমৰ পৰা ওলাই দীঘল দীঘল খোজ দি কোনো শিষ্টাচাৰ নেদেখুৱাকৈ কামালৰ ওচৰত বহি গ'ল।

"হাউ ডু......।" তেওঁ মিচিকিয়াই ক'লে।

"বাঃ! হাউ ডু ইউ ডু ?" কামালে হাত মিলালে।

"মই জন টাইটচ ফ্ৰেজৰ, জুনিয়ৰ, মোক জনী বুলিবা।"

"হেল্লো জনী, ইয়ালৈ কেনেকৈ আহিলা ?" লগে লগে কামালে ভাবিলে, এইটো বৰ অনাৱশ্যক প্ৰশ্ন কৰা হৈছে!

"মই চাকমা জাতিৰ বিষয়ে এখন ডকুমেণ্টৰী চিনেমা কৰি আছোঁ।"

"অ', হাউ একচাইটিঙ্গ!" কামালে ভৰি মেলি আৰামী চকীত ঢলি পৰিল। "চিগাৰেট ?"

"থেঙ্কচ্!"

ক্ষন্তেকৰ ভিতৰত জনীও এই পৰিৱেশৰ যাদুত হেৰাই গ'ল। তেওঁ বনানিত

বাহু থৈ নৈখন চাবলৈ ধৰিলে। নৈত নাও গৈ আছিল। কেতিয়াবা কোনো নাৱৰীয়াৰ ভাটিয়ালী গীতৰ শব্দ উচ্চ হৈ পৰিছিল। সন্মুখৰ ঘোৰ এন্ধাৰে বস্তাক বেৰি ধৰিলে।

জনীয়ে অতি মিত্ৰতা আৰু অকপট ভাৱে কামালৰ সৈতে কথা পাতিবলৈ লাগিল। কামালে হোঁ হঁা কৰি গ'ল। স্ত্ৰিলে ড্ৰেচিং গাউন পিন্ধি নিজৰ কেঠালিৰ খিড়িকীয়েদি জুমি চালে আৰু কামালক আমেৰিকানৰ সৈতে মূৰ ঘমাই থকা দেখি তেওঁ নিঃশব্দে বাথৰুমৰ পৰা আহি দাঁতিৰ বাৰান্দাৰ খটখটীত বহি পৰিল। তেওঁৰ সন্মুখেদি নৈখন একা বেকা হৈ বৈ গৈছিল। চাৰিওফালে এন্ধাৰে ছাটি ধৰিছিল।

এনেতে আৰু দুজন আমেৰিকান ড্ৰইং ৰুমেদি বাৰান্দালৈ আহিল। এওঁলোক দুয়ো ইউ, এচ, আই, এচ, ঢাকাৰ মানুহ। এওঁলোক জনীৰ সৈতে ৰঙ্গামাটীলৈ আহিছিল! আৰু উপযুক্ত ঠাই উলিয়াবৰ কাৰণে তেওঁলোক গোটেই দিনটো চাকমা গাঁৱত ঘূৰি ফুৰিছিল।

"ৰেড চাইনা ইয়াৰ পৰা কিমান দূৰত তুমি জানা......। এই পৰ্ব্বতৰ পৰা অলপ আগত।" জনীয়ে আৰু এক ৰহস্য উদ্‌ঘাটন কৰিলে। চাঁকিট হাউচৰ চাকৰে গা ধোৱা পানী দিয়াৰ সূচনা দিলেহি। সেইদৰে কথা পাতি তেওঁলোক ভিতৰলৈ গুচি গ'ল। স্ত্ৰিলে মূৰ উলিয়াই আকৌ খিড়িকীয়েদি জুমি চালে।

"তোমাৰ বন্ধু গ'ল নে?"

"আহা, এতিয়া ঠাই খালী।" কামালে উত্তৰ দিলে।

বাহিৰলৈ আহি স্ত্ৰিল আৰামী চকীত বাগৰি পৰিল। তেওঁলোক দুয়ো আকৌ নিজৰ নিজৰ চিন্তাত বুৰ গ'ল।

কামাল আৰু স্ত্ৰিল পাঁচ ছদিন তাত থাকিল। চাঁকিট হাউচৰ তলত কৰ্ণফুলীত কাঠৰ ডাঙৰ ডাঙৰ ভাৰ উটুৱাই চন্দ্ৰকোনাৰ ফালে লৈ যোৱা হৈছিল। অলপ দূৰৈত ডেপুটী কমিচনাৰৰ বঙ্গলা আছিল। মঙ্গোলীয়ান চেহেৰাৰ মানুহবোৰে কুঁজা হৈ পিঠিত পাহাৰী বোজা কঢ়িয়াই দিন কটায়। চৰকাৰী জীপ গাড়ীবোৰ নিজে নিজে ওলাই যায়! পুৱা, গধূলি মন্দিৰত ঘণ্টা বাজে। হাটত বাদীৰ পৰা অহা বস্তু বিক্ৰি হয়। দীঘল পাইপ খোৱা হাঁহিমুৰ্খীয়া পৰ্ব্বতীয়া তিৰোতাবোৰ দোকান দি বহি থাকে। হিন্দু, মুছলমান, বৌদ্ধ সকলোৱে শান্তি আৰু সন্তোষেৰে নিজৰ নিজৰ কামত লাগি থাকে।

খেতি চপোৱা হৈছিল, ধান গজিছিল। গভীৰ অৰণ্যৰ পৰা বাঁহ কাটি তললৈ অনা হৈছিল। অতি নিজান ওখ হাবিতলীয়া বাটত কামালে এটা বুঢ়াক ককালত লুঙ্গি বান্ধি মূৰত বাঁহৰ গধুৰ বোজা লৈ যোৱা প্ৰায়ে দেখা পায়। এই বোজা বেচি সি কেইঅনামান ঘটিব। শ শ বছৰৰ পৰা সি ইয়াকে কৰি

আহিছে। আজিও তাৰ স্থিতিত অলপো পৰিৱৰ্ত্তন হোৱা নাই। হাবিত চাক্‌মা, মোঘ আৰু মগ আদিবাসীয়ে নিজৰ বাঁহৰ জুপুৰিত জীৱন যাপন কৰে। এই সুন্দৰ আৰু শান্তিপূৰ্ণ ঠাইখনক 'বনৰীয়াৰ দেশ' বুলি কয়। পৰ্ব্বতীয়া ছোৱালীবোৰ ক'লা গাঁৰি দিয়া কাপোৰ পিন্ধি কলহ লৈ এই হাবিয়েদি ওলাই যায়। কোনো ভিক্ষুৰ গেৰুৱা কাপোৰৰ জিলিকনি দেখা পোৱা যায়। বন্দৰবনলৈ গৈ কামাল আৰু স্নিলে মোঘ ৰজাক লগ পালে। তেওঁৰ মহল চালে। হাতী থকা সেই গভীৰ অৰণ্য দেখিলে।

"অসমত এই বছৰ ইমান বানপানী হ'ল যে অসংখ্য হাতী নিজৰ হাবি এৰি ইয়ালৈ আহিল। এনেয়েও এই হাবিৰ প্ৰকৃত সীমা নিৰ্দ্ধাৰণ কৰা বৰ টান কাম।" এজন অফিচাৰে কামালক ক'লে।

"তেন্তে যিবোৰ পাকিস্তানী হাতী চিকাৰ কৰা হৈছিল, তাত শৰণাৰ্থী হাতীও আছিল নেকি?" কামালে গম্ভীৰভাৱে সুধিলে। তেওঁলোকে বন্দৰ বনৰ চাৰিওফালে ভ্ৰমিছে! শুৱনি শুৱনি জন্তুবোৰ ইফালে সিফালে ঘূৰি ফুৰিছে—ঢেকীয়াপতীয়া বাঘ, কপৌ চৰাই আৰু বাৰ শিঙীয়া হৰিণা পহু। এইখন কিমান নিৰ্ম্মল আৰু পৱিত্ৰ পৃথিৱী আছিল।

এদিন আবেলি কামাল আৰু স্নিল ৰঙ্গামাটিৰ পৰা কৰ্ণফুলীৰ সিপাৰে ৰাজবাড়ীলৈ গ'ল, য'ত 'চাকমা' ৰজা আছিল! ইয়াত তেওঁলোকে দেশীয় ৰাজ্যৰ অন্তিম জীৱিত অৱস্থাৰ অতি প্ৰভাৱশালী দৃশ্য দেখিলে। বাগিচাত এটা সৰু গুলী থোৱা আছিল। এটা মন্দিৰ আছিল। আম গছবোৰত সন্ধিয়াৰ উদাস ক্ষণত কুলি চৰায়ে চিঞৰি আছিল। সন্মুখৰ সাধাৰণ মহলত ঢিমিক ঢামাককৈ চাকি জ্বলিছিল, কিয়নো ৰঙ্গমাটিৰ বিজুলী ঘৰটো বৰ দুৰ্ব্বল আছিল।

হলত ৰজাৰ পূৰ্ব্বপুৰুষ সকলৰ ডাঙৰ ডাঙৰ তৈলচিত্ৰ ওলমি আছিল। "এই বংশত বঙ্গ আৰু অসমৰ মোগল গৱৰ্ণৰো সন্মিলিত আছিল।"

স্নিলে তৎক্ষণাত এই ঠাইৰ ইতিহাস সেই উ'ই পৰুৱাই খোৱা কিতাপখনৰ পৰা দাঙ্গি ধৰিলে, এই কিতাপখন চাৰ্কিট হাউচৰ ড্ৰয়াৰত তেওঁ পাইছিল।

"এই ৰজা ধৰ্ম্মত হিন্দু-বুদ্ধিষ্ট, আৰু জাতিত ব্ৰাহ্মণ—মোগল, মঙ্গোলীয় আছিল। ভাৰতীয় ইতিহাসৰ এই ভুলে মোক অতিষ্ঠ কৰি তুলিছে। তোমাৰ ইয়াত ইতিহাসৰ এই প্ৰতিষ্ঠা ইমান অধিক কিয়?" তেওঁ কামালক খঙেৰে সুধিলে। ইংলেণ্ডত শিক্ষিত যুৱক ৰজা আৰু তেওঁৰ মাকে স্নিল আৰু কামালক স্বাগত কৰিলে।

ড্ৰয়িং ৰুমত পিয়ানোৰ ওপৰত এক প্ৰসিদ্ধ ভাৰতীয় নৰ্ত্তকী আৰু চিত্ৰতাৰকাৰ ছবি থোৱা আছিল। এই নৰ্ত্তকী ৰাজমাতাৰ ভনীয়েক আছিল। কেশৱচন্দ্ৰ সেন আৰু বিগত শতিকাৰ আনজন প্ৰসিদ্ধ ব্ৰহ্ম সমাজৰ নেতা জি, এন দত্তৰ

ছবি 'চিমনি'ৰ ওপৰত থোৱা আছিল। ৰাজমাতা জি, এন, দত্তৰ আজো-নাতিনী আৰু ডাক্তৰ মনোৰঞ্জন দত্তৰ নাতিনী আছিল।

"মই জি, এন দত্তৰ জীৱনী পঢ়িছোঁ"। স্নিৰলে লাহেকৈ ক'লে।

"আপুনি পাকিস্তানৰ পৰা আহিছে ?" ৰাজমাতাই সুধিলে।

ক্ষন্তেকৰ কাৰণে কামাল হতভম্ব হৈ পৰিল। এইখনো যে পাকিস্তান আছিল। আকৌ পাছমুহূৰ্ত্ততে তেওঁ এই পৰিস্থিতি অধ্যয়ন কৰিলে। এইখন জানো পাকিস্তান নহয় ? কোনো ৰাজ্যৰ কল্পনা প্ৰকৃততে কি বাৰু? এই ৰাজবাড়ী এতিয়া কোনখন দেশত সম্মিলিত হৈছে ? কেশৱচন্দ্ৰ সেন আৰু বি, এন দত্ত এতিয়া ক'ত আছে? ৰজা যথেষ্ট ৰূপবান আছিল। এতিয়া তেওঁ অক্সফোৰ্ডৰ স্বৰত স্নিৰলক ক'লে "চৰকাৰে কৰ্ণফুলীত বান্ধ বান্ধি গোটেই ৰাজ্যৰ কাৰখানাবোৰৰ কাৰণে হাইড্ৰোইলেকট্ৰিক ষ্টেচন সাজিব খুজিছে। মোৰ জাতিৰ মানুহৰ ঠাইবোৰলৈকো পানী আহি যাব। তেওঁলোকক চৰকাৰে বেলেগ ঠাই দি আন ক'ৰবাত বহুৱাই দিব। মোৰ এই ঘৰটোও ৰঙ্গামাটিৰ সৈতে পানীৰ ভিতৰলৈ গুচি যাব।"

"পৰিৱৰ্ত্তনৰ অবিহনে উন্নতি সম্ভৱ নহয়"। কামালে লাহেকৈ ক'লে।

"এৰা।" ৰজাই ক'লে।

ৰাজমাতাই কলিকতাৰ কথা ক'বলৈ ধৰিলে। এওঁৰ ককাক প্ৰসিদ্ধ ব্ৰহ্ম সমাজী জি, এন, দত্তৰ ঘৰ 'দত্ত হাউচ" ক কামালৰ ককাক মটিয়াবুৰ্জৰ নবাব অলী ৰজা বাহাদুৰে যোৱা শতিকাত কিনি লৈছিল। তাৰ প্ৰসঙ্গ ওলাল, কিছু সময়ৰ পাছত কামাল আৰু স্নিৰলে যাবলৈ আদেশ বিচাৰিলে। ৰজা আৰু ৰাজমাতা দুৱাৰ মুখলৈকে থবলৈ আহিল।

তেওঁলোক বাহিৰলৈ ওলাল। ৰাজবাড়ীৰ পোহৰ ঢিমিক ঢামাক আছিল। কৰ্ণফুলীত নাৱৰ ভিৰ কম হৈ আহিছিল

নিশাটো সিক্ত হৈ পৰিছিল। পাছদিনা ৰাতিপুৱা তেওঁলোক ৰঙ্গামাটিক 'খোদা হাফিজ' বুলি কৈ তলৰ পথাৰলৈ নামি আহিল। চাটগাঁৱৰ পৰা তেওঁলোক ৰেলত বহি সীতা কুণ্ডলৈ গ'ল। কামাল আৰু স্নিৰল ষ্টেচনত নামিল।

গধূলি হৈছিল।

"আমি সীতাৰ মন্দিৰলৈ যাব খুজিছোঁ।" কামালে এটা মানুহক ক'লে।

"এই সময়ত নাযাব। পৰ্ব্বতৰ টিং বৰ ওখ আৰু বিপদ জনক। ঘূৰোঁতে ঘূৰোঁতে নিশা হৈ যাব।" ষ্টেচন মাষ্টৰে আগ বাঢ়ি ক'লে।

দহ পোন্ধৰজন মানুহ আচৰিত হৈ তেওঁলোকৰ ওচৰত গোট খালে। এয়া এটা ডাঙৰ পৰিয়াল আছিল।

ষ্টেচনৰ ষ্টাফ, পুলিচ, কনিষ্টবল, চাহ দোকানী, গাঁৱৰ মানুহ মন্দিৰৰ

সন্ন্যাসী। তেওঁলোকৰ এই শান্তি পূৰ্ণ পৃথিৱীখনলৈ এই দুজন অপৰিচিত মানুহ ক'ৰপৰা আহিল। তৎক্ষণাত চুবুৰিত বাৰ্তাৰ বিয়পি পৰিল। দুজন যাত্ৰী আহিছে, তাৰ এজন ইংৰাজ। এখন দোলা প্লেটফৰ্মত থোৱা আছিল। তাৰ আঁৰ কাপোৰখন আঁতৰাই সাড়ীৰ ওৰণিৰ তলেদি এজনী ছোৱালীয়ে এওঁলোক দুয়োকো আচৰিত হৈ চালে। স্মিলে দোলাখন নিবিষ্টমনে চাই ৰ'ল।

"এওঁ আমাৰ ডাঙৰ মৌলবী চাহাবৰ জীয়েক। শহুৰেকৰ ঘৰলৈ ঘূৰি গৈছে।" দোলাভাৰীয়ে ক'লে।

কনিষ্টবল আগ বাঢ়ি আহিল। "আহক আপোনাক গাঁৱলৈ লৈ যাওঁ।" তেওঁ ক'লে। গাঁৱৰ বাটত তেৰোঁ ৰাজনৈতিক কথা-বতৰা আৰম্ভ কৰিলে, চৰাদাম, মুছলিম লীগৰ নীতি, কৃত্ৰিম দুৰ্ভিক্ষ, আৱামী লীগ, এ, কে, ফজলুল হক। এই ৰাজ্যৰ কেঁচুৱা ল'ৰাৰো ৰাজনৈতিক চেতনা আছিল। গাঁৱৰ বজাৰৰ এটা সৰু ল'ৰাই কামালৰ পাছ ল'লে। সি কনিষ্টবলক চাটগাঁৱৰ স্থানীয় ভাষাত কিবা কৈ আছিল।

"প্ৰফুল্লই কৈছে যে আপোনাক কুণ্ডলৈকে লৈ যাব।" কনিষ্টবলে ক'লে।

"হেল্লো প্ৰফুল্ল!" স্মিলে তেওঁৰে সৈতে হাত মিলালে।

"স্কুলত পঢ়া?"

"নহয়! খেতি কৰোঁ।"

"ইয়াত আৰামেৰে থাকা?"

"আৰামত নাথাকিম কিয়?" প্ৰফুল্লই আচৰিত হৈ ক'লে।

বজাৰৰ কেঁচা বাটত বোকা আছিল। সৰু সৰু দোকানবোৰত মানুহৰ ভিৰ হৈ আছিল। সকলোৰে দৃষ্টি এওঁলোক দুয়োৰে ওপৰত পৰিল। বগা দেৱতাৰ দৰে স্মিল আগে আগে সেই সৰু বজাৰত সোমাল। কামাল এখন চাহ দোকানৰ আগত ৰৈ গ'ল। বাঁহেৰেসজা নিকা চাহদোকান খনত কেইটামান মানুহে গাত চাদৰ মেৰিয়াই বেঞ্চত বহি বঙ্গলা কাকত পঢ়িছিল। চুকত গ্ৰামোফোন বাজি আছিল। বেৰত কলিকতাত তৈয়াৰী বঙ্গলা বোলছবিৰ বিজ্ঞাপন অ'ৰা আছিল।

মানুহে নিজৰ নিজৰ ঘৰৰ পৰা কল আৰু ফল লৈ এওঁলোকৰ অভ্যৰ্থনাৰ কাৰণে উপস্থিত হ'ল।

"আপোনালোক যাত্ৰী, বহুত দূৰৈৰ পৰা আহিছে, আপোনালোকৰ সেৱা কৰা আমাৰ কৰ্ত্তব্য।" এজন ডাঢ়ি থকা মুছলমানে ক'লে।

কামালে আচৰিত হৈ এইবোৰ শুনিবলৈ ধৰিলে। এওঁলোকেই নোৱাখালি আৰু বিহাৰত এজনে আনজনক হত্যা কৰিছিল?

প্ৰফুল্লৰ নেতৃত্বত তেওঁলোকে পৰ্বতৰ ফালে আগ বাঢ়িবলৈ ধৰিলে। বাটত শুৱনি জুপুৰি আৰু সেউজীয়া বননি। ঠায়ে ঠায়ে সৰস্বতী পূজাৰ আয়োজন কৰা হৈছিল। ঘাঁহত আৰু ঘৰৰ সন্মুখত সৰস্বতীৰ সুন্দৰ আৰু মৃদুল মূৰ্ত্তি থোৱা

আছিল। কুমাৰে শুকাবৰ কাৰণে তাত থৈছিল। কামালে এজনা মূৰ্তিৰ ওচৰত মাটিত বহি পৰিল।

স্নিলেও ঘাঁহনিত আঁঠু কাঢ়ি বহি গ'ল—"তোমাৰ গাঁৱৰ কুমাৰ কিমান কৌশলী কলাকাৰ।" তেওঁ মূৰ্তিজনা মনোযোগেৰে চাই ক'লে।

আকৌ তেওঁলোক পৰ্ব্বতৰ ফালে আগ বাঢ়ি গ'ল। সন্মুখত ৰঙা শিলৰ পুখুৰী আছিল। পুখুৰীৰ চাৰিও পাৰে ৰঙা মন্দিৰ আছেল আৰু ৰঙা শিলৰ বহল খটখটীত বড়গছৰ ডালবোৰ ওলমি আছিল। চাৰিওফালে নিস্তব্ধতা বিয়পি পৰিছিল।

পুখুৰীয়েদি ঘূৰি তেওঁলোক আন এখন কুঞ্জলৈ গ'ল। সৰু নিজৰা বোৰৰ পাৰত ছোৱালীবোৰ বহি আছিল। জুপুৰি আৰু ঘৰবোৰত ক'লা সৰিয়হৰ হালধীয়া ফুলেৰে ঠাহ খাই আছিল। গছৰ পৰা সুগন্ধিত ফুলবোৰ সৰি আছিল।

"বন্ধু, এইয়া যে একেবাৰে কোনোবা প্ৰগতিশীল বঙ্গলা বোলছবিৰ 'চেট' যেন লাগিছে।" কামাল ক'লে।

"পূৰ্ব্ববঙ্গৰ গাঁৱৰ নিচিনা ধুনীয়া গাঁও আৰু ক'ত হ'ব? বঙ্গলা ঔপন্যাসিকে নিজৰ উপন্যাসও এই ঠাইতে চিত্ৰন কৰে।" স্নিলে উত্তৰ দিলে।

তেওঁলোক পৰ্ব্বতৰ খটখটী পালেগৈ। তেওঁলোকৰ দুয়োফালে অতিশয় ডাঠ গ্ৰীষ্মপ্ৰধান হাবি আৰু জোপো আছিল। খাদ আৰু ঠায়ে ঠায়ে শ শ বছৰীয়া পুৰণি মঠ বোৰ গছৰ আঁৰত গোপনে থিয় হৈ আছিল। মুগা বৰণৰ ভয়াবহ দেৱ মন্দিৰৰ তলা মৰা কোঠালিত মহন্তৰ সমাধি আছিল। চাৰিওফালে সম্পূৰ্ণ নিস্তব্ধতা বিৰাজ কৰিছিল। হেজাৰ হেজাৰ ভগাছিগা খটখটী বিপদ জনক বাটেদি ওলাই পৰ্ব্বতৰ টিঙলৈকে গুচি গৈছিল, য'ত গন্ধকৰ কুণ্ডত জুই জ্বলি আছিল।

"মাতা মহাৰাণীয়ে ৰাৱণক লঙ্কাৰ পৰা আনি ইয়াত এৰি দিছিল।" প্ৰফুল্লই অতি বিশ্বাস আৰু শ্ৰদ্ধাৰে এই বিষয়-বস্তুৰ সম্বন্ধে উত্থাপন কৰি ক'লে, যেন এইটো কালিৰহে ঘটনা।

কেইজনমান সাধুক নামনিয়েদি মন্দিৰৰ ফালে দল বান্ধি যোৱা দেখা গৈছিল। ওপৰলৈ গৈ স্নিল এজোপা গছত আউজি ৰ'ল।

এন্ধাৰ গভীৰ হৈ আহিল। ভগাছিগা খটখটীৰ তলেদি এটা নিজৰা বৈ গৈছিল। সন্ধিয়াৰ স্তব্ধ নীৰৱতাত চৰাইৰ কলৰৱ, পাতৰ মৰমৰাণি, পানীৰ আৰু শিলৰ শব্দ, পূজাৰীৰ মন্ত্ৰৰ মৃদুস্বৰ এক হৈ ভাঁহি আহিছিল।

বেলি মাৰ গ'ল। গহীন হাবিত বিভিন্ন ৰঙৰ সমাবেশ কৰা এই ভাস্কৰ লাহে লাহে এন্ধাৰত অদৃশ্য হৈ পৰিল, "এতিয়া ঘূৰি ব'লা ; আমি নিশা দহবজাৰ ৰেলখন ধৰিব লাগিব," কামালে মনত পেলালে।

গাঁৱৰ চাহ দোকানে তেওঁলোকৰ কাৰণে প্ৰতীক্ষা কৰি আছিল। তেওঁলোক

ভিতৰলৈ গৈ বেঞ্চত বহিল। তেওঁলোকৰ আগত চাহ আৰু দুপইচা দুপইচাৰ বিস্কুট থোৱা আছিল। দোকানৰ গিৰিহতে অলপ লাজ আৰু সঙ্কোচেৰে অতিথি দুজনৰ দাঁতিত থিয় হ'ল।

তেওঁলোক বাহিৰলৈ ওলাই আহিল। বহুতো মানুহ তেওঁলোকক ষ্টেচনত থবলৈ আহিল। প্ৰফুল্লই পুৰণি বন্ধুৰ দৰে মনে মনে তেওঁলোকৰ লগত গ'ল। গাঁৱৰ ল'ৰা ছোৱালীবোৰে তেওঁলোকৰ পৰা বকচিচ্ লোৱাৰ ইচ্ছা নেদেখুৱালে। প্ৰফুল্লয়ো পুৰস্কাৰ লবলৈ আপত্তি কৰিলে। এনে লাগিল যেন টকা যাচি কামালে তেওঁৰ মনত দুখহে দিলে।

"মই ভিক্ষাৰীৰ ৰাজ্যত থকা ভিক্ষাৰী। কোনোবাই যদি মোক ভিক্ষা দিয়ে, তেন্তে মই আচৰিত হোৱা উচিত নহয়।" কামালে ক'লে।

"হয়।" স্নিৰলে উত্তৰ দিলে। তেওঁলোক ষ্টেচন পালেগৈ। ৰেল আহিল। তেওঁলোক চাট গাঁৱলৈ ঘূৰি গ'ল; তাত জকমকীয়া ক্লাবত পীটৰ জেকচনে 'বাৰ ৰুমত' তেওঁলোকৰ কাৰণে অপেক্ষা কৰি আছিল।

"আপোনালোক সীতা কুণ্ডৰ পৰা আহিছে?" তেওঁৰ বৰণ শেঁতা পৰি গ'ল—"আচৰিত খোদা!'

জানা, তাত পৰ্বতীয়া সাপ. কুকুৰ নেচিয়া বাঘ আৰু ভয়াবহ বিছাৰে ভৰি আছে। তালৈ যে দিন দুপৰতো চতুৰ মানুহে বন্দুক নোলোৱাকৈ নাযায়।"

"কিন্তু তাত যে ইমানবোৰ মানুহ বাস কৰে সিহঁত?" কামালে সুধিলে।

"হেৰি, সিহঁতৰ কথা নক'ব। সিহঁত সদায় সাপ, বিছাৰ কামোৰত মৰে, সিহঁতৰনো কি? সিহঁতা যে বনৰীয়া মানুহ।"

পাছদিনা তেওঁলোক চিলেটলৈ গ'ল। সবু সবু ঠাই বোৰত যি পুৰণি মন্দিৰ, মঠ, মছজিদ আৰু দৰগাহ আছিল, স্নিৰলে সেইবোৰৰ সম্বন্ধে এক বিজ্ঞ পুৰাতত্ব-বিদৰ দৰে কামালক কৈ গ'ল।

"তুমি আকৌ পুৰাতত্ব বিদৰ পণ্ডিত হলা কেতিয়াৰ পৰা?" এদিন বৰিশাললৈ যাওঁতে কামালে তেওঁক উদাসভাৱে সুধিলে।

"মই এই সিদ্ধান্তত উপনীত হৈছোঁ", স্নিৰলে ৰেলিঙ্গত ওলমি নৈৰ ঢৌবোৰ চাই উত্তৰ দিলে।

"মোৰ ওচৰত জানো পাৰ হৈ যোৱা অতীতেই এনে এক বস্তু নহয়, যি সুৰক্ষিত ভাৱে জী আছে। আন কোনেও যাৰ অপকাৰ কৰিব নোৱাৰিব, যি সময়ৰ শিকলিৰ পৰা বাহিৰত আছে। মই স্বয়ং এটা পাৰ হৈ যোৱা যুগ। তোমাৰ দৰে ভাৰত আৰু পাকিস্তানৰ এই পুৰণি ধ্বংসাৱশেষবোৰেই মোৰ বন্ধু। মই ইহঁতৰ ভাষা বুজি পাওঁ, এই বলিয়া মহাদ্বীপত কেৱল ইহঁতেই মোৰ ৰহস্য জানে। ঐতিহাসিক সকলতকৈ ভিন্ন ইহঁতে মোক নিজৰ আত্ম কথা শুনায়। মই ইহঁতৰ একমাত্ৰ দৰ্শক। এই শিলবোৰ মোৰ বন্ধু হ'ব। কামাল, খোদাৰ

শপত এইটো নকবা যে মই এক পশ্চিমী ইউৰোপীয়ান, বিধৰ্মী ভাবধাৰাৰ হৈ পাৰিলোঁ। মোৰ এতিয়া এই টিকেটৰ' কাৰণে চিন্তা নাই। মই বুজিব পাৰিছোঁ যে মানুহে ৰোম আৰু বাইজেণ্টিয়মত আশ্ৰয় বিচাৰিছে কিয়! মই পৃথিৱীৰ যি নতুন সম্বন্ধ স্থিৰ কৰিছোঁ, তাক তুমি নিজৰ ৰিক্ত ভাৱনাৰ দ্বাৰা ভাঙিবলৈ চেষ্টা নকৰিবা।''

চিলেটত এদিন তেওঁলোকে সুন্দৰ পৰ্বতীয়া বাটেদি ওলাই সীমা পালেগৈ। সন্মুখত কাঠৰ ডাঙৰ গেট, তাৰ এই পাৰে পাকিস্তানী চিপাহী সাৱধানেৰে থিয় হৈ আছিল। গেটৰ সিপাৰে কিছুমান অপৰাধীয়ে থিয় হৈ তামোল চোবাই-ছিল। কিছু দূৰৈত অসমৰ পৰ্বত আছিল; কামালে ডাঙৰ কাঠৰ খুটা এটাত কিলাকুটি দি ভালেমান সময় নীৰৱে থিয় হৈ ৰ'ল। সম্ভৱ তেওঁ এইদৰে হঠাৎ ভাৰতৰ ৰেঙণি দেখাৰ কাৰণে মন আৰু ভাৱনাৰে সাজু নাছিল। কেৱল কেইখোজমান আঁতৰত তেওঁৰ সন্মুখত ভাৰতবৰ্ষ বিদ্যমান আছিল। চিলেটৰ পৰা পাছদিনা তেওঁলোক শ্ৰীমঙ্গলৰ ফলে গ'ল। এইটো বৰ দীঘলীয়া যাত্ৰা আছিল। নৈ ডাঠ হাবি, আৰু মৌলবী বজাৰ এলেকা পাৰ হৈ তেওঁ স্লিলৰ থকা ঠাই পালেগৈ। এটা তলৰ চাপৰিত স্লিলৰ বঙ্গলা আছিল, তাৰ চাকি বোৰ দূৰৈৰ পৰা দেখা গৈছিল। নিশা হৈ আহিছিল।

হঠাৎ কমালে অনুভৱ কৰিলে তেওঁৰ চিনাকি স্লিল কোনো ৰহস্যৰ মাজত চকুৰ পলকতে বৰ চাহাবৰ ৰূপত সলনি হৈ পৰিল, গাড়ীখন ৰখাই স্লিলে মূৰ দাঙি সন্মুখৰ ফালে চালে আৰু গাড়ী বাৰান্দাৰ খটখটীত উঠিল। তেওঁৰ চাকৰৰ দলটোৱে স্বাগত জনাবৰ কাৰণে লৰ মাৰি আগ বাঢ়ি আহিল। বাৰান্দাৰ তলত থিয় হৈ থকা কিছুমান বনুৱাই তলমূৰ কৰি তেওঁৰ আগত হাত যোৰ কৰিলে। তেওঁ মাতিলে ''অবদুৰ ৰহমান, গোচল খানাত পানী দিয়া।'' তাৰ পাছত তেওঁ কমালৰ সৈতে গেষ্ট ৰুমৰ ফালে গ'ল।

''এইটো তোমাৰ কোঠা'' তেওঁ ক'লে। বঙ্গলাটো সিংহৰ ছাল, কুকুৰ নেচিয়া বাঘ, বাৰ শিঙীয়া হৰিণা পহুৰ মূৰ আৰু বহুমূলীয়া চেগুন কাঠৰ বস্তুৰে সজোৱা আছিল। কামালে অনুভৱ কৰিলে তেওঁ ১৯২৬ চনৰ ভাৰতলৈ ঘূৰি আহিছে। তেওঁৰ ''গুল ফিচাঁৰ কথা বৰকৈ মনত পৰিল আৰু দেৰাদুনৰ আন এটা ঘৰ ''খয়াবী'' লৈ। স্লিলে ড্ৰাইভাৰক মাতিলে, কামালৰ এনে লাগিল যেন কাদীৰ মিঞা সোমাই আহিব।

বঙ্গালী কেৰেনীয়ে বনুৱা বোৰৰ হিচাপ খিতাপ লৈ বাৰান্দাত ঘূৰি ফুৰিছিল। ট্ৰেড ইউনিয়নৰ এজন কৰ্মচাৰীয়ে বহুত সময়ৰ পৰা স্লিলৰ প্ৰতীক্ষাত গাড়ী বাৰান্দাৰ খটখটীত বহি আছিল।

ইউৰেচিয়ান কেৰেনী ৰালফ্ জোচেফ কাগজ-পত্ৰ লৈ বাৰান্দাত থিয় হৈ আছিল। এক অকলশৰীয়া স্লিল, আৰু তেওঁৰ অসংখ্য কৰ্মচাৰী, নিজা মানুহ!

মালী, ঘাঁহ কাটোঁতা, পানী আনোতা ; চকীদাৰ। নৈত তেওঁৰ নিজৰ মটৰ লাঞ্চ আছিল। দূৰ দূৰণিলৈকে বিয়পি থকা শ্ৰীমঙ্গলৰ এই ৰাজ্যত স্মিল তেওঁৰ ককায়েক লৰ্ড বাৰ্নাফিল্ডৰ অংশৰ গৰাকী আছিল, তেওঁ ইচ্ছা কৰিলে এই সকলোকে বগৰাই লৈ মৰাব পাৰে. সেই স্মিলেই অলপ দিনৰ আগতে কেম্ব্ৰিজত বোদলেয়ৰ আৰু ইলিয়টৰ কিতাপ লৈ ঘূৰি ফুৰিছিল আৰু 'কহিনুৰত মাইকেলৰ সৈতে গৈ আলু খাইছিল।

ৰাতিপুৱা সাত বজাত চকীদাৰে বঙ্গলাৰ হলৰ দুৱাৰ মেলিলে। জালিকটাই দি ৰ'দৰ ৰেঙণি সোমাই আহিল। তেতিয়া স্মিল অ'ঠুৰাৰ পৰা ওলাল। কামাল নিজৰ কোঠাৰ পৰা 'ওলাই আহিছিল আৰু ড্ৰেচিং গাউন পিন্ধি বাৰান্দাত থিয় হৈ চিগাৰেট হুপি আছিল।''

'এই বতাহে মোৰ দেশৰ প্ৰভাতৰ কথা সোঁৱৰাই, দিয়ে, আৰু প্ৰস্ফুতিত ফুল-বোৰে অন্তৰত আঘাত হানে, তেওঁ ওঁঠৰ ভিতৰতে ক'লে আৰু দীঘলীয়া উশাহ লৈ ড্ৰয়িং ৰুমলৈ আহিল। ড্ৰয়িং ৰুমৰ বেৰবোৰ পুব পাকিস্থানৰ চিত্ৰকাৰৰ চিত্ৰ কলাৰে সজোৱা হৈছিল। আলমাৰীবোৰত বচা বচা কিতাপ আছিল। ব্ৰেক ফাষ্টৰ পাছত তেওঁ স্মিলৰ সৈতে বাহিৰলৈ গ'ল। স্মিলে টকৌ পাতৰ টুপী পিন্ধিলে। তেওঁলোক দুয়ো গাড়ীত বহিল। পীটৰ জেকচন আৰু ৰালফ জোচেফৰ নেতৃত্বত কেৰেনী আৰু কৰ্মীৰ দল জীপ গাড়ীৰ পাছে পাছে গ'ল। স্মিলে কামালক নিজৰ কাৰখানা দেখুৱালে। তাত চাহ পাত তৈয়াৰ কৰা হৈছিল।

দুপৰীয়া লাঞ্চৰ কাৰণে তেওঁলোক ক্লাবলৈ গ'ল। কেইজনমান চাহ খেতিয়ক বন্ধুৰ সৈতে নাৰায়ণ গঞ্জৰ সেই দিনাৰ শ্বেয়াৰ মাৰ্কেটৰ ভাওৰ সম্বন্ধে স্মিলে কথা-বতৰা পাতিলে। "ষ্টেটচমেন,' অমৃতবজাৰ পত্ৰিকা আৰু ঢাকাৰ মৰ্নিং নিউজৰ ওপৰত চকু ফুৰালে, খোৱাৰ আগতে 'বিয়েৰ' পৰ্ব আৰম্ভ হ'ল। হঠাৎ কামাল নাইকিয়া হ'ল।''

"মিঃ ৰজা ক'লৈ গ'ল ? বাৰান্দালৈ আহি স্মিলে পিটৰক সুধিলে।

"নাজানো, এতিয়া মই তেওঁক নুৰুল ইচলাম চৌধুৰীৰ লগত বাগিচাৰ ফালে যোৱা দেখিছোঁ।"

"নুৰুল ইচলাম চৌধুৰী ?" স্মিল গম্ভীৰ হৈ পৰিল। নুৰুল ইচলাম চৌধুৰী বনুৱাৰ প্ৰতিনিধি আছিল আৰু নিশা স্মিলক লগ পাবলৈ আহিছিল। স্মিলে তেওঁক লগ পাবলৈ আপত্তি কৰিলে। ৰাতিপুৱা অফিচলৈ আহিবলৈ ক'লে।

স্মিলে গাড়ীত বহি কামালক বিচাৰি ওলাল, নিজৰ বাগিচালৈ গৈ সেই সুন্দ, ছায়াভৰা পথেদি ঘূৰি ফুৰিলে, কিন্তু কামালক ক'তো বিচাৰি নাপালে, শেহত বিৰক্ত হৈ তেওঁ গাড়ীখন এঠাইত দিলে আৰু অন্যমনস্ক ভাৱে জোপোহাৰ ফালে যাবলৈ ধৰিলে। বতৰ বৰ মনোৰম আছিল। চৰাইবোৰে

গছৰ ডালত চিঁচিঁয়াই আছিল, পাতৰ আঁৰেদি সৰ্বাক অহা ৰ'দে চাহ গছৰ ডালবোৰত নানা ধৰণৰ ছবি আঁকিছিল।

চুড়িৰ জন জন শব্দত হঠাৎ তেওঁ মূৰ তুলি আগফালে চালে। এজনী বনুৱা ছোৱালীয়ে অতি নিপুণতাৰে পাত ছিঙ্গি আছিল। বৰ চাহাবক দেখি তাই তৎক্ষণাত ওৰণি টানিলে। স্মিৰলে মিচিকিয়াই হাঁহিলে। তেওঁ চিন্তাৰ সোঁতত উটি বুৰি আছিল। ক্ষন্তেকৰ কাৰণে থমকি ৰৈ প্ৰশ্ন কৰিলে—

"তোমাৰ নাম কি ?"

"মোৰ নাম ? চম্পা !"

"চম্পা !" তেওঁ এইদৰে আওৰালে যেন এই নাম তেওঁ আজি প্ৰথম শুনিছে। "চম্পা—ভাল নাম" ইয়াকে কৈ তেওঁ দীঘল খোজ পেলাই আকৌ গাড়ীৰ ফালে ঘূৰি গ'ল।

ছোৱালীজনীয়ে অলপ আচৰিত হৈ তেওঁক গছ বোৰৰ মাজত অদৃশ্য হৈ যোৱা চাই ৰ'ল। তাই আৰু তাইৰ পূৰ্বপুৰুষে সকলো ধৰণৰ ইংৰাজক দেখি আহিছে। বলিয়া, দুষ্ট স্বভাৱৰ, অসভ্য, অত্যন্ত মদপী। এই জন বৰ বলিয়া চাহাব আছিল। ক্লাবলৈ ঘূৰি আহি তেওঁ থপ কৰে আৰামী চকীত বাগৰি পৰিল। সন্মুখৰ বেৰত কুইন এলিজাবেথৰ ছবি ওলমি আছিল।

এখন ছবিত সিংহ চিকাৰৰ দৃশ্য আছিল। এগৰাকী মেমে বগা টুপী পিন্ধি মূৰ্খৰ দৰে বন্দুক লৈ হাওদাত বহি আছিল। একে ধৰণে কোচবিহাৰৰ মহাৰাজো বিৰাজমান আছিল। মেমৰ ৰূপত তেওঁৰ আইতাক লেডী বাৰ্নফীল্ডক দেখিছিল। পঞ্চাছ বছৰৰ আগতে আইতাকে প্ৰায়েই ভাৰতলৈ আহি মহাৰজা সকলৰ সৈতে সিংহ চিকাৰ কৰিছিল।

'গুড মৰ্নিং গ্ৰেণী ! তুমি কেনে আছা', তেওঁ মনে মনে ক'লে আৰু আকৌ চিন্তাত বুৰ গ'ল, এই সময়তনো বাবু কামাল ক'ত আছে ?

গধূলি স্মিৰলে কামালক সম্বৰ্দ্ধনা জনাবৰ কাৰণে বিশেষ ডিনাৰৰ আয়োজন কৰিলে। তেওঁৰ অনুপস্থিতত স্মিৰলে চাহ খেতিয়ক সকলক ডিনাৰ খুৱালে। ব্ৰিজ খেলিলে।

ভালেমান নিশা হোৱাৰ পাছত কামাল স্মিলৰ বঙ্গলালৈ ঘূৰি আহিল। স্মিৰলে তেওঁৰ প্ৰতীক্ষাত ড্ৰয়িং ৰুমত বহি এখন কিতাপ পঢ়ি আছিল।

"তুমি ক'লৈ গৈছিলা ?"

"ক'লৈকো নহয়, ইফালে সিফালে ঘূৰি ফুৰিছিলোঁ।"

বনুৱাৰ বস্তিলৈ গৈছিলা ?"

"হয়।"

'মই তাকে ভাবিছিলোঁ।"

"তুমি অসন্তুষ্ট হৈছা ?

"নহয়। তুমিও এই ব্যৱস্থাত সিমানেই সন্মিলিত হৈ আছা যিদৰে মই। অসন্তুষ্টৰ প্ৰশ্নই নুঠে।"

"ইয়াত বনুৱাই মাত্ৰ নিতৌ এটকা চাৰিঅনা বানচ পায়?"

"হয়।"

"কোনো ট্ৰেড ইউনিয়ন নাই?"

"নাই।"

"কোনো কমিউনিষ্ট উপাদান?"

"নাজানো।"

"তৰ্ক নকৰিবা, তুমি সকলো জানা।"

"কামাল, পৃথিৱীৰ দায়িত্বৰ বোজা মই বহুতদিন বৈছিলোঁ। শেহত তাক খহাই পেলালোঁ। তুমিও এই বোজাৰ পৰা পাতল হৈ পৰিছা। আকৌ এই আকোৰ গোজ্ৰালিৰ পৰা কি লাভ?

এনেদৰে তুমি নিজৰ বিবেকক সান্ত্বনা দিব খুজিছা যে তুমি অপৰাধী নহয়? তুমি বৰ ডাঙৰ অপৰাধী কামাল ৰজা। হয়তো মোতকৈয়ো অধিক অপৰাধী।"

কামাল মৌন হ'ল। স্মিৰলে উঠি তেওঁৰ কাৰণে হুইস্কী আৰু গিলাচ উলিয়ালে।

"মই তোমাৰ নিচিনা এজন অতি মূৰ্খ মানুহক লগ পালোঁ। তেৰোঁ তোমাৰ বন্ধু চাহ খেতিয়ক। শ্ৰীনীহাৰ ৰঞ্জন দাসগুপ্ত।" কামালে ক'লে।

"দাসগুপ্ত?—তেওঁক তুমি ক'ত পালা? ক্লাবলৈ গৈছিলা?

"নহয় মই খোজ কাঢ়ি হাবিতলীয়া বাটেদি আহিছিলোঁ। মোৰ চুট দেখি তেওঁ মোক লিফ্ট দিবৰ কাৰণে মটৰ ৰখালে। তেৰেঁই মোক তোমাৰ বঙ্গলালৈকে আনিছে। এওঁকো তোমাৰ নিচিনা উচ্চ বংশৰ ধনী যেন লাগিল।"

স্মিৰলে গিলাচত দুগিলাচ হুইস্কী ঢালিলে। কামালে ক'বলৈ ধৰিলে, "মই তেওঁক সুধিলোঁ। আপুনি দেশ এৰাৰ ইচ্ছা নকৰে?" তেওঁ ঢেক্ ঢেক্ কৰে হাঁহিলে, ক'লে "'আপুনিত আচৰিত কৰিলে। ইণ্ডিয়া গৱৰ্ণমেণ্টে প্ৰত্যেক বস্তুৰ ৰাষ্ট্ৰীয় কৰণ কৰিবলৈ আগ্ৰহশীল। সম্ভৱ অতি সোনকালে ইয়াত সঁচাকৈয়ে চছিয়েলিষ্ট চৰকাৰ প্ৰতিষ্ঠা হ'ব! মোৰ মগজ বেয়া হৈছে নেকি যে পাকিস্তানলৈ যাম? তেওঁ সহজ ভাৱে বৰ্ণনা কৰিলে।

স্মিৰল মৌন হ'ল। অলপ সময়ৰ পাছত তেওঁ ক'লে "মই তোমাক আকৌ সেই মতামতকে দিম যে পৃথিৱীৰ প্ৰত্যেকটো বস্তুত হাত দিবলৈ যোৱা তোমাৰ যি অভ্যাস আছে তাক এতিয়া এৰি পেলোৱা। নহ'লে বিপদত পৰিবা।"

কামালে হুইস্কিৰ বুৰবুৰনিবোৰ চাবলৈ ধৰিলে। পাছদিনা ৰাতিপুৱাই তেওঁ ৰাজচাহীলৈ গ'ল। চাওতাল গাঁও পালেগৈ। সিহঁতে কামালক আৰু বেছি উদাস কৰি তুলিলে।

"এই বেচেৰাহঁতৰ কাৰণে বৰ ৰোমাণ্টিক কল্পনা লৈ আহিছিলোঁ। লোকনৃত্য, জেনুল অবিদীনৰ প্ৰসিদ্ধ পানী বং আৰু কত কি !"

"আচলতে নিজৰ চৰম দৰিদ্ৰতাৰ কাৰণেই এওঁলোকে গছৰ শিপা খায়, নহয় নে ?" স্নিৰলে জীপ চলাওঁতে চলাওঁতে ঘূৰি ক'লে—"প্ৰথমতে মোৰো কথাই কথাই দুখ লাগিছিল।"

চাওতাল সকলৰ লগত এওঁলোক দুয়োৰে বৰ মিত্ৰতা হৈ গ'ল, যিদিনা এওঁলোক উলটি গ'ল সেইদিনা এখন গাঁৱৰ সকলোবোৰ চাওতালে তেওঁলোকৰ বাট ভেটি থিয় হ'ল। এজনী অত্যন্ত ক'লা, অতিশয় আকৰ্ষণীয় ছোৱালীয়ে আগ বাঢ়ি আহি তেওঁলোকৰ ডিঙিত নাৰ্জ্জীফুলৰ মালা পিন্ধালে আৰু হাতযোৰ কৰি তেওঁলোকৰ আগত আঁঠু ল'লে। সিহঁতৰ মুখিয়ালৰ ভৰি এটা কটা আছিল, তাত তেওঁ লাখুটি বান্ধি লৈছিল। তেওঁলোকক বিদায় দিবৰ কাৰণে একমাত্ৰ জৰাজীৰ্ণ কামিজটো পিন্ধি তেৰোঁ বাটৰ মূৰলৈকে আহিল। এটা যুৱকে পুখুৰীৰ পৰা ৰঙা পদুম আনি স্নিৰলক দিলে। নিশা তেওঁলোক ৰাজচাহীৰ চাৰ্কিট হাউচ পালেগৈ। দাঁতিয়েদি গঙ্গা নৈ বৈ গৈছিল। আনটো পাৰত মুৰ্চিদাবাদ চহৰ।

মুৰ্চিদাবাদ......চিৰাজুদ্দৌলা? কৰ্ণেল ক্লাইভ? সেইয়া শুনা, স্বৰ্গৰ পৰা গুলী চলাইছে। আৰু কোনো ক'লা বেপাৰীৰ মৃত্যু হৈছে। তেওঁলোক দুয়ো অস্পষ্ট এন্ধাৰ নিশা গঙ্গাৰ পাৰত শূন্য পথত ঘূৰি ফুৰিছিল। আগত জিলাৰ উচ্চাধিকাৰীৰ ঘৰ। তাৰ পাছত বজাৰ...সৰু সৰু চাৰি আলি, ওঠৰ আৰু উনৈছ শতিকাৰ উদাস মহল।

এই ঘৰবোৰে কেনে ধৰণৰ ইতিহাস শুনাব ?" স্নিৰলে আকৌ ক'লে।

ছাঁ থকা ফুলনিত ডাঙৰ ডাঙৰ হিন্দু জমিদাৰৰ মহল আৰু ঘৰবোৰ লুকাই আছিল।

"শুনিছোঁ ইয়াত জমিদাৰী শেষ কৰি পেলোৱা হৈছে।" কামালে ক'লে।

ঢাকালৈ ঘূৰি আহোঁতে আকৌ ৰেলখন নৈৰ ঘাটত ৰ'ল। যাত্ৰীবোৰ নামি জাহাজত উঠিল। ৰেলৰ পৰা বেপাৰীৰ বস্তুবোৰ নমাই জাহাজত তোলা হ'ল। ইয়াত ক্ৰেন নাই। কুলিয়ে চিঞৰি চিঞৰি বস্তুবোৰ টানিবলৈ আৰম্ভ কৰিলে। এনে ধৰণৰ চিঞৰ আৰু একাণ পতীয়া প্ৰচেষ্টাৰে কামালে এদিন বন্ধু বোৰৰ সৈতে 'কোৰাচ' গাইছিল।

জাহাজত ডাঢ়ি থকা কেইজনমান বুঢ়া আৰু বোৰ্খা পৰিহিত তিৰোতা থাৰ্ডক্লাচৰ মজিয়াত বহি পৰিল। তেওঁলোকৰ জীয়েক আৰু বোৱাৰীয়েকেহঁত কোলাত কেঁচুৱা লৈ, জাহাজৰ মাজবাট পাৰ হৈ চেকেণ্ড ক্লাচত সোমাই পৰিছিল।

"ইয়াত কিমান ধৰণৰ বুঢ়া হিন্দু আছে।" কামালে ভয়েৰে ক'লে, "হিন্দু যুৱক বোৰ ক'লৈ গ'ল ?"

"হিন্দু যুৱক কামৰ সন্ধানত কলিকতালৈ গৈছে।" ষ্মিথে বৃদ্ধকণ্ঠেৰে উত্তৰ দিলে।

এতিয়া মানুহবোৰ আহি ফাৰ্ষ্টক্লাচত বহিল। কিছুমান কেবিনলৈ গ'ল। আৰু কিছুমান ডেকত সিঁচৰতি হৈ পৰিল। কেইজনমান আমেৰিকানে এজন যুৱক বিদ্যাৰ্থীৰ সৈতে কথা বতৰা পতাত ব্যস্ত হৈ আছিল। এফালে আৰু দুজন বঙালী মৌলানাই আৱামী লীগৰ নীতিৰ সম্বন্ধে বিচাৰ বিনিময় কৰিছিল।

এজন উচ্চাধিকাৰী মহোদয় কেবিনৰ পৰা বাহিৰলৈ ওলাই আহিল। তেওঁৰ স্ত্ৰী আৰু খুলশালীয়েকে 'গাগলচ" পিন্ধি আৰামী চকীত বহি ৰ'দ লৈছিল। খুলশালীয়েকে ভাৰতৰ পৰা অহা 'ফিল্ম ফেয়াৰ' অধ্যয়নত মগ্ন হৈ আছিল। ষ্মিথে সম্মুখৰ ৰেলিঙ্গত ওলমি থিয় হৈ আছিল। তেওঁৰ সোণালী চুলিবোৰ সূৰ্য্যৰ কিৰণত সোণৰ দৰে জিলিকি আছিল। তেওঁক অভূতপূৰ্বভাৱে সুন্দৰ লাগিছিল।

আসনৰ আনফালে চেকেণ্ড ক্লাচৰ ডেক আছিল। এজনী ক'লা এঙ্গলো ইণ্ডিয়ান ছোৱালীয়ে আঁউজি, বহি 'ট্ৰুষ্টোৰী মেগাজীন' পঢ়াত মগ্ন হৈ আছিল। মুখপৃষ্ঠৰ হিৰোক চাই চাই তেওঁৰ ৰূপহ ইংৰাজৰ ওপৰত চকু পৰিল। বেৰৰ সিপাৰে ৰেলিঙ্গত আউজি থিয় হৈ থকা ইংৰাজ জনক অবিকল মাৰ্লিন ব্ৰেণ্ডো যেন লাগিছিল। ছোৱালীজনীয়ে এটা দীৰ্ঘ শ্বাস ল'লে আৰু আকৌ উপন্যাস পঢ়াত তন্ময় হৈ পৰিল।

এই মিঠা বৰণীয়া, ধুনীয়া ছোৱালীজনীৰ পূৰা নাম মিচ্ মাৰগ্ৰেট ইচাবেল ক্ৰীষ্টীণা টীজডেল। এই দীঘলীয়া নামৰ মূল কাৰণ এয়েই যে এওঁৰ আইতাক মাৰগ্ৰেট ইচাবেল চাৰ ষ্মিথ এচলেৰ আৰু এজনী নেটিভ হিন্দু তিৰোতাৰ সন্তান আছিল। চাৰ ষ্মিথ এচলে বিগত শতিকাত বঙ্গৰ বৰ নামজ্বলা লোক আছিল। দুৰ্ভিক্ষৰ দিনত তেওঁৰ মাক ঢাকাৰ পৰা কলিকতালৈ আহি নবাব এচলেৰ অন্তঃপুৰত উপস্থিত হ'ল। মাৰগ্ৰেট ইচাবেলে ডাঙৰ হৈ কানপুৰ শিবিৰৰ চাৰ্জেণ্ট টীজডেলক বিয়া কৰালে, তেওঁ বগা চাহাব আছিল আৰু অত্যধিক মদ পান কৰা কাৰণে যৌৱন কালতে খোদাৰ প্ৰিয় হৈ পৰিছিল। এই কাৰণে মাৰ্গেট ইচাবেল নিজৰ ল'ৰা-ছোৱালী লৈ আকৌ কলিকতালৈ ঘূৰি আহিল আৰু তেওঁৰ পৰিয়াল কলিকতাৰ নিম্নশ্ৰেণীৰ এঙ্গলো ইণ্ডিয়ান চচাইটীৰ সৈতে মিলি গ'ল।

মৈগী টীজডেলৰ মাক বাপেক দুয়ো মৰিল। তেওঁ গ্ৰেট ইষ্টাৰ্ন হোটেলত টেলিফোন অপাৰেটৰ আছিল। ছুটী লৈ তেওঁৰ মাহীয়েকক চাবলৈ আহিছিল। মাহীয়েক 'পিকাচোত' থাকে। এতিয়া মৈগী, 'পিকাচো'ৰ পৰা কলিকতালৈ ঘূৰি গৈছে। জাহাজৰ সঙ্কেতে তেওঁক চমক খুৱালে ; তেওঁ মূৰ দাঙি চালে। ঘাট ওচৰ পালেহি, যাত্ৰীবোৰে নিজৰ নিজৰ বস্তু-বাহানি সামৰিবলৈ ধৰিলে।

ফাৰ্ষ্ট ক্লাচৰ ডেকত থিয় হোৱা হিৰোও ভিৰত অদৃশ্য হৈ পৰিল। তেওঁৰ অন্তৰ শুকাই গ'ল। তেওঁ তলমূৰ কৰি নিজৰ চেণ্ডেল যোৰৰ ফিটা বান্ধি লৈ ৰঙীন ফ্লাম স্কাৰ্টৰ ভাজবোৰ ঠিক কৰিলে, আইনাত নিজৰ চুলিৰ কাৰ্ল ফনিয়ালে আৰু বেগটো লৈ থিয় হ'ল।

স্বিল আৰু কামাল জাহাজৰ পৰা নামি পাৰলৈ আহিল। যাত্ৰী আৰু কুলিৰ ভিৰ ৰেলৰ ফালে আগ বাঢ়ি আহিছিল। ৰেলখন ঘাটৰ পৰা অলপ আঁতৰত ৰৈ আছিল। ঘাটত হিন্দু তিৰোতবোৰ স্নান ধ্যানত ব্যস্ত হৈ আছিল। মধ্যম শ্ৰেণীৰ সুখী হিন্দু—মতা আৰু তিৰোতাবোৰ, নিম্ন শ্ৰেণীৰ দৰিদ্ৰ হিন্দু! কামালে এটাচী কেছটো তুলি লৈ স্বিলৰ লগে লগে কাঠৰ ওপৰেদি যাবলৈ ধৰিলে "এই জিলাত হিন্দুৰ সংখ্যা বেছি।" স্বিলে ক'লে।

"ইয়াত কিমান শান্তি!" কামালে দ্বিতীয়বাৰ ক'লে। "দৰাচলতে মোৰ মানসিক চিন্তাধাৰা ইমান বেয়া হৈ গ'ল আৰু মোৰ মন আৰু মগজত হিন্দু মুছলমানৰ সমস্যা ইমান দকৈ শিপালে যে যেতিয়াই মই এই দুয়োকো ক'ৰবাত শান্তিৰে একেলগে জীৱন যাপন কৰা দেখোঁ, তেতিয়া বিশ্বাস নহয়। এতিয়া মই বুজিব পৰা নাই, ইয়াত হিন্দু মুছলমানৰ গোলমাল হোৱা নাই কিয়?"

ওপৰেদি ক'লা এঙ্গলো ইণ্ডিয়ান ছোৱালীয়ে তলমূৰ কৰি তেওঁৰ আগে আগে গৈ আছিল। ৰেলৰ ওচৰ পাই তেওঁ নিজৰ এটাচী কেচটো মাটিত থলে আৰু ৰুমালেৰে মুখ মচিবলৈ ধৰিলে। দাঁতিয়েদি যোৱা স্বিলে উদাস দৃষ্টিৰে তেওঁলৈ চালে আৰু নিজৰ কম্পাৰ্টমেণ্টৰ ফালে আগ বাঢ়ি গ'ল।

ঢাকালৈ গৈ কামাল আৰু স্বিল নিজৰ নিজৰ কামত লাগি গ'ল। সদায় আবেলি তেওঁলোকে ক্লাবত লগ পায় আৰু একেলগে নিজৰ থকা ঠাইলৈ যায়।

কাম শেষ কৰাৰ পাছত স্বিলে ঢাকাৰ চুবুৰিৰ চুক কোণবোৰত গুপ্তচৰ হৈ ফুৰে। ঠেক এন্ধাৰ চুবুৰিবোৰৰপৰা ওলোৱা জালিকটা থকা বন্ধ ঘোঁৰা-বাগীবোৰ দেখি তৎক্ষণাত তেওঁ ঠাকুৰ আৰু সীতা দেৱীৰ উপন্যাসৰ উদাহৰণ দিয়ে। এদিন কামাল স্বিলৰ সৈতে লাঞ্চত উঠি বুঢ়ী গঙ্গাইদি চৰকাৰী কামত আন এখন জিলালৈ গৈছিল। স্বিলে চকীত বহি বাতৰি কাকত পঢ়ি আছিল, হঠাৎ তেওঁ ঘূৰি কামালক সম্বোধন কৰিলে, "সন্মুখত সেইয়া গছৰ জোপোহা দেখিছা?"

"দেখিছোঁ।"

"সেইয়া বিক্ৰমপুৰ। তাত সৰোজিনী নাইডু আৰু বি, চি, ৰায় আদিৰ 'গাৰ্ডেন হাউচ' আছে, অতি সুন্দৰ আৰু বিতোপন ঠাই। এই গাঁওখন এতিয়া শূন্য হৈ পৰি আছে। ইয়াৰ মানুহবোৰ পশ্চিম বঙ্গলৈ গুচি গৈছে! যাবা নেকি চাবলৈ?"

"কবৰস্থানবোৰ দৰ্শন কৰি কৰি মই ভাগৰি পৰিছোঁ। তুমি মোক জীয়াই থাকিবলৈ নিদিয়া নেকি?"

' নহয়", স্ত্রিলে উত্তৰ দিলে।

"মই তোমাৰ কাহিনী নুশুনো।" কামালে জোৰেৰ ক'লে।

"সেই দুমহলীয়া গাৰ্ডেন হাউচ দেখিছা?" স্ত্রিলে সেইদৰেই পাৰলৈ আঙুলিয়ালে—"তাত ৰবীন্দ্রনাথ ঠাকুৰ আছিল!"

"আহাঁ, মই তোমাক আজিৰ দৃশ্য দেখুৱাওঁ!" লাঞ্চখন পানীত পাক দি নাৰায়ণ গঞ্জৰ ফালে ঘূৰিল আৰু কামালে ৰেলিঙ্গত ওলমি স্ত্রিলক ক'লে "আমি 'আদমজী জুটমিল'লৈ গৈছোঁ।' "আৰু তালৈ গৈ তুমি মেনেজাৰৰ সৈতে লাঞ্চ খোৱাৰ সলনি বনুৱাৰ বানচৰ সম্বন্ধে অঙ্ক কৰিবলৈ লাগিবা। উৎপতীয়া ক'ৰবাৰ।" স্ত্রিলে উত্তৰ দিলে। কামালে মিচিকিয়াই হাঁহিলে।

তেওঁলোক মিল পালেগৈ। সেই বিৰাট, প্রতিষ্ঠিত কাৰখানাত বিহাৰী তিৰোতা আৰু বঙ্গালী বনুৱাই কাম কৰি আছিল। গধুৰ গধুৰ যন্ত্রবোৰে ভয়ানক শব্দ কৰিছিল। কামালে আচৰিত হৈ যন্ত্রবোৰ চাবলৈ ধৰিলে।

পুনৰ তেওঁলোক লাঞ্চত উঠি উলটি আহিল। লাঞ্চখন নৈৰ বহল সোঁতেদি গৈ আছিল। আকাশত কজলা মেঘৰ মাজত সূৰ্য্যটো ৰঙা তিলকৰ দৰে তিৰবিৰাই আছিল। ঢৌবোৰ সূৰ্য্যৰ কিৰণত সোণৰ দৰে জিলিকি পৰিছিল। হেজাৰ হেজাৰ নাও ঢৌত সাঁতুৰি আছিল। এজনী বুঢ়ী মানুহে বেগাই নিজৰ নাওখন বাই লাঞ্চৰ দাঁতিয়েদি পাৰ হৈ গ'ল। নৈৰ পাৰত এখন সুন্দৰ শক্তিশালী পৃথিৱী স্থাপন কৰা হৈছিল। সূৰ্য্যাস্তৰ সময় হ'ল। নাৱত চাকি জ্বলিল। পানীত দীপান্বিতা পালন কৰা হ'ল। নাৱৰীয়াবোৰে নিজৰ নিজৰ নাৱত 'নমাজ্' পঢ়িবলৈ আৰম্ভ কৰিলে। বতাহ বলিল আৰু পোহৰৰ বিপৰীত দিশেদি গৈ নাৱৰ পালখন বগলীৰ পাখিৰ দৰে ফৰফৰাবলৈ ধৰিলে। এই সমূহ দৃশ্য এক মহান 'চিম্ফনী' আছিল, অতি গম্ভীৰ ৰাগ। সমগ্র বঙ্গ এই ৰাগত বুৰ গৈ আছিল। দুখৰ ৰাগ, মৃত্যুৰ ৰাগ জীৱনৰ ৰাগ! নিশা ৰমণাৰ বাটত টিমিক্ টামাককৈ চাকি জ্বলি আছিল। দূৰৈত এটা মন্দিৰৰ পৰা বৈষ্ণৱ-ভজনৰ সুৰ ভাহি আহিছিল, স্ত্রিল আৰু কামাল বাৰান্দাত বহি আছিল। শাওণৰ মেঘমালাবোৰ উল্লাসিত হৈ উঠিছিল।

স্ত্রিলে আকৌ কিতাপ মেলিলে—'পুখুৰীৰ চাৰিও ফালে চম্পা ফুল ফুলি আছিল। আকাশত ক'লা মেঘে গৰজি আছিল। মোৰ মনত ভাৱনাৰ সাগৰে এইদৰে অট্টহাস কৰি আছে, যিদৰে শাওণ মাহত নৈত ধল আহিছে। নৈ, তইতো নাজান যে কোনফালে গৈছ, তথাপি ইমান তীব্র গতিত বৈছ কিয়? হে, কলহ! পানীৰ বিন্দুৰ দৰে বুৰ যা। ময়ো তোৰ দৰে অথাই সাগৰত বুৰ গৈছোঁ।'

স্ত্রিলে মধ্যযুগৰ বঙ্গলা লোকগীতিৰ এই কিতাপ খনত চকু থৈ বহি ৰ'ল। বাহিৰত অন্ধকাৰ আছিল—এনেকুৱা এন্ধাৰ যি মাথোঁ বঙ্গৰ সিক্ত শোভাময় নিশা

ঘোৰ অৰণ্যত বিদ্যমান হৈ আছিল। অনুজ্জ্বল পোহৰবোৰ বাৰান্দাত বিয়পি পৰিছিল হঠাৎ বিজুলীৰ চমকনিত বেগাই মেঘবোৰ আহিবলৈ ধৰিলে। "মই কাইলৈ ৰাতিপুৱা ভাৰতৰ পথেদি কৰাচীলৈ যাম।" কামালে ক'লে। চম্পা চমকি উঠিল।

"জানো।"

"তোমাৰ সৈতে প্ৰায়ে দেখা হৈ থাকিব।"

"হয়।"

বতাহৰ বেগ প্ৰৱল হৈ পৰিল। বাৰান্দাৰ তলত থকা অশোকৰ ডালবোৰ সোঁ সোঁৱাবলৈ ধৰিলে।

"অশোক গছ," চম্পাই তাক সম্বোধন কৰিলে। "যাক কোনো সুন্দৰ যুৱতীয়ে স্পৰ্শ কৰিলেই তৎক্ষণাত ফুল ফুলি উঠে।"

কামালে বৰষুণৰ ছিটিকনিৰ পৰা হাত সাৰিবৰ কাৰণে চকীখন ভিতৰলৈ টানি নিলে।

"কাউৰী ক'লা। চম্পাই পঢ়িলে 'কুলি তাতকৈয়ো বেছি ক'লা আৰু বৈ থকা নৈৰ পানী ইয়াতকৈয়ো অধিক কলা, কিন্তু তাইৰ চুলি সকলোতকৈ বেছি ক'লা আছিল।'

বাৰিষাৰ বিন্দুবোৰে বাহিৰৰ পুখুৰীত জলতৰঙ্গ বজাবলৈ আৰম্ভ কৰি দিলে। বিজুলীৰ চমকনিত বাগিচাৰ পাতবোৰ পলকৰ কাৰণে জকমকাই উঠিল।

"চম্পা গছৰ পাৰত বুঢ়ী গঙ্গাৰ ঢৌৱে বৃথাই গৰ্জি আছে", চম্পাই ক'লে, "তেওঁক কৈ দিয়া যে মই তোমাৰ শব্দ নুশুনিবলৈ কাণ বন্ধ কৰি থৈছোঁ। মই মোৰ নাও পাৰত বান্ধি পেলাইছোঁ।"

"বাৰু, মই কৈ দিম"। কামালে লাহেকৈ উত্তৰ দিলে।

পাছদিনা ৰাতিপুৱা কামালে চম্পাৰ এচলেক ঢাকাত থৈ আকাশীযানেৰে কলিকতা পালেহি। তেওঁ ভাবিলে তেওঁৰ স্বৰ্গীয় ককাক নবাব আৱাচ ৰজা বাহাদুৰৰ পৰিয়ালক লগ পাবলৈ 'দত্ত হাউচ'লৈ যাব, কিন্তু তেওঁ নিজৰ সিদ্ধান্ত সলনি কৰিলে আৰু ৰেলত বহি লক্ষ্ণৌলৈ গুচি গ'ল।

হাওড়া ষ্টেচনত এজন পুলিচ অফিচাৰক তেওঁৰ ফালে অহা দেখি হতভম্ব হ'ল, তেওঁ জেপত হাত দি ভিচা আৰু পাচপোৰ্টৰ কাগজ পত্ৰবোৰ চুলে। তেওঁ বে আইনী ভাৱে ভাৰতত প্ৰৱেশ কৰা নাই, সেই কাৰণে তেওঁ সন্তোষ পালে। ৰেল যাবলৈ ধৰিলে—বৰ্দ্ধমান, আচানচোল, দুৰ্গাপুৰ, এলাহাবাদ। ট্ৰেইন-এক অপৰিচিত বাটেদি গৈ আছিল। এবছৰৰ আগতে এইখন তেওঁৰ নিজৰ দেশ আছিল—কিন্তু এতিয়া তেওঁ এজন বিদেশীৰ ৰূপত যাত্ৰা কৰি আছে, তেওঁৰ এনে লাগিল যেন মানুহে তেওঁক সন্দেহৰ চকুৰে চাইছে। সকলোৰে চকু তেওঁৰ ওপৰত—তুমি পাকিস্তানী। থানালৈ ব'লা। তুমি

পাকিস্তানী মুছলমান গুপ্তচৰ—মুছলমান গুপ্তচৰ ৰেলৰ চকাৰ পৰা সেই শব্দ ওলাই আহিল—বিদ্রোহী, গুপ্তচৰ বিদ্রোহী, তেওঁ চকমক খাই চকু মেলিলে, ৰেলখন চাৰবাগ জংচনত সোমাল। তেওঁৰ বুকুখন কঁপি উঠিল। চাৰবাগ—লক্ষ্ণৌ-লক্ষ্ণৌ—

দুদিন তেওঁ আত্মীয় স্বজনৰ ওচৰত থাকিল।

''খয়ৰাবাঁ'' দাবী কৰিবৰ কাৰণে তেওঁ নক্সা, মেপ আদি প্ৰয়োজনীয় কাগজ পত্ৰ লৈ দেৰাদুনলৈ যাব লাগে, তৃতীয় দিনা তেওঁ লক্ষ্ণৌৰ পৰা গ'ল, ৰেলখন যেতিয়া মুৰাদাবাদৰ ওচৰ পালে, তেতিয়া তেওঁৰ হঠাৎ মনত পৰিল যে লক্ষ্ণৌত কোনোবাই তেওঁক কৈছিল, চম্পা বিলাতৰ পৰা ঘূৰি আহিছে আৰু তেওঁৰ খুৰাকৰ ঘৰত মুৰাদাবাদত আছে। এই বাতৰি পাই কামালে 'ভিচা'খন মুৰাদাবাদলৈকে বঢ়াই ল'লে।

ৰেল প্লেটফৰ্মত ৰ'ল আৰু তেওঁ নিজৰ বস্তু-বাহানি লৈ গাড়ীৰ পৰা নামি আহিল। ষ্টেচনৰ বাহিৰলৈ আহি তেওঁ এখন টঙ্গা ল'লে আৰু ঠিকনা চাবলৈ জেপৰ পৰা নোটবুকখন উলিয়ালে। তেওঁ আকৌ টঙ্গাৱলাক ক'লে 'কাঠ ঘৰ'লৈ ব'লা।

টঙ্গাখন বজাৰ পাৰ হৈ আন এফালে গ'ল। বাটত ঠেলা গাড়ীবোৰ, পৰ্দা দিয়া দোলা আৰু বাগীবোৰ চলি আছিল। ল'ৰা-ছোৱালীবোৰ আৰু বোৰ্খা পিন্ধা তিৰোতাবোৰে শ্লিপাৰ চোঁচোৰাই চুবুৰিলৈ সোমাই আহিছিল। টঙ্গাখন আহি এটা চুবুৰিত উপস্থিত হ'ল। এয়েই বোধহয় কামালৰ লক্ষ্য স্থান। দুৱাৰ-মুখত ভগা ছিগা বেঞ্চ আছিল আৰু মছজিদৰ চোতালত এটা শগুনে বহি টোপনিয়াই আছিল। এইয়া চম্পাৰ চুবুৰি।

তেওঁ টঙ্গাৰ পৰা নামিল। সন্মুখত পুৰণিকলীয়া এখন ডাঙৰ গেট আছিল। গেটৰ দুৱাৰৰ এফালে এখান সৰু খিড়িকী মেলা আছিল। ভিতৰত তুঁহ গুৰি দ'ম হৈ আছিল। দুই তিনিখন চালপীৰা থোৱা আছিল। ভিতৰৰ এফালে এন্ধাৰ খটখটী আছিল। এই খটখটীবোৰ বোধহয় ওঠৰশ শতিকাত সজা হৈছিল। গেটৰ চাৰিওফালে ঘূৰি তেওঁ চিঞৰিবলৈ ধৰিলে। যেতিয়া কোনেও সঁহাৰি নিদিলে, তেওঁ সাহসত ভৰ দি নিজেই খটখটীত উঠিল। দ্বিতীয় মহলাত এখন সৰু চোতাল আছিল আৰু তাত চীনা মাটিৰ পাত্ৰ থোৱা আছিল। সন্মুখত বাৰান্দা আছিল আৰু এটা ডাঙৰ কোঠা, কোঠালিটোৱে বোধ হয় এই ঘৰৰ শোৱাৰ আৰু বৈঠকখানাৰ কাম কৰিছিল। তাত মাত্ৰ এখন চকী পৰি আছিল আৰু এখন আঠুৱা। এটা আলমাৰীত 'খুদাই ফৌজদাৰ' আৰু অৰধ পঞ্চৰ বাকলি থোৱা আছিল। দুৱাৰত কজলা, সেউজীয়া, সুমথিৰা আৰু ৰঙা ৰঙৰ আইনা লগোৱা আছিল। বাহিৰ ফালে বাৰান্দা আছিল। বাৰান্দাখন গেটৰ ওপৰৰ পৰা সিংহাসনৰ নিচিনা লাগিছিল। ইয়াত থিয় হৈ তেওঁ পশ্চিম ফালে চালে। ইটাৰে

গথা পকা মজিয়াখন বৰ নিকা আছিল, তলৰ মছজিদত 'পেশ ইমামে" ( মুছলিম ধৰ্ম্ম শাস্ত্ৰৰ জ্ঞাতা ) নমাজ পঢ়ি আছিল, তেওঁৰ আসনৰ আগত 'চিজাদা গাই' ( দণ্ডবৎ কৰাৰ ঠাই) ৰ ওচৰত তামৰ থালত কিবা থোৱা আছিল আৰু চুবুৰিৰ তিনি চাৰিটা ল'ৰা-ছোৱালীয়ে 'বৰ কলিজা,' 'বৰ কলিজা, . বুলি তেওঁক জোকাই আছিল। মৌলবী চাহাবে চেলাম কৰি বেগাই উঠিল। ল'ৰাবোৰক শিল গুটি মাৰি খেদোৱাৰ পাছত আকৌ আসনলৈ উলটি গ'ল। পৃথিৱীৰ এই অজ্ঞাত মহত্বহীন চুকতো জীৱনে কেনে শান্তি আৰু সন্তোষেৰ নিজৰ গতিত গৈ আছে! গৈ আছে! তাক ভাবি তেওঁৰ বুকু কঁপি উঠিল।

তেওঁ খটখটীয়েদি নামি আকৌ বাটলৈ আহিল। এই ঘৰত থকা মানুহবোৰ ক'লৈ গ'ল' চাৰিওফালে পূৰ্ণ নিস্তব্ধতা বিৰাজ কৰিছিল। ঘৰৰ সোঁফালে সেউজীয়া ওখ ঘাঁহনিৰ ওপৰত কবৰ আছিল। তেওঁ আচৰিত হৈ পৰিল— জীৱিত আত্মা। ইয়াত কিমান অমঙ্গল আছিল। মৃতকৰ নগৰ—চম্পা তুমি ইয়াত ক'ত আছা? কবৰৰ এমূৰত শুকান ঘাঁহ, খেৰৰ চাং আৰু নিম গছ, আছিল, তাত ছাগলী বন্ধা হৈছিল। চাঙৰ ওপৰত খিড়িকীয়েদি কোনো ছোৱালীয়ে জুমি চাইছিল। কামালক তেওঁৰ ফালে চোৱা দেখি তেওঁ তৎক্ষণাত খিড়িকী বন্ধ কৰি দিলে।

তেওঁ খটখটীয়েদি তললৈ নামি আহি দ্বিতীয়খন গেটলৈ গ'ল। তাৰো একে নমুনা। ৰং বেৰঙৰ আইনাৰ আসনৰ তলত দাৰোৱান থিয় হৈ থাকিবলৈ ভগা পকী বেঞ্চ, তেওঁ গেটৰ শিকলি জোকাৰিলে।

"কোন ?" ভিতৰৰ পৰা মাত দিলে। নিৰাশা আৰু ক্ষুণ্ণতাৰ কাৰণে কামালৰ কণ্ঠ ৰোধ হ'ল।

"কোন ? ৰঙ্গীণ গাঁৰি দিয়া ক'লা টান পাইজামা পিন্ধা এজনী বুঢ়ীয়ে ভিতৰৰ পৰা জুমিলে।

"মই।"

"কি কৈছা? হেৰা, তোমাৰ নামটো কোৱাচোন বোপাই।"

"মই কামাল ৰজা, পাকিস্তানৰ পৰা আহিছোঁ। ক্ষন্তেক পাছত বুঢ়ীজনী উলটি আহি খিড়িকী মেলিলে", আহাঁ, আহাঁ, মিঞা" তেওঁ ক'লে।

তেওঁ ভিতৰলৈ আহিল। ঘৰৰ ভিতৰৰ চোতালত ইটাৰ পকী মজিয়া আছিল। বেৰৰ দাঁতিৰ খালী ঠাইবোৰত হয়তো কোনো কালত গছপুলি আছিল। এতিয়া ই উকা হৈ পৰি আছে। বাবুৰ্চিখানাৰ সম্মুখত কুকুৰাৰ গৰাল আছিল। কুকুৰা চৰাইবোৰ ইফালে সিফালে উৰি ফুৰিছিল। সন্মুখত ডাঙৰ বাৰান্দা আছিল আৰু বাৰান্দাত পকা দীঘলীয়া আসন আছিল। তাত চম্পা বহি আছিল।

"বাঃ! হেল্লো! কামাল! আচৰিত হৈ গৈছা?"

"চম্পা।"

"তুমি! গুড গড!!" তেওঁ লাহেকৈ উঠিল আৰু ক্ষমা ভিক্ষাৰ ছলেৰে লৰালৰিকৈ চালপীৰাখন ঠিক কৰিবলৈ লাগিল।

"মই সন্মুখৰ ঘৰত সোমাইছিলোঁ" কামালে ক'বলৈ ধৰিলে।

"আমাৰ ঘৰৰ সকলোবোৰ মানুহ খুৰাৰ ঘৰলৈ গৈছে। তালৈকে বলা তাত শান্তিৰে বহি কথা পাতিম।"

তেওঁ ভাঁৰৰ পৰা কপাহ দিয়া পাতল চাদৰখন আনিলে আৰু অতি ভদ্ৰ ভাৱে গাত মেৰিয়াই ল'লে মূৰৰ পৰা ভৰিলৈকে চাদৰখনে তেওঁক ঢাকি পেলালে। আকৌ ওৰণিখন লৈ কামালৰ সৈতে বাটলৈ আহিল। "আমাৰ ইয়াত বোৰ্খা প্ৰথা নাই। এতিয়ালৈকে চাদৰ আৰু কম্বল লোৱা হয়।" সেই প্ৰাচীন মচজিদৰ ওচৰ পাই তেওঁ আন এটা বাটত সোমাই গ'ল। যিটো বাট কবৰ স্থানৰ ওপৰৰ বাটেদি গৈ আছে। এইবাটটো বৰ চাফ-চিকুণ আছিল। বেৰত ঘাঁহ আৰু পীপল গছ গজিছিল। '-এইটো......?' কামালে কবৰস্থানৰ ফালে ইঙ্গিত কৰিলে। "আমিয়েই আছোঁ।" তেওঁৰ লগত যাওঁতে যাওঁতে চম্পাই উত্তৰ দিলে। 'ইয়াতে জীয়াই আছোঁ আৰু ইয়াতে মৰিম।' তেওঁ ক্ষন্তেক থমকি ক'লে। কেইখোজমান আহি "দীবানখানা" পালেহি।

"খুৰাদেউৰ ঘৰ?"

"হয়"।

দুয়ো দুৱাৰডলি পালেহি। চোতালত বহুতো আসন পাৰি থোৱা আছিল। অধিক নীৰৱতাৰ কাৰণে ঠাইখন সোঁ-সোঁৱাই আছিল। "ইয়াত কোনো নাথাকে নহয়?" কামালে অলপ ভয়েৰে সুধিলে। "নাথাকে", চম্পাই সন্তোষেৰে উত্তৰ দিলে।

"এইটো ইমাম বাড়া। সেই যে আসনবোৰ পৰি আছে—পাকিস্তান হোৱাৰ আগতে ইয়াত আমাৰ প্ৰসিদ্ধ 'আমন মজলিচ' হৈছিল।"

তেওঁ আকৌ পুৰণি ৰাগ আৰম্ভ কৰিলে। কামালে বিৰক্তিৰে ভাবিলে। "আচল ঘৰ ভিতৰত আছে।" চম্পাই কৈ গ'ল—"ভিতৰলৈ আহাঁ। তোমাৰ আগত কোনেও লাজ নকৰে।"

তেওঁ দুৱাৰ ডলিয়েদি পাৰ হৈ ভিতৰলৈ গ'ল। চোতালত খনদিয়েক চকী আৰু কেইখনমান চালপীৰা পাৰি থোৱা আছিল। এখন চালপীৰাত বুটা বচা চাদৰ পৰা আছিল। বাবুৰ্চি খানাৰ পৰা পাঁচফোৰণৰ গোন্ধ আহিছিল। দুই তিনিটা মানুহ ইফালে সিফালে বহি আছিল। মেঘে ছাটি ধৰিছিল, কিন্তু বতাহ বন্ধ হোৱাৰ কাৰণে বৰ গুপগুপীয়া গৰম হৈছিল। বাৰিষাৰ পোক-পৰুৱাবোৰে চাকিৰ ওপৰত ঘূৰি ফুৰিছিল।

"খুৰাদেউ, এইয়া কামাল।" এন্ধাৰত চম্পাৰ মাত শুনা গ'ল। "আহাঁ, আহাঁ,

বহাঁ বোপাই,—বৰ অনুগ্ৰহ কৰিছা তুমি আমাক।" পালেঙত শুই থকা খুৰাকে উঠি বহি ক'লে।

এজনী ছোৱালীয়ে চাকি লৈ বাবুৰ্চিখানাৰ ফালে ঢাপলি ধৰিলে। আনফালে এজনী ছোৱালীয়ে বাৰান্দাৰ মেজত বহি পঢ়ি আছিল। হায় আল্লা! মধ্যবিত্ত শ্ৰেণী ইমান বিমৰ্ষ হয়। কামালে ভাবিলে। চোতালত আগন্তুকৰ শব্দ শুনি বাৰান্দাত থকা ছোৱালীজনীয়ে মূৰ তুলি কামালক চালে। কামালে তৎক্ষণাত আনফালে চাবলৈ ধৰিলে। তেওঁ মধ্যবিত্ত শ্ৰেণীৰ ছোৱালীবোৰৰ সম্বন্ধে বহুত কথা শুনিছিল। আৰু তেওঁ কেতিয়াও নিবিচাৰে যে এই ছোৱালীজনী যি বাবুৰ্চিখানাত তেওঁৰ কাৰণে চাহ কৰিছে, তেওঁৰ সৈতে গল্প কৰিবলৈ আৰম্ভ কৰি দিয়েক—আৰু শেহত, তেওঁলৈ দীঘল দীঘল চিঠি লিখিবলৈ ধৰক। প্ৰেমপত্ৰ!

তেওঁৰ অধৈৰ্য্যতা বাঢ়িবলৈ ধৰিলে।

"এওঁলোক দুয়ো মোৰ খুৰাৰ ছোৱালী, চম্পাই সেইদৰেই আসনত বহি তেওঁক কৈ গ'ল "সেইয়া জেবুন্নিচা। তাই দিল্লীৰ পৰা এম, এ পাছ কৰিছে। সৰুজনী মৰিয়ম জমানো। এই এগ্ৰিকালচাৰত এম, এচ, চি, কৰিছে। তুমি মনে মনে আছা কিয়?"

"একো হোৱা নাই, চম্পা!"

আকৌ খুৰদেৱে তেওঁৰ সৈতে লাহে লাহে কথা ক'বলৈ ধৰিলে সেই পুৰণি কাহিনী, পাকিস্তান, হিন্দুস্থান।

"আমাৰ যে বোপাই বৰ হানি হ'ল।" তেওঁ ক'লে।

"এইখন ঠাই ইমান নিজান কিয়?" কামালে ভয়েৰে আকৌ সুধিলে। তেওঁ নিজৰ মুৰ্খামি বুজিব পাৰিলে।

"মানুহবোৰ ক'লৈ গুচি গ'ল?"

"তালৈ, য'লৈ তুমি গুচি গৈছা।" খুৰাদেৱে উত্তৰ দিলে।

"খোখৰাপাৰৰ বাৰ্টোদি আটাইবোৰ ওলাই গ'ল। বুহেলখণ্ড খালী হৈ পৰিল। এতিয়া মাথোঁ আমি কেইটামান বুঢ়া-থেৰা বাকী আছোঁ। আৰু দুই তিনি বছৰৰ কথা। যেতিয়া আমি সকলো মৰি থাকিম, তেতিয়া ইয়াত ভূতে বাহ ল'ব।"

কামালে উঠি ইফালে সিফালে ফুৰিবলৈ ধৰিলে।

মৰিয়ম জমানীয়ে অত্যন্ত সঙ্কোচহীন ভাবে চাহ কৰি লৈ আহিলে। গল্প আৰম্ভ কৰিবলৈ তেওঁৰ ইচ্ছা আছে যেন নালাগিল। কামালে অলপ সন্তোষেৰে আৰু উদাস ভাবে ভাবিলে।

"পাকিস্তানৰ অৱস্থা কেনে?" খুৰাদেৱে সুধিবলৈ ধৰিলে।

"শুনিছোঁ ইয়াৰ পৰা ধুনি, তাঁতী গৈ তাত লাখপতি হৈছে গৈ। সঁচাকৈয়েনেকি বোপাই? মোৰ ভতিজাই লিখিছে যে তাত প্ৰত্যেক ঠাইত পঞ্জাবীয়ে ইউ, পিৰ

মানুহৰ মুখ বন্ধ কৰি থৈছে। ...বিপ্লৱ আৰম্ভ হৈছে। বোপাই, আমি যে ধ্বংস হৈ গলোঁ, ধ্বংস......আৰু তাতনো কি লাড়ু পাম—! এই, হেৰা।"

তেওঁ প্ৰসঙ্গ সলালে। "মৰিয়ম! বিস্কুট আনা এওঁৰ কাৰণে। "কামাল মিএগ্ৰা, এই দুৱাৰ মুখত আগতে চাৰি, চাৰিটাকৈ চাকৰ থিয় হৈ থাকে আৰু এতিয়া ইয়াত ফেঁচাই মাতিছে।" কামাল মনে মনে বহি ৰ'ল।

"ইয়ালৈ এতিয়াও লাইট অহা নাই। এই চুবুৰিৰ পেহীদেউৰ ঘৰলৈ কেতিয়াবাই আহিল। কিন্তু তেওঁলোক সিন্ধলৈ পেহাদেউৰ ওচৰলৈ গুচি গ'ল। তাত এতিয়া শিখে স্কুল পাতি বিজুলী আনিছে। আমাৰ ঘৰলৈ অহা নাই।"

এই পাতল এন্ধাৰত চম্পাৰ কণ্ঠস্বৰ গুণগুনাবলৈ ধৰিলে। "বিজুলীৰ কাৰণে বোপাই পইচা লাগে।" খুৰাদেৱে চাহৰ ট্ৰেখন জোৰেৰে ফুলত থৈ ক'লে। ট্ৰেখনে ভাৰ সহিব নোৱাৰিলে। গাখীৰ দানীটো ভগাত গোটেইবোৰ গাখীৰ চোতালৰ মজিয়াত বৈ গ'ল। চম্পাই দুখেৰে চাবলৈ ধৰিলে। "এতিয়া ইমান নিশা হ'ল ক'ৰপৰা বাৰু গাখীৰ আনিম?" তেওঁ ক'লে, "ইয়াৰ কাৰণে দুখ নকৰিবা চম্পা।" কামালে গম্ভীৰ কণ্ঠেৰে লাহেকৈ ক'লে। চম্পাই মূৰ তুলি তেওঁক চালে আৰু মিচিকিয়াই হাঁহি দিলে।

কামালে চম্পাক আজি তেওঁৰ জীৱনৰ আন এটা সোপানত, এক ভিন্ন পৃষ্ঠভূমিত দেখিলে, এয়ে তেওঁৰ আচল পৃষ্ঠভূমি আছিল। তেওঁ ক্ষন্তেকৰ কাৰণে চকু মুদিলে। লক্ষ্ণৌ, পেৰিচ, কেম্ব্ৰিজ আৰু লণ্ডনৰ চম্পা। মুৰদাবাদৰ চুবুৰিত এই এন্ধাৰ ঘৰৰ চম্পা। মধ্যবিত্ত শ্ৰেণীৰ চম্পা, সাহসী চম্পা।

বাঃ! তোমাৰ তুলনা নাই। স্বীকাৰ কৰিছোঁ।

মুৰদাবাদত কামাল দুদিন থাকিল। নিশা তেওঁক সেই কজলা আৰু সুমথিৰ বৰণৰ আইনাৰ ঘৰৰ কোঠালৈ নৈ অহা হ'ল; য'লৈ তেওঁ সকলোতকৈ আগতে আহিছিল। মাজ নিশালৈকে তেওঁ ঘৰৰ ওপৰৰ বাৰান্দাত থিয় হৈ সন্মুখৰ দৃশ্য চাবলৈ ধৰিলে। তাত জোনে নিজৰ ধূসৰ পোহৰ ঘৰৰ চাল, মচজিদ, মীনাৰ আৰু নিম গছত বিয়পাইছিল। দুপৰীয়া শুবৰ কাৰণে তেওঁৰ চালপীৰাখন খটখটীৰ ওপৰ ফালে পাৰি দিয়া হ'ল। তাত ৰামগঙ্গাৰ ফালৰ পৰা শীতল বতাহ বলিছিল।

"শুনিছোঁ তোমালোকৰ তাত ভাৰতীয় সাড়ীৰ বৰ চাহিদা। "চম্পাই আহি দুৱাৰডলিত বহি উল্লাসেৰে কথা আৰম্ভ কৰিলে। "তোমাৰ দেশৰ মানুহ আলা চোচাইটীৰ লেডীজ ইয়ালৈ আহিলেই কাপোৰৰ দোকান আক্ৰমণ কৰে। শুনিছোঁ তোমাৰ তাত আলা চোচাইটী.....।" "কিহৰ আলা চোচাইটীৰ কথা কৈছা? কামালে বিৰক্তিৰে তেওঁৰ কথাৰ মাজত কলে।" এইটো নাপাহৰিবা চম্পা—যে স্বয়ং তোমাৰ শ্ৰেণী বোধ শক্তি প্ৰাপ্ত কৰোঁতে পূৰা পোন্ধৰ বছৰ সময় লাগিছিল।" চম্পাই জোৰেৰে হাঁহিলে।

"শ্ৰেণীবোধ শক্তিৰ কথা কৈছা যদি মোৰ ভনীহতঁৰ সৈতে কথা পাতা। জেবুন আৰু মৰিয়ম, বৰ আগৰণুৱা ছাত্ৰী কৰ্মী, দুয়ো।"

কামালে বুজিব পাৰিলে, তেওঁৰ সন্দেহ বৃথা আছিল। এই মধ্যবিত্ত শ্ৰেণীৰ ছোৱালীবোৰে নিজৰ নৈৰাশ্য আৰু ভাবুকতাৰ ওপৰত বিজয় প্ৰাপ্ত কৰিছিল। আজিৰ পৰা পোন্ধৰ বছৰৰ আগতে যদি তেওঁলোক চম্পাৰ ঠাইত হ'লহেঁতেন, তেন্তে হয়তো তেওঁৰ দৰেই কল্পনা প্ৰিয় হ'লহেঁতেন। এওঁলোক নতুন ছোৱালী আছিল। চম্পা মাজৰ ভ্ৰমণৰত ছোৱালী। সেই কাৰণে তেওঁ প্ৰয়োগ কৰে আৰু আঘাতো পায়। জেবুন আৰু মৰিয়ম দুখীয়া যদিও সাহসী ছোৱালী—তেওঁলোকৰ মনত কোনো সমস্যা নাই। হায় মই যদি ১৯৪১ চনত ইহঁত দুজনীৰ নিচিনা হলোঁহেঁতেন। চম্পাই কামালৰ মনৰ কথা পঢ়িলে।

"এতিয়া যে আমাৰ হাতত একো বাকী বস্তু নাই। "কামালে উত্তৰ দিলে। তেওঁ অনুভৱ কৰিলে তেওঁ কিমান বুঢ়া হৈ গ'ল। তেওঁৰ আগত দুৱাৰ ডলিত বহি থকা চম্পা কিমান বুঢ়ী তিৰোতা। আমি দুয়ো মনৰ ৰাজ্যত কিমান দীঘল যাত্ৰা নিশ্চিত কৰিলোঁ। তেওঁ আচৰিত হৈ ভাবিলে।

এই সময়ত তেওঁ এখন'অচিনাকি নগৰৰ এটা এন্ধাৰ খটখটীত বহি আছে। নৈৰ পৰা অহা বাৰিষাৰ বতাহে তেওঁৰ চুলিবোৰ আউলি বাউলি কৰি পেলাইছে। দেশৰ বৰ্ষা—। কিন্তু এইখন তেওঁৰ দেশ নাছিল। তেওঁৰ ভিচাৰ মিয়াদ প্ৰায় শেষ হৈ আহিছে। কাইলৈ পুৱা তেওঁ ইয়াৰ পৰা নিজৰ দেশলৈ যাব। মুৰাদাবাদ, এই খটখটী, চম্পা আহমদ, জেবুন, মৰিয়ম, খুৰাদেউ আটাইবোৰ পৰি থাকিব। এই বাস্তৱিকতাৰ কাৰণে জানো তেওঁ চকুলো টুকিব লাগে? কিন্তু এতিয়া তেওঁ অনুভৱ কৰিছে তেওঁ বুঢ়া হৈ গৈছে। তেওঁক অপসাৰিত কৰা হৈছে, অপসৰণ, সন্তুলন আৰু শান্তি—প্ৰাচীন ইউনানী আদৰ্শ'। তেওঁৰ হৰি শঙ্কৰলৈ মনত পৰিল।

চম্পাই আকৌ তেওঁৰ অন্তৰৰ কথা পঢ়িলে। তেওঁ পুৰণি অভ্যাস অনুসৰি আওঁৰালে "তোমাৰ সঙ্গী হৰিশঙ্কৰ ক'ত?"

"চম্পা!" তেওঁ অলপ খঙেৰে ক'লে, "হৰিশঙ্কৰ এতিয়া মোৰ সঙ্গী নহয়। মই কেনেকৈ জানিম তেওঁ এতিয়া ক'ত আছে!"

"কিয়, তেওঁলৈ চিঠি নিলিখা?"

"তুমি এইটো এতিয়াও নেজানা নেকি যে মই বন্ধুবোৰলৈ চিঠি পত্ৰ নিলিখোঁ। মই হৰিশঙ্কৰ শ্ৰীবাস্তৱক কি লিখিম আৰু কিয় লিখিম?"

"তুমি এতিয়াও আলসুৱা মনৰ হৈ আছা নেকি?"

"নহয়", তেওঁ ক্ৰুদ্ধ হ'ল।

চম্পাই তেওঁক আকৌ ধৰা পেলালে।

"থৈ দিয়া চম্পা!" তেওঁ খঙেৰে উত্তৰ দিলে। চাৰিওফালে খেলি থকা

ভাৰত-পাকিস্তানৰ এই ভীতিজনক গীতি নাট্য দেখি দেখি খোদাৰ শপত মোৰ আমনি লাগি গৈছে। হৰিশঙ্কৰ বোধকৰো বাঙ্গালোৰত আছে আজি-কালি। এতিয়া মই তেওঁৰ ওচৰলৈ গৈ কান্দি-কাতি তেওঁক সাবটি ধৰিম নেকি? হে ঈশ্বৰ!"

"তুমি এতিয়াও কঠোৰ হোৱা নাই।" চম্পাই লাহেকৈ ক'লে, "তুমি হৰিশঙ্কৰক লগ পাব নোখোজা, কিয়নো তোমাৰ ভয় হৈছে যে সঁচাকৈয়ে যদি তুমি কান্দি-কাতি তেওঁক সাবটি ধৰা? বাবু, মোক লগ পাবলৈ আহিলা কিয়?" এইটোও বৰ কঠিন ভীতি জনক গীতি-নাট্যৰ কথা।

"মানুহে পুৰণি বন্ধুক লগ ধৰে, সাক্ষাৎ কৰে!" কামালে আৰু একো উচিত উত্তৰ বিচাৰি নাপালে। "আবু মুৰাদাবাদ বাটতে পৰিল।" তেওঁ মুখ ঘূৰাই ক'লে।

বৰষুণৰ টোপালবোৰ টপ্ টপ্ কৰে টিনৰ চালত পৰিবলৈ ধৰিলে। চুবুৰিৰ পৰা মাটিৰ কেঁচা, কোমল, গোন্ধ উৰি আহিল। এজনী তিৰোতাই টান পাইজামা পিন্ধি আমৰ পাচি এটা মূৰত লৈ চিঞৰি চিঞৰি তলেদি গুচি গ'ল। চম্পাই দুৱাৰ ডলিত বহি জলঙ্গাইদি বাহিৰলৈ, চাবলৈ ধৰিলে।

বহু সময়ৰ পৰা কামালে মনে মনে এটা কথা ভাবি আছিল, কিন্তু সুধিবলৈ সাহস হোৱা নাছিল। শেহত তেওঁ আনপিনে চাই মৃদু কণ্ঠেৰে সুধি পেলালে।

"চম্পা! এতিয়া তুমি কি কৰিবলৈ স্থিৰ কৰিছা?" এইটো বৰ নিষ্ঠুৰ প্ৰশ্ন আছিল। আমিনো বাবু কাৰোবাক তেওঁৰ ভৱিষ্যতৰ সম্বন্ধে কেনেকৈ সুধিব পাৰোঁ?

"মই?" চম্পাই উত্তৰ দিলে "মই শেহত বাৰানসীলৈ উলটি যাব খুজিছোঁ। জানা মোৰ পূৰ্ব পুৰুষৰ নগৰৰ নাম কি আছিল।"

"শিৱপুৰী।"

"এৰা, আনন্দ নগৰী। সেইখনো এদিন নহয় এদিন সঁচাকৈয়ে আনন্দৰ নগৰ হ'ব, দেশৰ সকলোবোৰ নগৰৰ দৰে। এই দেশক দুখৰ দুৰ্গ বা আনন্দৰ আলয় কৰা মোৰ নিজৰ হাতত। আনৰ সৈতে মোৰ সম্বন্ধ কিহৰ?" তেওঁ নিজৰ হাতখন মেলি ভালকৈ চালে।" নৰ্ত্তকীৰ হাত, লেখক বা কলাকাৰৰ হাত নহয়,—এইখন মাথোঁ এজনী সাধাৰণ শ্ৰেণীৰ সাহসী ছোৱালীৰ হাত, সেই হাত দুখনে এতিয়া কাম কৰিব খোজে।"

তেওঁ মৌন হৈ পৰিল। ক্ষন্তেক পাছত মচজিদত প্ৰাৰ্থনাৰ আজানৰ ধ্বনি উচ্চ হৈ উঠিল। চম্পাই অজানিত ভাৱে দুপট্টাখনেৰে মূৰ ঢাকিলে।

"কামাল!" কিছু সময়ৰ পাচত তেওঁ বিৱশভাৱে আঙুলি মোহাৰিলে। "তুমি কিয় গুচি গলা? যদি মই তোমাৰ পাকিস্তানলৈ যাওঁ, তেন্তে মোৰ জানো

ইয়াতকৈ ভাল পদ নোলাব ? চোৱা, মই কেম্ব্ৰিজৰ পৰা কিমানবোৰ উপাধি আনিছোঁ !”

পাৰিজাত ফুলেৰে বোলোৱা, দুপট্টা, আৰু হালধীয়া সাড়ী পিন্ধি চম্পাৰ সম্বন্ধীয়া ছোৱালীবোৰে তলৰ বাৰান্দাত চিঙ্গাৰা ভাজি আছিল।

“হেৰা, কেইটামান ইয়ালৈকো পঠাই দিয়া।” চম্পাই খিড়িকীয়েদি মূৰ উলিয়াই ক'লে।

“ভাল বাবু। অলপ ৰ'ব।” এইবাৰ তেওঁলোকে এটা গীত আৰম্ভ কৰি দিলে।

‘ঝুলা কিন্নে ডালী ৰী অমৰৈয়াঁ ?

কামালে চালপীৰাত শুই শুই চকু জপালে। লৰালিৰ পৰা এই গীত শুনি আহিছে তেওঁ। বাৰিষা হ'লেই তেওঁৰ পৰিয়ালৰ ছোৱালীবোৰে কেৰাহী পাতি গীত গাবলৈ আৰম্ভ কৰে। খট্‌খটীত ভৰিৰ ছাঁ পৰিল। জেবুনে লুচিৰ থাল লৈ ওপৰলৈ আহিল। নিঃসংকোচ ভাৱে তেওঁ ভিতৰলৈ সোমাই আহিল। আৰু থালখন মজিয়াত থৈ গুণ গুণাই গুণ গুণাই আকৌ তললৈ নামি গ'ল।

চম্পা দুৱাৰডলিত বহি ৰ'ল। “তুমি ভাবিছা”—তেওঁ লাহেকৈ ক'লে “এতিয়া মোৰ দুৱাৰলৈ কোন আহিব ? কিন্তু কামাল্, মই ভাবোঁ যে যিমান দূৰলৈকে মোৰ সফলতাৰ প্ৰশ্ন উঠে, তোমাতকৈ মই অধিক সৌভাগ্যশালী। কিয়নো মই বাট বিচাৰি পাইছোঁ।”

“তুমি ঠিকেই কৈছা চম্পা !”

তলৰ সৰোবৰত বাৰিষাৰ কণিকাবোৰে সঙ্গীত ৰচনা কৰিছিল। বৰষুণৰ কাৰণে সকলোফালে সেউজীয়া আৰু কোমলতা বিয়পি পৰিছিল। ঠেক বাটবোৰত সৰু সৰু নৈ বোৰ বৈ গৈছিল। ঘৰৰ চোতালত নলাবোৰৰ পৰা পানীৰ নিজৰা বাগৰি আছিল। আৰু তলৰ চোতালত পানীৰ নিৰ্ম্মল সৰোবৰ তৈয়াৰ হৈছিল। চীনামাটিৰ পাত্ৰত লগোৱা গছ পুলিবোৰ পানীত লহপহাই আছিল।” এইটো মোৰ পানী মহল।” চম্পাই লাহেকৈ ক'লে “ইয়াত মোৰ চকুলো নিগৰে।”

বাৰান্দাত ছোৱালীবোৰৰ দুপট্টাবোৰ উৰি আছিল।

“মই এজনী সাধাৰণ শ্ৰেণীৰ ছোৱালী।” চম্পাই ক'বলৈ ধৰিলে, “যদি মই খোদাৰ প্ৰধান সেৱিকা হলোহেঁতেন মীৰা, মুক্তাবাঈ, চেণ্ট চোফিয়া—তেন্তে মোৰ শৰীৰত ক্ষতৰ চিহ্ন দেখা গ'লহেঁতেন। মোৰ গাৰ কাপোৰ মোৰ পৱিত্ৰ তেজৰে ৰাঙলী হ'লহেঁতেন। হাতত কাঁইটে বিন্ধিলেহেঁতেন। মোৰ মূৰৰ চাৰিওফালে জ্যোতি মণ্ডল থাকিলহেঁতেন। মোলৈ বিহৰ পাত্ৰ আৰু সাপৰ পেটাৰি পঠাই দিয়া হ'লহেঁতেন। কিন্তু মই যে মাথোঁ চম্পা আহমদ, মোৰ ক্ষত কোনেও নেদেখে, কিয়নো মোৰ কৌতুকীয়া কথাবোৰো মোৰ দৰেই ক্ষত-বিক্ষত। তেওঁলোক দুৰ্বল আৰু নশ্বৰ মানুহ।

তেওঁলোকৰ দৃষ্টি শক্তি নাই। হয়তো মানুহে মোক হাঁহে, মই ছেণ্ট চোফিয়াৰ পূজা কৰোঁ।"

বতাহৰ প্ৰবল বেগত বহুতো জামু থপথপকৈ খটখটীত সৰি পৰিল। চম্পাই নিজৰ চুলিৰ পৰা এটা হালধীয়া পাত উলিয়ালে।

"কামাল", তেওঁ ক'লে। "মই নানা ধৰণৰ প্ৰতিভাবান মানুহৰ সৈতে কটাইছোঁ। তেওঁলোকৰ প্ৰতিজনেই কেতিয়াবা নিজৰ ঠাইত সুখী হয়, কেতিয়াবা দুখী। 'তুমি সুখী হৈছা কিয় ? মই প্ৰত্যেককে সোধোঁ ইমান গভীৰ আৰু সূক্ষ্ম বোধ থকা সত্ত্বেও ইমান প্ৰসন্ন হৈ থাকা। আচৰিত কথা ! শেহত মই দেখিলোঁ যে এনেকুৱা বহুত মানুহ আছে যি নিজৰ দুখক পৃথিৱীৰ দুখত লয় কৰি লব পাৰে ; কিমান উজু কথা আছিল। পৰ্বতৰ তললৈ আহিলে বুজিব পাৰি স্বয়ং আমি আৰু আমাৰ নিজা দুখবোৰ কিমান তুচ্ছ আছিল।

আঠ বছৰৰ পাছত ময়ো তোমাৰ দৰে নিজৰ দেশলৈ উলটি আহিলোঁ আৰু ইয়াৰ অৱস্থা দেখিলোঁ। এনেকুৱা কথা দেখিলোঁ যাৰ কাৰণে মোৰ মূৰ গৰ্বত ওখ হৈ গ'ল আৰু আনন্দেৰে উপচি পৰিল, এনেকুৱা বস্তুও দেখিলোঁ যাৰ বাবে মোৰ মূৰ লাজত দোঁ খাই গ'ল আৰু মোৰ অন্তৰ দুখী হৈ পৰিল। মোৰ সন্মুখত সমস্যাৰ অতি ওখ পৰ্বত থিয় হৈ আছিল। জানা, তেতিয়া কি হ'ল—গুৰি পৰুৱাই কি কৰিলে ? সি কাণত হাতী ওলোমাই পৰ্বত উঠিবলৈ আৰম্ভ কৰিলে। এতিয়াও জানিব খুজিছা নেকি মই কি কৰিব খুজিছোঁ ?

পাছদিনা আবেলি কামাল তাৰ পৰা আহিল। টঙ্গাখন ঠেক আলিৰ পৰা ওলাই ষ্টেচনৰ ফালে গুচি গ'ল। কামালে দেখিলে—চম্পা আকৌ এবাৰ দূৰত থিয় হৈ ৰৈ গ'ল—ভগা ঘৰৰ দুৱাৰ ডলিত। সেইদৰে তেওঁ তেওঁক অক্সফোৰ্ড ষ্ট্ৰীটত 'চুজেকী চৰাই''ৰ আইনাত দুৱাৰৰ পাছফালে অকলশৰে থিয় হৈ থাকোঁতে এৰি থৈ আহিছিল। সেইদৰেই তেওঁ এবাৰ 'গুলফিচাৰ' গেটৰ সম্মুখত এন্ধাৰ বাটত থিয় হৈ আছিল। যিদিনা ভাই চাহাবে তেওঁক এৰি পাকিস্তানলৈ গুচি গৈছিল।

এইবাৰ তেওঁ অকলশৰীয়া নাছিল। এতিয়া তেওঁ সমূহৰ এক অংশ আছিল। শেহত কোনো চুক্তি নোহোৱাকৈ সমূহৰ দাবী স্বীকাৰ কৰি লৈছিল। চম্পা এতিয়া অকলশৰীয়া নহয়, তেওঁ শোভাযাত্ৰাত সন্মিলিত হৈছে আৰু আগ বাঢ়ি গৈছে। তেওঁৰ লগত চুবুৰিৰ চুকবোৰ, মচজিদৰ মীনাৰ, জেবুন আৰু মৰিয়ম, বাটত গুটি খেলা ল'ৰাবোৰ, ঠেলা গাড়ী, দুখীয়া, বোখ'া পিন্ধা তিৰোতা আৰু সমগ্ৰ জনতা। চম্পা তেওঁলোকৰ লগৰী হৈ পৰিল। এওঁলোক আগ বাঢ়িবলৈ সাজু হৈ আছে। আজি নহয়, কাইলৈকে হওক। এদিন নহয় এদিন, অতি সোনকালে এওঁলোক ওপৰলৈ উঠি গৈছে। এই সমাৰোহলৈ আহি ষ্ট্ৰিলৰ দৰ্শনৰ সকলোবোৰ তাঁৰ জনজন কৰে ছিগি গ'ল।

"কি কৰোঁ বন্ধু", ৰেলত বহি তেওঁ মনে মনে ক'লেঃ "মোৰ অতিশয় সন্তাপৰ অৱসান ঘটিল।"

ৰেলখন শিৱালিক পৰ্বতেদি আহি হিমালয়ৰ সেউজী পাহাৰৰ নামনি পালেহি। দেৰাদুন ষ্টেচনত নামি তেওঁ ডিষ্ট্ৰিক্ট মেজিষ্ট্ৰেটৰ কাছাৰীলৈ গ'ল। তেওঁৰ সম্পত্তি, স্থাবৰ সম্পত্তিৰ কাগজ-পত্ৰ আৰু ঘৰৰ বিক্ৰয় পত্ৰ উলিয়ালে। এইবাৰ তেওঁ গছ-গছনিৰে সুশোভিত হৈ থকা বাটত ফুৰিবলৈ ধৰিলে। সন্মুখেদি ৰচপনা বৈ গৈছিল। "বন্ধু হৰিশঙ্কৰ!" কামালে ক'লে।

"কোৱা বন্ধু"।

"বন্ধু, সেই প্ৰফেচাৰ হেমিলটনে ঠিকেই কৈছিল। আমি কি মায়াত সোমালোঁ। খোদাৰ শপত।"

সেইদিনা তেওঁলোকে ত্যাগৰ সম্বন্ধে যথেষ্ট চিন্তা কৰিলে। আৰু তেওঁলোকৰ মুখত অত্যন্ত দাৰ্শনিক ভাব ফুটি উঠিল।

"আহাঁ", ঘৰবোৰৰ নাম পঢ়োঁ। নাম নিৰ্বাচনত ঘৰৰ গিৰিহঁতজনৰ মনোবিজ্ঞান বুজা যায়।" যাওঁতে থমকি এখন গেটৰ ওচৰলৈ গৈ হৰিশঙ্কৰে ক'লে।

"আমি কেতিয়াও ঘৰ সাজি নাথাকোঁ, 'বাদচাহে পিঁজৰা নাসাজে'", কামালে ক'লে।

"ঠিক কৈছা। চোৱা, আমাৰ পূৰ্বজসকল কেনে আচৰিত ধৰণৰ আলসুৱা মনৰ আছিল। অলপ এই নামটো পঢ়া।"

"খাবিস্তান—ইস, ঈশ্বৰে ৰক্ষা কৰক!"

"কিন্তু তুমি নিজেও যে 'গুলফিঁচা' আৰু 'খায়াবাঁ'ত থাকা।"

"জানো।"

"কামাল, বন্ধু।"

"কোৱাঁ বন্ধু!"

"ভাবি চোৱাচোন, মানুহে ঘৰ সাজি থৈছে—ইয়াৰ পৰা তালৈকে। এটাতকৈ আনটো সুন্দৰ। গোটেই পৃথিৱীত ঘৰ সজা হৈছে।"

"এৰা বন্ধু. বৰ আচৰিত কথা।"

তেওঁলোক দুয়ো এটা পদূলিৰ সন্মুখৰ দলঙৰ ওপৰত বহি পৰিল আৰু আকৌ এই সমস্যাৰ বিষয়ে ভাবিবলৈ ধৰিলে। দৰাচলতে তেওঁলোক প্ৰফেচাৰে পৃথিৱী ত্যাগ কৰা দেখি অস্থিৰ হৈ পৰিছিল। এটা সুস্থ মনৰ মানুহ বৈজ্ঞানিক, তেওঁ গুচি গ'ল—হাবিলৈ।

"ইয়াৰ নিশ্চয় কিবা নহয় কিবা উদ্দেশ্য আছে। কিবা অৰ্থ......।" কামালে ক'লে।

এন্ধাৰ নোহোৱালৈকে তেওঁ গছ-গছনিৰে শুৱনি হৈ থকা শান্ত, সুগন্ধিত বাটৰ ঘৰবোৰৰ নাম পঢ়িবলৈ ধৰিলে—'নন্তৰন,' দৌলতখানা,' 'আচিয়ানা', 'ৰাজমহল।'

এই ঘৰবোৰৰ ফুলনিত ফুলি থকা পৰ্বতীয়া ফুলৰ সুবাস চাৰিওফালে বিয়পি পৰিছিল। আৰু পৃথিৱীখন বৰ মনোৰম ঠাই আছিল। এওঁলোক দুয়ো মুখ ঘূৰাই আকৌ এটা পদূলিৰ দলঙত বহি পৰিল. আৰু খালৰ পানীবোৰ চাবলৈ ধৰিলে। খালটো বাটৰ দাঁতিয়ে দাঁতিয়ে বৈ গৈছিল। পানীত এযোৰ ফটা জোতা সোঁতত নাচি বাগি উটি গৈছিল।

এখন দীঘলীয়া গাড়ী আহি তেওঁৰ ওচৰত ৰ'ল। তেওঁ চকু মোহাৰি চাৰিওপিনে চালে। হৰিশঙ্কৰ অদৃশ্য হৈ গৈছে। এইটো ১৯৪২ চন নহয়। তেওঁ ১৯৫৬ চনত দেৰাদুনত উপস্থিত আছিল! তেওঁ আকৌ চকু মোহাৰিলে। তেওঁ নিজৰ পদুলিত বহি আছে। গাড়ীৰ পৰা এজন সুসজ্জিত চৰ্দাৰজী নামি তেওঁৰ পিনে আহিল—

"আপুনি কাক লগ পাব খুজিছে?"

"মই...মই", তেওঁ বিমোৰ হ'ল। তেওঁৰ বুকু কঁপি উঠিল। চৰ্দাৰজীয়ে চাগে তেওঁক চোৰ বুলি ভাবিছে। যি তেওঁৰ ড্ৰয়িং ৰুমৰ পৰা ৰেডিঅ' চুৰ কৰাৰ অভিপ্ৰায়েৰে আহিছে। তেওঁ দ্বিতীয়বাৰ গেটত লগাই থোৱা মাৰ্বলৰ ফলকখন পঢ়িলে—

"নবাব তকী ৰজা বাহাদুৰ অব কল্যাণপুৰ।"

এইটো তেওঁৰ ঘৰ আছিল। তেওঁ দলঙৰ পৰা উঠি থিয় হ'ল। তেওঁৰ ডিঙি শুকাই গৈছিল। প্ৰমাণ স্বৰূপে তেওঁ বিক্ৰিৰ কাগজ-পত্ৰবোৰ উলিয়াই চৰ্দাৰজীৰ আগত থৈ দি সঙ্কোচেৰে হাঁহিলে।

"অ', আপুনি আপোনাৰ সম্পত্তিৰ সম্পৰ্কত আহিছে। আহক, বহক আপুনি।"

তেওঁ চৰ্দ্দাৰজীৰ সৈতে ফুলনিৰ বাটেদি যাবলৈ ধৰিলে।

"আপোনাৰ গুদাম ঘৰ সুৰক্ষিত হৈ আছে। আপুনি চাবি আনিছে?"

"হয়"।

ড্ৰয়িং ৰুমলৈ লৈ গৈ চৰ্দাৰজীয়ে তেওঁক চাহ খুৱালে। আৰু খাবৰ কাৰণে অনুৰোধ কৰিলে। চৰ্দাৰজী ৰাওলপিণ্ডিৰ নিবাসী আছিল আৰু ইয়াৰ বৰ ধনী ঠিকাদাৰ। ভালেমান পৰলৈকে তেওঁ নিজৰ পুৰণি দেশৰ কথা মনত পেলাই কন্দা-কটা কৰিবলৈ ধৰিলে। কামাল ভয়ত থিয় হ'ল।

"বক্সৰুম খুলিবলৈ কাইলৈ ৰাতিপুৱা আহিব পাৰিম নহয়?"

"নিশ্চয়। আপোনাৰ ঘৰ বুলিয়েই ভাবিব। চৰ্দাৰজীয়ে ক'লে আৰু নিজৰ গাড়ীত বহুৱাই তেওঁক থকা ঠাইত থলেগৈ।

ৰাতিপুৱা তেওঁ আকৌ খয়াবাঁলৈ আহিল। এতিয়া ৰ'দ দিছে। ফুলনিত

দুজনী যুৱতীয়ে খালী ভৰিৰে 'বেড্‌মিনটন' খেলিছে। চৰ্দাৰনীয়ে ম'হৰ দানা কৰাইছে। ভিতৰত ৰেডিঅ' বাজি আছে। শান্তিময় এক পৰিৱেশ। তেওঁ কাষৰ আলিয়েদি গুদাম ঘৰলৈ আহিল আৰু তলা খোলাৰ আগতে বাৰান্দাৰ খটখটীত বহি পৰিল।

তাত সেই খটখটীত বহি তেওঁ অনুভৱ কৰিলে তেওঁ কুৰি শতিকাৰ ভাৰতবৰ্ষৰ পৰা লুপ্ত হৈ যোৱা পৰম্পৰাৰ এজন ব্যক্তি আছিল।

সন্মুখৰ দেৱদাৰুৰ মাজেদি হাবিতলীয়া আলি গৈছে। তেওঁৰ পৰিয়ালৰ মহিলাসকলে ৰঙীণ ছাতি সামৰি সেই বাটেদি যাওঁতে তেওঁলোকক তুৰ্কী বা ইউৰোপীয়ান উপন্যাসৰ নায়িকা যেন লাগিছিল। কেতিয়াবা জাৰত যেতিয়া তেওঁ লক্ষ্ণৌৰ পৰা ইয়ালৈ আহে, মাজৰ কোঠালিৰ মজিয়াত ডাঠ দলিচা পাৰি দিয়া হয়। পাহাৰী খানচামা ফকীৰাই চাহৰ ট্ৰে লৈ চিমনিৰ কাষত থৈ দিয়ে। জাৰৰ নিশা কামাল আৰু তালাতৰ আগত কিতাপেৰে ঠাহ খাই থাকে। বৰং দিয়া কিতাপ, পৰীৰ সাধু, পুতলা আৰু মেকানো চেট্‌। কেতিয়াবা এই গুদাম খোলা হয়। তেতিয়া সকলো শিশুৰ দৰে তেৰোঁ অত্যন্ত কৌতূহলেৰে মাকৰ পাচে পাচে তালৈ যায়। কত ধৰণৰ ৰহস্যময় বস্তু ইয়াত বন্ধ কৰি থোৱা হয়। চন্দুক, পাচি, কাঁহী বাটি, শোটা, ডাঙৰ ডাঙৰ চাকি, পুৰণি কাকত, কিতাপ, চিঠিৰে ভৰা এটাচী কেচ, টোপোলা আদি।

জাৰৰ দিনত চকীবোৰ শিলৰ ওপৰত থৈ দেউতাই ধোঁৱা-খোৱা খায়। লিচু গছবোৰৰপৰা লাহে লাহে কুঁৱলীবোৰ আঁতৰি যায়। বনুৱাৰ ঘৰত ত্ৰিলোচন মালীয়ে কোঠালিৰ বেৰত এখন ডাঙৰ ৰঙীণ ছবি আঠা দি লগাই থৈছিল; ইয়াকে তাত দেখুৱা হৈছিল যে (যি মানুহে পৃথিৱীত বেয়া কাম কৰে, নৰকত তাৰ কি দশা হয়)। উদাহৰণস্বৰূপে এখন ছবি আছিল এটা মানুহে এটা লেৰেলা ম'হৰ পিঠিত কেইবা মোনো বোজা জাপি দি গাড়ী চলাই গৈ আছিল। একেখন ছবিত সেই মানুহটোক নৰকত এখন গাড়ীত লগোৱা হৈছিল আৰু দীঘল দীঘল জিভা উলিয়াই বান্দৰৰ নিচিনা যমদূতে চাবুক মাৰি মাৰি তাক চিঞৰি গৈছিল)। ৰোজী জামাদাৰনীৰ ছোৱালীয়ে ইংৰাজৰ তাত আয়াৰ কাম কৰিছিল। যেতিয়া চাহ দানীটো অলাগতিয়াল বাল্টিত ঢালি দিয়া হৈছিল, তাই চাহপাত খিনি তাৰপৰা উলিয়াই ঘাঁহনিত শুকুৱাইছিল আৰু তাৰে চাহ কৰি খাইছিল।

লক্ষ্ণৌৰ গোটেই দলটো তেওঁৰ লগত আছে। কাদীৰে সেউজীয়া বৰণৰ গৰম চাদৰখন গাত লৈ অতি আড়ম্বৰেৰে তিনি খুৱাৰ ভগা চকীখন নিজৰ কোঠালিৰ আগত পাৰি বহি থাকে। বাবুৰ্চি খানাৰ সন্মুখত কঠাল গছ আছিল। হুচেনৰ ঘৈণীয়েকে সদায় তাত থিয় হৈ কঠাল গণে।

কাঠৰ বস্তুবোৰত ৰঙা বৰণৰ কাপোৰ মেৰিওৱা আছিল—কুশৰ আসন, ৰঙা

আৰু ডাঙৰ দলিচা। সন্মুখৰ বাৰান্দাৰ বেৰত এখন ফ্ৰেম লগোৱা ছবি। তাত চিকাৰী কুকুৰে এটা প্ৰকাণ্ড হৰিণাৰ পাচ লৈছে। ড্ৰয়িং ৰুমৰ চিমনিৰ দাঁতিত গৰম কাপোৰৰ ওপৰত গুণাৰ কাৰুকাৰ্য্য কৰি সজাই থোৱা আছিল। আৰু তাত ৰূপৰ ফ্ৰেমত পৰিয়ালৰ মানুহৰ ছবি আছিল। কাষত পিতলৰ বাল্ব ষ্টেণ্ড আছিল। তাত তাল গছৰ টব' ৰখা হৈছিল। খোৱা কোঠাৰ মুখ ধোৱা ঘটীত সদায় কেঁচা পাত ভৰাই থোৱা হয়, য'ৰপৰা বৰ মিঠা মিঠা গোন্ধ আহে। ডিনাৰৰ সময়ত মেজখন বিশুদ্ধ ইংৰাজী কায়দাৰে সজোৱা হয়। 'ফিঙ্গাৰ বল'ত গোলাপৰ পাপৰি থাকে। বেহেৰাই সদায় নিয়ম অনুসৰি চাপকন পিন্ধি ৰুমালত ৰূপৰ 'বেজ' লগাই কঁকালৰ ছামৰাৰ পেটীত বান্ধি থয়।

জহকালিৰ দুপৰীয়া যেতিয়া গোটেই ঘৰ শুই নিঃপালি দিয়ে, কামাল মনে মনে বাহিৰলৈ ওলাই লিচু গছবোৰৰ ওচৰত বহে। তাত বৰ স্নিগ্ধতা আছিল। সকলোতে যেন এক মহান অমানৱীয় আলস্য বিৰাজ কৰিছিল। বৰ শান্তিপূৰ্ণ চিন্তাবোৰ মনলৈ আহে। দূৰৈৰ দেৱদাৰু গছত এটা চৰায়ে অবিৰাম চিঞৰি আছিল। 'মই শুইছিলোঁ! ...মই শুইছিলোঁ?' শুনা যায় এই চৰাইটো শিৱালক উপত্যকাৰ বাহিৰে আৰু আন ক'তো পোৱা নাযায়। ইয়াক কোনেও কেতিয়াও দেখাও নাই। পৰ্বতীয়া বন কৰা ল'ৰাবোৰে কয় যে যেতিয়া ভগৱানে পৃথিৱী সৃষ্টি কৰিছিল আৰু সকলোবোৰ প্ৰাণীক সিহঁতৰ ভাগ্য আৰু গুণ ভাগ কৰি কৰি দিছিল (যেতিয়া ম'ৰাচৰায়ে পাখি পালে, কুলিয়ে কণ্ঠস্বৰ আদি)। তেতিয়া ই ইয়াতে ক'ৰবাত শুই আছিল। এই কাৰণে এতিয়া গোটেই জীৱন বিনাই থাকে। তাৰ মাত যদি কাণ পাতি শুনা যায়, তেন্তে ভালকৈ শুনিবলৈ পোৱা যায় "মই শুইছিলোঁ।"

চৰ্দাৰনীয়ে খালী ভৰিৰে অনাহকত এটা কোঠালিৰ পৰা আনটো কোঠালিলৈ অহাযোৱা কৰিছিল। তেওঁ জোৰেৰে ভৰাল ঘৰৰ দুৱাৰখন বন্ধ কৰিলে।

কামালে খকমককৈ ১৯৩৫ চনৰ দেৰাদুনৰ পৰা উলটি আহিল।

খটখটীয়েদি উঠি তেওঁ জেপৰ পৰা চাবি উলিয়ালে। আৰু গুদাম ঘৰৰ দুৱাৰ খুলিলে। ভিতৰলৈ গৈ আলমাৰীবোৰ অনামনস্কভাৱে মেলিলে আৰু মাৰিলে। চন্দুকবোৰ চালে। তেওঁ বুজিব নোৱাৰিলে যে এইবোৰ বস্তুৰ কি হ'ব। তেওঁ সেই স্তুপটোলৈ চালে, যাক মানুহে নিজৰ সম্পত্তি বুলি কৈ সুখী হয়। এনেকুৱা ধৰণৰ বস্তুবোৰ এতিয়া গুলফিচা আৰু কল্যাণপুৰৰ বিৰাট ঘৰৰ কোঠালিত বন্ধ হৈ পৰি আছে। কোঠালিৰ মাজত অকণমান খালী ঠাই দ্বীপৰ নিচিনা হৈ পৰিছিল, তাত থিয় হৈ তেওঁ ভাবিলে এই সম্পত্তিৰ কাৰণে পৃথিৱীয়ে প্ৰাণ দিয়ে। এই সকলোৰে বিনিময়ত এখন হৰিণৰ ছাল—এখন হৰিণৰ ছাল। এতিয়া তেওঁ বুজিব পাৰিলে যে মানুহেনো সংসাৰ ত্যাগ কৰি হাবিলৈ যায় কিয়?

এইবাৰ তেওঁ উবুৰি হৈ বহি কাগজ পত্ৰ থকা চন্দুকটো খুলিলে। চাৰিওফালে কাকত, আলোচনী, কিতাপ আৰু পুৰণি ছবিবোৰ দ'ম খাই আছিল। তেওঁ চিঠি পত্ৰৰ এটা ভগা ছিগা এটাচী কেচ দাঙিলে। লেফাফাত আচৰিত আচৰিত মোহৰ আছিল—পাটনা, ১৯৩৩ চন, বিলাসপুৰ, ১৯২৮ চন, ভুপাল ১৯৪৭ চন, নাজানো এই চিঠিবোৰত কি আছে আৰু কোনে কোনে এই চিঠিবোৰ লিখিছিল এতিয়া তেওঁলোক ক'ত আছে আৰু কি কৰিছে। উদাহৰণ স্বৰূপে ৰাস বিহাৰী লালৰ চিঠি, এইখন ১৯৩৪ চনত পোলোভীতৰ পৰা আহিছিল, আৰু অস্পষ্ট উ র্দূ লিপিত লিখিছিল, সেই ভদ্ৰলোকজন কোন আছিল? 'শিৱ নন্দন পাণ্ডে, ৰাণীক্ষেত, আৰু মহম্মদ আহমদ অৱাচী মুন্সিফ, জিলা গোণ্ডা। তেওঁ মাটিত আঁঠু কাঢ়ি বহি পৰিল। তেওঁ চিঠি পত্ৰৰ বাকচটোৰ পৰা আঁতৰি আহি এটা আলমাৰীত ভেজা দিলে। দলিচাবোৰৰ তলত মকৰ্দ্দমা আৰু মাটিৰ ফাইলবোৰ হেঁচা খাই আছিল। চুন্নীবেগম মাহীৰ মীৰ মুৰ্গীৰ সৈতে বিবাহ বিচ্ছেদৰ সকলোবোৰ কাগজ পত্ৰ আৰু অৱধৰ এখন সচিত্ৰ ইতিহাস। এই কাগজ বোৰ ইমান হালধীয়া হৈ পৰিছে যে, হাত দিলেই টুকুৰা টুকুৰ হৈ জহি গৈছিল। প্ৰথম পৃষ্ঠাত হিজ হাইনেচ দি অনাৰেবল চাৰ মহাৰাজ দিগ্বিজয় সিংহ বাহাদুৰ, কে, চি, এচ, আই বলৰামপুৰ আৰু তুলসীপুৰ অৱধ 'ৰাজ্যৰ' অত্যন্ত পৰিহাসপ্ৰিয় লিখিত প্ৰতিচ্ছবি ছপা হৈছিল। আৰু তাত তেওঁৰ লেখনিৰ দ্বাৰা অতি ললিত শৈলীত লিখা এক ভূমিকা আছিল—

"সাধুটোৰ মতে নবাবে তেওঁৰ প্ৰতি দেখুওৱা অৱহেলাত হতাশ হৈ তেওঁ তেওঁৰ বুদ্ধিমান সঙ্গী সকলৰ উপদেশত অন্তিম পৰিণামৰ সম্বন্ধে গভীৰ ভাৱে চিন্তা কৰিলে। তেওঁ 'ভিক্ষু'ৰ দৰে গেৰুৱা বস্ত্ৰ ধাৰণ কৰি মৰাপাটৰ আসনৰ ওপৰত বহিল। নবাবৰ সঙ্গীসকলো তেওঁৰ লগত গ'ল। এই দৃশ্যই সকলোৰে দৃষ্টি আকৰ্ষণ কৰিলে। কোনো লোক-প্ৰবাদ দূৰ কৰিবলৈ নবাবৰ হকে আলি ইব্ৰাহিম খানলৈ এটি বাৰ্ত্তা পঠোৱা হ'ল যে সম্ৰাটৰ আদেশত...।"

কামালে দ্বিতীয় পৃষ্ঠা লুটিয়ালে—

"আৰু সেয়েহে মহান ইংৰাজ সকলে স্পষ্ট ভাৱে অনুমান কৰিব পাৰিলে যে তেওঁলোকৰ ভাৰত অধিকাৰ সেইদিনা সম্পূৰ্ণ হ'ল। এই পৰিস্থিতিৰ বিষয়ে তেওঁলোকে সকলো জানিছিল। এই মন্ত্ৰী পদটো নিজৰ হাতত ৰাখিব লাগিব, যাতে সিংহাসন অধিকাৰ কৰাটো সহজ হৈ পৰে। পৰৰ ঘৰত হঠাৎ প্ৰৱেশ নকৰিবা, যদিও যুগটো পাৰ হৈ গৈছে। এতিয়াহে সেই যুগৰ সত্যৰ পাতনি মেল খাইছে। জাতীয় সংহতি শেষ হ'ল। ভাৰতৰ সকলোবোৰ বন্তি নুমাই গ'ল।"

"মিৰ্জ্জা ৰজীৰ আলীখানৰ মৃত্যু হয় জুন মাহৰ ১৮১৬ চনত, তেওঁক কবৰ দিয়া হয় কলিকতাৰ ফাঁচী বাগত, য'ত টিপু চুলতানৰ পুত্ৰৰো সমাধি আছে।

তেওঁক ভাৰতবৰ্ষৰ মন্ত্ৰী বুলি জানিব পাৰি নগৰৰ মাত্ৰ কেইজনমান সৰ্বস্বান্ত মানুহ তাত উপস্থিত আছিল। কেইগৰাকীমান তেওঁলোকৰ ঘৰৰ সম্মুখত থিয় হৈ তেওঁৰ উদাৰতা আৰু নিঃসহায় অৱস্থাৰ কথা ভাবি দুখ প্ৰকাশ কৰিছিল। (ইংৰাজ বিষয়া) জনে সকলোবোৰ ইংৰাজক তেওঁলোকৰ তম্বুৰ বাহিৰত থাকিবলৈ আদেশ দিলে। ইংৰাজ সৈন্যবোৰে কবৰটোৰ কাষত পহৰা দিছিল। সেই সময়ত লক্ষ্ণৌৰ ৰেচীডেন্ট জন লিপ্স্‌ডন আছিল। জন চেৰী চাহাব, যাক সহকাৰী তফজ্জুল হুচেনে পাচত হত্যা কৰিছিল—তেতিয়া বাৰানসীত আছিল।"

"এবাৰ ৰাজকুমাৰ মুজফফৰ বখ্‌তে, মিৰ্জ্জা চুলেমানৰ পুত্ৰে সাধাৰণ বন্ধুৰ প্ৰতি থকা উৎসাহ আৰু প্ৰেমৰ কাৰণে লক্ষ্ণৌ অভিমুখে যাত্ৰা কৰিলে। দুখ, দুৰ্দ্দশাত পীড়িত লক্ষ্ণৌবাসী সকল তেওঁৰ লগত গৈছিল। লক্ষ্ণৌলৈ উলটি আহি তেওঁ অকৃতকাৰ্য্য হ'ল। তেওঁ চেলী বেগমক বিয়া কৰালে। জেনেৰেল মাৰ্টিনৰ পূৰ্বৰ পত্নীবোৰক ৰাখি ল'লে। তেওঁ তেওঁলোকৰ বৃত্তিৰ ওপৰতে বাস কৰিলে। গোৰী বেগমৰ মৃত্যুৰ পাচত তেওঁ তেওঁৰ ঘৰত থাকিবলৈ ল'লে।"

"কৰ্ণেল ভিবুৰা চাহাব, মিঃ ফ্ৰেল চাহাব আৰু মৌলবী মহম্মদ ইস্মাইল লণ্ডন অভিমুখে ৰাওনা হ'ল। তেওঁ যে দূত আছিল তাৰ প্ৰমাণ পত্ৰবোৰ চতুৰ্থ জৰ্জ্জৰ ওচৰত সমৰ্পণ কৰিলে।"

কিতাপখন তেওঁ আকৌ পাচিটোত পেলাই দিলে। তেওঁৰ হাতত যি ধূলি লাগিল, তাক তেওঁ ক্ষন্তেক উদাস দৃষ্টিৰে চাই ৰ'ল। ভালেমান সময়লৈকে তেওঁ নিজৰ হাতখন নমচিলে।

এই বস্তুবোৰ ক লৈকো নাযায়। এইবোৰ বস্তুক নিজেই আটক হৈ থাকিবলৈ দিয়া, তেওঁ মনে মনে ক'লে। গুদামৰ পৰা ওলাওঁতে তেওঁ এখন বিছ বছৰৰ আগৰ পুৰণি গ্ৰুপ ফটো মাটিৰ পৰা বুটলি ললে। তাত তেওঁৰ স্বৰ্গীয় বৰদেউতাকে ফুলৰ মালা পিন্ধি মাজত বহি আছিল। এইখন কোনো জিলাৰ পৰা বিদায় লওঁতে তোলা গ্ৰুপ ফটো আছিল। ইয়াত বহুতো ডেপুটী কলেক্টৰ আৰু উকীল শাৰী পাতি বহি আছিল। পাচঁপিনে ডাঙৰ ডাঙৰ দুৱাৰ থকা বাৰান্দা। ছাক্সেনা চাহাব, ৰিজৱী, ঠাকুৰ ৰাম নাৰায়ণ চাহাব আৰু মচুদুল হুছেন চাহাব— এওঁলোক কেনেকুৱা আচৰিত ধৰণৰ মানুহ আছিল—সৰল, সুশীল, আৰু সাধু। হয়তো এওঁলোকৰ কোনেও প্ৰতাৰণা কৰিব নাজানিছিল। উন্নতালি কৰাটো এওঁলোকৰ আনন্দৰ সাধন নাছিল। ছলনা, আৰু চাৰিশ বিছ ধাৰাৰ বিষয়ে এই মহাপুৰুষসকল অজ্ঞ আছিল। এওঁলোকৰ বিশেষ ধৰণৰ নিজস্ব আনন্দ আছিল, ঘাই আনন্দবোৰ হৈছিল—কবি সন্মিলন, মকৰ্দ্দমা কৰা, চিকাৰ কৰা আৰু শাস্ত্ৰীয় সঙ্গীত সন্মিলনত যোগ দিয়া। কিমান শান্তিৰ জীৱন যাপন কৰি গ'ল এওঁলোকে।

তেওঁৰ এওঁলোকৰ আমোদৰ কথা মনত পৰিল। ৰিজৱী চাহাবৰ গোলাপী

জামুলৈ বৰ ঘিণ আছিল। তেওঁৰ আগত গোলাপী জামুৰ পাচি থলে তেওঁ 'হে ঈশ্বৰ', "হে ঈশ্বৰ" বুলি চিঞৰ-বাখৰ কৰিছিল। ঠাকুৰ চাহাবে পেটাল পেটত টনটনীয়াকৈ পেটী বান্ধিছিল।

মেৰঠত দ্বিতীয়াৰ জোন চাবলৈ যোৱাৰ ভ্ৰমণ তালিকা কৰা হৈছিল। দুৱৰীহঁতে মেলাৰ সম্বন্ধে আলোচনা কৰিছিল। খুলশালি আৰু ভনী-জোঁৱাইৰ মাজত তৰ্ক যুদ্ধ লাগিছিল। কিমান শান্ত সমাজ আছিল তেওঁলোকৰ। কামালে এই ছবিখন চাবলৈ ধৰিলে। আমি কিদৰে তেওঁলোকৰ পৰম্পৰাৰ পৰা নিজক অধিক উপযুক্ত কৰিলোঁ? বেচেৰা বুঢ়া, মই তোমাৰ ওচৰত লজ্জিত, মই তোমাক নিজৰ মুখ দেখুৱাব নোৱাৰোঁ। মই মোৰ মুখ ঢাকি দূৰলৈ পলাই গৈছোঁ। খোদা হাফিজ ! তেওঁ গ্ৰুপফটোখন লাহেকৈ গুদামৰ মজিয়াত পেলাই দিলে আৰু তলা মাৰি বাহিৰলৈ ওলাই আহিল।

দেৱদাৰু গছৰ চৰাইটোৱে একেৰাহে চিঞৰি আছিল "মই শুই আছিলোঁ।" হেৰ. তই শুইছিলি যদিনো কি হানি হৈছিল ! কামালে বিৰক্ত হৈ মনে মনে ক'লে। সাৰে থকা হ'লেনো প্ৰজাপতিয়ে তোক কি সোণৰ সোলেংটো দিলে হেঁতেন। কিন্তু পশ্চাতাপৰ অনুভূতি আৰু পৰাজয়ৰ পৰাই যে নিজৰ মহত্বৰ অনুভূতি হয়। আপুনি নো কি পদাৰ্থ? কামাল ৰজা, স্লিল এচলে আৰু গৌতম নীলাম্বৰ ! যি নানা ধৰণৰ অবিনীত আচৰণ কৰাৰ চেষ্টা কৰে।

দিল্লী ষ্টেচনত বৰ ভিনিহীয়েকে তেওঁৰ কাৰণে অপেক্ষা কৰিছিল। তেওঁৰে সৈতে বেলা বোডলৈ আহিল। বাৰান্দাত থিয় হৈ লাজে বাট চাই আছিল। তেওঁ তেওঁক সাবটি কান্দিবলৈ ধৰিলে। "নাযাবা কমন ! নিৰ্ম্মল স্বৰ্গবাসিনী হ'ল। শঙ্কৰ সদায় বাহিৰত থাকে—তুমি পাকিস্তানলৈ গুচি গলা।" কান্দি কান্দি লাজৱতীৰ উশাহ বন্ধ হৈ গ'ল।

তেওঁ মনে মনে বহি থাকিল, "কিয় কান্দিছা" ? তেওঁ লাহেকৈ ক'লে, "নাকান্দিবা"। তেওঁৰ ৰেল আবেলি অমৃতসৰলৈ যাব। তেওঁ অতি সোনকালে লাজৱতীৰ ঘৰৰ পৰা পলাব খুজিছে। খোৱাৰ পাচত তেওঁ ভিনিহীয়েকেৰে সৈতে নতুন দিল্লীলৈ যাবলৈ ওলাল।

হেৰা, গৌতমক ফোন কৰি লোৱা। সি চণ্ডীগৰলৈ গৈছিল, হয়তো ঘূৰি আহিছে," ভিনিহীয়েক ক'লে।

কামালে অনিচ্ছাৰে টেলিফোন ডাইৰেক্টৰীখন তুলি ললে আৰু পাত লুটিয়াবলৈ ধৰিলে। নিৰুলা, হৰিশ্চন্দ্ৰ, নাৰায়ণ, এম, জে, নীলাম্বৰ, গৌতম, তেওঁ নম্বৰ ডায়েল কৰিলে।

"হেল্লো ! গৌতম, বাঃ! তুমি ইয়াতে আছা ? মূৰ্খ ক'ৰবাৰ"। তেওঁ অনেক চেষ্টাৰে নিজক সহজ কৰি আনন্দৰ সুৰত কথা আৰম্ভ কৰিলে। "হেৰা বন্ধু—আজি ৰাতিপুৱা দেৰাদুনৰ পৰা—কি ? এৰা, ঢাকাৰ পৰা লক্ষ্ণৌলৈ

আহিছোঁ। এৰা অপ্পীয়ে তোমালৈ শুভেচ্ছা পঠাইছে! ভালে আছোঁ। সকলো ভালে আছে……মোক এৰিব। কি কৈছা, মই? একো নহয় মই কৈছোঁ, ময়ো বৰ পয়োভৰেৰে থাকোঁ আজিকালি। নামী, অনামী সকলোৰে বাতৰি কম? সোধা, কাঁদীৰ আৰু কমৰুন? বাঃ! খুব মনত আছে তোমাৰ—তোমাৰনো কি বস্তুলৈ মনত নাইহে? সকলো মনত আছে? তোমাৰ স্মৃতিশক্তি বৰ প্ৰৱল। ঈশ্বৰে ৰক্ষা কৰক। এযুগ হ'ল, কাদীৰ মিৰ্জ্জাপুৰলৈ উলটি গ'ল। মটৰ কাহানিবাই বেচা হ'ল। কিয় বেচিলে? হেৰা, ইয়াত যে জীৱনটোৱেই বিক্ৰি হৈ গ'ল। তুমি এখন মটৰৰ কথা ভাবিছা? তুমি বিক্ৰি হোৱা নাই? এৰা, এৰা, মই কেতিয়া কৈছোঁ! মই মাথোঁ নিজৰ কথা কৈছোঁ। মই নিজক বেচি পেলালোঁ। ভাল দাম পাইছিলোঁ। বহনিৰ সময় আছিল।

আৰু সোধা, কাৰ কাৰ বাতৰি দিব লাগে; ছুট্‌কী, ৰামদৈয়া? হায় খোদা! ছুট্‌কীলৈ তোমাৰ এতিয়াও মনত আছে? সেই দুখুনীজনী পৃথিৱীৰ পৰা গুচি গ'ল। এৰা, বৰ দুখ লাগিল, কেনেকৈ? বাৰিষাত 'গুলফিচা'ৰ শুকান বাগিচাত ঘাঁহ খুচৰিছিল, সাপে কামুৰিলে। এৰা, কেইবা বছৰো হৈ গ'ল, তাই মৰাৰ। গঙ্গাদীনে আজিকালি ক'ৰবাত মধ্যপ্ৰদেশত ট্ৰেক্টৰ চলাইছে, অপ্পীয়ে কৈছে যে সি হেনো আই, এ, পাছ কৰিলে। ইয়াকে আচল উন্নতি বোলে। গঙ্গাদীনৰ অৱস্থাৰ কথা শুনি মই বৰ সুখী হৈছোঁ, আৰু কথা কম? নহয়, মই তোমাক লগ পাব নোৱাৰোঁ। মোৰ সময় নাই। তোমাৰ আলোচনা সভাখন তিনি বজাত শেষ হ'ব। তাৰ পাচত তুমি মোৰ কাৰণে অপেক্ষা কৰিবা—আল্পচত? কি কৰিবা—অপেক্ষা কৰি। নহয়, মই তত্বাধিনায়কক লগ পাবলৈ যাওঁ। "পী ব্লক—ইয়াৰ পাচত—বাৰু চাবা, যাবলৈ চেষ্টা কৰিম। কিন্তু মোৰ কাৰণে বৰকৈ অপেক্ষা কৰি নাথাকিবা—বাৰু, চো লঙ্গ।"

কামালে টেলিফোন বন্ধ কৰিলে। লাজৱতী দুৱাৰমুখত থিয় হৈ আছিল। "বাবু, এতিয়া মই আহিছোঁ।"

"সোনকালে আহিবা।"

"বাবু, বাবু।"

"তোমাৰ জলপানৰ কাৰণে কি কৰিম?

"সদায় যিবোৰ কৰা, সেই বোৰেই।" তেওঁ অলপ ৰুষ্ট হৈ ক'লে।

"তুমি ইয়াত নিজৰ বাই ভনীৰ চেনেহৰ ফান্দ পাতিছা। ইয়াৰ দ্বাৰা জানো মোৰ অন্তৰ কুমলিব, নাইবা মোৰ ভৰি শিথিল হ'ব। মই সবল হৈ আছোঁ। মই বুঢ়া হৈছোঁ। মোৰ মাজত অপসৰণ, সমতা আৰু শান্তি আছে।" তেওঁ মনে মনে ক'লে।

তেওঁ যমুনা ৰোডৰ পিনে ওলাল। কনাট প্লেছ পাই অপৰিচিতৰ দৰে ঘূৰি ফুৰিবলৈ ধৰিলে। মটৰবোৰ, সমৃদ্ধ সন্তুষ্ট মানুহবোৰ, ব্যস্ত বেপাৰী, জাকজমক

দোকানবোৰৰ মাজত থিয় হ'বলৈ তেওঁৰ বৰ ভয় লগিল। তেওঁৰ এইটোও মনত পৰিল যে যোৱাৰ আগতে তেওঁ চিভিল লাইনৰ থানালৈ গৈ সূচনা দিব লাগিব যে তেওঁ ভাৰতৰ পৰা উলটি গৈছে। ভাদ মাহৰ ৰ'দ চেৰেঙ্গা বৰ চোকা আছিল। তেওঁ কৰাচীলৈ উলটি যাব খুজিছে। তেওঁ ঠিক কৰিলে যে তেওঁ আৰু ভাৰতলৈ কেতিয়াও নাহে।

"সৌৱা, চোৱা, সন্মুখেদি কোন আহিছে?" তেওঁ ডাক্তৰ হেন্স ক্ৰোমানক দেখি কৃত্ৰিম উল্লাসেৰে ক'লে। মনে মনে প্ৰসন্নও হ'ল যে পৰ্বতৰ নিচিনা দুপৰীয়াটো তেওঁৰে সৈতে কোনোমতে কটাব পৰা যাব।

"হেল্লো, হেল্লো! মাই ডিয়েৰ বয়! ডাক্তৰ হেন্স ক্ৰোমাৰে হাত বঢ়াই ক'লে "কি বিচিত্ৰ সংযোগ!"

তেওঁৰ লগত সূচনা বিভাগৰ এজনী ছোৱালী আছিল। তেওঁ গম্ভীৰ ভাৱে কামালৰ নমস্কাৰৰ উত্তৰ দিলে।

"মই ডাক্তৰক ৰাষ্ট্ৰীয় সংগ্ৰহালয়লৈ নিব খুজিছোঁ। আপুনিও ব'লক, অৱশ্যে আপোনাৰ যদি কোনো কাম নাথাকে।" ছোৱালীজনীয়ে কামালক সম্বোধন কৰিলে; তেওঁৰ নাম সম্ভৱ কুমাৰী অৰুণা বাজপেয়ী আছিল। কামালে চকু জপালে। যদি নিৰ্ম্মলা জীয়াই থাকিলহেঁতেন, তেন্তে তেৰোঁ আজি এনেকুৱা কামত ব্যস্ত থাকিলহেঁতেন। "এৰা, নিশ্চয়, নিশ্চয়," তেওঁ উত্তৰ দিলে।

'ব্ৰডকাষ্টিং হাউচ'ৰ পৰা আৰু দুজন ইউৰোপীয়ান বুদ্ধিজীৱীক লগত লৈ তেওঁলোক ৰাষ্ট্ৰপতি ভৱনলৈ গ'ল। ডাক্তৰ হেন্স ক্ৰোমাৰ আৰু তেওঁৰ লগৰীয়া এই পৃথিৱীৰ অধিবাসী আছিল, য'ত কিছুদিনৰ আগতে স্বয়ং কামালো সন্মিলিত আছিল। তেওঁলোকৰ জীৱনতকৈয়ো আশা অধিক আছিল। আৰু বস্তুৰ মাজত ৰহস্যৰ সন্ধান পাইছিল। তেওঁলোকৰ অন্তৰত জ্ঞানৰ বাহিৰেও বিবেক আছিল। বুদ্ধ জয়ন্তী উপলক্ষে তেওঁলোক ভাৰতৰলৈ আহিছিল আৰু শ্ৰীনগৰৰ এখন 'হাউচবোটত' থাকি ভাৰতীয় মূৰ্তি কলাৰ সম্বন্ধে এখন কিতাপ লিখিছিল। তেওঁলোকক লগ পাবলৈ তেওঁলোকৰ দৰেই অন্যান্য বিদেশী আৰু স্থানীয় বুদ্ধিজীৱী লোকসকলে তেওঁলোকৰ ওচৰলৈ আহে। তেওঁলোকে হাত মোহাৰি থাকে, মাটিত দলিচা পাৰি তাৰ ওপৰত কুচন দি দিয়ে আৰু তেওঁলোকলৈ সেউজীয়া চাহ তৈয়াৰ কৰে।

ৰাষ্ট্ৰপতি ভৱনৰ খটখটী পাই ডাক্তৰ হেন্স ক্ৰোমাৰে হাত মোহাৰি ওপৰলৈ চালে আৰু সোণৰ সিংহৰ তলত লিখা "সত্যমেৱ জয়তে" ডাঙৰকৈ পঢ়িলে। 'সত্যৰ জয় হয়', তেওঁ কামালৰ কাৰণে তাৰ অনুবাদ কৰিলে। তাৰ পাচত তেওঁলোক আটাই কেইজন কুমাৰী অৰুণাৰ পথ প্ৰদৰ্শনৰ ভিতৰত সোমাই গ'ল। ভূতপূৰ্ব ভাইচৰয়ৰ ৰাজকীয় ভৱনত বৰ শীতলতা আছিল। যি বাহিৰৰ চোকা ৰ'দৰ তুলনাত অত্যন্ত শান্তিপ্ৰিয় যেন লাগিছিল। প্ৰাচীন কাল আৰু

মধ্যযুগৰ মূৰ্ত্তিবোৰে ক'মালক নিজৰ জ্যোতিহীন নেত্ৰেৰে চাবলৈ ধৰিলে। ডাক্তৰে এটা এটা মূৰ্ত্তিৰ সন্মুখত থমকি ফৰাচী বা জাৰ্ম্মান ভাষাত নিজৰ মত প্ৰকাশ কৰিলে। এঠাইত মহাত্মা বুদ্ধৰ সৌম্য, প্ৰাচীন মূৰ্ত্তি স্থাপন কৰা হৈছিল। তাৰ পৃষ্ঠভূমিত যেন ডাঠ ৰঙা বৰণৰ মখমলৰ পৰ্দ্দাৰ জলপ্ৰপাত বৈ গৈছিল। কামাল কাঠৰ খটখটীত গৈ বহি পৰিল।

"এইটো অস্থায়ী সংগ্ৰহালয়।" তেওঁৰ ওচৰলৈ আহি কুমাৰী অৰুণাই ক্ষমা বিচৰাৰ ভঙ্গিত ক'লে 'আমাৰ ৰাষ্ট্ৰীয় সংগ্ৰহালয় আমাৰ প্ৰাচীন পৰম্পৰা অনুসৰি হ'ব, তাৰ নিৰ্ম্মাণ হৈ আছে।"

"হয়, নিঃসন্দেহে," কামালে উত্তৰ দিলে। এবছৰৰ আগতে তেওঁ নিজে এই দিল্লীত টমৰে সৈতে এনে ধৰণৰ কথা-বতৰা পাতিছিল।

"আহক, এইফালে যাওঁ—আপুনি আমাৰ মোহনজোদৰোৰ প্ৰাচীন সভ্যতাৰ নৰ্ত্তকীজনী দেখিছে জানো?',

কুমাৰী অৰুণাই তেওঁক মাৰ্ব্বলৰ গেলেৰীত ঘূৰাই ফুৰালে–'চন হোদড়ো, মোহন জোদড়ো, স্বাত উপত্যকা, হড়প্পা, তক্ষশিলা, ৰোপৰ—

"এতিয়া আমি আধুনিক যুগৰ কাষ চাপিছোঁ।" তেওঁ এঠাইত বৈ ক'লে, "এইটো শিল চাওক,' এই অশ্বমেধ খৃষ্টপূৰ্ব্ব তৃতীয় শতিকাত, দেৰাদুনত আয়োজন কৰা হৈছিল। এইবোৰ অহিচ্ছত্ৰৰ* মূৰ্ত্তি। তেওঁ ঘূৰি হেন্স ক্ৰোমাৰক ক'লে।

যাওঁতে যাওঁতে তেওঁলোক এজনী ছোৱালীৰ মূৰ্তিৰ সন্মুখলৈ আহিল। ই অপ্ৰচলিত শৈলীৰ আছিল। "এইয়া শ্ৰাৱস্তী খান্দোতে এই বছৰ ওলাইছে। "ছোৱালীজনী কদমগছৰ ডাল দোঁৱাই গছৰ গাত আঁউজি থিয় হৈ আছিল। "ৰঙা মাটিৰ এই মূৰ্ত্তিৰ সময় সম্ভৱ খৃষ্টপূৰ্ব্ব চতুৰ্থ শতিকাৰ।" ডাক্তৰ হেন্স ক্ৰোমাৰে নিজৰ পাণ্ডুলিপি উলিয়াই পেছোৱাৰ (পুষ্প নগৰ)ৰ পুৰাতত্ব বিদৰ ভঙ্গিত তেওঁৰ ফৰাচী বন্ধুজনক ক'লে।

তেওঁলোকে চেঁচা মজিয়াত মূৰ্ত্তিৰ আগত বহি পৰিল। মূৰ্ত্তিৰ অঙ্কনত শক্তি আছিল জীৱনৰ অৰুণিমা আৰু উষ্ণতা। জীৱনৰ কল্পনাৰ সলনি সাক্ষাৎ জীৱন, ধৰিত্ৰীৰ নিজা সৃষ্টি।

তেওঁৰ বাহু দুটা বেচ্ সবল যেন লাগিছিল, চকু দুটা বৰ ডাঙৰ ডাঙৰ, দেহ দৃঢ় আৰু সুডোল, আকৃতি আৰু আকাৰ আৰু সন্তুলন শান্ত, মৃদুল আৰু গতিময় অনুভূতিৰ পূৰ্ণ সংমিশ্ৰণ। "এক ৰোমাঞ্চকাৰী সৌন্দৰ্য্য শিলত মূৰ্ত্ত হৈ উঠিছে, মধুৰ, দৃঢ়, ভয়ানক!" মচিয়' ৰাৱলেই ডবলিউ, বী ইটচৰ শৈলীত ক'লে :

"ভাবী শিল্পকাৰৰ চিন্তাধাৰাৰ সূত্ৰপাত ইয়াৰ পৰাই হৈছে।" "ডাক্তৰ

---

+ অহিচ্ছত্ৰ—দক্ষিণ পাঞ্চাল. যাক অৰ্জ্জুনে জিনি দ্ৰোণাচাৰ্য্যক গুৰু দক্ষিণাত দি দিছিল।

ক্রোমাৰে ক'লে—"এইয়া যে মথুৰাতকৈ আগৰ নিদৰ্শন। এতিয়া আমি এই কলাৰ ইতিহাসৰ সম্বন্ধে অনেক মতৰ পৰিৱৰ্তন কৰিব লাগিব।"

"সেই যুগৰ কলাকাৰৰ সন্মুখত চাগে এই সমস্যা আছিল যে বিচাৰ মাথোঁ সঙ্কেতৰ দ্বাৰা দেখোঁতা জনৰ কাষলৈ নিয়া হয়। এই দৃষ্টি কোণে বৈদিক যুগৰ পাচত মূৰ্ত্তি পূজা প্ৰসাৰিত কৰিলে।" অৰুণাই অভিমত দিলে।

ৰূপ আৰু অৰূপ তথা ভাৱ আৰু অভাৱৰ সম্বন্ধে তেওঁ যি অলপ জানিছিল, এতিয়া তেওঁ কাক ক'ব? এই সকলবোৰ জ্ঞানৰ এতিয়া তেওঁৰ প্ৰয়োজন নাই—কামালে ভাবিলে। এই আচৰিত মূৰ্ত্তিৰ মাজত তেওঁৰ কাৰণে একো বতৰা নাই।

"বেদান্তৰ অনুসৰি বিশুদ্ধ সৌন্দৰ্য্য সম্বন্ধীয় প্ৰয়োগত নিৰপেক্ষ আনন্দ আছে", 'মচিয়' ৰাৱলে ক'লে, "ই বিদ্যুতৰ দৰেই অখণ্ড বস্তু। ইয়াক বিভাজন কৰিব নোৱাৰি। ই স্বয়ং প্ৰকাশ পায়—অৰ্থাৎ স্বয়ং প্ৰকাশমান হয়। যিদৰে কলাকাৰৰ কল্পনা বিশ্বকৰ্ম্মাৰ কল্পনাত নিহিত হৈ আছে, সেইদৰে দেখোঁতাৰ আত্মাও নিজৰ মাজত সমাহিত হৈ আছে। ই সকলো সময়তে দেখে আৰু ইয়াৰ স্বৰূপ সমস্ত দৃষ্টিৰ উদ্দাম বিশ্বৰূপ ৰূপং—ৰূপং প্ৰতিৰূপ বেদান্তৰ এই দৃষ্টি কোণৰ সম্বন্ধে তোমাৰ কি মত? তোমাৰ এই মূৰ্ত্তি ভাল লাগেনে নাইবা তুমি মথুৰা শৈলীৰ প্ৰাধান্য দিয়া?" 'মচিয়' ৰাৱলে কামালৰ পিনে ঘূৰি চাই সুধিলে. "বুভুক্ষিতং ন প্ৰতিভাতি কিঞ্চিতং * সৌন্দৰ্য্য আৰু ব্ৰহ্মজ্ঞানৰ এনেকুৱা সূক্ষ্ম আলোচনা মোৰ ক্ষমতাৰ বাহিৰত."—কামালে উত্তৰ দিলে। তেওঁৰ স্বৰৰ সীমাহীন কটুতা আৰু উদাসীনতাত সকলো চমকি উঠিল।

"এওঁ কমিউনিষ্ট"। ডাক্তৰ ষ্টীৱৰ্টে ভাবিলে, "এওঁৰ নৈৰাশ্যৰ কাৰণনো বাৰু কি হ'ব পাৰে? কুমাৰী অৰুণাই ভাবিলে. যি আমেৰিকাৰ পৰা মনোবিজ্ঞানত ডক্টৰেট লৈ আহিছে, তেওঁ মূৰ তুলি কামালক চালে আৰু চিন্তা কৰিলে. এজন শিক্ষিত ল'ৰা আৰু দেখাতো কিমান ধুনীয়া।" আপুনি সংস্কৃতো পঢ়িছিল?" তেওঁ প্ৰশংসা সূচক কণ্ঠেৰে সুধিলে। একালত পঢ়িছিলোঁ অলপ," কামালে সংক্ষিপ্ত ভাৱে উত্তৰ দিলে।

এইবাৰ তেওঁ ঘড়ী চালে। তত্বাৱধায়কক লগ পাবৰ সময় ওচৰ চাপি আহিল।

কামালে মূৰ্ত্তিৰ বেদীত হাত থৈ থিয় হ'ল। মূৰ্ত্তিৰ শিল শীতল আছিল—শিল যি সময়হীন বিক্ৰম ( timeless become )ৰ প্ৰতীক স্বৰূপ। বৰ্ত্তমানৰ প্ৰবাহ ইমান শক্তিশালী যে যিবোৰ পাত আগৰ কল্পৰ পৰাই উটি আহিছে. এতিয়া সেইবোৰ আহি বোকাত লাগি ধৰিছে। তেওঁ মনে মনে ভাবিলে।

* ভোকাতুৰ লোকৰ কোনো বস্তু ভাল নালাগে।

সেই কাৰণেহে মই কৈছোঁ যে এখন কোৰ লৈ এই পাতবোৰ, এই অলাগতিয়াল বস্তুবোৰ পৰিষ্কাৰ কৰি পেলোৱা। আজিকালি মই চাফ কৰাত লাগিছোঁ। মস্তিষ্কৰ, অন্তৰৰ, বুদ্ধিৰ স্প্ৰিং ক্লীনিং (বসন্ত ঋতুত ঘৰ পৰিষ্কাৰ কৰা)। অতীতৰ সম্বন্ধ মই চিঙি পেলাইছোঁ।

তেওঁ সেই ইউৰোপীয়ান বিশেষজ্ঞক ক'ব খুজিলে। আকৌ তেওঁ মূৰ্ত্তিৰ ফালে ঘূৰিলে 'এই কাৰণেই, শ্ৰাবস্তীৰ সুদৰ্শন যক্ষিণী'! যিয়েই তোক সাজিছিল, তেওঁ নিজৰ বতৰা মোৰ ওচৰলৈ পঠাব নোৱাৰিলে। তোৰ স্ৰষ্টাই এতিয়া মোৰ সৈতে সহযোগিতা নকৰিব। মই ৰূপ আৰু অৰূপৰ বিবাদত সোমাবলৈ অসন্মত হৈছোঁ। এই ৰাষ্ট্ৰীয় সংগ্ৰহালয় সমগ্ৰ অতীতৰ সৈতে, সমগ্ৰ ভাৰতৰ সৈতে, মই কুমাৰী অৰুণা বাজপেয়ীক গতালোঁ।'

তেওঁ তাৰপৰা আগ বাঢ়িল আৰু লাহে লাহে গৈ গেলেৰী পাৰ হ'বলৈ ধৰিলে। ইউৰোপীয়ান বিশেষজ্ঞৰ কথা তেওঁৰ কাণত পৰিল—"হায়! আমি যদি জানিলোহেঁতেন যে সেই মূৰ্ত্তিকাৰৰ কি নাম আছিল, যি জনে এই মূৰ্ত্তি সাজিছিল। কিন্তু এই বিচিত্ৰ দেশত ইতিহাসৰ কোনো মহত্ব নাই।" ডাক্তৰ ক্ৰোমৰে কৈ আছিল "ঘটনাই একো মহত্ব নুসূচায়। কিংবদন্তিবোৰ হৈছে বাস্তৱিক। সময়ৰ ব্যৱধানে একো মহত্ব নাৰাখে। ক্ষণ হৈছে চিৰন্তন। আৰু মানৱ—অজ্ঞাত। তেওঁৰ ৰচনাবোৰ, কলাকৃতি সমূহ আৰু সাহিত্যকো অনন্তৰ এই সাগৰত কোনো পৃথক স্থান দিয়া নহয়।"

এৰা, মচিয়' ৰাৱলে ক'লে—'মানুহ যেতিয়া মৰি যায়, তেতিয়া তেওঁক পুৰি পেলোৱা হয়, কিয়নো তেওঁৰ ঐতিহাসিক নিগূঢ়তা একো নাই।"

"একো সঙ্কটে ভাৰতীয় বুদ্ধিমত্তাত প্ৰভাৱ পেলাব নোৱাৰে, কাৰণ সঙ্কটো কালৰ অধীন। ভূত, ভৱিষ্যত, নাশ, অনশ্বৰতা—কাৰো অস্তিত্ব নাই। এতেকে এই শৰীৰক পুৰি পেলোৱা। কিয়নো ই এতিয়া বৰ্ত্তমানৰ ভিতৰত সন্মিলিত হৈ থকা নাই।" ডাক্তৰ ষ্টীৰ্‌টে ক'লে।

"এই কাৰণে পূৰ্বৰ কলাকাৰ সকলে নিজৰ নাম অঙ্কিত কৰাৰ আৱশ্যকতা কেতিয়াও দেখা নাছিল। হায়! আমি এই মূৰ্ত্তিকাৰৰ সম্বন্ধে কিবা জনা হ'লে?" ডাক্তৰ ক্ৰোমাৰে চাৰিওপিনে চাই ক'লে—"ইয়াত কিমান মাইকেল এঞ্জেলো শান্তিৰে হাঁহি ধেমালি কৰি অজানিতভাৱে মৰি গৈছে।"

কামাল গেলেৰীৰ পৰা বাহিৰলৈ ওলাই আহিল।

"এই অনুভূতিৰ স্বয়ং আমিয়েই কাল।" মচিয়' ৰাৱলে কৈ আছিল।

"বিস্তাৰৰ অনুভৱ কৰা হয়। সময়ক মাথোঁ চিন্তা কৰা যায়।" ডাক্তৰ ক্ৰেমোৰে কৈ গৈছিল। কামালে খটখটী পাৰ হৈ বাহিৰৰ ৰঙা সৰু শিল-গুটিৰে ভৰা বহল বাটটোলৈ আহিল আৰু পী. ব্লকৰ ফালে গুচি গ'ল।

তত্বাৱধায়কৰ সৈতে বহুতো আলোচনা কৰাৰ পাচত তেওঁ গৌতম নীলাম্বৰক

লগ পাবলৈ 'আলপ'চ' লৈ নগ'ল। তেওঁ ফোনেই লাজৰ ঘৰলৈ আহিল আৰু লাজক ক'লে "যদি মোৰ ফোন আহে, তেন্তে কৈ দিবা যে মই এতিয়াও উলটি অহা নাই।" তাৰ পাচত তেওঁ কোঠালিৰ দুৱাৰ বন্ধ কৰি ষ্টেচনলৈ যোৱাৰ সময়লৈকে শুই থাকিল।

গৌতম ৰেষ্টোৰাঁত এঘণ্টা পৰ কামালৰ প্ৰতীক্ষা কৰিলে। তেওঁ কেইবা ঠাইলৈকো ফোন কৰিলে। যেতিয়া কামালৰ ফালৰ পৰা একো খবৰ নাপাই নিৰাশ হৈ পৰিল, তেতিয়া তেওঁ নিজৰ অফিচলৈ উলটি আহিল। বুদ্ধ-জয়ন্তী উপলক্ষে চৰকাৰে খুব প্ৰচাৰ চলাইছে। চাকি জ্বলালৈকে অফিচত ব্যস্ত হৈ থাকিব লগা হৈছে। এটা অতি প্ৰয়োজনীয় ফাইলৰ কাৰণে তেওঁ 'নম্বৰ দুই' কুমাৰী অৰুণা বাজপেয়ীক ফোন কৰিলে। জানিব পৰা গ'ল যে কুমাৰী অৰুণা বাজপেয়ীয়ে ডাক্তৰ হেন্স ক্ৰোমাৰক লৈ ৰাষ্ট্ৰীয় সংগ্ৰহালয়লৈ গৈছে।

"কি আচৰিত কথা।" তেওঁ খঙেৰে ক'লে। কামালক লগ নোপোৱাৰ কাৰণে তেওঁ বৰ ব্যগ্ৰ হৈ আছিল। তেওঁৰ এই দেশৰ ওপৰত, নিজৰ ওপৰত, কামালৰ ওপৰত. সংসাৰৰ প্ৰত্যেকটো বস্তুৰ ওপৰত খং উঠিছিল। যদি তেওঁ পাৰিলেহেঁতেন তেন্তে ডাক্তৰ ক্ৰোমাৰ, ডাক্তৰ ষ্টীৱৰ্ট আৰু কুমাৰী অৰুণা বাজপায়ীক কেঁচাই কেঁচাই চোবাই খালেহেঁতেন।

ফাইলটো বৰ প্ৰয়োজনীয় আছিল আৰু ইয়াক অতি সোনকালে বিভাগীয় যুটীয়া সচিবৰ ওচৰলৈ পঠাব লাগিছিল। তেওঁ গাড়ীত বহি ৰাষ্ট্ৰপতি ভৱনলৈ গ'ল। সংগ্ৰহালয়ৰ ভিতৰলৈ গৈ তেওঁ চাৰিওফালে চালে। কিন্তু তেওঁলোক তাৰপৰা গুচি গৈছে। অন্যমনস্কভাৱে তেওঁ কোঠালিটো ঘূৰি ফুৰিবলৈ ধৰিলে।

এটা মূৰ্ত্তিৰ সন্মুখত সূচনা বিভাগৰ প্ৰচাৰ পত্ৰ পৰি আছিল। সম্ভৱ ডাক্তৰ ক্ৰোমাৰে ইয়াত পাহৰি পেলাই থৈ গৈছিল। গৌতমে তলমূৰ কৰি সেইখন তুলি ল'লে। তেওঁ এনেয়ে মনে মনে মূৰ্ত্তিটো চালে. 'শ্ৰাবস্তীৰ সুদৰ্শন যক্ষিণী'।

তেওঁৰ চেহেৰাটো বাৰু কেনে আছিল? তেওঁ হঠাৎ ভাবিবলৈ ধৰিলে। এইবাৰ তেওঁ খঙত যাওঁতে যাওঁতে মাৰ্বলৰ মজিয়াত অলপ জোৰেৰে ভৰি দিলে, "তুমি নিজক কি বুলি ভাবিছা? মই যে তোমাক একো বুলি ভবা নাই। মই তোমাৰ চেহেৰাও পাহৰি গৈছোঁ। চেহেৰা মাথোঁ বিষয় হয়। মোৰ মনত যি ৰূপ সুৰক্ষিত হৈ আছে, তাক অকল বিশ্বকৰ্ম্মাইহে চিনিব পাৰে।"

শ্ৰাৱস্তীৰ খনন কাৰ্য্যত ওলোৱা সেই মূৰ্ত্তিয়ে কদমৰ ডাল দোঁৱাই নিজৰ ডাঙৰ ডাঙৰ চকু ঘূৰিৰে তেওঁক চাই আছিল। গৌতমে তেওঁৰ ওচৰলৈ গৈ তেওঁক স্পৰ্শ কৰিলে।

"অপ্ৰচলিত মূৰ্ত্তিকাৰৰ অপূৰ্ব নিদৰ্শন।" তেওঁ মনে মনে ক'লে, 'সাংস্কৃতিক প্ৰচাৰ পত্ৰিকাত এই নতুন সন্ধানৰ সম্বন্ধে এটা প্ৰবন্ধ থকা উচিত। তেওঁ নিজকে এজন কৰ্ত্তব্য পৰায়ণ প্ৰচাৰ বিশেষজ্ঞৰ দৰে ভাবিলে। তাৰ পাচত বাহিৰলৈ ওলাই আহিল।

ৰেলৰ সময়। লাজ আৰু ভিনিহীয়েকৰ পৰা বিদায় লৈ তেওঁ ডবাত বহিল। ৰেলখন লাহে লাহে ষ্টেচনৰ পৰা বাহিৰলৈ ওলাল। যমুনাৰ সেতু, লাল কিল্লাৰ প্ৰাচীৰ, বজাৰ, বাট ঘৰ-তেওঁ খিড়িকীয়েদি চাবলৈ ধৰিলে—তেওঁ গৈ আছে।

জীৱন স্থিত হৈ থাকিব। এজন মানুহ গুচি গলে একো প্ৰভেদ নহ'ব। এওঁলোক এতিয়া ভিন্ন আছিল। আন পথেদি গৈছিল। তেওঁলোক আৰু কামাল এতিয়া একো প্ৰসঙ্গৰ ভাগী নহয়। তেওঁলোকৰে সৈতে এতিয়া তেওঁৰ কোনো সম্বন্ধ নাই। তেওঁলোকেও এতিয়া কামালৰ অনুপস্থিতি অনুভৱ নকৰিব।

ৰেলখন খেতিৰ ফালে আহিল. "প্ৰত্যেক যাত্ৰাৰ বিবাট অৰ্থ থাকে। আমাৰ ইফালৰ পৰা সিফালে যোৱাৰ।" এবাৰ গৌতমে কৈছিল, যেতিয়া তেওঁ তালাতৰ কথামতে খলীল জিব্ৰানৰ অলমুস্তাফাৰ দৰে কথা-বতৰা পাতিছিল।

"ভাৰতৰ সমগ্ৰ প্ৰতীক হৈছে যাত্ৰা—অগ্ৰসৰ হোৱা আৰু অনুসন্ধান কৰাৰ অভ্যাস। বোধহয় স্পেঙ্গলৰে লিখিছিল।

তেওঁ ৰাধাকৃষ্ণনৰ কিতাপখন তুলি ল'লে। "ভাৰতীয় দৰ্শনত কোনেও কাকো আদেশ নিদিয়ে—এইটো নিশ্চয় কৰা, নাইবা এইটো তুমি কৰিবই লাগিব। ইয়াত মনুষ্য নিজৰ কৰ্ম্মৰ স্বাধীন কৰ্ত্তা। তেওঁ কিতাপখন খিড়িকীয়েদি বাহিৰলৈ পেলাই দিলে। তাৰ পিছত শুই পৰিল। পঞ্জাৱ ষ্টেচন পাৰ হৈ গ'ল—অম্বালা, লুধিয়ানা, জলন্ধৰ। বেৰবোৰত উৰ্দ্দু চিনেমাৰ বিজ্ঞাপন লগোৱা আছিল। প্লেটফৰ্মৰ ধূলি ভৰা মজিয়াত শিখ তিৰোতা-বোৰৰ ৰঙীণ চালোৱাৰ (ঢিলা পাইজামা) বোৰ নিশাৰ পোহৰত জকমকাই আছিল।

ৰাতিপুৱা হ'ল। ৰেলখন অমৃতসৰ পালেহি। ঠায়ে ঠায়ে মুছলমান পীৰৰ শূন্য কবৰ আছিল। শিখ তিৰোতাৰ দলটো হাবিতলীয়া বাটেদি গৈ আছিল। খেতিয়ক সকল পথাৰলৈ গৈছিল। এতিয়াও ঠায়ে ঠায়ে ঘৰবোৰ জ্বলি পুৰি পৰি আছিল। অমৃতসৰৰ প্লেটফৰ্মত দুখীয়া বোৰ্খা পিন্ধা তিৰোতা আৰু বুঢ়াবোৰে 'ভিচাত' হস্তাক্ষৰ দিয়াৰ প্ৰতীক্ষাত বহি আছিল।

ৰেলখন চলিবলৈ ধৰিলে। দুয়ো ফালৰ চিপাহী ডবাত উঠিল।

হঠাৎ আনখন দেশ আৰম্ভ হৈ গ'ল। দুজন চৰ্দাৰজীয়ে ঘাঁহনিত থিয় হৈ পহৰা দি আছিল। মই এতিয়া পাকিস্তানত আছোঁ। হিন্দুস্থানৰ পৰা

আহিছোঁ। শৰণাৰ্থী......উত্তৰ প্ৰদেশৰ মছলমান......দেশত্যাগী......আশ্ৰয় প্ৰাৰ্থী......নিৰাশ্ৰয়।

ৰেলখন ভাবতৰ সীমা পাৰ হৈ গ'ল। আৰু কামালৰ ধৈৰ্য্যৰ বান্ধোন ভাঙি পৰিল। ইমান দিন তেওঁ অতি কষ্টেৰে সম্বৰণ কৰি ৰাখিছিল, এতিয়া বেৰৰ ওচৰত এজন চৰ্দ্দাৰজীক হাতত বন্দুক লৈ নিলৰ্জ্জ ভাৱে হাঁহি থকা দেখি তেওঁ শিশুৰ দৰে ফেঁকুৰি ফেঁকুৰি কান্দিবলৈ ধৰিলে। তেওঁ অনুভৱ কৰিলে যেন তেওঁৰ সহযাত্ৰীজনে তেওঁক মনোযোগেৰে চাই আছে। তেওঁ পাকিস্তানী সীমাৰ পুলিচ বিষয়া আছিল আৰু অমৃতসৰৰ পৰা লাহোৰলৈ উলটি গৈছিল।

কামালে বৰ লাজ পালে। তেওঁৰ এনে লাগিল যেন পাকিস্তানী পুলিচ বিষয়াই কৈছে—তুমি এতিতাও দুটা পৰস্পৰ বিৰোধী কৰ্তব্য পৰায়ণৰ সীমাত থিয় হৈ আছা। ধিক্কাৰ তোমাক। তেওঁ অনুভৱ কৰিলে যেন সমগ্ৰ পৃথিবীৰ দৃষ্টি তেওঁৰ ওপৰত—তুমি ভাৰতীয়। ভাৰতীয় গুপ্তচৰ।

ৰেলৰ চকাৰ পৰা সেই শব্দ ওলাই আহিল। গুপ্তচৰ বিদ্ৰোহী, গুপ্তচৰ বিদ্ৰোহী......তেওঁ চক্‌মক খাই চকু মেলিলে। ৰেলখন লাহে লাহে লাহোৰ ষ্টেচনৰ কাষ্টমৰ শলখা দিয়া ঠাইত প্ৰবেশ কৰিলে। তেওঁৰ বুকুখন কঁপি উঠিল। লাহোৰৰ পৰা তেওঁ আকাশী যানত উঠিল। আকাশী যানখন কৰাছীৰ ফালে উৰিবলৈ ধৰিলে।

এতিয়া তেওঁৰ সন্মুখত নতুন জীৱন। তেওঁ দিনপঞ্জী উলিয়ালে। কৰাছীলৈ উলটি গৈ তেওঁ কিমান প্ৰয়োজনীয় কাম কৰিব লগীয়া আছিল। ঘৰৰ কাৰণে ক'লা বজাৰৰপৰা চিমেণ্ট আৰু লোহাৰ ব্যৱস্থা কৰিব লাগিব। মিঃ এক্সক 'জিমখনাত' এটা পাৰ্টি দিব লাগিব। কোৱা! মই ক'লৈ যাওঁ? তেওঁ নিজক প্ৰশ্ন কৰিলে। পতিত, পতনশীল সমাজত মানুহ সাধু হৈ থকা কেনেকৈ সম্ভৱ? এই সমস্যাৰ ওপৰতো চিন্তা কৰাৰ প্ৰয়োজন আছিল। তেওঁ এয়াৰ হোষ্টেচক আৰু কফি খুজিলে—আৰু 'ডন' কাকতখন দাঙি পঢ়িবলৈ ধৰিলে।

"পাকিস্তান মন্ত্ৰীমণ্ডলত সঙ্কট, প্ৰধান মন্ত্ৰীৰ ত্যাগ পত্ৰ। নতুন প্ৰধান মন্ত্ৰীৰ জাহাঙ্গীৰ পাৰ্কত সাৰ্বজনিক ভাষণ।"

তেওঁ খিড়িকীয়েদি বাহিৰলৈ চালে। আকাশত ডাৱৰে আৱৰি ধৰিলে। অলপ পাচতে বৰষুণ আৰম্ভ হৈ যাব। তেওঁ খিড়িকীৰ পৰ্দ্দা খন টানি দিলে।

ময়েই মৰা শ আৰু ময়েই কবৰ খান্দোতা আৰু ময়েই চকুপানী টোকোঁতা—তেওঁ মনে মনে ক'লে আৰু চিটৰ গাৰুত মূৰ থৈ চকু জপালে।

কেঁচা বাটত এটা ল'ৰাই গৰু গাড়ী চলাই গৈ আছিল। এখন ষ্টেচন ৱাগন ধোঁৱা উলিয়াই ধূলি উৰাই আগ বাঢ়ি গ'ল। সন্মুখেদি এখন গৰু গাড়ী আহি আছিল। গাৰোৱানে গৰুটোৰ নেজডাল লুটিয়াই মটৰ চালকক ডবিয়ালে—"চাই চিন্তি নচলোৱা কিয় মটৰ মালিক ? এতিয়াই মোৰ গৰুটোৱে চঁক্ খাই উঠিছিল !"

আমেৰিকান সাংবাদিকে তৎক্ষণাত কেমেৰা উলিয়াই তাৰ ছবি লৈ ল'লে। পাছে পাছে আৰু এখন মটৰ আহি আছিল। তাত বহি শ্ৰীমতী ৰাজবাড়েই মূৰ উলিয়াই চালে। আকৌ লেডী কমলেশ বৰ্ম্মাৰ সৈতে কথা-বতৰা পাতিবলৈ ধৰিলে। শ্ৰাবস্তী এতিয়াও বহুত দূৰৈত। সূৰ্য্যটো মেঘৰ আঁৰত লুকাই গৈছিল—, ডাৱৰবোৰ মূৰৰ ওপৰত থিয় হৈ আছিল। 'মচিয়' ৰাৱলেই আগফালৰ ষ্টেচন ৱেগনখনত বহি থকা কুমাৰী অৰুণা বাজপেয়ীক আকৌ কিবা সুধিব খুজিলে। তেওঁ তৎক্ষণাৎ সূচনা বিভাগৰ কিতাপবোৰৰ বাণ্ডিল তেওঁৰ মুখৰ আগত থৈ দিলে আৰু প্ৰশ্নৰ পৰা হাত সাৰিবৰ কাৰণে উল গোথাত ব্যস্ত হৈ পৰিল। তৃতীয়খন মটৰত লঙ্কা আৰু জাপানৰ কেইজনমান ভিক্ষু আহিছিল। তেওঁ· লোকৰ লগত ফিল্ম ডিভিজনৰ কেমেৰামেন আছিল। দুই তিনিজনী খেতিয়ক ছোৱালীয়ে চোতালত থিয় হৈ এই দৃশ্য চাই আছিল। পাচৰ চিটত বহা সকলে চিঞৰি চিঞৰি কথা-বতৰা পাতিছিল। গৌতম নীলাম্বৰে ইমান পৰ মটৰ চলাই আছিল। এতিয়া তেওঁ মূৰ ঘূৰাই কুমাৰী অৰুণা বাজপেয়ীক ক'লে—"তুমি যদি গাড়ীখন ধৰা, তেন্তে মই ইয়াত নামি খোজ কাঢ়ি মোৰ ঘৰলৈ যামগৈ।"

"বৰ আমনি লাগিছে নেকি ?" কুমাৰী অৰুণাই সুধিলে। তেওঁৰ নিজৰো যাত্ৰাৰ ক্লান্তিত টোপনি আহিছিল।

"এৰা, মই ইয়াৰ পৰাই পথাৰেদি ওলাই গুচি যাম—চমু বাটেদি। অলপ গা পা ধুই জিৰণি লৈ লওঁ। ৰাতিপুৱাৰে পৰা আকৌ এই আঁচনি আৰম্ভ হৈ যাব। মচিয়' ৰাৱল ! আপুনি যদি আদেশ দিয়ে......।" তেওঁ ফৰাছী লেখকক সম্বোধন কৰিলে। তেওঁ মটৰ ৰখালে আৰু চোতালত নামি থিয় হ'ল। মটৰবোৰ এখন এখন কৈ ধূলি উৰুৱাই আগ বাঢ়ি গ'ল। তেওঁ তাত ক্ষন্তেক থিয় হৈ ৰ'ল। এটোপাল বৰষুণৰ পানী আহি টপ্ কৰে তেওঁৰ মূৰত বাগৰি পৰিল। তেওঁ হাত বঢ়াই বতাহ শুঙিলে আৰু ৰহৰ মাহৰ গছৰ এট, ডাল ছিঙি হাবিতলীয়া বাটেদি যাবলৈ ধৰিলে।

বৰষুণ আৰম্ভ হৈ গ'ল। বৰষুণৰ পৰা হাত সাৰিবৰ কাৰণে আমৰ এটা ডাঙৰ জোপোহাত আশ্ৰয় ল'লে। গছৰ গুৰিত বহি বহু সময়লৈকে বতাহ আৰু

পাতৰ সঙ্গীত শুনিবলৈ ধৰিলে। আধাঘণ্টাৰ পাচত তেওঁ আকৌ আগ বাঢ়িল। যিমান দূৰলৈকে চকুত পৰে, সেউজীয়া ধাননি লহপহাই আছিল। নগৰ এতিয়াও বহুত দূৰৈত।

যাওঁতে যাওঁতে গৌতম নীলাম্বৰে থমকি পাচলৈ চালে। বৰষুণৰ কাৰণে বাটৰ ধূলি কম হৈ পৰিছিল। কিন্তু তেওঁৰ ভৰি মাটিৰে পোত খাইছিল। ঘাঁহ আৰু গছৰ স্বচ্ছ সেউজীয়া বৰণ দেখা গৈছিল। সুমথিৰা আৰু ৰঙা ফুল ঘন সেউজীয়া গছ-গছনিৰ মাজত কুমকুমৰ দৰে জিলমিলাই আছিল। হীৰাৰ নিচিনাকৈ জকমকাই থকা পানীৰ কণিকাবোৰ ঘাঁহত ছিটিকি পৰিছিল। ঘাটত নাওবোৰ বৈ আছিল আৰু বড়গছৰ তলত কোনো নাৱৰীয়াই শাওণৰ গীত গাইছিল। আমৰ জোপোহাত এটা অকলশৰীয়া ম'ৰা চৰায়ে পেখম মেলি থিয় দি আছিল। আনফালে নৈৰ ঘাঁহ আৰু নীলা ফুলৰ ডাঠ লতাবোৰ পানীৰ দাঁতিত ওলমি আছিল। বৰ গছৰ ছাঁবোৰত এন্ধাৰ পৰিছিল। হাঁহ আৰু ম'ৰা চৰাই একে ঠাইতে উদাসভাৱে থিয় হৈ আছিল। চাৰি পাঁচটা মানুহে কান্ধত গামোচা লৈ বেগাবেগিকৈ গাঁৱৰ ফালে খোজ দিছিল।

বহৰাইচড় উপনগৰ আৰম্ভ হৈ গ'ল। চিভিল লাইনচৰ ছাঁ থকা বাটলৈ আহি তেওঁ দেউতাকৰ হালধীয়া দুমহলীয়া ঘৰটোত উপস্থিত হ'ল। তেওঁৰ দেউতাক চাৰ দীপনাৰায়ণ 'লন'ত ফুৰি আছিল।

"হেল্লো গৌতম!" তেওঁ ক'লে, "মই ভাবিছিলোঁ যে তুমি বিদেশী অতিথিসকলক লৈ পোনেই চহেত মহেত* লৈ গুচি গৈছা।"

"নহয় দেউতা!" তেওঁ ক'লে। ভিতৰলৈ গৈ মাকক লগ পালে "দময়ন্তী পেহী ক'ত আছে?" তেওঁ গা ধোৱা ঘৰত গা ধুই ধুই মাতিলে "নগৰলৈ গলে তেওঁৰ ওচৰলৈকো যাবা।"

"ভাল বাৰু।"

"তুমি ভালে আছা নহয় বোপাই?"

"আছোঁ। বচ্চনৰ বিয়াখন কেতিয়া হ'ব?"

"অহা ফাগুনত।" মাকে উত্তৰ দিলে।

"প্ৰকাশ খুৰাৰ ঘৰ হৈ গ'ল?"

"নাই। সেই খানবাহাদুৰ মহম্মদ হুচেন নাছিল জানো—অৱসৰপ্ৰাপ্ত জজ? তেওঁ পাকিস্তানলৈ গুচি গ'ল। তেওঁৰ ঘৰটো নীলাম হৈছিল, প্ৰকাশে সেইটো লৈ ল'লে। বৰ সস্তাত পালে।"

গা ধোৱা ঘৰৰ পৰা ওলাই তেওঁ শ্ৰাৱস্তীৰ সেই বিদেশী দৰ্শক সকলক কাশ্মীৰৰ সমস্যাৰ সম্বন্ধেও বুজাব লাগিব। তেওঁৰ বুকুখন একেবাৰে কঁপিবলৈ

---

* শ্ৰাৱস্তীৰ আধুনিক নাম।

ধৰিলে। তেওঁৰ মনত সেই বাতুলতা উপস্থিত হ'ল, যিটোৱে অলপ দিনৰ আগতে তেওঁক নতুন দিল্লীত অস্থিৰ কৰি তুলিছিল।

"মই অকণমান নৈৰ ফালে ফু্ৰিবলৈ যাওঁ।" তেওঁ মাকক ক'লে।

এতিয়া ইমান দীঘলীয়া যাত্ৰাৰ পৰা আহিছা, এতিয়াই আকৌ যাব খুজিছা? অলপ জিৰণি লোৱা।" মাকে ব্যগ্ৰ হৈ ক'লে।

তেওঁ বাহিৰলৈ ওলাই আহিল। দেউতাকৰ মটৰখন লৈ নৈৰ ফালে গ'ল। বৰষুণ বন্ধ হৈছিল, বতাহো নাইকিয়া হৈছিল। নৈৰ পাৰলৈ গৈ তেওঁ চণ্ডী দেৱীৰ এটা ভগা ছিগা মন্দিৰৰ খটখটীত বহি পৰিল। তাত কেৱল শূন্যতা আছিল। তেওঁ সম্পূৰ্ণভাৱে বিক্তমস্তিষ্কৰ হৈ পৰিব খুজিছিল। এই ক্ষণত তেওঁৰ জীৱনত প্ৰথমবাৰ এইটো কথা মনলৈ আহিল। হায়! যদি নিৰ্ব্বাণ সম্ভৱ হ'নহে'তেন। ভয়, একান্তৰ অনুভূতি, দুখ, ঘৃণা, পলায়নৰ ইচ্ছা, বিস্তাৰ আৰু অতিৰিক্ততাৰ কল্পনা......নিৰ্ব্বাণ, যি জীৱনৰ পৰা, মৃত্যুৰ পৰা নিদ্ৰা ভয়ৰ পৰা, প্ৰেম, দয়া আদি অসঙ্গত প্ৰশ্নৰ উৰ্দ্ধত—আৰু তথাপিও সত্য বিলীনতা—শূন্য—শূন্য!

বিদেশী চিন্তাশীল ব্যক্তিয়ে বুজিব পাৰেনে যে ভাৰতৰ আত্মাৰ কি দুখ? তেওঁ চিগাৰেট জ্বলালে আৰু মন্দিৰৰ মজিয়াত শুই পৰিল। বাৰিষাৰ বতৰ। এতিয়া ইয়াত সাপ আৰু পোক পৰুৱা জবুল হ'ব, তেওঁ ভাবিলে। তেওঁৰ এনে লাগিল যেন হাবিৰে সৈতে তেওঁৰ পুৰণি বন্ধুত্ব আছে। তেওঁ যে এই মুকলি পথাৰ, এই গছ-গছনিৰ ছাঁত ডাঙৰ দীঘল হৈছে।

হঠাৎ তেওঁ ভৰিৰ শব্দ শুনিলে। কাৰোবাৰ ক্ষীণ হাঁহিৰ শব্দ শুনিবলৈ পালে।

"কোন?" তলৰ পৰা কোনোবাই সুধিলে। "এইদৰে এন্ধাৰত অকলশৰে বহি আছা?"

"মই", গৌতমে কাতি হৈ উত্তৰ দিলে। আনজন যুৱক চালৰ ওপৰেদি জপিয়াই ভিতৰলৈ আহিল।

"এইবোৰ কি বলিয়ালি হে? চাৰিওফালে মই তোমাক বিচাৰি ফুৰিছোঁ। তোমাৰ ঘৰলৈ গৈছিলোঁ। তোমাৰ মাৰ দেউতাৰে ক'লে যে তুমি নৈৰ ফালে আহিছা।"

"এৰা বন্ধু।" এই সময়ত কেনেকুৱা আচৰিত ধৰণৰ গুপগুপীয়া গৰম পৰিছে। গছৰ এটা পাতো লৰা নাই। তোমাৰ দিনবোৰ কেনেকৈ গৈছে?

"অতিষ্ঠ হৈ গৈছোঁ ভাই।" হৰিশঙ্কৰে দাঁতিৰ খটখটীত বহি ক'লে। "এই বুদ্ধজয়ন্তী যদি আৰু কিছুদিন এইদৰে চলি থাকে, তেন্তে মৰিব লাগিব। চোৱাঁ, এই কাৰণেই লক্ষ্ণৌলৈ যাব নোৱাৰিলোঁ। বাঙ্গালোৰৰ পৰা জে, এচৰ টেলিগ্ৰাম পোৱাৰ লগে লগে দিল্লীলৈ আহিলোঁ। এই যাত্ৰীসকল, অৰুণা

বাজপেয়ীয়ে কৈছে যে ইয়াৰ পৰা পোনেই কপিলাবস্তু আৰু গয়ালৈ যাবলৈ সাজু হৈ আছে। গোটেই বাট ছোৱাত ডাক্তৰ হেন্স ক্ৰোমাৰে মোক মহাযান আৰু জৈনৰ প্ৰভেদৰ সম্বন্ধে যি বক্তৃতা শুনালে, মোৰ অসহ্য লাগিল। তোমাৰ মটৰত অকল মচিয়' ৰাৱলহে আছিল।"

আকৌ তেওঁ হঠাৎ মৌন হৈ পৰিল। নৈত মাৰ যোৱা সূৰ্য্যৰ অৰুণিমা বিয়পি পৰিছিল। তেওঁলোক দুয়ো বৰ উদাস হৈ আছিল।

"বন্ধু গৌতম !"

"কোৱাঁ।"

"বন্ধু, কামালে আমাক ফাঁকি দি গ'ল।" অলপ পৰৰ পাচত হৰিশঙ্কৰে লাহেকৈ ক'লে।

"এৰা।"

"তুমি জানা যে তেওঁ দিল্লীয়েদি গৈছে। মোক যদি টেলিগ্ৰাম দিলেহেঁতেন, তেন্তে মই আহি তেওঁক লগ ধৰিবলোহেঁতেন।"

মই যে দিল্লীতে আছিলোঁ, তথাপি তেওঁ মোক লগ নধৰিলে।" গৌতমে লাহেকৈ উত্তৰ দিলে।

তেওঁলোক দুয়ো নীৰৱ হৈ গ'ল। "নাজানো, এতিয়া তেওঁ ক'ত আছে !" হৰিশঙ্কৰে গম্ভীৰ আৰু উদাস কণ্ঠেৰে ক'লে।

"কৰাচীত থাকিব আৰু ক'ত থাকিব ?" গৌতমে মৃদু স্বৰেৰে উত্তৰ দিলে।

তেওঁলোক দুয়ো মৌন হৈ পৰিল। খটখটীয়েদি নামি তেওঁলোক নৈৰ পাৰলৈ আহিল। আৰু বৈ থকা পানীবোৰ চাবলৈ ধৰিলে। হয় তো তেওঁলোক দুয়ো ভাবিছিল যে অবুল মনচুৰ কামালুদ্দীন কেনেকৈ ভাৰতলৈ আহিছিল আৰু ভাৰতৰ পৰানো কিদৰে ওলাই গৈছিল।

নৈ বৈ আছিল। তেওঁলোক দুয়ো চাপৰি তাত নিজৰ প্ৰতিবিম্ব চাইছিল। গৌতমে পানীলৈ এটা শিলগুটি দলিয়ালে, আৰু ঢৌত পকনীয়া উঠিবলৈ ধৰিলে, তাত তেওঁলোক দুয়োৰো প্ৰতিচ্ছবি স্পষ্ট হৈ উঠিল।

ঘাটৰ কিছু দূৰৈত পঞ্চায়ত কেন্দ্ৰত পোহৰ হৈ আছিল। লোকগীত মণ্ডলীয়ে বছৰেকীয়া যুৱ-মহোৎসৱৰ কাৰণে আখৰা আৰম্ভ কৰিছিল। তেওঁলোকৰ কণ্ঠস্বৰ এওঁলোক দুয়োৰো ওচৰলৈ ভাঁহি আহিছিল। দূৰৈৰ গাঁৱৰ চোতালত ভাওনা হৈছিল। আম গছৰ জোপোহাৰ বাহিৰত আল্লা, উদল গাই আছিল। কংগ্ৰেছ কমিটিৰ অফিচত নিৰ্বাচনৰ প্ৰস্তুতি চলিছিল। আগত চিভিল লাইনচৰ ডেপুটী কমিচনাৰৰ ঘৰত ইউৰোপীয়ান আলহীয়ে ডিনাৰ খাইছিল।

গৌতমে এখন বেঁকা হৈ থকা নাৱত ভৰি দি চকু মুদি আছিল। তেওঁ আকৌ চকু মেলি চালে—তেওঁ নৈৰ পাৰত অকলশৰে থিয় হৈ আছে।

হৰিশঙ্কৰে কোনো কৃষকৰ সৈতে কথা পাতি পঞ্চায়তকেন্দ্ৰৰ ফালে গুচি গৈছে। মেঘবোৰ এতিয়া নৈৰ তললৈ ওলমি আহিছে।

তেওঁ নিজৰ ক্লান্ত চৰণ চালে। ব্যাপ্ত হৈ পৰা এন্ধাৰৰ ফালে চালে। ভয় কৰিবলৈ কি আছিল। পৃথিৱীয়ে তেওঁক আশ্ৰয় দিব।

তেওঁ আগ বাঢ়ি যাবলৈ ধৰিলে। তেওঁ ভৰিৰ তলুৱাত ঘাঁহৰ মিঠা সুগন্ধ, শিলৰ শীতলতা আৰু মাটিৰ পৰশ অনুভৱ কৰিলে। তেওঁ হাত মেলি বতাহ ছুলে আৰু লাহে লাহে আওঁৰাবলৈ ধৰিলে—“ধৰিত্ৰী তোৰ পাহাৰ, বৰফৰ পৰ্বত আৰু হাবিয়ে মিচিকিয়াই আছে। মই তোৰ পাৰত থিয় হৈ আছোঁ ; মই কোনো আঘাত পোৱা নাই—মোৰ ঘা লগা নাই, মই পূৰ্ণ মোক কোনেও অন্ত কৰিব নোৱাৰে।”

নানা তৰহৰ গছ আৰু ফুলৰ ডালবোৰ তেওঁৰ বাটত ওলমি আছিল। চৰায়ে তেওঁৰ লগত সুহুৰি মাৰিছিল। শাওণৰ কণিকাবোৰে পদুম পাতত জল-তৰঙ্গ বজাইছিল।

তেওঁ এখন চোতালত থিয় হৈ গ’ল। আৰু সিক্ত নয়নেৰে পথাৰলৈ চালে। লহপহাই উঠা! লহপহাই উঠা!!......হে ঘেঁহুৰ মঞ্জৰীবোৰ......যাতে আমাৰ কলহবোৰ ভৰি উঠে। ধুমূহাৰ পৰা হাত সাৰি থাকা। হে ঘেঁহুৰ দিব্য মঞ্জৰীবোৰ.....সাগৰৰ দৰে অগাধ হোৱা! ......তেওঁলোক সকলোবোৰ অমৰ হৈ থাকক, তোমাৰ ভাণ্ডাৰ অক্ষয় হৈ থাওক।”

তেওঁ চোতালৰ পৰা নামি হাবিতলীয়া বাটেদি আহি নৈৰ পাৰে পাৰে আলিয়েদি যাবলৈ ধৰিলে। আকাশত ক’লা মেঘে গৰজি আছিল। তেওঁৰ অন্তৰত প্ৰচণ্ড নদীয়ে মাজে মাজে পীড়া দি আছিল। তেওঁৰ মস্তিষ্কত সুমধুৰ জলপ্ৰপাতে গীত গাই আছিল, ম’ৰা চৰায়ে ঝঙ্কাৰ দি আছিল, কুলিয়ে চিঞৰি আছিল, ভোমোৰাই গুণগুণাই আছিল। বহুতো কদম ফুল ডালৰ পৰা ছিগি আহি তেওঁৰ ভৰিত পৰিল।

গীত গাওঁতা সকলৰ স্বৰ ওচৰ চাপি আহিছিল। মণ্ডলীয়ে গাইছিল—

ধৰিত্ৰী আজি সেউজী হে!
খেতিত ধন্য হলোঁ হে!
জীৱন আজি সফল হে!
ধুনীয়া ধান শুৱনি শস্য হে!

তেওঁ মনোযোগেৰে শুনিবলৈ ধৰিলে। যেতিয়া তেওঁ শব্দবোৰ বুজিব পাৰিলে ; তেতিয়া তেওঁৰ ওঁঠত মিচিকিয়া হাঁহি বিৰিঙি উঠিল।

শিলবোৰ, পৰ্বতৰ পৰা বাগৰি অহা বৰফৰ দ’মবোৰ, বৰফৰ নৈ, ধুমুহা আৰু প্ৰচণ্ড বতাহ বৰষুণ—এই সকলোতে প্ৰৱেশ কৰা সুৰৰ লহৰবোৰৰ মাজত তেওঁ গৌৰীশঙ্কৰৰ উচ্চ শিখৰত উঠি মেঘৰ আঁৰত অন্তৰ্দ্ধান হৈ গ’ল।

শিখৰত তেওঁ আঁঠু কাঢ়ি বহি পৰিল, আৰু তেওঁ দেখিলে চাৰিওফালে শূন্যতা আৰু তাত তেওঁ অনাদি কালৰ দৰেই অকলশৰীয়া।

পৃথিৱীৰ প্ৰথম আৰু শেষ মানৱ......ক্লান্ত, পৰাজিত, উল্লাসিত, আশাবাদী মানৱ। যি ঈশ্বৰতে লীন হৈ আছে আৰু যি স্বয়ং ঈশ্বৰ হৈছে। তেওঁ মিচিকিয়াই তললৈ নামিল আৰু তেওঁ চকু মেলিলে—

জাগ্ৰতৰ জাগৃতি মঙ্গলময় হওক !<br>
ন্যায় নীতিৰ প্ৰচাৰ মঙ্গলময় হওক !<br>
সঙ্ঘৰ শান্তি মঙ্গলময় হওক !<br>
সেই সৱৰ সাধনা মঙ্গলময় হওক !<br>
যি সৱে শান্তি প্ৰাপ্ত কৰিছে।"

শাক্য মুনিয়ে ক'লে।

তেওঁ তাৰ পৰা নামি আহিল। তেওঁ এটা হুমুনিয়াহ কাঢ়ি লাহে লাহে খোজ দি গাঁৱৰ ফালে উলটি গুচি গ'ল।

---